গ্ৰন্থমালা—৪০

# মহাভাৰতৰ প্ৰাণ-সঙ্গীত




শ্ৰীসোণাৰাম তালুকদাৰ

প্ৰকাশক—

পৰমাৰ্থ-পৰিষদ,
কুকৰা, দৰং ( অসম )

প্ৰথম প্ৰকাশ—

২১ জুন, ১৯৯৩ খ্ৰীষ্টাব্দ
৬ আহাৰ, বাং ১৪০০ সন
৫৪৫ শঙ্কৰাব্দ

বৰঙণি—৮৫·০০ ( পঁচাশী টকা মাত্ৰ )।

মুদ্ৰণত—

মণি-মাণিক প্ৰেছ
উজান বজাৰ,
গুৱাহাটী-৭৮১০০১

# আগকথা

দৰং জিলাৰ দক্ষিণ-পশ্চিমে অৱস্থিত কুকৰা পাহাৰৰ পশ্চিম-কালে, মহাবাহু ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰে থকা ওপৰ কুকৰা গাওঁ নিবাসী ভগৱৎ-তত্ত্ব-পিপাসু, নীৰৱ সাধক শ্ৰীসোণাৰাম তালুকদাৰ ( শ্ৰীসত্যসন্ধদেৱ ) বিৰচিত কৰ্ম্ম-জ্ঞান-ধ্যান-ভক্তিৰ অপূৰ্ব্ব সমন্বয়-মূলক ৩৯ খন মহামূল্যৱান গ্ৰন্থ, ইতিমধ্যে সমূহীয়া উদ্যোগত প্ৰকাশ আৰু প্ৰচাৰ হোৱাৰ লগে লগে পঢ়ুৱৈ সমাজৰ অভাৱনীয় সমাদৰ লাভ কৰা দেখি, পৰমাৰ্থ-পৰিষদ, অসমৰ সমূহ সদস্যই মিলি-জুলি লিখকৰ "মহাভাৰতৰ প্ৰাণ-সঙ্গীত" নামক এই গ্ৰন্থ খনিও প্ৰকাশ কৰি সদাশয় ৰাইজৰ আগলৈ আগবঢ়াই দিয়া হ'ল, যাতে গ্ৰন্থৰ সূচীপত্ৰত থকা বিষয়বোৰ পঢ়ি-শুনি তথা আলোচনা কৰি বুজি লৈ প্ৰত্যেকেই নিজৰ আৰু দহৰ, সমাজৰ তথা দেশৰ সৰ্ব্বাঙ্গীন কল্যাণ সাধন কৰে, এয়ে লিখকৰ লগতে পৰমাৰ্থ-পৰিষদৰ সদস্যসকলৰো পৰম আশা। ইতি—

সেৱাত—

সতীভেটি,
মায়ং, মৰিগাওঁ
২১ জুন, ১৯৯৩ ইং

পৰমাৰ্থ-পৰিষদ, কুকৰাৰ হৈ—
শ্ৰীবাণীকান্ত শইকীয়া
( বাসুদেৱ )

# সূচীপত্ৰ

## প্ৰথম খণ্ড



## দ্বিতীয় খণ্ড

বিষয় | পৃষ্ঠা



## তৃতীয় খণ্ড

| বিষয় | পৃষ্ঠা |
|---|---|

## চতুৰ্থ খণ্ড

| বিষয় | পৃষ্ঠা |
|---|---|

## পঞ্চম খণ্ড

| বিষয় | পৃষ্ঠা |
| --- | --- |
| কাকবৃত্তি মুনিৰ ইতিহাস— | ৩৬২ |
| ইন্দ্ৰ আৰু বৃহস্পতিৰ সম্বাদ— | ৩৭৫ |
| পৃথিবীৰ ৰজাসকলে কি ধৰ্ম্ম আচৰণ কৰি, যশ-কীৰ্ত্তি লাভ কৰিব পাৰিব— | ৩৭৮ |
| কেনে লোক সেনাপতিৰ যোগ্য হয়— | ৩৮৪ |
| ৰজা ক'ত থাকিব লাগে | ৩৮৫ |
| ৰাজ্য আৰু প্ৰজা কেনেকৈ প্ৰতিপাল কৰিব লাগে— | ৩৮৭ |
| উতথ্য-মান্ধাতা সম্বাদ কথন— | ৩৯১ |
| ক্ষত্ৰিয়ৰ নীতি-ধৰ্ম্ম সম্পৰ্কে কথন— | ৩৯৬ |
| ইন্দ্ৰ-অম্বৰীষ সম্বাদ— | ৩৯৭ |
| যুদ্ধ জয়ৰ কৌশল— | ৪০১ |
| দুৰ্জ্জনক কেনেকৈ চিনিব— | ৪০৫ |
| শ্ৰেষ্ঠতৰ ধৰ্ম্ম— | ৪০৬ |
| সত্য-অসত্য আৰু সনাতন ধৰ্ম্ম কাক বোলে। সত্য আৰু অসত্য কেতিয়া, ক'ত কোৱা-গোৱা কৰিব লাগে— | ৪১০ |
| দুৰ্গতি তৰণৰ উপায়— | ৪১২ |
| দুষ্ট আৰু সন্ত চিনাৰ উপায়— | ৪১৭ |
| ৰজাৰ কৰ্ম্ম কি। কি কৰিলে ৰজা সুখে সন্তোষে থাকিব পাৰিব। এটা উটৰ কাহিনী— | ৪২৯ |

## ষষ্ঠ খণ্ড

বিষয় পৃষ্ঠা

## সপ্তম খণ্ড

# মহাভাৰতৰ প্ৰাণ-সঙ্গীত

## প্ৰথম খণ্ড

### বৈশম্পায়ণৰ প্ৰতি জন্মেজয়ৰ প্ৰশ্ন

ৰজা জন্মেজয়ে সুধিলে,— দ্ৰোণৰ পুত্ৰে অশ্বত্থামাই ৰাতি চোৰ-যুদ্ধ কৰি ধৃষ্টদ্যুম্ন, শিখণ্ডী আদি বীৰসকলক দ্ৰৌপদীৰ পুতেক পাঁচোজনৰ লগতে মাৰি গুচি গ'ল। সেই খবৰ পাই, পাণ্ডুপুত্ৰসকলে কি কৰিলে? আনহাতে পাণ্ডৱে শিবিৰ এৰি যোৱাৰ কাৰণ কি? হে মহামুনি মহাশয়! আৰু এটা কথা। ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰ পৰম ধাৰ্ম্মিক। কায়মনবাক্যে সদাই কৃষ্ণকে উপাসা কৰি থাকে। এনেহেন জনৰ বিপত্তি মিলিল কিয়? এনে হৃদয় বিদাৰক কথা শুনি মোৰ চিত্তমন অস্থিৰ হৈ পৰিছে।

মহামুনি বৈশম্পায়ণে ক'লে,—হে মহিপতি! তুমি যি কথা সুধিলা, সেই বিষয়ে কওঁ শুনা। কুৰুক্ষেত্ৰ যুদ্ধ ওঠৰ দিন হ'ল। যেতিয়া দুৰ্য্যোধনৰ উৰুভঙ্গ হ'ল, তেতিয়াই যুদ্ধৰো অন্ত পৰিল। মহাবীৰ বৃকোদৰৰ মাৰি মোনী

লোহাৰ গদাৰ প্ৰচণ্ড কোবত কুৰুপতি দুৰ্য্যোধন মহাদুখে হাকুলে-ব্যাকুলে যেতিয়া মাটিত ঢলি পৰিল, তেতিয়া পাণ্ডু-পুত্ৰসকলে কুৰুক্ষেত্ৰ ৰণ জয়বাৰ্ত্তা নিজৰ নাৰীসকলৰ আগত প্ৰকাশ কৰিবলৈ হিয়া নাচি উঠিল। লগতে মাতৃদেৱী কুন্তীৰ চৰণতো সেৱা জনাই আনন্দ উল্লাসেৰে কুৰুক্ষেত্ৰ ৰণ জয়ৰ কথা বিৱৰি ক'ব। ইয়াকে আলোচনা কৰি, পাঁচো ভায়ে লগতে সাত্যকি আৰু শ্ৰীকৃষ্ণক লৈ শিৱিৰত নাথাকি ইন্দ্ৰ-প্ৰস্থলৈ গুচি গ'ল। কুন্তীদেৱীৰ আদেশত ৰাতিটো তাতে থাকিল। সেইবাবেই পাণ্ডৱৰ অথন্তৰ মিলিল। শিৱিৰত পাণ্ডৱ থাকিলে, কি সাধ্য আছে, অশ্বত্থামাই পাণ্ডৱৰ এনে অথন্তৰ কৰিব? আচলতে সমস্ত সম্পদ আৰু আপদৰ আদি মূল হৈছে দৈৱ। দৈৱৰ বলতে অশ্বত্থামাই বুদ্ধি আৰু বল পালে। জন্মৰ লগে লগে শিশু বাঢ়ি গৈ যৌৱন হয়। তাৰ পিছত বুঢ়া হৈ শৰীৰ দুৰ্ব্বল হয়। শেষত মৰে। বুজিছা মহাৰাজ! স্থুল শৰীৰৰ এই যে বিকাৰ, এয়া কৰ্ম্মফল বুলি বুজিব লাগে। পূৰ্ব্বৰ জন্মৰ ফলত দৈৱ বল হয়। দৈৱ অনুসৰিয়েই জীৱৰ সুখ-দুখ ভোগ কৰিব লগা হয়। দেহৰ স্থূলতা, ৰূপ, বৰ্ণ, বুদ্ধি বল, আয়ু, জ্ঞান, কৰ্ম্ম, ভাৱ,—এই সকলোবিলাক একমাত্ৰ দৈৱৰেই সম্বল। দৈৱৰ বাবেই সকলোৰে কালে কালে বল হয়। দৈৱৰ বাবেই দেহত তিনি

তাপ মিলে। আধিভৌতিক, আধিদৈৱিক আৰু আধ্যাত্মিক এই তিনি তাপে বিষয়ীলোকক সদাই দহি পুৰি মাৰে। এতেকে হে নৃপবৰ! দৈৱৰ কাৰণেই সকলোৱে বুদ্ধি আৰু বল পাই বুলি জানিবা। অশ্বত্থামাই পাণ্ডৱৰ সৈন্য সামন্ত আৰু দ্ৰৌপদীৰ পঞ্চ পুত্ৰও বিনাশ কৰিলে। দৈৱদোষতেই পাণ্ডৱে মহাশোক পাব লগা হ'ল। সেইবাবে সাধু-সন্ত সকলে এই তত্ত্ব জানি, সুখে-দুখে সমজ্ঞান কৰি দৈৱক বখানি শ্ৰীকৃষ্ণৰ সেৱাত নিমগ্ন থাকি, সমস্ত আশা কাম সাফল কৰে।

—০—

## যুধিষ্ঠিৰলৈ শিবিৰৰ বাৰ্ত্তা প্ৰেৰণ

বৈশম্পায়ণে ক'লে,—হে মহাৰাজ জন্মেজয়! অশ্বত্থামাই শিবিৰৰ সকলোকে মাৰি কাটি যেতিয়া গুচি গ'ল, তেতিয়া সময় ৰাতিপুৱাও পুৱাও হৈছে। ৰাতি পুৱালত যিবিলাক সৈন্য পলাই উৰাই, মৰা সৈন্যৰ লগতে মৰা ভাও জুৰি মহাভয়ে ভীতে নিজকে লুকাই আছিল, সিবিলাক উঠি আহি বন্ধু-বান্ধৱৰ বিলাই-বিপত্তি দেখি কান্দি-কাতি হাহাকাৰ লগালে।

তাৰ পিছত মৃত ধৃষ্টদ্যুম্নৰ সাৰথি মহাৰথক সকলোৱে কোৱা-গোৱা কৰি যুধিষ্ঠিৰৰ ওচৰলৈ ৰাতিৰ বিমঙ্গলৰ বাতৰি দিবলৈ পঠালে। মহাৰথেও সকলোৰে কথামতে যুধিষ্ঠিৰক বাৰ্ত্তা দিবলৈ ইন্দ্ৰপ্ৰস্থ অভিমুখে যাত্ৰা কৰিলে।

সিফালে যুধিষ্ঠিৰে ৰাতিপুৱা শয্যাৰ পৰা উঠি গা-পা ধুই শ্ৰীকৃষ্ণৰ স্থুল মূৰ্ত্তি হৃদয়ত ধ্যান কৰি ৰাজসভাত বহিল গৈ। যেন দেৱসভাত ইন্দ্ৰহে বিৰাজ কৰিছে। ঠিক সেই সময়তে সাৰথি মহাৰথ উপস্থিত। মুখখন শুকাই আমঠু যেন হৈছে। মনটো তেনেই মৰা। দুই চকুৰ পানী, দুগালেদি যেন নদীহে বৈ আছে। কথা নাই, বাৰ্ত্তা নাই, মহাশোকে দুখে দগ্ধ প্ৰায় হৈ যুধিষ্ঠিৰৰ চৰণত দীঘল হৈ পৰি কেৱল হুক্ হুকাই কান্দিব ধৰিলে। তাকে দেখি মহাৰাজ ধৰ্ম্ম যুধিষ্ঠিৰে ক'লে,—হে মহাৰথ! কি হৈছে কোৱা! ৰাজসমাজত এইদৰে কন্দা-কতা কৰা কথাতো ভাল নেদেখি।

ধৰ্ম্মৰাজ যুধিষ্ঠিৰৰ কথা শুনি ফেকুৰি ফেকুৰি কোনোমতে প্ৰাণটাকি শোক দূৰ কৰি গদ্-গদ্ স্বৰে সাৰথি মহাৰথে ক'ব ধৰিলে, — কি ক'ম মহাৰাজ! আজিৰ পৰা পাঞ্চাল সাৰথিৰ সকলো শূন্য হ'ল। শিবিৰৰ হৃদয় বিদাৰক বাৰ্ত্তা শুনক,—দ্ৰোণৰ পুত্ৰ অশ্বত্থামাই মাজনিশা প্ৰহৰীক মাৰি হাতত সাৰে ভৰিত সাৰে শিবিৰৰ ভিতৰত সোমাই বৰ

অকৰ্ম্ম কৰিলে। শিবিৰৰ সকলোবিলাকেই ৰাতি আহাৰ খাই, পৰম সন্তোষে নিচিন্ত মনে মহাসুখে নিদ্ৰাত বিভোল হৈ আছিল। নিদ্ৰামগ্ন সকলোবিলাক মৃত্যুতুল্য হৈ থকা অৱস্থাত পাই দ্ৰোণীয়ে মুহূৰ্ত্তৰ ভিতৰতে শিবিৰৰ সমস্ত সৈন্য-সামন্ত কাটি-মাৰি বিধ্বংস কৰিলে। পৰম পাপিষ্ঠ স্বভাৱতে বলিষ্ঠ সেই দ্বিজাধমে পাণ্ডৱৰ পৰম অনিষ্ট সাধন কৰিলে। দ্ৰুপদ, বিৰাট আৰু আপোনালোকৰ বংশৰ কাকো নেৰিলে। সমস্তকে মাৰি শেষ কৰিলে। আনকি দ্ৰৌপদীৰ পঞ্চ পুত্ৰকো বিনাশ কৰিলে। পাণ্ডৱৰো যেন বংশ নাশ কৰিলে। ঘোৰ অন্ধকাৰ ৰাতি। তাতে নিদ্ৰাত বিভোল। সেয়ে আমাৰ অস্ত্ৰ-শস্ত্ৰ সকলো ব্যৰ্থ হ'ল। সমস্ত বীৰৰ দম্ভ-দৰ্প, বল-বীৰ্য্যও চূৰ্ণ হ'ল। পাণ্ডৱ শিবিৰ সকলো শূন্য হ'ল। নানা অস্ত্ৰ-শস্ত্ৰ ধৰি শয্যাতে সবাকো নিঃশেষ কৰিলে। কতজনে ৰাখা ৰাখা বুলি ধাউ গেৰি পাৰি হাহাকাৰ কৰিব ধৰিলে। কতজনক হাত-ভৰি ভাঙি শেষত টুকুৰা-টুকুৰ কৰি কাটি মাৰিলে। কতজনক ভুকু-কিল মাৰি প্ৰাণ নাশ কৰিলে। সাৰ পাই কিছুমানে প্ৰাণ ৰক্ষাৰ বাবে মহা বেগে শিবিৰৰ দুৱাৰ মুখলৈ দৌৰি যাওঁতে, সেই দুৱাৰৰ মুখতে সকলোকে কচু কটা দি কাটিলে। কাৰ্য্যত বুজা গ'ল যে দুৱাৰমুখত নিশ্চয় বিশাল প্ৰহৰী আছিল।

হাত-ভৰি গা-মূৰ যিদৰে পৰি আছে, সেইবিলাক কথা ক'বলৈ মোৰ হৃদয় থৰ্ থৰ্ কৈ কঁপি উঠে। নমৰি যিবিলাক জীৱিত আছে, সেইবিলাকৰ দুখ দুৰ্গতিৰ বিষয়ে কবলৈ মোৰ সাধ্য নাই। কিছুমান শয্যাৰ তলতে পৰি থাকিল। কিছুমানে মৃতকৰ লগতে মৰা হেন হৈ পৰি থাকিল। ময়ো মৰাৰ লগতে উসাহ-নিশাহ বন্ধ কৰি, মৃত্যুতুল্য হৈ কোনোমতে জীৱন ৰক্ষা কৰিলোঁ।।

সাৰথিৰ মুখে শিবিৰৰ খবৰ শুনি "হায় হায় অশ্বত্থামা! কি কৰ্ম্ম কৰিলি!" বুলি সভাত মহা কোলাহল লাগিল। কুৰু-পাণ্ডৱৰ গুৰু দ্ৰোণাচাৰ্য্য। তেওঁৰ পুত্ৰৰ এনে অকাৰ্য্যৰ কথা শুনি গাৰ নোম শিয়ৰি উঠিল। সকলোৱে অশ্বত্থামাক নানা প্ৰকাৰে নিন্দা, তিৰস্কাৰ কৰি ক'ব ধৰিলে,—"দুষ্ট দুৰ্য্যোধন মৰা নাই। উৰু ভাঙি পৰি আছে। তাৰ বাবেই অধম দুৰাচাৰ অশ্বত্থামাই এনে কুকাৰ্য্যত লিপ্ত হ'ল। গতিকে ধৰ্ম্মৰাজে হুকুম কৰিব লাগে, আমি সকলোৱে গৈ পাপাত্মা অশ্বত্থামা ক'ত আছে বিচাৰি উলিয়াই চৰ-লাঠি-ভুকুৰে তাক ভালদৰে এশিকনি দি প্ৰতিশোধ লওঁ! সেই অধম পাপিষ্ঠ চণ্ডালক শেষ কৰিলে কেতিয়াও ব্ৰহ্মবধ পাপ নালাগে। সি ব্ৰাহ্মণ নহয়, অধম চণ্ডালহে। আৰু দুৰাচাৰ দুৰ্য্যোধনৰো ভৰিত জৰী লগাই, তেনেই হস্তিনাপুৰ

চোচোৰাই লৈ ফুৰোঁ।” এইদৰে সভাৰ সকলো লোকে নানা কটু কথা কৈ উত্ৰাৱল হৈ উঠিল।

মনুষ্য জীৱন ক্ষন্তেকীয়া। কেতিয়া ক'ত কি হয় কোনেও নাজানে। তাতে আকৌ—বিষয়ীলোকক দম্ভ-দ্বেষ কাম ক্ৰোধ আদিয়ে সদাই অনিষ্ট কৰি থাকে। হিংসা-কন্দা আদি ইটোৰ পিছত সিটো লাগিয়েই থাকে। শেষত হায় হায় কৰি যমৰ ঘৰলৈ যাব লাগে। একমাত্ৰ ৰাম নাম বিনে কাৰো ৰক্ষা নাই। সেইবাবে ভগৱন্ত শ্ৰীকৃষ্ণৰ পদকমলত সকলোৱে আশ্ৰয় লব লাগে। তেতিয়াহে মানৱী-জনম সাৰ্থক হ'ব।

—o—

## যুধিষ্ঠিৰৰ খেদ আৰু শিবিৰলৈ আগমন

বৈশম্পায়ণে কলে,—শুনা মহাৰাজ জন্মেজয়! অসংখ্য সৈন্য সামন্তসহ পঞ্চপুত্ৰৰ নিধন, এই গুৰুতৰ খবৰ শুনি ধৰ্ম্মৰাজ যুধিষ্ঠিৰ মহাশোকে দুখে মৰ্ম্মাহত হৈ মুখৰ মাত হেৰাই মাটিত ঢলি পৰিল। মহাশোকে শোকাকুল জানি ভীম আদি চাৰিও ভায়েকে আকোলামাৰি ধৰিলে। স্মৃতিজ্ঞান

হেৰুৱাই যেন কিছু সময় স্তব্ধ হৈ ৰ'ল। ধাৰাষাৰে চকুলো বব ধৰিলে। অলপ পিছত স্মৃতি পাই, অতিশয় শোকাকুল চিত্তেৰে ধীৰে ধীৰে ক'ব ধৰিলে,— কিনো বিপৰীত! যাক বধ কৰি, নিজ বাহুবলে শত্ৰুক পৰাজিত কৰিলোঁ; সেই শত্ৰুৰ হাততেই পুনঃ পৰাজয় হ'লোঁ! যিটো সপোনতো চিন্তা কৰি নাপাওঁ। মোৰ মনে অনুমান হৈছে,—মহা মহা মনিষীজনেও কালৰ গতিৰ কথা ক'ব নোৱাৰে। কালৰ গতি সকলোৰে অজ্ঞাত। বান্ধৱাদিসহ সমস্ত শত্ৰু নিশেষ কৰি অৱশেষত আমিহে পৰাজয় বৰণ কৰিবলগীয়া হ'ল। দৈৱবলৰ প্ৰভাৱত মানুহৰ হিত হয় আৰু অনৰ্থয়ো অৰ্থ সাধন কৰে। দৈৱৰ বিষম ব'ল। অৰ্থই অনৰ্থৰ মূল আৰু জন্ময়ো জীৱনক ধিকাৰ দিয়ে। পাণ্ডৱৰো জয়লাভ ঠিক তেনেকুৱাই হ'ল। জয়লাভ কৰি পৰাজিতহে হ'লোঁ। যদিও বিপক্ষ শত্ৰুৰ দল যুদ্ধত পৰাজিত হৈছিল, তথাপি তেওঁলোকেহে নিশ্চিত জয়লাভ কৰাৰ দৰে হ'ল। যি জয়লাভ কৰি, বিপদ-সিন্ধুত পৰি অনুতাপ ভুঞ্জিব লগা হয়, তাক জয় বুলি ক'ব নোৱাৰি। আচলতে সেয়া পৰাজয়হে। যিহেতু শোকে দুখে আত্মাক এৰা নিদিয়ে। যাৰ বাবে অস্ত্ৰ-শস্ত্ৰ ধৰি বন্ধু-বান্ধৱকো মাৰি অনেক মহাপাপ কৰিলোঁ। পৰাজিত লোকসকলে মনত শোক দুখ পাই, আমাৰ সেই

পুত্ৰাদিকো সংহাৰ কৰিলে। মহা বিক্ৰমশালী সিংহৰ নিচিনা মহাবীৰ ধৃষ্টদ্যুম্ন, যাক কৰ্ণয়ো যুদ্ধত পৰাজিত কৰিব নোৱাৰিলে, তেনেহেন মদমত্ত বীৰেও অসাৱধানতাৰ বাবে সাধাৰণ দুৰ্ব্বলীৰ হাতত প্ৰাণ এৰিলে। যাৰ ৰথত বায়ু বেগী অশ্ব সংযোজিত, তেনেহেন সমৰপিপাসু দ্ৰোণাচাৰ্য্যৰ হাতৰ পৰা ৰক্ষা পৰিল। যাৰ শৌৰ্য্য-বীৰ্য্য পিতৃসমতুল্য। এনেহেন ৰাজপুত্ৰও অসাৱধানতাৰ বাবে কালৰ হাতত অকালতে মৃত্যুমুখত পৰিল। এতেকে বুজা গ'ল, প্ৰকৃতপক্ষে অসাৱধানতাৰ বাবেই এই মৰ্ত্ত্যলোকত মানুহৰ বিনাশ হয়। সাৱধানহীন লোক সদাই অহঙ্কাৰী, মদগৰ্ব্বী। তেনেলোক অল্পকালে বিনষ্ট হয়। তপ, কীৰ্ত্তি, বিদ্যা আদি লাভ কৰিব সমৰ্থ নহয়। তাক অনৰ্থই গ্ৰাস কৰে। হায় হায়! কিনো ইমান ঘোৰতৰ পাপ কাম কৰিছিলোঁ মই! যাৰ বাবে আজি এনে অসহনীয় সন্তাপ পাবলগীয়া হ'লোঁ। জ্ঞাতি-গোত্ৰ, মিত্ৰ-ভাই ক'লৈ গ'ল! ক'ত গ'ল মোৰ পঞ্চবাপ! কিনো নিদাৰুণ বিধি! অশ্বত্থামা, কৃপ আদিয়ে আমাৰ বংশ নাশ কৰিলে। কুৰু-পাণ্ডৱৰ জল-পিণ্ড দিবলৈও কোনো বাকী নাথাকিল! মহা পৰাক্ৰমী পাৰ্থসুত অভিমন্যু যদিও সমৰত নিধন হ'ল, তথাপি পাঁচটা পুত্ৰৰ মুখ চাই সেই শোক-তাপৰ অগনি নুমাইছিলোঁ। এতিয়া কি কৰি

জীয়াই থাকিম ! যেনেকৈ বাঁহৰ মহা অৰণ্যত দুডাল বাঁহৰ ঘৰ্ষণত অগ্নি উঠি সমস্ত বাঁহৰ অৰণ্য পুৰি ছাই কৰি দিয়ে, আমাৰো তেনে দশাই হ'ল। হস্তিনাপুৰৰ আধিপত্য লৈ কুৰু-পাণ্ডৱৰ ঘোৰ বিবাদ মিলিল। সেই বিবাদকে কেন্দ্ৰ কৰি সমস্ত বীৰ শেষ হৈ গ'ল। এই সমস্তৰে বধভাগী একমাত্ৰ ময়েই হ'লোঁ। অস্ত্ৰ-শস্ত্ৰ শাস্ত্ৰ শিকি, ঐশ্বৰ্য্য বৈভৱত মত্ত হৈ বিষয় সুখকে সাৰ মানি, দম্ভ-দৰ্প-দ্বেষ তিৰস্কাৰ পুৰুষত্বকে সাৰ কৰি, ভাৰ্য্যা-পুত্ৰ ভাতৃ সকলোকে আনি যেন মানুহৰ তেজেৰে পৃথিৱীক পূজি ঘোৰ নৰকৰ যোগ্য হ'লোঁ। যদিও কাৰ্য্য সাধন হ'ল, তথাপি নাৰীৰহে ৰাজ্য হ'ল। কেনে মই জ্ঞান অন্ধ অজ্ঞ ! ধন-ৰত্ন, ৰাজপদ সকলো ত্যাগ কৰি বনবাসী হৈ, সাধু-সন্তৰ সঙ্গত থাকি, ভিক্ষা কৰি আনি সেই সাধু-সন্ত-ভকতক শুশ্ৰূষা কৰি, কেনে স্বৰ্গ সুখত আছিলোঁ ! কিন্তু ৰাজপদ আশা কৰি এতিয়া যেন নৰকতহে বাস কৰিবলগা হ'ল। সদাই শোকে-তাপে হৃদয় দহি-পুৰি মাৰিব লাগিছে। অৱশেষত নিজৰ বংশকো নাশ কৰিলোঁ। বন্ধু-বান্ধৱ সকলকো নাশ কৰিলোঁ। গুণৱন্ত, বলৱন্ত, অপৰ্য্যন্ত মহাবীৰ, — এই সকলোবিলাক ছাই হৈ গ'ল। কাৰোবাৰ মাতৃয়ে, কাৰোবাৰ পত্নীয়ে মহাশোকে বিমূৰ্চ্ছিত হৈ হাকুলে ব্যাকুলে দিনে

ৰাতিয়ে কান্দি কান্দি মোকহে নিন্দা তিৰস্কাৰ কৰিব। কাৰণ মোৰ প্ৰীতিৰ বাবেই সকলোৰে কুল ক্ষয় হ'ল। এতিয়া মই কেনেকৈ তেওঁলোকৰ হৃদয়ত শান্তি দিম। চিন্তা কৰিও মই একো উপাই নোপোৱা হৈছোঁ। প্ৰিয়তমা পত্নী, সতী দ্ৰুপদ-কুমাৰীয়ে এই শোকৰ বাৰ্ত্তা পাই মহা শোকানলে জ্বলি পুৰি নিশ্চয় মাটিত বাগৰি পৰি মৃতৱত হৈ যাব। হে মোৰ প্ৰিয় বাপ নকুল! তুমি শোক তাপ এৰা। মন্দভাগী দ্ৰৌপদীৰ ওচৰলৈ যোৱা। সোনকালে মাতৃকুল সমন্বিতে দ্ৰৌপদীক ৰথত তুলি ইয়ালৈ লৈ আহা গৈ।

এই বুলি ধৰ্ম্মৰাজ যুধিষ্ঠিৰে অৱনত শৰীৰেৰে পুত্ৰশোক ত্যাগ কৰি দৃঢ় চিত্তে যেন যুঁজিবৰ বাবে অস্ত্ৰ-শস্ত্ৰ বাছি বাছি লৈ সাজি কাছি শিৱিৰলৈ ওলাল। লগত পাত্ৰ মিত্ৰ পুৰোহিত বান্ধৱ যিমান আছিল সকলোবিলাক গ'ল।

—০—

## দ্ৰৌপদীৰ বিলাপ আৰু অশ্বত্থামাক ধৰিবলৈ ভীমৰ গমন

বৈশম্পায়নে ক'লে,—শুনা মহাৰাজ জন্মেজয়! ধৰ্ম্মৰাজ যুধিষ্ঠিৰ শিৱিৰলৈ যোৱাৰ পিছত শিৱিৰৰ সৈন্য-সামন্ত-বিলাকৰ বিনাশ বাৰ্ত্তা শুনি দ্ৰৌপদীৰ যেন ধাতু উৰি

গ'ল। হা প্ৰাণ পুত্ৰ বুলি শোকত বিহ্বল হৈ আটাহ পাৰি কান্দি-কাতি অচেতন হৈ মাটিত ধাচ্ কৰে পৰি মূৰ্চ্ছা গ'ল। অন্তেষপুৰত হাহাকাৰ লাগি গ'ল। সুভদ্ৰা, উত্তৰা, কালী, কুন্তী আদি অন্তেষপুৰৰ সমস্ত নাৰী মহা আৰ্ত্তৰাৱে দ্ৰৌপদীৰ ওচৰ পালেহি। ইটোৱে সিটোৱে মিলি দ্ৰৌপদীক আঠেবেথে মূৰত তেল-পানী দি বিচিব ধৰিলে। কিছুসময়ৰ পিছত চেতন আহিল। শোকত কাতৰ হৈ মুখেৰে একো ক'ব নোৱাৰা হ'ল। তালু ওঁঠ শুকাই গ'ল। অলপ পিছত পিতৃ, ভাতৃ, পুত্ৰলৈ মনত পৰি হুৰাওৰাৱে ইনাই বিনাই কান্দিব ধৰিলে। ৰাতি শুনিলোঁ পাণ্ডৱৰ জয় আৰু কৌৰৱৰ ক্ষয়। ৰাতিপুৱাৰ লগে লগে শুনিলোঁ যে বিৰাট, পাঞ্চাল আৰু পাণ্ডৱ বংশত পিণ্ড দিবলৈও কোনো নৰ'ল। যুদ্ধত কৌৰৱৰ সকলো শেষ হৈছে। অশ্বত্থামা, কৃতবৰ্ম্মা আৰু কৃপাচাৰ্য্যহে মাত্ৰ জীৱিত আছিল। এই তিনিজনেই এনে অকৰ্ম্ম কৰিলে। যেনেকৈ তেল-শলিতা থাকোঁতেও জ্বলন্ত প্ৰদীপ নুমাই যায়, পাণ্ডৱৰ জয় বাৰ্ত্তাও ঠিক তেনেকুৱা হ'ল। শুন হেৰ দ্বিজ পুত্ৰ অশ্বত্থামা! কি কাৰণে ৰাতি চোৰৰ দৰে আহি শিশু হত্যা কৰিলি? ৰাতিৰ আহাৰ খোৱাৰ পিছত নিদ্ৰামগ্ন অৱস্থাত শিশুসকলক বধাতো সম্পূৰ্ণ

অধৰ্ম্ম। ইমান ঘোৰ অন্যায় কৰ্ম্ম তই কিয় কৰিলি? তোৰ সমান অধম ক্ৰূৰ সৰ্প কোনো নাই! যম দূতৰ নিচিনা তই অতি নিদাৰুণ। বনৰ পশু বাঘৰ দৰে আচৰণ কৰিলি। দ্বিজশ্ৰেষ্ঠ দ্ৰোণাচাৰ্য্যক সকলোৱে প্ৰসংশা কৰে। নিজৰ গুণৰ বলত সকলোৰে পৰা সকলোতে সেৱা পূজা পায়। তেনেজনৰ পুত্ৰ হৈ ৰাতি চোৰৰ দৰে শিবিৰত প্ৰৱেশ কৰি নিদ্ৰাতুৰৱৰ্জনক বধ কৰি কি খ্যাতি ৰাখিলি? হস্তিনাৰ সিংহাসনৰ বাবেই ইমান অনৰ্থ কৰিলি?

এইদৰে অশ্বত্থামা দ্বিজক নানা প্ৰকাৰ ভৎ'সনা কৰি সতী দ্ৰৌপদীয়ে "পুত্ৰ মুখ দেখা নাপালোঁ।" বুলি মহা শোকে-তাপে হুৰাওৱাৰে কান্দিব ধৰিলে। দ্ৰৌপদীৰ ক্ৰন্দন শুনি মহাবীৰ বৃকোদৰ সেইখিনি পালেহি। ভীমক দেখিয়েই "পুত্ৰ পুত্ৰ" বুলি বুকুত ভুকুৱাই মাটিত মূৰ আফালিয়াই কান্দিব ধৰিলে। দ্ৰৌপদীৰ ক্ৰন্দন শুনি পুত্ৰ শোক অগনিয়ে ভীমৰ অন্তৰ দহি পুৰি নিলে। চকু দুটা জলজলীয়া হৈ শোকাশ্ৰু বব ধৰিলে। মূৰে কপালে হাত দি তলমূৰ কৰি বহি পৰিল। সকলো কালৰে পৰা যাৰ প্ৰচণ্ড প্ৰভাৱ। যাৰ স্বভাৱ অতিকে ভীষণ। যিজন দয়া-মায়া বিবৰ্জ্জিত। এনেহেন ভীম শোকে-দুখে ডালহীন বৃক্ষৰ দৰে থৰ লাগি গ'ল। কোনো কথা মুখেৰে নোলোৱা হ'ল। চকুৰ নিমেষো

নমৰা হ'ল। মুখমণ্ডল বিৱৰ্ণ হ'ল আৰু ঘনে ঘনে দীঘল দীঘল উশাহ নিশাহ ল'ব ধৰিলে। কিছু সময় এইদৰে থাকি ধৈৰ্য্য ধৰি ক'ব ধৰিলে,—কৌৰৱৰ সৈন্য এঘাৰ অক্ষৌহিণী আৰু আমাৰ আছিল সাত অক্ষৌহিণী। একেবাহে ওঠৰ দিন ভয়ঙ্কৰ যুদ্ধ হ'ল। অৱশেষত কৌৰৱক জিনি আমাৰ আনন্দৰ সীমা নোহোৱা হ'ল। দুৰ্য্যোধনৰ উৰু ভাঙি মাত্ৰ জীৱটো ৰাখি গুচি আহিলোঁ। কৃপাচাৰ্য্য, কৃতবৰ্ম্মা আৰু অশ্বত্থামা নিৰুদ্দেশ হ'ল। তথাপিতো আমাৰ এনে দশা হ'ল। বুজিলোঁ কৰ্ম্মফল আৰু দৈৱৰ লিখন কেতিয়াও খণ্ডন নাযায়। সগৰ ৰজাৰ ষাঠি হাজাৰ পুত্ৰ আছিল। পিছে একেতিলে সকলো নাশ হ'ল। বংশত কোনো নৰ'ল। গতিকে শোক নকৰিবা। শোক কৰি, মৃতজনক কেতিয়াও ঘূৰাই আনিব নোৱাৰা, এই বিচিত্ৰ সংসাৰৰ কথা অকণমান ভাবি চোৱাচোন! পত্নী পুত্ৰ, মিত্ৰ কাৰ কোন! ধন-জন, জীৱন-যৌৱন সমস্তই অশাশ্বত। সমস্ত সংসাৰ ছায়া চিত্ৰ মায়াৰ সপোন। যেনেকৈ ৰাতি হ'লে একোডাল বৃক্ষত নানাবিধ পক্ষী থাকে, ৰাতি পুৱালেই দশোদিশে গুচি যায়। কোন ক'লৈ যায়, কোনো ঠিক নাই। আমাৰো ঠিক তেনেকুৱাই। কাল পূৰ্ণ হ'লেই যমৰ ঘৰলৈ যাব লাগে। কৰ্ম্মফল ভোগৰ নিমিত্তে কালে টানি নিয়ে। পিতা-মাতা, দাৰা-পুত্ৰ, স্নেহৰ ভগিনী,—

সকলোৰে বেঢ়ি থাকিও দেখা নাপায়। মিছাতেহে মোৰ মোৰ বুলি হিয়া ধাকুৰি কান্দে। এতেকে হে সতী। হাকুলে ব্যাকুলে এইদৰে নাকান্দিবা। শোক পৰিহাৰ কৰা। নিৰৰ্থক শোক কৰি লাভ নাই। বিশেষতঃ আমি জীৱিত আছোঁ। যেতিয়া, সমস্ত বিষয় সুখ লাভ কৰিব পাৰিবা।

ভীমে এইদৰে নানা প্ৰবোধ বাণীৰে সান্ত্বনা দিয়াৰ স্বত্তেও দ্ৰৌপদীৰ মনে নামানিলে। পুনঃ কান্দি-কাতি মনৰ দুখত ক'ব ধৰিলে,—যেনেকৈ শত্ৰুৰ তিৰোতাবিলাকে কান্দিব লাগিছে, তাতকৈও অধিক দুখ মই পাইছোঁ। পিতৃ-ভ্ৰাতৃ-পুত্ৰৰ শোকে মোৰ হৃদয় দহি পুৰি গৈছে। পৰম দুৰ্ভগা, পৰম পাপিষ্ঠী মই নমৰি এতিয়াও কিয় জীয়াই আছোঁ। বিধিৰ লিখনেই হওঁক বা মোৰ নিজৰ কৰ্ম্ম ফলতেই হওঁক, এই জন্মত মোৰ কপালত সুখ-শান্তি অলপো নাপালোঁ। জন্মৰে পৰা মই নানা দুখ কষ্ট ভুঞ্জিলোঁ। মই অভাগিনীৰ বাবেই পাণ্ডৱেও নানা দুখ কষ্ট পালে। পিতাদেৱে মোক অৰ্জ্জুনত বিয়া দিব ইচ্ছা কৰিছিল। শ্ৰীভগৱন্তৰ কৃপাত সেই ইচ্ছা পূৰ্ণ হ'ল। কিন্তু লাখ লাখ ৰজাই অৰ্জ্জুনক আক্ৰমণ কৰিলে। মহা ভয়ে ভীতে "ৰক্ষা কৰা" বুলি মই ঈশ্বৰক কাকুতি মিনতি কৰিলোঁ। কৃষ্ণৰ কৃপাত বাঞ্ছা পূৰ্ণ হ'ল। পাণ্ডৱে ইন্দ্ৰপ্ৰস্থৰো সিংহাসন পালে। কুবেৰৰ সম্পদ

জিনি সমস্ত ঐশ্বৰ্য্য বৈভৱৰ অধিকাৰী হৈ ৰাজচক্ৰৱৰ্ত্তী হ'ল। বান্ধৱ কৃষ্ণৰ কৃপাত তেওঁৰেই আজ্ঞাত ৰাজসূয় যজ্ঞ কৰিলে। লাখ লাখ ৰজাই কৰ-ভাৰ দিলেহি। ধন-ৰত্নে সমস্ত ভাণ্ডাৰ পৰিপূৰ্ণ হ'ল। তাকে দেখি কৌৰৱৰ হৃদয়ত অগনি জ্বলি উঠিল। কূটপাশা খেলি যথা সৰ্ব্বস্ব হৰণ কৰিলে। ৰজঃস্বলা সময়ত দুষ্ট দুঃশাসনে চুলিত ধৰি সভাৰ মাজলৈ নিলে। গাত মাত্ৰ এখন কাপোৰ আছিল। তাকো কাঢ়ি নিব খুজিলে। ফেঁটীসাপে কঁকালত কোব পাই, লৰচৰ কৰিব নোৱাৰি যেনেকৈ ফোঁচ ফোঁচাই থাকে, ঠিক তেনেদৰে তুমিও দাঁত-মুখ কামুৰি ক্ৰোধত জ্বলি উঠিছিলা। নৃপতিয়ে দেখি শুনিও একো নক'লে। তলমূৰ কৰি থাকিল। তথাপি তুমি ভীষণ প্ৰতিজ্ঞা কৰিলা যে "যুদ্ধ কৰি দুঃশাসনৰ হৃদয় বিদাৰি ৰক্তপান কৰিম"। দুষ্ট কৰ্ণই নানা কুবাক্য ক'লে। দুৰ্য্যোধনে মোক উৰু দেখুৱালে। তাকে দেখি তুমি উৰু ভাঙি দুৰ্য্যোধনক নিঃশেষ কৰিম বুলি ভীষণ প্ৰতিজ্ঞা কৰিলা। সেইমতে হে স্বামী! তুমি সমস্তকে নিপাত কৰি প্ৰতিজ্ঞা ৰাখিলা। এতিয়া সেই কৌৰৱৰ নাৰীসৱে দীৰ্ঘস্বাৰে কান্দিব লাগিছে। সিহঁতকৈও মোৰ শোক অধিক হ'ল। পিতৃ-ভাতৃ-পুত্ৰ কোনো নাথাকিল! পাষণ্ড নিলাজ দ্বিজাধম অশ্বত্থামাই নিদ্ৰিত বালক কেইজনক মাৰি কাৰ কি হিত সাধন

কৰিলে! এই মহা শোক শেল মোৰ হৃদয়ত নিক্ষেপ কৰিলে। অস্থি মজ্জা ছেদি ভেদি হৃদয় দগ্ধ কৰি নিলে। এনে অসহনীয় দুখ যন্ত্ৰণাতো মই নমৰি কিয় জীয়াই আছোঁ! যদি মোক শান্তি দিব ইচ্ছা আছে, তেন্তে অতিশীঘ্ৰে গৈ সেই দ্বিজাধম অশ্বত্থামাৰ মূৰটো কাটি আনি মোক দিয়া। ভাল-বেয়া বিধি-ব্যৱস্থা মই একো নাজানো। তাৰ মূৰত এটা মহামণি আছে। সেই মণিটো পালেও মই অন্ততঃ কিছু শান্তি পাম।"

এইবুলি দ্ৰৌপদীয়ে ভীমৰ চৰণত পৰি হাকুলে ব্যাকুলে ইনাই বিনাই ফেকুৰি ফেকুৰি কান্দি কান্দি পুনঃ ক'ব ধৰিলে,—মই মন্দভাগীয়ে নাজানি কিবা মহা পাপ আচৰণ কৰিলোঁ। সেইবাবে বান্ধৱ মাধৱ থাকোঁতেও এনে মহাঘোৰ সন্তাপ পাব লগা হ'ল। ক্ষত্ৰিয়ৰ ধৰ্ম্ম আচৰণ কৰি পাণ্ডৱসকল পাশাত হাৰিল। ঋতুৱতী অৱস্থাত এখন কাপোৰেৰে শুই থকা কালত নানা কুবচন বুলি নানা বিকৰ্থনা কৰি ভাল-বেয়া একো বিচাৰ নকৰি চুলিত ধৰি সভাৰ মাজলৈ হাতীয়ে কলগছ টানি অনাদি আনি নিদাৰুণ বিশাল কৌৰৱসকলে বিবস্ত্ৰ কৰিবৰ বাবে পিন্ধা কাপোৰত ধৰি টানিব ধৰিলে। সেই সময়ত কৌৰৱৰ বাহিৰে আন সবেও উস্ আস্ কৰি হৰি হৰি স্মৰিব ধৰিলে। মই মহাত্ৰাসে ত্ৰাসিত হৈ লজ্জা নিবাৰণৰ বাবে

শ্ৰীকৃষ্ণত একান্তে শৰণ পশি সকাতৰে মনে-প্ৰাণে মাতিব ধৰিলোঁ। কৃপাৰ সাগৰ দয়াময় অনাথৰ নাথ দেৱ যদুপতি সদয় হৈ সেই লজ্জা সমুদ্ৰৰ পৰা ৰক্ষা কৰিলে। বস্ত্ৰই সভা নধৰা হ'ল। পৰ্ব্বতাকাৰ হ'ল। তথাপি পিন্ধা কাপোৰখন পিন্ধা ভাজেই থাকিল। দুৰ্জ্জন কৌৰৱসকলৰ কথামতে, ৰাতি খাই-বই উঠাৰ পিছত দহ হাজাৰ শিষ্য লগত লৈ দুৰ্ব্বাসা, পাণ্ডৱ কুটীৰত ওলাল গৈ। দেখিয়েই বজ্ৰঘাত পৰা দি পৰিলোঁ। মুখৰ মাত হেৰাল। উপাইহীন হৈ কৰযোৰে প্ৰাৰ্থনা কৰিলোঁ,—হে পাণ্ডৱৰ নাথ! এই দুৰ্ব্বাসা সাগৰৰ পৰা তুমি ৰক্ষা নকৰিলে, আজি পাণ্ডৱ সমূলঞ্চে নাশ হ'ব লাগিব। হে প্ৰাণৰ বান্ধৱ মাধৱ! শীঘ্ৰে আহি এই বিপদৰ পৰা উদ্ধাৰ কৰাহি। প্ৰাণৰ কাতৰ স্তুতি বাণী শুনি দ্বাৰকাপতি আহি পাণ্ডৱকো ৰাখিলে, মোকো উদ্ধাৰ কৰিলে। জানিলোঁ, এতিয়া আমি শ্ৰীকৃষ্ণৰ পৰ হ'লোঁ। সেয়েহে আমাৰ এই বিপত্তি মিলিল। তুমি মোৰ স্বামী। মই তোমাৰ প্ৰিয় পত্নী। তোমাৰ যি মত, ৰজাৰো সেয়ে মত। গতিকে সেই দ্বিজাধম অশ্বত্থামাক মাৰি এই অভাগিনীক শান্তি দিয়া। পৰম দুৰ্জ্জন কৰ্ণ দুৰ্য্যোধনৰ আদেশক্ৰমে জয়দ্ৰথ কাম্যবনলৈ গৈ দূৰতে ৰথ লুকুৱাই থৈ অতিথিৰ ছলেৰে আমাৰ কুটীৰলৈ গ'ল। সেই সময়ত তোমালোক পাঁচো ভাই কুটীৰত

নাছিলা। তাকে দেখি মোক হস্তিনালৈ নিবৰ বাবে জোৰ কৰিলে। তেনে সময়তে তুমি আহি মোক উদ্ধাৰ কৰিলা। ৰজাৰ কথাত তাক মাত্ৰ প্ৰাণে নামাৰিলা। মহা লাজে অপমানে মৃত্যুতুল্য হৈ সি গুচি গ'ল। কুটীৰত মোক অকলশৰীয়াকৈ থকা দেখি, মহা দুৰ্জ্জন থটাসুৰে পিঠিত তুলি-নিব ধৰিছিল। মই মনে মহা ত্ৰাসে 'মৰিলোঁ। মৰিলোঁ।' বুলি আটাহ পাৰি দিলোঁ। মোৰ মাত শুনি হাতত গদা লৈ "ভয় নাই, ভয় নাই" বুলি খেদি আহি সেই দুৰন্ত অসুৰক বাট ভেটি ধৰি আক্ৰমণ কৰিলা। শেষত মৰা বাপেক-মাকক সুমৰি যমৰ ঘৰলৈ গ'ল। অজ্ঞাত বাসৰ সময়ত বিৰাট ৰজাৰ ঘৰত সৈৰিন্ধ্ৰী নামেৰে দাসী কাম কৰি থাকোঁতে, দুৰ্ম্মতি কীচকে মোক পাব আশা কৰি ভয় দেখুৱাইছিল। সেই কথা তোমাক যেতিয়া ক'লো, তুমি তাক ছল কৰি যমপুৰীলৈ পঠালা। জানিলোঁ, তুমি মোৰ বিপদ সিন্ধুৰ নৌকা স্বৰূপ। তুমি মোৰ প্ৰাণদাতা। যদি তুমি প্ৰাণৰ জায়া বুলি মোক ভাবা, মোৰ প্ৰতি মৰম দয়া আছে, তেন্তে এই অধম অশ্বত্থামাক সোণকালে বধ কৰা। তাক যদি নামাৰা, তেনেহ'লে তোমাৰ সকলো গৰিমা নিষ্ফল হ'ব। তাৰ প্ৰকৃতি ৰাক্ষসৰ নিচিনা, পৰম দুৰ্জ্জন আৰু অতিশয় পাপমতি। তাক বধ কৰিলে ব্ৰহ্মবধ

হ'ব বুলি সন্দেহ নকৰিবা। সি ব্ৰাহ্মণ নহয়। ব্ৰাহ্মণ নামধাৰী অধম, দুৰ্জ্জন চাণ্ডাল। মই ভালদৰে জানোঁ।" এই বুলি দীঘল হুমুনিয়াহ কাঢ়ি সজল নয়নেৰে ভীমৰ ফালে চাই চাই পুনঃ কান্দিব ধৰিলে। দ্ৰৌপদীৰ কাতৰ ক্ৰন্দন শুনি বীৰ বৃকোদৰৰ হৃদয়ত যেন ব্যথাৰ অগনিহে জ্বলি উঠিল। ক্ৰোধত অগ্নিশৰ্ম্মা যেন হৈ নকুলক ক'লে,—"ভাই নকুল! ৰথখন সাজা। তুমি সাৰথী হোৱা আৰু মই ৰথী হওঁ। গুৰুৰ পুত্ৰক আজি নিশ্চয় শেষ কৰিম।" এইবুলি অস্ত্ৰ-শস্ত্ৰ লৈ সহদেৱ আদি যিমানখিলাক বীৰ আছিল, সকলোবিলাকে অশ্বত্থামাক মাৰিবৰ বাবে খেদি গ'ল।

---

হে দয়াময় শ্ৰীকৃষ্ণ! তুমি হেন কৃপাসিন্ধু বিদ্যমান থাকোঁতেও তোমাৰ একান্ত ভক্ত পাণ্ডৱসবৰ দুখ দেখি, মই মহা মন্দমতি ভক্তি-জ্ঞানহীন শ্ৰীসোণাৰাম তালুকদাৰৰ হৃদয় কম্পমান হৈছে। কি হ'ব আমাৰ গতি! এই তিনি তাপময় দুৰ্ঘোৰ ভৱসাগৰ পাৰ হ'বৰ বাবে একমাত্ৰ তোমাৰ শ্ৰীচৰণকে মহা আশা কৰি আছোঁ। দয়া নাছাড়িবা দয়াময়!!

---

## যুধিষ্ঠিৰৰ শিবিৰ দৰ্শন আৰু শ্ৰীকৃষ্ণ সম্বাদ

বৈশম্পায়নে ক'লে—হে মহাৰাজ জন্মেজয়! মায়ামোহ অন্ধকাৰত ৰজা যুধিষ্ঠিৰ শিবিৰ পালেগৈ। শিবিৰত অৱশিষ্ট সৈন্যবিলাকক দেখে যে বন্ধু-বান্ধৱৰ শোকত বিহ্বল হৈ কান্দি আছে। তাকে দেখি ধৰ্ম্মৰাজৰ চিত্ত অস্থিৰ হৈ পৰিল। চকুৰ পানী গিৰ্ গিৰ্‌কৈ দুগালেদি বব ধৰিলে। মাত-বোল নোহোৱা হ'ল। কিছু সময় তব্ধি থাকি মহাজ্ঞানৰ বলত মন সুস্থ কৰি, ইটো সিটো কৰি ঘৰবিলাকত সোমাই মৃতসকলক চাই ফুৰিব ধৰিলে। দেখে যে মূৰত কিৰীটি কুণ্ডল নাই। বিকৃত মুখমণ্ডল। কাৰো গাত কাপোৰ-কানি নাই। কাৰোবাৰ হাত নাই, কাৰোবাৰ ভৰি নাই, কাৰোবাৰ মূৰ নাই। বিভৎস শৰীৰবিলাক যেনি তেনি পৰি আছে। যুধিষ্ঠিৰৰ লগত যিবিলাক পাত্ৰ মিত্ৰ গৈছিল, সেইবিলাকৰ মুখৰ মাত হেৰাল। দৃশ্য দেখি মহা ভয়ে ভীতে হৃদয় কম্পমান হ'ল। এইদৰে শিবিৰৰ ঘৰবিলাক চাই ফুৰি এটা ঘৰত সোমাই দেখে যে এখন পালেঙ্কত পাঁচটা দেহা পৰি আছে; কিন্তু মূৰ কেইটা নাই। অনুমানতে বুজিলে যে সেইকেইটা নিজৰেই সন্তান হ'ব। দুগুলহ পুত্ৰৰ শোকে ৰজাক আগুৰি ধৰিলে। অৱশেষত

মহাশোকে তাপে মাটিত ঢলি পৰিল। পাত্ৰ-মিত্ৰসকলে আকোলা-আকুলি কৰি তুলি ধৰি মূৰত তেল-পানী দি বিচিব ধৰিলে। পুত্ৰ শোক অগনিত হৃদয় দগ্ধ প্ৰায় হ'ল। জ্ঞানশূন্য হৈ কিছু সময় অচেতন বৃক্ষৰ দৰে পৰি থাকিল। শিৰৰ মুকুট খহি পৰিল। মুখ শুকাই বিবৰ্ণ হ'ল। কাপোৰ-কানি ধূলাই ধূসৰে ধূসৰিত হ'ল। অলপ পিছতে মহা মোহ ক্ৰমে আঁতৰি গ'ল আৰু "কলৈ গ'লি মোৰ প্ৰাণৰ পুতাই ঐ" বুলি নিশ্বাস চাড়িব ধৰিলে।

সিকালে সমস্তৰে আত্মা, সৰ্ব্ব অন্তৰ্য্যামী শ্ৰীকৃষ্ণ দয়াময়ে সমস্ত কথা জানিলে। প্ৰণতপালক শ্ৰীকৃষ্ণ সন্তৰ সদাই সহায়। নিজৰ ভকতক সন্তোষ দিবলৈ সদাই আকুল। সেয়ে ভক্ত যুধিষ্ঠিৰৰ শোক দুখৰ কথা জানি, তেওঁক প্ৰবোধ দিবৰ বাবে প্ৰভু চক্ৰপাণি সাজু হ'ল আৰু অৰ্জ্জুনক ক'লে,—"হে সখি! কথা বৰ মাৰাত্মক হ'ল। অশ্বত্থামাক বধিবৰ বাবে দাদা বৃকোদৰ মহাকোপে গৈছে। কথা বৰ ভাল হোৱা নাই। ক্ৰূৰবুদ্ধি অশ্বত্থামাৰ শক্তিৰ কথা দাদাই ভালদৰে নাজানে। কিবা বিসঙ্গতি নিশ্চয় মিলিব পাৰে। গতিকে পলম নকৰি শীঘ্ৰে সেই যুদ্ধলৈ যাওঁ ব'লা।" এইবুলি বিজয় ৰথত উঠি সাৰথী বেশেৰে দয়াময় শ্ৰীকৃষ্ণ যদুপতিয়ে পাৰ্থক লগত লৈ যুধিষ্ঠিৰৰ ওচৰ

পালেগৈ। দয়াময় শ্ৰীকৃষ্ণক দেখা মাত্ৰে কান্দি কান্দি ধৰ্ম্মৰাজ যুধিষ্ঠিৰে ক'ব ধৰিলে,—"হে যদুপতি! আমি পাঁচো ভায়ে বনবাসৰ পিছত ৰাজ্য কামনা কৰি নিজেই নিজৰ সৰ্ব্বনাশ কৰিলোঁ। জন্মৰে পৰা শোকে দুখে জীৱন অতিবাহিত কৰিলোঁ। পৰকালত কি গতি হয়, তাকো নাজানো। হে কৃষ্ণ! তুমি সকলোৰে গতি, অন্তৰ্য্যামী। পৰকালত আমাৰ কি বিপত্তি হ'ব কোৱা। নিশ্চয় জানিলোঁ, পূৰ্ব্ব জন্মত জগতত কোনো সদ্‌কৰ্ম্ম আমি নকৰিলোঁ। পৰহিংসা, পৰপীড়া কৰিয়েই ভাল পাইছিলোঁ, সেয়েহে মনত অত সন্তাপ পাব লগা হ'ল। এই সন্তাপত মোৰ মনত স্থিৰতা নোহোৱা হৈছে। অন্তকালত মুকুতি পাম নে? কোৱা! কোৱা কৃষ্ণ! তুমি দেৱ সৰ্ব্বজান, সকলোৰে স্বামী। তুমি সমস্ত জীৱৰ পূৰ্ব্বাপৰ জানা। পৰম পাতকী আমি কেনে মন্দভাগী! অশাশ্বত ধন-বস্তু, ৰাজপদৰ বাবে নিজৰ পুৰুষত্ব বখানি গুৰু-জ্ঞাতি-বান্ধৱ সবাকো সংহাৰ কৰিলোঁ। হায়, হায়! পৰম তপস্বী ভীষ্ম পিতামহ, উত্তম ব্ৰাহ্মণ নিজ গুৰু দ্ৰোণাচাৰ্য্য, মদ্ৰদেশৰ অধিপতি মামা শল্যবীৰ, আচোক অস্ত্ৰেৰে যুঁজিম, বাক্যেৰেও বেয়াকৈ কোৱাতো অনুচিত। এনেস্থলত দম্ভ দ্বেষ পশুবলদৃপ্ত হৈ তেনেজনকো অস্ত্ৰেৰে বধিলোঁ। এই মহাপাপৰ কথা সুমৰি মোৰ ধাতু

উধি গৈছে। যমৰ দূতে মোক কি শাস্তি দিয়ে ক'ব পৰা নাই! এই শোক মোহ ভয়ে মোক গ্ৰাস কৰি পেলাইছে। হে হৃষীকেশ কৃষ্ণ! তুমি উদ্ধাৰ কৰা। সাধুলোকে কোৱা শুনিছোঁ, তুমি বোলে পতিত পাৱন। এতেকে হে কৃষ্ণ! তোমাৰ চৰণত শৰণ পশিলোঁ। নিজৰ নাম বেশ গোপন কৰি, বিৰাট নগৰত থাকি, অজ্ঞাত বছৰ শেষ কৰি আনন্দমনে জনাজাত হ'লোঁ। তাৰ পাছত জ্ঞান-ভক্তি প্ৰদানৰ নিমিত্ত সুদূৰ দ্বাৰকাৰ পৰা তুমি দয়া কৰি আহিলা। জ্ঞান-ভক্তিৰ কথা নুশুনি সিংহাসনহে খুজিলোঁ। সিংহাসনৰ বাবেহে আমাৰ যত্ন বেছি হ'ল। তাৰ বাবেই ৰাজ্যৰ মোহত পৰি ঘোৰতৰ যুদ্ধ কৰিলোঁ। দয়া, ক্ষমা, সত্য সকলো এৰিলোঁ। তাৰ ফলত জনশূন্য মহীপতি হ'লোঁ। সম্প্ৰতি নিজৰো বংশ নাশ হ'ল। এতেকে হে নাৰায়ণ! তুমি উপদেশ দি মই এই মহাপাপীৰ অশান্ত তনু-মন শান্ত কৰা!

যুধিষ্ঠিৰৰ কথা শুনি পৰম দয়ালু, পাণ্ডৱৰ নাথ, ভক্তবৎসল শ্ৰীকৃষ্ণ দয়াময়ে ক'ব ধৰিলে,—হে মহাৰাজ! সুখ-দুখ, ভয়-শোক আদিৰ প্ৰকৃত কাৰণ হ'ল মন। এই মনক নিয়ন্ত্ৰিত কৰি শান্ত কৰা। তুমি আজি আক আন যত চৰাচৰ দেখিছা, সকলোৱে দৈৱ অনুসৰি ফল দিলে।

এই দুটা কথা (অর্থাৎ ধৰ্ম্ম ৰক্ষা কৰি কৰ্ম্ম কৰা আৰু ঈশ্বৰ সেৱাত মন নিবিষ্ট কৰা) যেয়ে মানে, তেওঁকে মহাজন বুলি কয়। সেইবাবে তুমি মন স্থিৰ কৰি ৰোগ, শোক, চিন্তা, ভয়,—এই সমস্তকে সমজ্ঞান কৰি, মহাজন সকলৰ পচ্ছ অনুসৰি ধৰ্ম্ম ৰক্ষা কৰি ঈশ্বৰ কৃষ্ণক ভজা।

হে মোৰ প্ৰিয় নৰ-নাৰীসকল! ভাবি চোৱা, বিষয় কেনে বিষম মায়া মোহিনী প্ৰকৃতি স্বৰূপ। তাতে মনটো হ'ল পৰম দুৰ্জ্জন। একোকে নুবুজে। কেৱল কাম-ক্ৰোধ-লোভ-মোহ আদিত লিপ্ত হৈ বিষয়ত মজি থাকে। তাৰ বাবেই কেতিয়াবা মহা আনন্দ কৰে। কেতিয়াবা ৰোগ শোকত আতুৰ হৈ বুকুত ভুকুৱাই হাকুলে ব্যাকুলে কান্দে। কতনাৰ নানা প্ৰকাৰ বেমাৰ ব্যাধি হৈ শৰীৰ বিকৃত হয়। কত গেলি পচি মৰে। দেখিবলৈও কি যে অদ্ভুত হৈ পৰে; সেইবাবে কৃষ্ণ-সেৱা কৰি এই মহা পাপ মূৰ্ত্তি মায়াৰ হাত সাৰি যমৰ যাতনাৰ পৰা উদ্ধাৰ হোৱা। এই মহাকাল মায়াৰ হাত সাৰিবলৈ হ'লে কৃষ্ণ-সেৱাৰ বাহিৰে জগতত অন্য উপাই আৰু নাই।

পুনঃ শ্ৰীকৃষ্ণই ক'লে, — হে নৰপতি, ভাৰত-কুলৰ নাথ! স্বধৰ্ম্মত থাকি কৰা কৰ্ম্ম অতি অনুপম। তেনে কৰ্ম্মৰ দ্বাৰা সমস্ত মনোৰথ পূৰ্ণ হয়। ধৰ্ম্মহীন লোকে

কৰ্ম্ম কাক বোলে, একো নাজানে, নুবুজে। যদি মহাৰজা, মহা-মন্ত্ৰী, ৰাষ্ট্ৰপতিও হয়; তথাপি কৰ্ম্মৰ কথা নাজানে। কাৰণ ঈশ্বৰ-সেৱাত তেওঁলোকৰ চিত্ত নমজে। সেইবাবে তেওঁলোকে কালৰ ভয়ৰ পৰা পৰিত্ৰাণ নাপায়। নিৰাপত্তাৰ ব্যৱস্থা যিমানেই নকৰক, কালৰ ভয় তেওঁলোকৰ কেতিয়াও নুগুচে। কোন মুহূৰ্ত্তত কি হয় একো ক'ব নোৱাৰে। খাওঁতে-শোওঁতে, ফুৰোঁতে-চাকোঁতে কেৱল ভয়। তথাপি চেতন নাই। স্বধৰ্ম্মত থাকি ধৰ্ম্ম-অৰ্থ-মোক্ষ-কাম—এই চতুৰ্ব্বৰ্গ ফলৰ ৰস যি মানুহে লাভ কৰিলে, তেওঁৰ সকলো কৰ্ম্ম শেষ হয় আৰু ভোগৰো আশা নাইকিয়া হয়। তেতিয়া ত্যাগ আপোনা-আপুনি মিলে। ত্যাগী হ'লে আত্মহিতৰ বাবে বেলেগে আন একো সাধন কৰিব নালাগে। ত্যাগতেই অনন্ত শান্তি লাভ হয়। নৰজন্ম লাভ কৰি ধৰ্ম্ম কাক বোলে নাজানি, নুবুজি কেৱল কৰ্ম্ম ত্যাগী হ'লেই আত্মহিত হ'ব নোৱাৰে। যিবিলাক বেদৰ বাণী আছে, সেয়ে ধৰ্ম্ম মত। সন্ত-ভক্তসৱে ঈশ্বৰৰ বাক্যই বেদ বুলি জানে। নিমি, অম্বৰীষ, জনক আদিয়ে এই ধৰ্ম্ম মতত থাকি কৰ্ম্মযোগ আচৰণ কৰি দুস্তেজ্য মায়া হেলাৰঙে তৰি গ'ল। কৰ্ম্মই নেৰে যানে কৰ্ম্ম কৰিব লাগে। সেয়ে কৰ্ম্মৰ পূৰ্ব্বতে স্বধৰ্ম্মত থাকি কৰ্ত্তা আদি সকলো কৰ্ম্ম

আৰু ফল কৃষ্ণত অৰ্পণ কৰিব লাগে। যেনেকৈ ভৃত্যজনে আকাঙ্ক্ষা বিহীন ভাবে আজ্ঞাবহ কৰ্ম্ম কৰে। সেইধাৰে হে নৰপতি! মন স্থিৰ কৰা। শোক মোহ পৰিহৰি ধৰ্ম্ম শিৰোগত কৰি নিজ কৰ্ম্ম সম্পাদন কৰা।

শ্ৰীকৃষ্ণৰ অমৃতময় বাক্য শুনি ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰে অনন্ত পৰম শান্তি লাভ কৰি ক'ব ধৰিলে,—হে মোৰ প্ৰাণধন কৃষ্ণ! তুমি যে আমাৰ পৰম বান্ধৱ, এই কথা নিশ্চিতৰূপে জানিলোঁ। সম্পদে-বিপদে সৰ্ব্বক্ষণে সৰ্ব্বদায়ে যেন তোমাৰ শ্ৰীপদত আমাক বান্ধি ৰাখা। তোমাৰ সহায়ত সমস্ত বিঘিনি ভয় সমূলি নোহোৱা যে হয়, এই কথা দৃঢ় নিশ্চয় চিত্তে বুজি পালোঁ। এতিয়া কি কৰ্ম্ম কৰোঁ, তোমাৰ কি মত, দয়া কৰি আজ্ঞা কৰা। দুষ্ট অশ্বত্থামাই ধৰ্ম্ম-ন্যায়-নীতি সমস্ত পৰিত্যাগ কৰি, আমাক হিংসা কৰিলে।

দয়াময় শ্ৰীকৃষ্ণই ক'লে,—কোনোবাই কুকৰ্ম্ম কৰিলে, তাক উচিত দণ্ড বিধান কৰাতোৱেই হৈছে ৰাজধৰ্ম্ম। সেইমতে দ্ৰোণৰ পুত্ৰ অশ্বত্থামাক ক্ষমা কৰাতো উচিত নহয়। তাক সমুচিত দণ্ড দিয়াতোহে ৰজাৰ কৰ্ত্তব্য আৰু ধৰ্ম্ম। আনহাতে এটা বৰ ডাঙৰ কথা হ'ল। সেই পাপীষ্ঠ অধম অশ্বত্থামাক মাৰো বুলি ভীম দাদা খেদি গৈছে। এইটো ভাল কথা হোৱা নাই। এই দ্ৰোণৰ বেটা পৰম

দাৰুণ। হেৰসিধি পাৰ হৈ সিবিশৃম্ভ জাতি নুবনাৰ কবী মহা পৰাক্ৰমী অশ্বত্থামাই কুবেৰক জিনি শিবোমণি আনিছিল। দুৰ্য্যোধনে তাৰ প্ৰভাৱ নাজানিলে আৰু তাক প্ৰীতিও নকৰিলে। যদি সেই অশ্বত্থামাক সেনাপতি পাতিলে হয়, তেন্তে পাণ্ডৱৰ পৰাজৱ নিশ্চয় আছিল। তাৰ পৰাক্ৰমৰ কথা কি কম! যাক যমেও ভয় কৰে। সি অকলে তিনিলোক জিনিব পাৰে। তাৰ পূৰ্ব্ব কথা অলপ তোমাক কওঁ শুনা,—কূট পাশা খেলি ৰাজ্য ধন এৰি বেতিয়া তোমালোক বনলৈ গ'লা, তেতিয়া সেই অশ্বত্থামাই কৌৰৱ-সকলৰ আগত দ্ৰোণৰ চৰণত দণ্ডৱতে প্ৰণাম কৰাই মহাক্ৰোধে ক'লে,—বেদৰ বাক্যমতে নিজৰ পুত্ৰৰ ভাল চিন্তা নকৰিলা। পুত্ৰ বুলি নাজানিলা। তুমি তুষ্ট হৈ মহা অস্ত্ৰনামে অৰ্জ্জুনকহে দান দিলা। যেন তোমাৰ যোগ্য পুত্ৰ কোনো নাই। বংশতো যেন কোনো গতি সন্তান নাই।” এনে কটু কথা শুনি দ্ৰোণাচাৰ্য্যই একো বিৰোধ নকৰি ব্ৰহ্মশিৰা নামে অস্ত্ৰ প্ৰদান কৰি তাক প্ৰবোধ দিলে। অতি শক্তিশালী সেই ব্ৰহ্মশিৰা অস্ত্ৰ ব্ৰহ্মতেজৰ পৰা উৎপত্তি হৈছে। এই অস্ত্ৰই সমস্ত জগতকে বিনাশ কৰিব পাৰে। তাৰ গতি অব্যৰ্থ। এই কথা জানি-শুনিও দ্ৰোণই যদিও সেই অস্ত্ৰ দিলে, তথাপি প্ৰয়োগনিয়ম চাৰি

ক'লে,—“মোৰ পুত্ৰই সজ্জনৰ ব্যৱহাৰ একো নাজানিলে। অশান্ত চৰিত্ৰই তাৰ মিত্ৰ হ'ল। পিতৃকো মিত্ৰ বুলি নামানে। নিজৰ এই চৰিত্ৰৰ দোষত যশ-ধন-মান-প্ৰাণ সকলো বিনাশ প্ৰাপ্ত হ'ব।” পিতৃৰ কথা শুনি মহাবলী অশ্বত্থামা বিবুদ্ধি হৈ হস্তিনা এৰি কুবেৰক জিনিবৰ বাবে হেমগিৰি পালে গৈ। তাৰ পিছত কুবেৰক যুদ্ধত পৰাজয় কৰি শিৰোমণি আনি দ্বাৰকালৈ গৈ মোক সম্ভাষণ জনাই মিচিক্ মাচাক্‌কৈ হাঁহি হাঁহি ক'লে,—“হে যদুপতি! বল যশ ৰূপ আৰু তোমাৰ স্বৰূপ সমস্ত জগতত প্ৰকাশ হৈ আছে। তোমাৰ ওচৰত মোৰ অলপ মিনতি এই যে মই হ'লোঁ। এজন ব্ৰাহ্মণ। তোমাৰ সুদৰ্শনচক্ৰ মোক দান দিলে মই পৰম আনন্দ পাম। তাৰবাবেই মই তোমাৰ ওচৰলৈ আহিছোঁ।” ইত্যাদি প্ৰীতি কথাৰে মোক নানা প্ৰকাৰে শলাগিব ধৰিলে। ময়ো অশ্বত্থামাৰ চিত্ত বিমোহিত কৰিবৰ বাবে অতি আগ্ৰহেৰে সুদৰ্শন দি দিলোঁ। বেচেৰা ব্ৰাহ্মণ! নোপোৱাই পোৱাদি আথে বেথে দুই হাত মেলি সুদৰ্শন ল'ব খুজিলে। পিছে ক'লে কি হ'ব! বেয়াই লাগে। বেচেৰা মদগৰ্ব্বি লুভীয়া বামুণে আচোক ধৰি ৰাখিব, তাৰ দুয়োখন হাতকে মাটিত হেঁচা মাৰি ধৰিলে। ডাঙিবও নোৱাৰে, হাত দুখনো উলিয়াই আনিব নোৱাৰি, লাজে

অপমানে ক'ব ধৰিলে,—"হে চক্ৰপাণি! মই সন্তুষ্ট হ'লোঁ। তোমাৰ চক্ৰ তুমি নিয়া। মোৰ অতি [illegible] শক্তিশালী অস্ত্ৰ আছে। যদি মন্ত্ৰপুত কৰোঁ, তেন্তে তিনিও লোকক মুহূৰ্ত্ততে বিনাশ কৰিব পাৰোঁ।" তোমাৰ কথা শুনি মই সচকিত হৈ সুধিলোঁ,—"তেন্তে [illegible] কিয় খুজিছিলা? সঁচা কথা কোৱাচোন!" তেতিয়া অশ্বত্থামাই ক'লে,—"যদি সুদৰ্শন মোৰ হাতত থাকে, তেন্তে তোমাক সহজতে জিনিব পাৰিম। এয়ে মোৰ আচল কথা আছিল। এতিয়া মই বুজিলোঁ, এই ভ্ৰম মোৰ পিতৃৰ বিষাদৰ বাবেই হ'ল। গতিকে মই আৰু তোমাৰ লগত কেতিয়াও বিবাদ নকৰোঁ। মোৰ অন্তৰৰ কথা তোমাক জনালোঁ।" এইবুলি অশ্বত্থামা লাজে-অপমানে, দুখে-বেজাৰে তাৰপৰা গুচি গ'ল। গতিকে হে নৰপতি! পলম নকৰি, মোৰ মতে অৰ্জ্জুনক লগত লৈ অতিশীঘ্ৰে যাব লাগে। সেই মহাকাল স্বৰূপ পৰম বিশাল অশ্বত্থামাক অৰ্জ্জুনৰ বাহিৰে আনে দমন কৰিব নোৱাৰে। মহা ক্ৰোধে ভীম খেদি গ'ল। যদি অশ্বত্থামাই লগ পাই, তেন্তে ব্ৰহ্মশিৰা অস্ত্ৰৰ দ্বাৰা ভীমৰ সৰ্ব্বনাশ কৰি আমাৰ মহা অমঙ্গল কৰিব।

দয়াময় শ্ৰীকৃষ্ণৰ কথা শুনি ধৰ্ম্মৰাজ যুধিষ্ঠিৰে শ্ৰীকৃষ্ণক সুমৰি বিনয় নম্ৰ সুৰে ক'লে,—হে পাণ্ডৱৰ ঈশ্বৰ, প্ৰাণধন

হেৰ দামোদৰ! হে নাৰায়ণ! তুমিয়ে সকলো কাৰণ। তোমাৰ ব্যতিৰেকে আমাৰ আন কোনো ইষ্ট নাই। এতেকে হে মাধৱ! আমাৰ পক্ষে যিটো উচিত হয়, তাকে কৰা। তোমাতেই আমাৰ সকলো ভৰসা।

দয়াৰসাগৰ চক্ৰপাণি শ্ৰীকৃষ্ণই ক'লে,—"পলম কৰি লাভ নাই। সোনকালে ৰথত উঠি বহা। মহাৰথী গুড়াকেশে পথ দেখুৱাই দিয়ক।" লগে লগে শ্ৰীকৃষ্ণ ৰথত বহিল। শ্ৰীকৃষ্ণক মাজত লৈ পাৰ্থ আৰু যুধিষ্ঠিৰ দুয়ো দুফালে আনন্দমনে বহিল। লগে লগে মহাবায়ুবেগে গৈ ক্ষন্তেকতে অৰ্জ্জুনৰ ৰথ ভীমৰ ওচৰ পালে গৈ।

---

ৰাম কৃষ্ণ নাম শ্ৰৱণ কীৰ্ত্তন
মুকুত সবাৰো ধৰ্ম্ম।
হেনয় কৃষ্ণক নভজিলা যদি
ভৈলা গৰ্হিহিত কৰ্ম্ম॥
এৰি কৃষ্ণ সেৱা নকৰিবা ত্যাগ
[illegible] [illegible] [illegible]।
কৃষ্ণৰ [illegible] [illegible] [illegible] [illegible]
[illegible] [illegible] [illegible]॥

ৰাম কৃষ্ণ বাণী সততে ধৰিয়ো
আন ধৰ্ম্ম পৰিহৰি।
ইহাত বিনায় নাহি আন গতি
জানিয়োক নিষ্ঠ কৰি ॥

## অশ্বত্থামা আৰু অৰ্জ্জুনৰ মহা অস্ত্ৰ ত্যাগ ; উত্তৰাৰ গৰ্ভ নাশ আৰু শ্ৰীকৃষ্ণৰ দ্বাৰা পৰীক্ষিতৰ প্ৰাণ ৰক্ষা

বৈশম্পায়নে ক'লে—শুনা ৰজা জন্মেজয়! পুত্ৰৰ সন্তাপ আৰু দ্ৰৌপদীৰ দুখত ৰ'ব নোৱাৰি, অশ্বত্থামাক বধিবৰ বাবে মহাক্ৰোধে ভীমে খেদি গ'ল। কিন্তু সমগ্ৰ কুৰুক্ষেত্ৰত তন্ন তন্নকৈ বিচাৰিও কোনো উৰাদিহ নাপালে। পিছত ইটো সিটোৰ মুখত শুনিলে যে অশ্বত্থামা বাল্মিকীৰ আশ্ৰমলৈ গৈছে। হে মহাৰাজ জন্মেজয়, যদি তুমি সোধা যে অশ্বত্থামা বাল্মিকীৰ আশ্ৰমলৈ যাব লগা হ'ল কিয়? তেন্তে সেই বিষয়ে কওঁ শুনা,—ৰাতি পাণ্ডৱৰ শিবিৰত চোৰৰ দৰে সোমাই গৈ অশ্বত্থামাই নিদ্ৰামগ্ন অৱস্থাত সকলোকে হত্যা কৰিলে। লগতে পাণ্ডৱৰ পুত্ৰ পাঁচজনৰো মূৰ কাটি নি দুৰ্য্যোধনৰ আগত দিলে। কুৰুপতি দুৰ্য্যোধনে সেই মূৰ পাঁচটা দেখি শোকে দুখে বিহ্বল হৈ অশ্বত্থামাক

বহুত নিন্দা তিৰস্কাৰ কৰিলে। অৱশেষত মহা শোকে তাপে জৰ্জ্জৰিত হৈ দুৰ্য্যোধনে প্ৰাণ ত্যাগ কৰিলে। তেতিয়া কৃপাচাৰ্য্য, কৃতবৰ্ম্মা আৰু অশ্বত্থামা তিনিও হস্তিনালৈ বুলি গুচি গ'ল। যাওঁতে বাটত অশ্বত্থামাই মনে মনে চিন্তা কৰিব ধৰিলে,—"কিনো মই অধম পামৰ! মহা অহঙ্কাৰী মন্দমতি! মৃতজনক সন্তুষ্ট কৰিবৰ বাবে, হাতত অস্ত্ৰ লৈ ঘোৰ অন্ধকাৰত টোপনিত লালকাল হৈ পৰি থকাজনক মাৰি, কিনো কাম কৰিলোঁ! কিনো পৰাক্ৰম দেখুৱালোঁ। কেৱল লোক সমাজত দুৰ্যশহে আচৰণ কৰিলোঁ! পৰকালতো যমে ধৰি নি নৰকত উগ্ৰশাস্তি দিব! মই পৰম পাপীষ্ঠই সৰু ল'ৰা কেইটাকো চোৰৰ দৰে গৈ শুই থকা অৱস্থাত মাৰি অতিশয় পাপ কাম আচৰণ কৰিলোঁ, কিহৰ আশাত! যিজনে বহু জন্ম স্বধৰ্ম্ম আচৰণ কৰে, তেনে জনেহে শত জন্মৰ পিছত ব্ৰাহ্মণ কুলত জন্ম গ্ৰহণ কৰিব পাৰে। শম, দম, সত্য, শৌচ, দয়া, ক্ষমা, ইন্দ্ৰিয় সংযম, সন্ধ্যা, গায়ত্ৰী আদি পালন কৰাতোৱেই হৈছে ব্ৰাহ্মণৰ নিয়ম। এনেস্থলত ব্ৰাহ্মণৰ সন্তান হৈ মই সকলো এৰিলোঁ। কি কৰ্ম্মৰ ফলত মোৰ এনে বিপত্তি ঘটিল! দুৰ্জ্জনক সন্তুষ্ট কৰিবলৈ গৈ মই এনে দুৰ্ব্বিনীত হ'লোঁ। নিজেই নিজৰ আত্মঘাত কৰিলোঁ। মহা মহা দ্বিজসকলে মন,

ইন্দ্ৰিয় আদিক দমন কৰি, সদাই ঈশ্বৰক চিন্তা কৰি থাকে। কিহৰ আশাত মহা মোহত পৰি পৰৰ কথাত এনে মহাপাপ আচৰণ কৰিলোঁ। ধিক্ মোৰ বাহুবল, ধিক্ মোৰ বীৰত্ব।" এইদৰে নিজকে নানা প্ৰকাৰ ধিক্কাৰ দি "মই বহুত অনৰ্থ কাৰ্য্য কৰিলোঁ। গতিকে নিজৰ মনক নিয়ম সংযম কৰি, নিজৰ হিত সাধন কৰাহে উচিত হ'ব," ভাবি অশ্বত্থামা বাল্মিকীৰ আশ্ৰমলৈ অকলে অকলে গুচি গ'ল।

হে মহাৰাজ জন্মেজয়! তাৰ পিছত কি হ'ল শুনা। অন্তৰৰ ব্যথা বেদনাৰে ভৰি পুৰি শোকে-দুখে মহা ক্ৰোধভৰে অশ্বত্থামাক বধিবৰ উদ্দেশ্যে দ্ৰুতগতিৰে গৈ ভীমবীৰ বাল্মিকীৰ আশ্ৰম পালেগৈ। সেই সময়তে কৃষ্ণ-অৰ্জ্জুনো গৈ ভীমক অলপ দূৰৰ পৰা দেখা পাই, অলপ ৰ'বৰ বাবে "দাদা, দাদা" বুলি অৰ্জ্জুনে চিঞৰি চিঞৰি মাতিলে। কিন্তু অৰ্জ্জুনৰ কথালৈ অলপো কাণ নিদি মহাক্ৰোধে তৰ্জন-গৰ্জন কৰি ক'ব ধৰিলে,—"দুৰাচাৰ, পাপীষ্ঠ, অধম কাপুৰুষ অশ্বথামা, নিদ্ৰাতুৰক মাৰি তই ক'ত পলাই আছ! সম্মুখত আহি অস্ত্ৰ ধৰ। তই কেনেকুৱা মতা গুলাইছ, এবাৰ চাই লওঁ।"

ভীমৰ বাক্য শুনি ঋষি সমাজত হাহাকাৰ লাগিল। সিফালে অশ্বথামাৰো হৃদয় কম্পমান হ'ল। অশ্বথামাই মনত

ভাবিলে,—“আজি মোৰ আত্ম-চিন্তা, আত্মধ্যান সকলো মিছা হ'ল। কৰ্ম্মফলৰ বাবে এইয়া বিসঙ্গতি মিলিল। আজি ভীমৰ হাতৰ পৰা ৰক্ষা পৰা টান হ'ল। নাই, হয়তো ভীমৰ হাতত মৰিম, নহয়তো ভীমক শেষ কৰিম,”—এই বুলি পিতৃৰ চৰণ চিন্তা কৰি ব্ৰহ্মশিৰা অস্ত্ৰ হাতত ল'লে আৰু চাৰিদণ্ড সময় ব্ৰহ্মমন্ত্ৰেৰে মন্ত্ৰপূত কৰি “আজি অপাণ্ডৱ হওঁক বসুন্ধৰী” বুলি হুঙ্কাৰ কৰি সেই মহা অস্ত্ৰ প্ৰয়োগ কৰিলে। অস্ত্ৰৰ মুখত অগ্নি জ্বলি উঠিল আৰু মহা ঘোৰ মেঘৰ গৰ্জ্জনেৰে আকাশত উঠিল। তাকে দেখি ঋষি-মুনি-দেৱতাসকলে হায় হায় কৰিব ধৰিলে। দেৱৰ্ষি নাৰদ ততাতৈয়াকৈ দৌৰি আহিল। সেই সময়তে অৰ্জ্জুনৰ ৰথখন তাতে উপস্থিত হ'ল। অৰ্জ্জুনৰ ৰথৰ সাৰথী জগতৰ নাথ দয়াময় স্বয়ং শ্ৰীকৃষ্ণ। আকাশত প্ৰচণ্ড অগনি দেখি দয়াময় শ্ৰীকৃষ্ণই আথে বেথে অৰ্জ্জুনক ক'লে,—“সখি! এয়া মহাকাল অস্ত্ৰ সাক্ষাত দেখিও কি ভাবি, কি চাই আছা? মুহূৰ্ত্তৰ পিছতে তোমালোক আটাইকেইজন পাণ্ডৱকে শেষ কৰি দিব। অতি শীঘ্ৰে অস্ত্ৰ ধৰি নিজক ৰক্ষা কৰা।

বৈশম্পায়নে ক'লে,—শুনা মহাৰাজ সন্ত! ভগৱন্ত শ্ৰীকৃষ্ণদেৱে এইদৰে কোৱা মাত্ৰে খন্তেকো পলম নকৰি হাতত গাণ্ডীৱ ধনু লৈ ৰথৰ পৰা জাপ্ মাৰি মাটিত

থিয় হৈ গৰ্জ্জি উঠিল,—“শুন হেৰ দ্ৰোণসুত! পাণ্ডৱৰ প্ৰতি তোৰ মনত এনে ভাব কেনেকৈ উপজিল? নিদ্ৰাতুৰ, ভয়াতুৰ, শৰণাগতক আৰ্য্যসকলে সদাই ৰক্ষা কৰে। এনেস্থলত বিপৰ্য্যয় কাৰ্য্য কৰি তই তাৰ বিপৰীত হলি। পৰম নিৰ্দ্দয় তই পশুতো কৰি অধম। এতিয়াই তোৰ জীৱন শেষ কৰি থম।”—এইবুলি শঙ্খনাদ কৰি অতিশয় ক্ৰোধমনে পাশুপাত অস্ত্ৰ হাতত লৈ মনে মনে গুৰুক স্মৰণ কৰি সেৱা জনালে। লগতে শ্ৰীকৃষ্ণ আৰু যুধিষ্ঠিৰকো সেৱা কৰিলে। তাৰ পিছত শ্ৰীকৃষ্ণক ক'লে,—হে দয়াময় শ্ৰীকৃষ্ণ! তুমি মোৰ ইষ্টদেৱ। তোমাৰ চৰণত যদি মোৰ মন চিত বন্ধা আছে, তেন্তে অস্ত্ৰৰ লগতে অশ্বত্থামাও ভস্মীভূত হওঁক। এই বুলি গাণ্ডীৱ ধনুত গুণ লগাই, মহেশৰ পৰা পোৱা চিক্‌মিকাই থকা সেই পাশুপাত অস্ত্ৰ মন্ত্ৰ পাঢ় এৰি দিলে। লগে লগে পৃথিৱী তলমল কৰি থৰ্ থৰ্ কৰে কঁপিব ধৰিলে। আকাশত ঘনে ঘনে বিনা মেঘে বজ্ৰপাত হ'ব ধৰিলে। প্ৰচণ্ড বেগত বায়ু বব ধৰিলে। ঘনে ঘনে উল্কাপাত হ'ব ধৰিলে। দেখি শুনি লোকালোকে অকালতে মহা প্ৰলয় হোৱা যেন পায়, মহা ভয়ে ভীতে কম্পমান হ'ল। আচম্বিতে এনে বিপৰীত কাৰ্য্য দেখি, নাৰদ আৰু ব্যাসদেৱে “সম্বৰণ কৰা, সম্বৰণ কৰা” বুলি

মুহূৰ্ত্তৰ ভিতৰতে আহি দুয়োৰে আগত থাকি ক'ব ধৰিলে,—"নিজৰ বিবাদৰ কাৰণে তোমালোকে সৃষ্টি নাশ কৰিব খুজিছা কিয় ? যিবিলাক মূৰ্খই নিজৰ প্ৰয়োজনৰ বাবে পশুবল দৰ্পত সৃষ্টিৰ কাৰণ হৃদয়ত অলপো চিন্তা নকৰি, সৃষ্টি নাশ কৰিব খোজে, ধৰ্ম্মা ধৰ্ম্ম ঈশ্বৰকো মনেৰে নামানে, তেনেলোকৰ সমস্ত পুণ্য ক্ষয় হয় আৰু অন্তকালতো যমদূতে জৰপুৰ কৰি বান্ধি ধৰি নি নৰক যাতনাও ভুঞ্জায়।"

উভয়ৰে বাক্য শুনি অভিপ্ৰায় বুজি অৰ্জ্জুনে হৃদয়ৰ সমস্ত ক্ৰোধ গৰ্ব্ব পৰিহাৰ কৰি, পুনঃ মন্ত্ৰৰ বলেৰে অস্ত্ৰক আহ্বান কৰি নিজৰ মহা অস্ত্ৰ সম্বৰণ কৰিলে। অৰ্জ্জুনৰ অস্ত্ৰ যেতিয়া নিজৰ হাতলৈ আহিল, তেতিয়া অশ্বত্থামাই ক'ব ধৰিলে,—"ক্ৰোধত অন্ধ হৈ মই অস্ত্ৰ এৰি দিলোঁ। পাণ্ডৱক নামাৰাকৈ কেতিয়াও ঘূৰি নাহে। ব্ৰহ্মশিৰা অস্ত্ৰৰ শক্তিৰ কথা সকলোৱে জানে; ৰক্ত স্পৰ্শ নকৰাকৈ কেতিয়াও ঘূৰি নাহে। তথাপি যদি পাণ্ডৱক ৰক্ষা কৰিব খোজে, তেন্তে উত্তৰাৰ গৰ্ভত থকা সন্তানকে মাৰি, মোৰ সত্য ৰক্ষা কৰি অস্ত্ৰ ঘূৰি আহক।" অশ্বত্থামাৰ কথা শুনি বীৰ ধনঞ্জয় ক্ৰোধত অস্থিৰ হৈ থৰ্ থৰ্ কৈ কঁপিব ধৰিলে; আৰু দুয়োজন ঋষিৰ আগত ক'লে,—"এই মহাপাপী অশ্বত্থামাই যদি আপোনালোকৰ বাক্য অমান্য

কৰে, তেন্তে অৰ্জ্জুনৰ মনেও দয়া ক্ষমা একো নামানিব।”

দুয়ো গৰাকী ঋষিৰ আগত অৰ্জ্জুনে যেতিয়া এই কথা ক'লে, তেতিয়া দয়াময় শ্ৰীকৃষ্ণই ক'লে,—“শুনা ব্ৰাহ্মণ তনয় মহামতি অশ্বত্থামা! যেতিয়া ধৰ্ম্মৰাজ যুধিষ্ঠিৰ বিৰাট নগৰত আছিল, তেতিয়া উত্তৰাৰ বিবাহ হৈছিল। সেই সময়ত এগৰাকী শুদ্ধ তপস্বী ব্ৰাহ্মণে উত্তৰাক কৈছিল যে অলপ দিনৰ ভিতৰতে কুৰুবংশ একেবাৰে ধ্বংস হ'ব বুলি নিশ্চয় কৰি জানিবা। কুৰুবংশ ৰক্ষাৰ কাৰণে তোমাৰ গৰ্ভত এটি পুত্ৰ সন্তান জন্ম গ্ৰহণ কৰিব। যিহেতু পৰীক্ষাৰ অৱস্থাত জন্মলাভ কৰিব, সেইবাবে ঋষিসকলে মিলি সেই সন্তানৰ নাম পৰীক্ষিত ৰাখিলে। সেই পৰীক্ষিতে সিংহাসনত বহি চতুৰ্ব্বৰ্গ কাম সাধন কৰি ষাঠি বছৰকাল ৰাজ্যত্বও কৰিব। গতিকে তেনে জনক তুমি কেনেকৈ মাৰিব পাৰিবা? কেনেকৈ তোমাৰ প্ৰয়োজন “সাধন কৰিব পাৰিবা?”

শ্ৰীকৃষ্ণৰ কথা শুনি অশ্বত্থামাই ক'লে,—শুনা হেৰা চক্ৰপাণি কৃষ্ণ! তুমি অতিশয় নিকৰুণ। পাণ্ডৱৰ ফলীয়া হৈ তুমি কেৱল পাণ্ডৱকহে বখানি থাকা। তোমাৰ সেই কথা সাফল কেতিয়াও নহ'ব। মই দৃঢ় কৰি কওঁ শুনা,—কুৰু পাণ্ডুবংশ একেবাৰে শেষ হওঁক। তাৰোপৰি তোমাৰ যিমানবিলাক ছলনা মায়া সমস্তই হত হওঁক আৰু

তোমাৰ অনন্ত প্ৰভাৱো নষ্ট হওঁক।"

শ্ৰীকৃষ্ণই ক'লে,—শুন দ্বিজপুত্ৰ অশ্বত্থামা! অৱশ্যে তোমাৰ মন্ত্ৰপুত অস্ত্ৰ ব্যৰ্থ নহ'ব। পৰীক্ষিতক বিনাশ কৰিব পাৰিব। কিন্তু মই লগে লগে জীৱিত কৰিম। তাত কোনো সন্দেহ নাই। মাত্ৰ দুখৰ কথা কি হ'ব জানা? সমস্ত বীৰৰ সমাজে তোমাক কাপুৰুষ বুলি খল্‌খলি হাঁহিব। জ্ঞানী সমাজে বুজিব যে তুমি মহা পাপ পৰায়ণ। সেয়েহে এনে পাপ কৰ্ম্ম কৰিলা। মহাৰাজাসকলৰ বিচাৰত তুমি শিশুঘাতী মহা পাপৰ ফলত শীঘ্ৰে অসহন তাপ ভোগ কৰিব লাগিব। তিনিও লোকত সমস্ত জীৱৰ কৰ্ম্মৰ ফলেই হৈছে ভৱসাগৰৰ কৰ্ণধাৰ স্বৰূপ দৈৱবল। দুৰ্জ্জনক দণ্ড বিধান কৰিবলৈ যম হৈছে প্ৰচণ্ড অগনি সমান। তেওঁৰ মনত দয়া ক্ষমা নাই। কোটি কোটি কল্প নৰকত স্থান দিব। সেই কথা তই অলপমান ভাবি গুণি নাচাৱ কিয়? সেইবাবে মই ক'লোঁ,—তই অতি অসহায় হৈ নিৰ্জ্জন প্ৰদেশ স্থানত মৌন ভাৱে এহাজাৰ বছৰ ঘূৰি ফুৰি সদাই অনন্ত মহাদুখ কষ্ট ভোগ কৰিব লাগিব। ভ্ৰূণ হত্যা মহাপাপ। এই মহাপাপ যি আচৰে, তাক মহাৰোগে ধৰি অসীম নিসীম তাপ দুখ-যাতনা দিয়ে আৰু লোক সমাজতো থাকিব নোৱাৰা হয়।

তেজ-পুঁজ দুৰ্গন্ধিত সদাই বিকলিত হৈ থাকে। তয়ো এনে দুখ ভুঞ্জিব লাগিব। পাণ্ডুকুল উজ্জ্বল কৰোঁতা উত্তৰাৰ সন্তানক যদি তই গৰ্ভতে মাৰিও থৈ আহ, তথাপি গৰ্ভতে জীৱিত হৈ মাতৃ গৰ্ভ এৰি পাণ্ডৱৰ আদৰত বাঢ়িব। কৃপাচাৰ্য্যৰ ওচৰত থাকি অস্ত্ৰ-শস্ত্ৰ শিকি শৌৰ্য্যে বীৰ্য্যে খ্যাতিমন্ত হ'ব। তেৱেঁই মহাৰজা হৈ মহানন্দে প্ৰজাও পালন কৰিব। তেওঁৰ শত্ৰুতা আচৰণ কৰিবলৈ কাৰো সাধ্য নহ'ব! তই পৰম নিৰ্ব্বোধ। সেইবাবে মই এই কথা ক'লোঁ, তাক এয়ে মোৰ বাহাদুৰি। মোৰ সত্য আৰু তপস্যাৰ পৰাক্ৰম, আজি তই মোহ অন্ধ চক্ষু মেলি চাই ল।

দয়াময় শ্ৰীকৃষ্ণৰ বাক্য শুনি মহামুনি ব্যাসদেৱে বেজাৰ মনে ভাবি-চিন্তি ক'লে,—শুনা হেৰা দ্ৰোণৰ নন্দন! ঋষি-মুনি সকলোকে অৱহেলা কৰি তুমি অতিকে নিদাৰুণ হ'লা। যিহেতু ব্ৰাহ্মণৰ ধৰ্ম্ম এৰি কৰ্ম্ম আচৰণ কৰিলা, তাৰ ফলত কৰ্ম্ম বন্ধত আসকতি হ'ব নিশ্চয়। সেইবাবে শ্ৰীকৃষ্ণৰ বাক্য অনুসৰি ইজন্মতে নিশ্চয় দুৰ্গতি ভুঞ্জিব লাগিব। কোনেও তোমাক ৰক্ষা কৰিব নোৱাৰিব।

ব্যাসদেৱৰ কথা শুনি অশ্বত্থামাই মনত ভাবি গুণি চাই ক'লে,—হে মহা ঋষি ব্যাস তপোধন! হে মহাযশী

শ্ৰীকৃষ্ণ! তোমালোকে ক'লা সেই বিষয়ে মই অলপ কওঁ শুনা,—যিবিলাকে মানুহৰ শৰীৰ ধাৰণ কৰিছে, তেওঁ-বিলাকৰ ভিতৰত ক্ষুধা-তৃষ্ণা-ৰোগ-ভয় আদি কোনজনে ত্যাগ কৰিব পাৰিছে? যিহেতু এই জীৱলোকত মই থাকিবলগীয়া হ'লোঁ, এই কথা সত্য বুলি মানি ল'লোঁ। কিন্তু এইটোও সত্য বুলি মানিবা যে ক্ষীতিপতি পাণ্ডৱৰ যিমানবিলাক ঐশ্বৰ্য্য বিভুতি আছে, সেইবিলাক সম্পদৰ মূল্য মোৰ শিৰৰ মণিটোৰ সমান মূল্য কোনোমতেই হ'ব নোৱাৰে। এই কথা মই সত্যে সত্যে প্ৰকাশ কৰি ক'লো। এই মণি যিজনে শিৰত ধাৰণ কৰে, তেওঁ শৰীৰৰ সমস্ত দুখ এৰে, দৈত্য, ডকাইত, চোৰ আদিতো কোনো শঙ্কা নাই। প্ৰাণ থকা পৰ্য্যন্ত কোনে এই মহামণি ৰত্ন দান কৰিব? হে দেৱৰ্ষি নাৰদ! হে মহামুনি ব্যাস! তোমালোক দুয়োৰো চৰণত মোৰ আশা এই যে দুয়োৰো বাক্য ৰাখি মোৰ এই শিৰৰ মণি দিলোঁ।

এইবুলি ভাবি চিন্তি শিৰৰ মণিটো ব্যাসদেৱৰ আগত থ'লে; আৰু ক'লে,—এতিয়া মোৰ এই মহা অস্ত্ৰ গৈ উত্তৰাৰ গৰ্ভস্থ সন্তান মাৰি পুনঃ সোনকালে মোৰ ওচৰলৈ ঘূৰি আহক। যাতে পাণ্ডৱ ৰক্ষা পৰে। তাকে ইচ্ছা কৰা।

তেতিয়া ব্যাসে ক'লে,—ভাল ভাল। কোনো কথা নাই। এই অস্ত্ৰ মহাকাল স্বৰূপ। অনন্ত অসূয়া নকৰিবা। এতিয়া মোৰ উপদেশমতে তুমি হৃষীকেশ শ্ৰীকৃষ্ণৰ পাৰত ভজা। তেতিয়াহ'লে নিশ্চয় তৰিব পাৰিবা।

মহৰ্ষি ব্যাসদেৱৰ কথা শুনি হাতযোৰ কৰি অশ্বত্থামাই ক'লে,—“তোমালোকৰ কথামতে মই নিজৰ দৃঢ় প্ৰতিজ্ঞা এৰি, সংসাৰত বিষয় সুখ বুলি যাক কয়, সেই সকলো সুখ, বৈৰাগ্যৰ নিমিত্তে সমৰ্পণ কৰিলোঁ। হে কৃষ্ণ! হে দেৱৰ্ষি নাৰদ! হে মহৰ্ষি ব্যাস তপোধন! আদেশ কৰা, মই আজিয়েই বদৰিকাশ্ৰমলৈ গুচি যাওঁ। আজিৰ পৰা পাণ্ডৱৰ প্ৰতি কোনো কোপ নাই।

এইবুলি মন্ত্ৰপূত কৰি ব্ৰহ্মশিৰা মহা অস্ত্ৰ নিক্ষেপ কৰিলে। বিদ্যুৎ চমকে অস্ত্ৰ আকাশত উঠি বায়ু বেগে গৈ উত্তৰাৰ গৰ্ভস্থ সন্তান মাৰি পুনঃ ঘূৰি আহিল। জগতৰ আত্মাস্বামী শ্ৰীকৃষ্ণ ভগৱন্ত। যাৰ কাৰ্য্য কাৰণৰ আদি অন্ত নাই। মৃত সন্তানক জীয়াবলৈ তেওঁৰ কি অদ্ভুত কথা আছে? দয়াময় শ্ৰীকৃষ্ণ সূক্ষ্মৰূপে অস্ত্ৰৰ লগতে উত্তৰাৰ গৰ্ভত প্ৰবেশ কৰি, চতুৰ্ভুজ ৰূপে অমৃত নয়নে চাই লগে লগে প্ৰাণদান দিলে। পৰীক্ষিতে চক্ষু-

মেলি চাই দয়াময় শ্ৰীকৃষ্ণক দেখা মাত্ৰে ভকতিৰ পাত্ৰ হ'ল। এয়ে ভাগৱত শুনাৰ একমাত্ৰ ফল।

হে মহাৰাজ! তাৰ পাছত কি হ'ল কওঁ শুনা। অশ্বত্থামাই অন্তৰত অসহন দুখ অনুভৱ কৰি সংসাৰৰ সুখ ভোগ সমস্ত ত্যাগ কৰিলে। শেষত বৈৰাগ্যকে সাৰ কৰি ল'লে। ইন্দ্ৰিয়ৰ সমস্ত বিষয় কামনা ত্যাগ কৰি উৰ্দ্ধৰেতা হৈ অৰ্থাৎ জিতেন্দ্ৰিয় হৈ বদৰিকাশ্ৰমলৈ গুচি গ'ল। পাণ্ডুপুত্ৰসকলেও মণিটো পাই কায় বাক্য মনে শ্ৰীকৃষ্ণক নমস্কাৰ কৰি, ব্যাস আৰু নাৰদকো লগত লৈ ইন্দ্ৰপ্ৰস্থলৈ বুলি যাত্ৰা কৰিলে। ৰথত যাওঁতে যুধিষ্ঠিৰে শ্ৰীকৃষ্ণক নানা ভাৱে স্তুতি মিনতি কৰি ক'ব ধৰিলে,— "হে দয়াময় শ্ৰীকৃষ্ণ! এই যে গৃহ পৰিবাৰ আদি যিমান-বিলাক আছে, এই সকলোবোৰ মায়াৰ ৰচনা। দৈৱৰ বলতে সুখ-দুখ আদি মিলে। সমস্তই যে সপোনৰ দৰে এই কথা ভালদৰে জানো। তাকে নাভাবি নুগুণি মিছাতে শোক-দুখ ভোগ কৰোঁ। তুমি কিন্তু আমাক এই সমস্ত শোক তাপৰপৰা মুক্ত কৰি আছা। তুমি পাণ্ডৱৰ বাপ-মাও স্বৰূপে সদাই দয়া কৰি ৰাখি আছা। হে কৰুণাসাগৰ পৰম বান্ধৱ! তোমাৰ সেৱাকে সাৰ কৰিছোঁ, কায় কৰ্ম্মে মনে তোমাত যেন অচলা ভকতি হয়, তাকে কৃপা কৰা।

দেৱ দ্বিজ সজ্জনৰ সেৱাত যেন সদাই মতি সুগুচক।”

কৃপাময় শ্ৰীকৃষ্ণই ক'লে,—তোমাৰ সমস্ত বাঞ্ছা পূৰ্ণ হৈছে। তোমাৰ নিজৰ কৰ্ম্মৰ ফল স্বৰূপে তুমি নিজেই শুদ্ধমতি হৈছা। পৰকালৰ বাবে তোমাৰ কোনো চিন্তা ভয় নাই। তুমি জীৱিতকালতে তৰিলা।”

এইদৰে আলোচনা কৰি থাকোঁতে হস্তিনা পালেগৈ। ৰণজয় বাদ্যভাণ্ডে সেনাবিলাকে মহানন্দে নগৰত প্ৰবেশ কৰিলে।

শুনিয়োক নৰ-নাৰী বুজিবা নিশ্চয়।
দৈৱত আছয় যিবা খণ্ডন নহয়॥
ধাৰ্ম্মিক জনবো দুখ নিৰন্তৰে দেখি।
সাক্ষাতে প্ৰমাণি পাণ্ডৱত লোৱা সাক্ষী॥
জানি ৰোগ শোক ভয় চিন্তা আদি যত।
শীত উষ্ণ সম সহিয়োক হৃদয়ত॥
যতেক সংসাৰ দেখা আশাৰ সম্পদ।
লোকৰ বিষয় মানে জীৱৰ আপদ॥
জানি সমস্তকে মনে কৰি পৰিহাৰ।
কায় কৰ্ম্ম মনে কৃষ্ণ সেৱা কৰা সাৰ॥
তেবেসে তৰিবা যত সংসাৰৰ দুখ।
অন্তাতে মিলিব জানা বৈকুণ্ঠৰ সুখ॥

হে কৃপাময় দেৱ যদুপতি শ্ৰীকৃষ্ণ! তোমাৰ আজ্ঞাধীন হৈ স্বধৰ্ম্মত থাকি কৰ্ম্ম কৰিও পাণ্ডুপুত্ৰসকল জীৱিতকালতে তৰিল। তুমি নিজেই শ্ৰীমুখেৰে কলা। মই অধম শ্ৰীসোণাৰাম তালুকদাৰৰ কি গতি হ'ব। মিছা বিষয় সুখত মজি, স্বধৰ্ম্ম ত্যাগ কৰি, তোমাৰো আজ্ঞাছেদী হ'লো। এতিয়া মোক কোনে ৰক্ষা কৰিব বিপদৰ বেলা।

হে দুখহাৰী কমললোচন দেৱহৰি শ্ৰীকৃষ্ণ দয়াময়। দয়া কৰা এই অধমক প্ৰতি!

—×—

## দ্ৰৌপদীৰ সান্ত্বনা, যুধিষ্ঠিৰৰ শিৰোমণি ধাৰণ

বৈশম্পায়নে ক'লে, — শুনা নৰপতি! অশ্বত্থামাৰ শিৰোমণি পাই পাণ্ডুপুত্ৰসকলে অন্তৰৰ শোক তাপ চিন্তা দুখ সকলো এৰি নিজৰ নগৰ পালেহি। তেতিয়া মহাজ্ঞানী পাৰ্থই ভীমসেনৰ অভিপ্ৰায় বুজি পাই, অশ্বত্থামাৰ শিৰোমণিটো "দাদা এইটো লোৱা" বুলি ভীমৰ হাতত দিলে। ভীমেও অতিশয় আনন্দ চিত্তেৰে মণিটো লৈ অন্তেষপুৰলৈ গ'ল, য'ত দ্ৰৌপদী আছিল। অশ্বত্থামাৰ শিৰোমণিটো দ্ৰৌপদীৰ

হাতত দি যুদ্ধৰ সকলো কাহিনী কোৱাত দ্ৰৌপদীয়ে মনত পৰম আনন্দ পালে আৰু পুত্ৰশোক মনৰ পৰা আঁতৰি গ'ল। প্ৰাণৰ মায়া মমতা এৰিও প্ৰিয় পতিয়ে প্ৰীতি সাধন কৰা বাবে নানা প্ৰকাৰে প্ৰশংসা কৰিলে। সিফালে শ্ৰীকৃষ্ণক সন্মুখত বহুৱাই লৈ ধৰ্ম্মৰাজ যুধিষ্ঠিৰে সমাজপাতি বহিল। পাত্ৰ মিত্ৰ সভাসদ সকলোৱে চাবিওকালে নিজ নিজ আসনত বহি লৈ দয়াময় শ্ৰীকৃষ্ণৰ অপূৰ্ব্ব ৰূপ চাই চাই নিজকে পাহৰি গ'ল। যেনেকৈ অসংখ্য তৰাৰ মাজত পূৰ্ণিমাৰ চন্দ্ৰ জিলিকি থাকে, ঠিক তেনেদৰে শ্ৰীকৃষ্ণৰ অপূৰ্ব্ব ৰূপ সভাৰ মাজত জিলিকি আছে। দয়াৰ ঠাকুৰ শ্ৰীকৃষ্ণৰ ফালে চাই চাই ধৰ্ম্মৰাজ যুধিষ্ঠিৰৰ মন চিত সমস্ত শ্ৰীকৃষ্ণতেই বিলীন হৈ গ'ল। কৃষ্ণৰ মহিমা গুণ-যশ মনে মনে স্মৰণ কৰি ভক্তিভাৱত চকু দুটা জল্‌জলীয়া হৈ গ'ল। এনেতে দ্ৰৌপদীয়ে পৰম আনন্দ চিত্তেৰে অশ্বত্থামাৰ শিৰোমণি লৈ ধৰ্ম্মৰাজৰ ওচৰত বিনাৰ ধৰিলে,—"মোৰ শোক দুখ দেখি, গুৰুৰ পুত্ৰক সমুচিত দণ্ড বিধান কৰি এই শিৰোমণি আনিলা। কিন্তু এই মণিৰ গুণাগুণৰ বিষয়ে মই একো নাজানো। কেনেকৈ এই মণি ব্যৱহাৰ কৰিব লাগে। তাকো নাজানো। গতিকে এই বিষয়ে জানিব খোজো।"

দ্ৰৌপদীৰ কথা শুনি যুধিষ্ঠিৰে একো নামাতি মনে মনে থকা দেখি দয়াৰ সাগৰ ভকতবৎসল শ্ৰীকৃষ্ণই ক'লে,— শুনা পাণ্ডৱৰ ৰাণী! এই মণি কুবেৰৰ পৰা অশ্বত্থামাই লাভ কৰিছে। ইয়াৰ মহিমা গুণ স্যমন্তক মণিৰ সমান। এই মণি যিজনে শিৰত ধাৰণ কৰিব, তেওঁৰ ক্ষুধা-তৃষ্ণা নিবাৰণ হ'ব। ৰোগ-শোক, ব্যাধি-ভয় আদি একোৱে বিঘিনি ঘটাব নোৱাৰিব। যক্ষ-ৰক্ষ, দৈত্য-দানৱ আদিৰ প্ৰতিও কোনো শঙ্কা নাথাকে। সদাই ৰক্ষা কৰি থাকিব। কোনো শত্ৰুৰ পৰাও আতঙ্কগ্ৰস্থ বা পীড়াগ্ৰস্থ হ'ব নালাগে। অকাল মৃত্যুৰ বাবেও ভয় খাব নালাগে।

মণিৰ মহিমা শুনি দ্ৰৌপদীয়ে সকৰুণ সুৰে ক'লে— মোৰ অনুৰোধক্ৰমে ব্ৰহ্মবধলৈও ভয় নকৰি যিহেতু এই মণি আনিলা, সেইবাবে ধৰ্ম্মৰাজে শিৰত ধাৰণ কৰিলে মই পৰম আনন্দ পাম। দ্ৰৌপদীৰ সমুচিত বাক্য শুনি সভাসদ পুলকিত হ'ল আৰু শ্ৰীকৃষ্ণয়ো সমৰ্থন কৰি ক'লে,— দৈৱেও নজনা অৰ্থ বাঞ্ছা কৰি দৈৱৰ বলতে পায়। সেই দৈৱলব্ধ অৰ্থ যিমানেই হওঁক, সযত্নে ৰক্ষা কৰি জ্ঞানী-সকলে সম্ভোগ কৰে।

শ্ৰীকৃষ্ণৰ আদেশ জানি মহামানী ধৰ্ম্মৰাজ যুধিষ্ঠিৰে মণিটো মুকুটত আৰি ল'লে। দয়াময় যদুমণিয়ে চিত্ত.

মোহি পেলালে। ভাৰ্য্যা-ভাই অৰ্থ বিত সমস্ত মনে মনে শ্ৰীকৃষ্ণতে সমৰ্পণ কৰি ধৰ্ম্মৰাজে ক'ৰ ধৰিলে,—হে প্ৰাণধন কৃষ্ণ যদুপতি! তোমাৰ পৰা আৰু কিছু সুমধুৰ কথা শুনিবলৈ ইচ্ছা হৈছে। দয়া কৰি কোৱা। তুমি দেৱৰো দেৱতা সৰ্ব্বজ্ঞান। বিশ্বৰ সমস্ত কাহিনী তুমি সকলো জানা। গতিকে তোমাৰ কথা শুনিবলৈ অতিশয় প্ৰীতি জন্মে আৰু শুনিলে হৃদয় মন অতিকৈ পৱিত্ৰ কৰে। হে নাৰায়ণ! এটা কথা সোধো। তাৰ সমিধান দিয়া। মোৰ মনৰ সংশয় দূৰ হওক। মহা ধনুৰ্দ্ধাৰী দ্ৰোণপুত্ৰ অশ্বত্থামাই কুবেৰক জিনি যি মণি শিৰত ধাৰণ কৰিলে, সেই অদ্ভুত মণিৰ মহিমা গুণৰ কথা বখানি তুমি নিজেই ক'লা। এনেস্থলত সেই অশ্বত্থামাক কুৰুক্ষেত্ৰ মহা সমৰত আচোক মহাৰথী বুলি সন্মান কৰিব, ৰথী বুলিও গণ্য নকৰিলে। আনহাতে এনে এজন মহাবীৰে ৰাতি চোৰৰদৰে গৈ শুই থকা অৱস্থাত শিবিৰৰ দুৱাৰ খুলি আমাৰ মহাত্মাৰ সাধন কৰিলে। এই কথা শুনিলেও কিবা অদ্ভুত যেন লাগে। এক অশ্বত্থামাই কি বাবে তেনেকৈ গৈ আমাৰ পক্ষক বিনাশ কৰিলে? হয়তো মোৰ কৰ্ম্মদোষৰ বাবেই বিধাতাই ৰোষ কৰি এনে কৰ্ম্ম কৰালে। তথাপি শুনিবলৈ মোৰ বৰ মন গৈছে। দ্ৰুপদৰ পুত্ৰ মহাবীৰ ধৃষ্টদ্যুম্ন।

মদমত্ত হস্তীহে যেনিবা। যাৰ গতি অবাধিত। লক্ষ লক্ষ মহাবীৰ সকলেও যাৰ সম্মুখত স্থিৰ হৈ থাকিব নোৱাৰে। তেনেহেন বীৰকো বধ কৰিলে কেনেকৈ? কিনো বজ্ৰসম হিয়া! কোন মহন্তৰ আজ্ঞা পালন কৰিনো নিদ্ৰাতুৰ সকলৰ যম হ'ল? পাণ্ডৱক শোকশেলেৰে শালি সমস্ত বীৰকে মাৰি থৈ নিৰ্ভয় চিত্তে যে গুচি গ'ল? শুনা, শুনা যদুপতি! বিষয় হ'ল আপদৰ দ্বাৰ স্বৰূপ। তাকে নাজানি শোক সাগৰত বুৰিলোঁ। মায়াৰ ডোলত বান্ধ খাই, তাকে মহা সুখমানি নানা মতে নিকাৰ ভুঞ্জিলোঁ"। জানিলোঁ, সন্তসেৱা পৰিহাৰ কৰি ঈশ্বৰৰো দ্ৰোহ আচৰণ কৰিলোঁ। সেইবাবেই সুখ বুলি ভাবি চিৰকাল দুখ সমুদ্ৰত পৰি মায়া পাশাত সদায় বান্ধ খাই থাকিবলগীয়া হ'লোঁ। তথাপি দুস্ত্যজ দুঃখময় এই বিষয় সুখৰ বাবেই কিয়নো ইমান যত্ন। কিনো মায়া মধু পাই চুৰ্ত্তি জ্ঞান হেৰুৱালোঁ? হে নাৰায়ণ! আমাৰ গতি কি হ'ব? পৰম বিষয়ী নৰ,—মৰিলে নৰকত পৰে আৰু জীয়াই থাকোঁতেও নিকাৰ ভুঞ্জে। এইবিলাক কথা চিন্তা কৰি হৃদয় থৰ্ থৰ্কৈ কঁপিব ধৰিছে। তৰণৰ উপাই একো দেখা নাই।

—x—

## শ্ৰীকৃষ্ণ-সংবাদ

বৈশম্পায়নে ক'লে,—শুনা মহাৰাজ জন্মেজয়! যুধিষ্ঠিৰৰ কথা শুনি পৰম করুণাময় শ্ৰীকৃষ্ণই ক'লে,—হে ধৰ্ম্মৰাজ যুধিষ্ঠিৰ! আত্মজ্ঞানৰ দ্বাৰা এই দুস্ত্যজ সংসাৰৰ মায়া ত্যাগ কৰা। যিজনে স্বধৰ্ম্মত থাকি কৰ্ম্ম কৰে, তেওঁ সৰ্ব্বগুণে সুমণ্ডিতা হ'ব পাৰে। তেওঁ যমকো জিনিব পাৰে বুলি নিশ্চয় কৰি জানিবা আৰু পৰকালতো বৈকুণ্ঠত স্থান পাব। তেনেজনক বিষয়ৰ দোষ-গুণে স্পৰ্শ কৰিব নোৱাৰে। মানুহৰ জন্ম ধাৰণ কৰিলে, অসংখ্য পাপ-পুণ্য হয়। তাৰ ভিতৰত কৰ্ম্মৰ বলত যি লাগে তাকে খুজি ল'ব পাৰে। কৰ্ম্মই পুণ্যৰ নিদান বুলি ভালদৰে বুজি ল'বা। সেই বাবে হে মহাৰাজ! কৰ্ম্মপথত থাকি পুণ্যবান হোৱা। ব্ৰহ্মা, হৰ, যম আদি যিমানবিলাক মহা মহন্ত আছে, সকলোৱেই কৰ্ম্মপথত থাকি মহাতপ আচৰণ কৰিছে।

এতিয়া শিবিৰৰ মহা আপদৰ কথা কওঁ শুনা। যি কথা স্মৰণ কৰিলে মনত বিষাদ জন্মে। দ্ৰোণাচাৰ্য্যই যেতিয়া সেৱাপৰায়ণ অৰ্জ্জুনক নানা অস্ত্ৰ প্ৰদান কৰিলে, তেতিয়া বলপূৰ্ব্বকভাৱে অশ্বত্থামায়ো দ্ৰোণৰ পৰা মহা অস্ত্ৰ খুজি ল'লে। কিন্তু দ্ৰোণই কথাটো বৰ ভাল নাপালে।

বিষাদগ্ৰস্থ হৈ তেওঁ পুতেক অশ্বত্থামাক বাধা দি ক'লে,— "এই ব্ৰহ্মশিৰা অস্ত্ৰ মহাকাল সদৃশ। মই জীয়াই থকা পৰ্য্যন্ত কেতিয়াও ক'তো প্ৰয়োগ নকৰিবা। লোকৰ প্ৰীতি সাধনৰ বাবেও এই অস্ত্ৰ প্ৰয়োগ নকৰিবা। মোৰ এই বাক্য অৱহেলা কৰিলে, নিশ্চয় বিপদত পৰিবা। আনহাতে ইহকালত কেতিয়াও সুমতিতো নহ'বই পৰকালতো নৰকতহে গতি হ'ব।" সেইবাবেই কেতিয়াবা ক্ৰোধ উৎপত্তি হয় বুলি ভাবি, কপট স্বভাৱত থাকি ঘোৰ যুদ্ধ নকৰিলে। কুৰুপতি দুৰ্য্যোধনে এই কথা নাজানিলে, অশ্বত্থামাৰ শক্তিৰ পৰিচয় নাপালে। সেইবাবে তেওঁক সেনাপতি নাপাতিলে। সকলোৰে নিজ নিজ কৰ্ম্মফল, নিজেই ভোগ কৰিব লাগে। যেতিয়া কুৰু নৃপতিৰ উৰু ভাঙিলে, হাকুলে ব্যাকুলে মাটিত পৰি গ'ল, শৰীৰৰ দুখে বেজাৰে জীৱ উৰি যোৱা যেন পালে, সেই সময়ত দয়া-মায়া বিবৰ্জ্জিত নিদাৰুণ ভীমে শিৰত প্ৰচণ্ড পদাঘাতো কৰিলে। শোকে দুখে অপমানে কেঁকাই-গেঁঠাই মৃতবত হৈ দুৰ্য্যোধন তাতে পৰি থাকিল। সন্ধ্যা লগাৰ সময়ত যেতিয়া আমি ঘৰলৈ আহিলোঁ, তেতিয়া কৃপাচাৰ্য্য, কৃতকৰ্ম্মা আৰু অশ্বত্থামা তাত আহি উপস্থিত হ'ল। দুৰ্য্যোধনৰ অৱস্থা দেখি তিনিও অন্তৰত বৰ দুখ পালে। অশ্বত্থামাই ক'লে,—"যিমানবিলাক সেনাপতি

হ'ল, সেই সকলোবিলাক, ফাকি দি নিজৰ স্বাৰ্থ সিদ্ধি কৰা মানুহ আছিল। প্ৰতিজনৰে অন্তৰত পাণ্ডৱৰ প্ৰতি বেছি প্ৰীতি আছিল। মাত্ৰ মুখতে তোমাক ভালৰি লগাইছিল। মোক যদি সেনাপতি পাতিলা হয়, তেন্তে পাণ্ডৱৰ পৰাভৱ নিশ্চিত আছিল। পিছে মোক নিচিনিলা। এতিয়াও মোৰ বাহুত সেই শক্তি নোহোৱা নহয়। মই অকলেই পাণ্ডৱক নিঃশেষ কৰি দিব পাৰোঁ।" অশ্বত্থামাৰ কথা শুনি নানা প্ৰকাৰে দুৰ্য্যোধনে লগে লগে সেনাপতিৰ পদত অভিষেক কৰিলে। শুনা হেৰা পৰম মহন্ত ধৰ্ম্মৰাজ যুধিষ্ঠিৰ! এনে কাৰ্য্যত অশ্বত্থামাৰ তিলাৰ্দ্ধও শক্তি নাই। মই ভালদৰে জানো। মাত্ৰ শিৱৰ কৃপাত দৈৱবলৰ প্ৰভাৱত মাৰিব পাৰিলে। শিৱৰ শক্তি অসীম বুলি নিতান্তই জানিবা। শিৱৰ আশীৰ্ব্বাদত মনোৰথ পূৰ্ণ কৰিলে। ভগৱন্ত ৰুদ্ৰ যাৰ প্ৰতি সুপ্ৰসন্ন হয়, বল বীৰ্য্য কিয়, তেনেজনে অমৰত্বও লাভ কৰিব পাৰে। শিৱৰ প্ৰভাৱত বাসৱকো পৰাজয় কৰিব পাৰে। অশ্বত্থামা জয় হ'ল একমাত্ৰ শিৱসেৱা নাৰৱ প্ৰভাৱত। শিৱ দেৱৰো দেৱতা। এই তত্ত্ব মইহে মাত্ৰ জানো। অল্পমতিসকলে শিৱৰ মহত্ত্ব একো নাজানে। শিৱ সমস্ত ভুতৰে আদি মধ্য অন্ত। প্ৰকৃতপক্ষে শিৱই হৈছে সৃষ্টিপতি ভগৱন্ত। দেৱৰ দেৱতা

শিৱই হৈছে সবাৰো অন্তক। অলপ ক্ৰোধতে সমস্ত ব্ৰহ্মাণ্ডকে সংহাৰ কৰিব পাৰে। সেইদৰে অলপ সেৱাতে তুষ্টও হয়। সেৱকজনৰ প্ৰতি তেওঁৰ অলপো ৰোষ নাথাকে। শুনা ধৰ্ম্মৰাজ! পূৰ্ব্বকালৰ এটি কথা কওঁ। প্ৰজাপতি দক্ষই মনত মহা দম্ভ-অহঙ্কাৰ কৰি শিৱক নামাতি এক মহাযজ্ঞ কৰিলে। আনকি তেওঁৰ প্ৰতি অলপমান সম্মানো নেদেখুৱালে। ফলস্বৰূপে তাৰ মহাযজ্ঞ ভ্ৰষ্ট হ'ল। তাৰোপৰি ঐশ্বৰ্য্য বিভুতিসনে দক্ষও নষ্ট হৈ গ'ল। পিছত শিৱ তুষ্ট হোৱাতহে দক্ষই প্ৰাণ পালে। যজ্ঞও সম্পাদন কৰিলে। সেইবাবে সিদ্ধ, সাধ্য, কিন্নৰ, চাৰণ সকলোৱে শিৱৰ চৰণত সেৱা কৰে। এই আশুতোষ ভোলানাথ শিৱৰ সন্তোষৰ কাৰণেই তোমাৰ পুত্ৰ মিত্ৰ বন্ধুসকল মৰিল। এতেকে তুমি নিশ্চয় কৰি বুজিবা যে সকলোৰে একমাত্ৰ কাৰণ হৈছে দৈৱ। কাল পূৰ্ণ হ'লে সকলোৱেই এদিন মৰিব। যেতিয়া কাল পূৰ্ণ হ'ব, তেতিয়া তুমি কিয়, ময়ো মৰিব লাগিব। মাত্ৰ দৈৱৰ বলত দুদিন আগ পিছ হ'ব পাৰে। মৃত্যুৰ লগত কাল পাত্ৰ আদিৰ কোনো ভেদ নাই। জন্মিলেই মৰণ হয় সমস্ত দেহৰ। এই কথা জ্ঞানীসকলে ভালদৰে জানে বাবে মৃত্যুৰ চিন্তা এৰি, স্বধৰ্ম্ম ৰক্ষা কৰি কৰ্ম্মত প্ৰবৃত্ত

থাকে। স্বধৰ্ম্মত থাকি নিষ্কাম ভাৱে কৰ্ম্ম কৰি পত্নী-পুত্ৰ, বন্ধু-বান্ধৱ আদিকো শান্তি দিয়ে। যি কৰ্ম্মই নকৰক লাগে, ক'তো দম্ভ-দ্বেষ আদি কেতিয়াও নকৰে। কৰিব-লগীয়া সকলো কৰ্ম্ম ঈশ্বৰৰ আজ্ঞা মানি কৰে। সকলো সময়তে ঈশ্বৰৰ নাম সুমৰি থাকে। এয়ে হৈছে নিজৰ পৰম ধৰ্ম্ম। এয়েই হৈছে মানৱ ধৰ্ম্ম, মুক্তিৰ উপায়। ইয়াৰ বাহিৰে শ্ৰেষ্ঠ ধৰ্ম্ম; মুক্তিৰ উপাই অন্য একো নাই। গতিকে হে নৃপবৰ! তুমিও এনে ধৰ্ম্মৰত হোৱা। শোক-মোহ, ভয়-চিন্তা—এই সকলোবিলাক মষিমূৰ হ'ব। কৰ্ম্মৰ বন্ধনে তোমাক কেতিয়াও চুব নোৱাৰে। স্বভাৱতে তুমি জীৱনে মৰণে মুক্ত হ'ব পাৰিবা।

বৈশম্পায়নে ক'লে,—শুনা ৰাজা জন্মেজয়! তোমাৰ পিতামহ পাণ্ডু পুত্ৰসকল দয়াময় শ্ৰীকৃষ্ণৰ কৃপাত শোক তাপ এৰি শুদ্ধ মতি হৈ মুক্তি লাভ কৰিলে! দ্ৰৌপদীৰো তনু মন সুস্থ হ'ল।

শুনিয়োক সভাজন বুজা এহিমান।
পৰম মুকুতি লাগি আছে যাৰ মন॥
হৰিৰ সন্তোষে বুলি গৃহকৃত্য কৰা।
মন চিত্তে মাধৱৰ সেৱা ধ্যান ধৰা॥

সমস্ত লোকৰ জানা ইসে পুৰুষাৰ্থ।
পৰম সম্পদৰূপ চাৰি পৰমাৰ্থ॥
ইসে সনাতন ধৰ্ম্ম মনুষ্য লোকৰ।
সেয়ে হ'লে সিজিলন্ত কৰ্ম্ম মনুষ্যৰ॥
পৰকালে মিলে পুণ্য ইহকালে কীৰ্ত্তি।
নিৰন্তৰে সাধুসৱে গায় গুণ গীতি॥
কীৰ্ত্তিসমে পুণ্য যাৰ সঞ্চিত নহয়।
কিবা কাৰ্য্য সাধিলন্তে নৰ জন্ম পাই॥
সকলো দেহতে পাই বিষয়ৰ ৰস।
মিলে পত্নী পুত্ৰ আদি বিষয় সৰ্ব্বস॥
মল মূত্ৰ ভুঞ্জি কৰে হৰিষ মনত।
কিছু কাৰ্য্য নাসাধিল সিসৱ জন্মত॥
জানি মনে বিষয়ৰ আশা পৰিহৰি।
হৰিসেৱা কৰিয়োক ধৰ্ম্ম ৰক্ষা কৰি॥
এতেকে হৈবেক জানা আমাৰ কুশল।
লোকত থাকিব খ্যাতি বুলি ধৰ্ম্মশীল॥
ঘোৰ কলি কাল ইটো পৰম দুৰ্ব্বাৰ।
নাম ধৰ্ম্ম বিনা নাহি জীৱৰ উদ্ধাৰ॥
তপ ব্ৰত যাগ যোগ ধৰ্ম্ম নিৰন্তৰ।
জানা সমস্তয়ে হৰি নামৰ কিঙ্কৰ॥

হেন হৰিনাম জ্ঞানা সংসাৰ তৰণী।
জীৱৰ মুকুতি মূল মন্ত্ৰ শিৰোমণি ॥
অপ্ৰয়াসে নিৰন্তৰে তেজি আন কাম।
পাতক ছাড়োক ডাকি বোলা ৰাম ৰাম ॥
ঐষীক পৰ্ব্বৰ কথা ব্যাসৰ বচন।
এহিমানে সমাপতি স্মৰা নাৰায়ণ ॥

হে দৈত্য অন্তকাৰী শ্ৰীমধুসূদন, হে হৃষীকেশ, হে দয়াময় শ্ৰীকৃষ্ণ ! এই অধম শ্ৰীসোণাৰাম তালুকদাৰৰ হৃদয়ত থাকি যেনেকৈ অনুমতি দিলা, তেনেকৈয়ে তোমাৰ প্ৰসাদত এই কৰ্ম্ম সম্পন্ন হ'ল। এতেকে তোমাৰ শ্ৰীচৰণতে সমস্ত অৰ্পণ কৰিলোঁ।। দয়া কৰা অহে দয়াময় !

(ব্যাস বিৰচিত মহাভাৰতৰ ঐষীক পৰ্ব্ব কালি দাসে পদছন্দত লিখা আৰু শ্ৰীহৰিনাৰায়ণ দত্তবৰুৱাদেৱে সম্পাদিত কৰা গ্ৰন্থৰ পৰা।)

মহাভাৰতৰ প্ৰাণ-সঙ্গীত

প্ৰথম খণ্ড

সমাপ্ত

দ্বিতীয় খণ্ড চাওক

( ৩।৪।১৯৯১ খ্ৰীষ্টাব্দ )

# মহাভাৰতৰ প্ৰাণ-সঙ্গীত

## দ্বিতীয় খণ্ড

### ধৃতৰাষ্ট্ৰৰ শোক আৰু সঞ্জয়ৰ সান্ত্বনা দান

বৈশম্পায়নে ক'লে,---হে মহাৰাজ জন্মেজয়! কুৰুক্ষেত্ৰ যুদ্ধৰ পিছত কি হ'ল কওঁ শুনা। ভীষ্ম দ্ৰোণ আদি এশ পুত্ৰৰ মৰণবাৰ্ত্তা ধৃতৰাষ্ট্ৰই সঞ্জয়ৰ মুখে শুনিলে। জেষ্ঠপুত্ৰ দুৰ্য্যোধনৰ মৃত্যুৰ কথা শুনাৰ লগে লগে "হা বাপ দুৰ্য্যোধন" বুলি অচেতন হৈ গুৰি কটা গছ পৰা দি মাটিত নিঢলি পৰিল। মৰা মানুহ পৰি থকাৰ দৰে চিত হৈ মাটিত পৰি মাত-বোল নোহোৱা হ'ল। দুচকুৰে ধাৰাসাৰে কেৱল চকুপানী ওলাব ধৰিলে। উশাহ-নিশাহ নাই। জঠৰ হৈ পৰি থাকিল। সঞ্জয়ৰ মনত ভয় লাগিল। কিজানি শোকে-তাপে জৰ্জ্জৰিত হৈ ৰজাও সিফলীয়া হয়! তৰা-নৰা ছিঙি ঠাণ্ডা পানী আনি মুখত ঢালি দি দুহাতেৰে তুলি ধৰিলে। তথাপি ৰজা থিয় হ'ব পৰা নাই। কেৱল দুই চকুৰে ধাৰাসাৰে চকুলো বব ধৰিলে। ধৃতৰাষ্ট্ৰৰ অৱস্থা দেখি সঞ্জয়ে আকুল স্বভাৱেৰে ভাবিব ধৰিলে,---"বিধাতাৰ কি যে বিপৰীত কাৰ্য্য! এই বৃদ্ধ বয়সত

অনাথিতি কৰি, অতিশয় পুত্ৰশোক-সাগৰত পেলালে। যিজনে সদাই সুবৰ্ণৰ পালেঙত শোৱে, ওপৰত বিতোপন চন্দ্ৰতাপে কি যে শোভাবৰ্দ্ধন কৰি থাকে, তেনেহেন শৰীৰ আজি ধূলাত বাগৰি পৰিল! হৰি, হৰি!! হে বিধাতা! কিনো কৰি স্ৰজিলা?" ইত্যাদি মনে গুণি দুখে-বেজাৰে ৰজাক সাৰটি ধৰি ঘনে ঘনে মাতিব ধৰিলে। কিছু সময়ৰ পিছত ধৃতৰাষ্ট্ৰই চেতন পাই "হা মোৰ প্ৰাণৰ পুতাই, দুৰ্য্যোধন বাপ্! তই ক'লৈ গলি" বুলি ইনাই-বিনাই কান্দিব ধৰিলে, "তোৰ বিৰহৰ জুয়ে মোৰ হিয়া-প্ৰাণ পুৰি ছাৰখাৰ কৰিলে। জীয়াই থাকিব নোৱাৰা হৈছোঁ। দাস-দাসী সকলে যি শৰীৰত নিতৌ সুগন্ধি চন্দন ঘহি মহা-যত্নে সালঙ্কৃত কৰে, যাৰ শৰীৰৰ আভা ইন্দ্ৰ চন্দ্ৰ সূৰ্য্য সম জ্বলি থাকে, এনেহেন মোৰ প্ৰাণৰ পুতাইৰ আভা অলপো নাইকিয়া হ'ল। লুপ্ত হ'ল সকলো প্ৰভা। দাস-দাসীসৱে যাক সদাই সেৱা কৰি থাকে, এনেহেন মোৰ হৃদয় মাণিকে মাটিত শয়ন কৰি আছে। অতিকে বিতোপন ৰূপৰ কোমল শৰীৰ, সেই শৰীৰ শিয়াল শগুনে চাঁহি-চুঁহি খাব। যাৰ প্ৰতাপ দেখি সকলোৱে ভয় খায়, দ্বিতীয় বাসৱ যেন মোৰ প্ৰাণৰ পুতাই! এনেহেন মোৰ হৃদয়ৰ ধন, কোন যমে নিলে!" বুলি ঘনে ঘনে বুকুত

ভুকুৱাব ধৰিলে। পুত্ৰ শোকত ৰজাৰ গাত থিৰ্ নোহোৱা হ'ল। চকুৰ পানী ধাৰাসাৰে বব ধৰিলে। কঁপালতো ঘনে ঘনে ভুকুৱাই কান্দি কান্দি বিনাব ধৰিলে,—"বিধাতাই মোক এশ পুত্ৰ দিলে। জন্মাবধি মোৰ দুই চকু অন্ধ। দয়া কৰি বিধাতাই পুত্ৰ চক্ষু দান দিলে। পূৰ্ব্বৰ পাপৰ ফলত কোনো কাৰ্য্য সিদ্ধি নহ'ল। হাতত দি পুনঃ কাঢ়ি নিলে পুত্ৰ হেন নিধি। অকালতে কালে হৰি নিলে পুত্ৰসকলক। সবাৰো একেলগে মৰণ মিলিল। এটা পুত্ৰ মৰিলেই ৰ'ব নোৱাৰি, হৃদয় অসহন হৈ উঠে। মোৰ ভাগ্যত এশ পুত্ৰৰ মৰণ মিলিল। কিনো মোৰ বজ্ৰসম কঠিন হৃদয়! পুত্ৰৰ মৰণৰ খবৰ পাই, এতিয়াও জীয়াই আছোঁ। হৰি হৰি! কিনো মই মহা ঘোৰ পাপ কৰিলোঁ। একেলগে এশ পুত্ৰৰ শোক পাবলগীয়া যে হ'লোঁ!" মহা শোকে-দুখে ৰজাৰ শৰীৰত স্থিৰতা নোহোৱা হ'ল। বীৰসকলক সুমৰি সুমৰি মাটিত পৰি পৰি কান্দিব ধৰিলে,— "হা মোৰ দুৰ্য্যোধন বাপ, দুঃশাসন, কৰ্ণ, বৃষকেতু, শকুনি, বিকৰ্ণ, দুৰ্দ্ধৰ্ষ। হা বাপ্ দুৰ্ম্মুখ, মহাবীৰ দুস্সহ, ভগদত্ত, বিৰোচন, জয়দ্ৰথ, বিজয়সুৱৰ হা ভুৰিশ্ৰৱা, বীৰ শল্য নৰপতি! হৰি হৰি! হে মোৰ পিতৃ ভীষ্ম! মোক এৰি থৈ ক'লৈ গ'লা! তোমাক সুমৰি মোৰ জীৱন

যাওঁ যাওঁ হৈছে! প্ৰতিপাল কৰি পুত্ৰবৃন্দৰে ডাঙৰ-দীঘল কৰি, এতিয়া এৰি থৈ কোন যমৰ ঘৰলৈ গ'লা! ইচ্ছা কৰিলেহে মৃত্যু হয়। তোমাৰ লগত ঘোৰতৰ ৰণ কৰি পৰশুৰামো হাৰিল। এনেহেন বীৰ ভীষ্ম তুমি ৰণত পৰিলা! কেনেকৈ সহ্য কৰোঁ, জীৱন নৰয়।

ত্ৰৈলোক্য বিজয়া কৰ্ণ হেন বীৰ। যাৰ নাম শুনি দেৱাসুৰে কম্পমান হয়, এনেহেন বীৰো ঘোৰ সমৰত পৰিল! তেওঁৰ মৰণ মই সহ্য কৰোঁ কেনেকৈ। দ্ৰোণৰ সমান বীৰ তিনি লোকত নাই। যাৰ সন্ধান অব্যৰ্থ, যিজন ৰণত পণ্ডিত, যাৰ নাম শুনি শত্ৰুবিলাকেও ভয় কৰে, এনেহেন দ্ৰোণ বধৰ কথা শুনি কেনেকৈ জীয়াই থাকো! হৰি হৰি। দুৰ্ম্মতি শকুনি তই গ'লি ক'লৈ? তইহে মোৰ এনে দুৰ্গতি কৰিলি। ভীষ্ম দ্ৰোণ বিদুৰে মোক কত যে হিতবাক্য নক'লে। আপদ কালত সেই হিতবাক্য অলপো ভাল নাপালোঁ। তিতা যেন লাগিল। পূৰ্ব্ব জন্মত কিনো ঘোৰতৰ পাপ আচৰণ কৰিছিলোঁ! যাৰ বাবে এতিয়া মই এই নিদাৰুণ সন্তাপ পাবলগীয়া হ'লোঁ! শত পুত্ৰৰ শোকত মোৰ প্ৰাণ ফুটি যায়। এই বৃদ্ধকালত মোৰ কি যে বিলায় হ'ল! পুত্ৰ দুৰ্য্যোধন মোৰ অন্ধৰ নয়ন। তোৰ শোকত মোৰ এই জীৱন আৰু কেতিয়াও নৰয়।

হাতী-ঘোঁৰা ৰথেৰে সৈতে আগে-পাচে সৈন্য সেনাবিলাকেৰে সৈতে সততে আবৰি থাকে, পাত্ৰ-মন্ত্ৰী ভৃত্য আদিৰে সৈতে বহল সমাজ পাতি তাৰ মাজত দ্বিতীয় পুৰন্দৰ যেন বহি থাকে, এনেহেন পুত্ৰ মোৰ পৰি ৰ'ল ৰাজ্য পৰিহৰি ! এই মহাশোক মই সহো কেনেকৈ ! য'ত শঙ্খ-ঘণ্টা জয়ঢোল আদি বাদ্য-বাজনা বাজি থাকে, কাৰো মাত ক'তো নুশুনি, এনেহেন হস্তিনাত আজি কাৰো মাত-বোল নাই। কাঁহ পৰি জিন গ'ল সমস্ত নগৰ। শত পুত্ৰৰ ভিতৰত এজনো নৰ'ল ! কোনে মোৰ পিণ্ড দান দিব ! বিধিৰ কপট মোত অধিক মিলিল। এই জীৱন মোৰ ধিক্ ধিক্। শুনা সঞ্জয় ! মোৰ পুত্ৰসকল য'ত পৰি আছে, তালৈকে মোক লৈ ব'লা। মই আৰু জীয়াই থাকিব নোৱাৰা হৈছোঁ। কিনো মোৰ দশা হ'ল ! শত পুত্ৰৰ এশ গৰাকী বোৱাৰী সকলোৱেই বিধৱা হ'ল। শুনা সঞ্জয়, পলম নকৰিবা। সোনকালে গৈ পটেশ্বৰী গান্ধাৰীক শীঘ্ৰে মোৰ ওচৰলৈ মাতি আনা। মোৰ প্ৰাণ কণ্ঠাগত প্ৰায়। পুত্ৰশোক শেলে মোৰ হৃদয় ইফাল-সিফাল ভেদি নিলে। মই আৰু ক্ষন্তেকো জীয়াই থাকিব নোৱাৰা হৈছোঁ। যমৰ ঘৰলৈ শীঘ্ৰে যাওঁ।" —এইবুলি অন্ধ ৰাজা ধৃতৰাষ্ট্ৰ হাকুলে ব্যাকুলে পুনৰ মাটিত পৰি মূৰ্চ্ছা

গ'ল। ৰজাৰ গাত অলপো চেতন নোহোৱা হ'ল, তাকে দেখি সঞ্জয়ে দুহাতেৰে তুলি ধৰিলে। কিছুসময়ৰ পিছত ধৃতৰাষ্ট্ৰই চেতন পাই পুত্ৰৰ সন্তাপত অতিশয় ক্ৰোধান্বিত হ'ল। শোকৰ অগনি দপ্ দপ্‌কৈ দুগুণে জ্বলি উঠিল আৰু মনত অতিশয় ৰাগ উঠি সঞ্জয়ক ক'লে, "শুনা সঞ্জয়! দুৰাচাৰ পাণ্ডু পুত্ৰসকল ক'ত আছে, তালৈকে মোক এতিয়াই লৈ ব'লা। আজি পাপীষ্ঠ ভীমৰ হৃদয় বিদাৰণ কৰোঁ, খাণ্ডা ধৰি অৰ্জ্জুনৰো শিৰচ্ছেদ কৰোঁ। তাৰ পাছত ধৰ্ম্মাত্মা যুধিষ্ঠিৰক আজি হস্তিনা নগৰ সমৰ্পণ কৰোঁ।" এই বুলি কৈ বৃদ্ধ অন্ধৰাজ ধৃতৰাষ্ট্ৰ বলীয়াৰ দৰে পুত্ৰৰ সন্তাপত শৰীৰ দগ্ধ প্ৰায় হ'ল। ৰাজাৰ স্বভাৱ দেখি দুখমনেৰে সঞ্জয়ে ৰজাৰ হাতত ধৰি বুজাব ধৰিলে,— "হে মহাৰাজ! সন্তাপ নকৰিবা। উঠা। যত দেখা শুনা মানে সকলোবিলাক একমাত্ৰ বিধাতাৰ কৰ্ম্ম। তুমি মহা জ্ঞানী। অনুতাপ কৰি লাভ কি। আগম পুৰাণ আদি সকলো শাস্ত্ৰ তুমি ভালদৰে জানা। তোমাক মই কি প্ৰবোধ দিম! তুমি মহাজ্ঞানী। নিজৰ হৃদয়তে ভালদৰে গুণি চোৱা। বৃদ্ধতো প্ৰধান। শাস্ত্ৰতো পৰম পণ্ডিত। তুমি ধৰণী মণ্ডলত অখণ্ডিত ৰাজা। অকণ্টকে মহাসুখে প্ৰজাও পালিলা। তুমি স্বৰ্গতো কৰি অধিক ভোগো

ভুঞ্জিলা। হে মহাৰাজ! তুমি এশ পুত্ৰও লাভ কৰিছা। মহাসুখে ৰাজ-কাৰ্য্যও পালি আছিলা। এতিয়া সেই দশা তোমাৰ পালটিল। পুত্ৰশোকত চিৰকাল কান্দি থাকিব লগা হ'লা। সমস্ত সংসাৰ কৰ্ম্মৰ অধীন বুলি জানিবা। বিষয়ৰ যত সুখ, সকলো অসাৰ। ধন-জন, পুত্ৰ-ভাৰ্য্যা সমস্তই বিষয়ৰ যোগ। কৰ্ম্ম অনুসাৰে মাত্ৰ ভোগাভোগ পায়। এই সংসাৰত সুখ-ভোগ সকলো ক্ষন্তেকীয়া। চিৰস্থায়ী নহয়। হে মহাৰাজ! ইয়াৰ বাবে চিন্তা কৰা মিছা বুলি জানিবা। পূৰ্ব্বকালত যিমানবিলাক ৰাজ-ৰাজেশ্বৰ আছিল, দীলিপ, মান্ধাতা, পৃথু, ৰঘু, নহুষ, যযাতি, হৰিশ্চন্দ্ৰ, সগৰ আদি যিমান ৰজা-মহাৰজা আছিল, তেওঁলোকে সসাগৰা বসুমতী মহাসুখে ভুঞ্জিলে। মহাযজ্ঞ, দান আদিও অনেক কৰিলে। পৃথিবীৰ অনেক ব্ৰাহ্মণ-সজ্জনক নানা দান-দক্ষিণাও দিলে। দুখী-ভিক্ষী দৰিদ্ৰ সবাকো অদৰিদ্ৰ কৰিলে। ডাঙৰ ডাঙৰ মহাযজ্ঞ আদি অনেক সদ্ কৰ্ম্মও কৰিলে। তথাপি কোনেও কালৰ হাত সাৰিব নোৱাৰিলে। ৰাৱণ ৰাজা বীৰৰ ভিতৰত প্ৰধান আছিল। স্বৰ্গ-মৰ্ত্ত্য পাতালো অধিকাৰ কৰিলে। নাতি-পুত্ৰেও অলেখ আছিল। তেওঁৰ পৰিয়ালৰ হিচাব দিব কোনেও নোৱাৰিছিল। পুৰুষ প্ৰধান তেওঁৰ বলৰ অন্ত নাছিল। তেওঁৰ ভয়ত দেৱতাসকলেও

সদাই কম্পমান হৈ আছিল। যেতিয়া কালে ধৰিলে, তেতিয়া ৰাখোঁতা কোনো নোলাল। একেতিলে সকলোকে সৰ্ব্বনাশ কৰিলে। সেইবাবে তুমি বিচাৰ কৰি চোৱা। জনম-মৰণ এই দুয়োটা বিধাতাৰ কৰ্ম্ম। সংসাৰত জন্ম ল'লে মৃত্যু আছেই। কাল অনুসৰি জীৱই যাতায়ত কৰে। এই তিনি ভুৱনত কোনো চিৰঞ্জীৱি নহয়। সেইবাবে হে ৰাজা, মনত শোক নকৰিবা।" এইদৰে নানা প্ৰকাৰ প্ৰবোধ বাক্যেৰে সঞ্জয়ে ধৃতৰাষ্ট্ৰক বুজালে। তথাপি ৰজাই শোক-বিহ্বল হৈ বিনাই বিনাই কান্দিব ধৰিলে।

বৈশম্পায়নে ক'লে,—"হে সুভদ্ৰাৰ নাতি! সঞ্জয়ে আকৌ বুজাব ধৰিলে,---"হে ৰাজ কুৰুকুলৰ নন্দন! শুনা, শুনা! এনেদৰে শোকত বিকল হোৱাতো তোমাক শোভা নাপায়। ভালদৰে নিজৰ মনত গুণি চোৱাচোন, এই তিনি লোকত মৰণ এৰাব কোনে পাৰিছে! ব্ৰহ্মা-বিষ্ণু মহেশৰো পতন আছে। এই তিনি লোকত কোনো অমৰণ নহয়। শুনা, শুনা মহাৰাজ! এই তিনিও জগত কালৰ অধীন। যেতিয়া কাল পূৰ্ণ হ'ব, তেতিয়া ৰাখোঁতা কোনো নাই। তেনেজনৰ যেনে-তেনে মৰণ মিলিবই। সকলোৰে মৃত্যু আছে বুলি নিশ্চয় জানিবা। সেইবাবে ইয়াত তোমাৰ শোক কৰাতো উচিত নহয়। পূৰ্ব্বত

নাৰদে তোমাক কোৱা কথা পাহৰিলা নেকি ? বংশ নাশৰ বাবে দুৰ্য্যোধনৰ উৎপন্ন। সেই কথা এবাৰ সুমৰণ কৰা মহাৰাজ ! দুৰ্য্যোধনৰ বাবেই সমস্ত সমাজ নাশ হ'ল। ভীষ্ম দ্ৰোণ বিদুৰে কত ৰকমে ন্যায় নীতি বুজালে ; কিন্তু দুষ্ট দুৰ্য্যোধনে তাক অহিত বুলিহে গণ্য কৰিলে। মহাশান্তি গান্ধাৰী তাৰ নিজৰ মাতৃ। তেৰোঁ কত প্ৰকাৰে বাধা দি বুজালে। তথাপি সেই দুৰ্জ্জনে কাৰো হাক-বাধা নামানি নিজেতো মৰিলেই সমস্ত জ্ঞাতিকে মাৰিলে। শুনা মহাৰাজ ! আৰু অলপ উচিত কথা কোৱাতো ভাল হ'ব। পূৰ্ব্বতে তুমিও বিদুৰৰ হিত বাক্য অকণো নামানিলা, নুশুনিলা। যেতিয়া দুৰ্য্যোধনৰ জন্ম হয়, সেই দুৰাশয়ে গাধৰদৰে চিঞৰিব ধৰিলে। তাকে দেখি মহাজ্ঞানী বিদুৰে কৈছিল— "এই পুত্ৰই নিশ্চয় কুল ক্ষয় কৰিব। সেয়ে ইয়াক অতি সোনকালে অতি যত্ন কৰি পৰিত্যাৰ কৰা। ইয়াৰ ওপৰত মৰম-স্নেহ কৰি পাছত দুখত নপৰিবা। বিদুৰৰ সেই হিতবাণী নুশুনাৰ বাবে এতিয়া গোটেই জীয়াই থকা দিন কেইটা কান্দি থাকিবলগীয়া হ'ল ! সেই পুৰণি কথা স্মৰণ কৰি চালে দেখিবা যে তুমি শোক কৰা উচিত নহ'ব। একমাত্ৰ তুমিয়েই পাণ্ডৱৰ লগত দ্বন্দ্ব বঢ়ালা। তিনিও জগতত

তোমাৰ কু-যশ ৰ'ল। পাণ্ডৱক মাতি আনি তুমিয়েই পাশা খেলিব অনুমতি দিলা। কোন জিকিল কোন জিকিল বুলি বাৰে বাৰে তুমি সুধি আছিলা। পাণ্ডৱৰ সমস্ত ৰাজ্য-ধন কাঢ়ি ললা। মাৰিবৰ বাবে বনলৈ পঠালা। পাণ্ডু পুত্ৰসকলে শেষত পাঁচখন গাৱঁকে খুজিলে। স্বয়ং ভগৱন্ত হৰি নিজেই দূত হৈয়ো আহিল। তথাপি দুৰ্য্যোধনে তেওঁৰ কথা মানিব চাড়ি, বিমুখ কৰি তেওঁক বান্ধি থবহে খুজিলে। কিন্তু তুমি বিদ্যমান থাকিও একো সমাধান নিদিলা। ভীষ্ম, দ্ৰোণ, কৃপাচাৰ্য্যই কত ৰকমৰ হিতবাণী ক'লে, তথাপি পুত্ৰ বাক্য পালন কৰি, কাৰো কথা নুশুনিলা। কেৱল কৰ্ণ শকুনিকহে হিতকাৰী বুলি ভাবিলা, বাকী সকলোৰে কথা অহিত বুলি মানিলা। শ্ৰীকৃষ্ণক অৱজ্ঞা কৰি যেতিয়া হাত তালি দি দুৰ্য্যোধনে হাঁহিছিল, তেতিয়া তুমি আনন্দ কৰি মনে মনে বহি আছিলা। কিবা এটা কৰিব পাৰিও একো নকৰিলা। এতিয়া অনুতাপ কৰিলে কি হ'ব? একো লাভ নাই। গতিকে মহাৰাজ! চিত্ত স্থিৰ কৰা। ভাল-বেয়া সকলো কৰ্ম্ম একমাত্ৰ দৈৱইহে কৰে।"

সঞ্জয়ৰ কথা শুনি মনৰ দুখত হৃদয় দগ্ধ হৈ গ'ল। শোকে-তাপে দেহা দহি নিলে। উৎকণ্ঠিত চিত্তে পুনৰ মাটিত বাগৰি পৰি মূৰ্চ্ছা গ'ল।

বৈশম্পায়নে ক'লে,—হে মহাৰাজ জন্মেজয়! ধৃতৰাষ্ট্ৰৰ অৱস্থা দেখি বিদুৰ ওচৰ চাপি গৈ ক'ব ধৰিলে,—"হে মহাৰাজ! উঠা, উঠা! নাকান্দিবা। বিধাতাই যাৰ যেতিয়া মৰণ হ'ব বুলি লিখি থৈছে, তাক ইফাল-সিফাল কৰিব কাৰ ক্ষমতা আছে? পূৰ্ব্বত যিমানবিলাক ৰাজা-মহাৰাজাৰ কথা শুনিছা, এতিয়া চিৰজীৱি হৈ কোনোৰাজন আছে নেকি? জানা মহাৰাজ! উপজিলে মৃত্যু তাৰ অৱশ্যে হ'বই। তাৰবাবে চিন্তা কৰা মিছা। যেনেকৈ মানুহে চিঙা কাপোৰ এৰি নতুন কাপোৰ লয়, ভঙা ঘৰ পৰিত্যাগ কৰি, নতুন ঘৰত থাকে; জন্ম আৰু মৃত্যুও ঠিক তেনেকুৱাই। কাল পূৰ্ণ হ'লে, সকলোৱেই এদিন মৰিবই লাগিব। কিছুমান মৰে উপজিয়েই, কোনোজন মৰে গৰ্ভতে। গৃহবাস কৰিও কিছুমান মৰে, সন্ন্যাসী বাবাজী হৈ গৈয়ো, বনে-উপবনে কিছুমান মৰে। নিজৰ কৰ্ম্মফল মতে যেনে-তেনে য'তে-ত'তে এদিন নহয় এদিন সকলোৰে মৰণ আছেই। কোনেও কাকো বল কৰি ৰাখিব নোৱাৰে। সকলো মৰিব এইটো ঠিক; কিন্তু নিয়ম বেলেগ, আগ-পাছ কৰি হ'লেও সকলো যমপুৰীলৈ যাবই লাগিব। সেইবাবে মৰাজনৰ বাবে তুমি শোক নকৰিবা। যুদ্ধত সকলো বিলাকেই স্বৰ্গলোকলৈ গৈছে।

সম্মুখ সমৰত যিসকলে প্ৰাণ এৰিলে, তেওঁলোক অৱশ্যে স্বৰ্গলৈ গৈছে বুলি জানিবা। সেইবাবে হে মহাৰাজ! তুমি শোক নকৰিবা। কান্দিলেও তোমাৰ পুত্ৰ পুনৰ ঘূৰি নাহে। আৰু শুনা মহাৰাজ! তুমি এবাৰ মনত ভাবি চোৱা। কুমতি দুৰ্য্যোধনৰ জন্মৰ সময়ত মই কি কৈছিলোঁ। মই কৈছিলোঁ যে ইয়াক এতিয়াও পানীত পেলাই দিয়া। ইয়াৰপৰা নানা প্ৰকাৰ উৎপাত মিলিব। ইয়াৰ কাৰণেই কুৰুকুলো বিনাশ হ'ব; আৰু সসাগৰা পৃথিৱীত প্ৰলয় মিলিব। গান্ধাৰীয়ে তোমাক বহুত হিত কথা কৈছিল। এই দুৰ্জ্জনক ভীমৰ হতুৰাই মাৰি পেলাবও দিছিল। পুত্ৰৰ স্নেহত তুমি তাকো নুশুনিলা। নিজৰ দোষত এতিয়া তুমি নিজেই দুখ ভুঞ্জিব লগীয়া হ'লা। শোক কৰি লাভ কি? বিদুৰৰ প্ৰবোধ বাণী শুনি ধৃতৰাষ্ট্ৰই অলপ তলকা মাৰি চকুলো মচিলে। কিন্তু শোকে-তাপে ৰাজাৰ প্ৰাণ দহি-পুৰি নিলে। মনতে ভাবিলে, "ধিক্ মোৰ এই জীৱন! হায় হায়! এশকৈ পুত্ৰ মোৰ মৰি শেষ হ'ল। এই বৃদ্ধকালত মোৰ কোন আশ্ৰয় হ'ব! কাক আশ্ৰয় কৰি থাকিম! কিনো মোৰ বজ্ৰময় কঠিন হৃদয়! পুত্ৰৰ সন্তাপত এতিয়াও কিয় জীৱন যোৱা নাই!" এইবুলি বৃদ্ধ অন্ধৰাজে কান্দিব ধৰিলে।

তাকে দেখি অন্যান্য সকলেও ৰাজাৰ লগতে কান্দিব ধৰিলে।

শুনা সভাসদ কথা মহাভাৱতৰ।
মনুষ্যৰ লাভ আৰ নাই আত পৰ ॥
বিষ্ণু বৈষ্ণৱৰ কথা সবে কৰা ৰতি।
এক চিত্ত-মনে কৰা কৃষ্ণত ভকতি ॥
তেৱেসে এৰাইবা ঘোৰ সংসাৰ নিকাৰ।
ৰাম ৰাম বুলি কৰা পুৰুষ উদ্ধাৰ ॥

— × —

## ধৃতৰাষ্ট্ৰৰ প্ৰতি ব্যাসৰ উপদেশ আৰু পূৰ্ব্ববৃত্তান্ত কথন

বৈশম্পায়ন মুনিয়ে কলে,— শুনা ৰাজা জন্মেজয় ! অন্ধৰাজ ধৃতৰাষ্ট্ৰই অতিশয় দুখ শোকে থাকিব নোৱাৰি মাটিত মূৰ আফালায়াই, বুকুত ভুকুৱাই পুত্ৰ পুত্ৰ বুলি পাগলৰ দৰে হৈ নানা প্ৰকাৰ বিলাপ কৰি কান্দি কান্দি বেহুচ হৈ গ'ল। তাকে জানি মহামুনি ব্যাসদেৱ অন্ধৰাজাৰ ওচৰত উপস্থিত হ'ল। ৰজাৰ দুখ দেখি মুনিয়ে কলে,— "হে কুৰুনৃপতি! আৰু নাকান্দিবা। ধৈৰ্য্য ধৰি চিত্ত স্থিৰ কৰা। মিছাতে শোক কৰিছা আৰু শৰীৰতো দুখ দিছা। কঁপালহে আদি মূল। আৰু শুনা, এই ক্ষত্ৰিয় কুলৰ উৎপত্তিৰ বিষয়ে পূৰ্ব্বৰ কাহিনী কিছু কওঁ। এদিনাখন মই ব্ৰহ্মাৰ ওচৰলৈ যাওঁতে তাত এখন উত্তম সভা দেখিলোঁ। য'ত নাৰদ, মাৰ্কণ্ড, অঙ্গিৰা, ভাৰ্গৱ আদি ঋষি-মুনিসকল আছিল। এনেতে বসুমতী আহি বিধাতাৰ চৰণত ধৰি কিনাৰ ধৰিলে,—"হে ব্ৰহ্মাদেৱ! তোমাৰ চৰণত সেৱা জনালোঁ। তোমাৰ ব্যতিৰেকে মোৰ অন্য গুৰু নাই। তোমাৰ চৰণত মোৰ এটি প্ৰাৰ্থনা কৰোঁ।

দয়া কৰি শুনা। মহা দুখত মই মৰিব লগা হৈছোঁ। ক্ষত্ৰিয় কুলত জন্ম লভি নানা ভাৱে নানা প্ৰকাৰে উৎপাত কৰি, মোক ইহঁতে মহাদুখ দিছে। এই মহা দুখৰ পৰা মোক ৰক্ষা কৰা। পূৰ্ব্বত ৰাক্ষস, দানৱ, অসুৰ হৈ মোক অনেক দুখ যাতনা দিছিল। পিছে তুমি অৱতাৰ হৈ সিহঁতক বিনাশ কৰি, সমস্ত দুখ দুৰ্গতিৰ পৰা মোক উদ্ধাৰ কৰিলা। বৰ্ত্তমান সিহঁত পুনঃ ক্ষত্ৰিয় কুলত জন্ম লাভ কৰি, পুনঃ মোক অসহন দুখ-যাতনা দিছে। হে পিতৃ! একোমতে মোৰ দুখৰ অন্ত পেলাব পৰা নাই। এতিয়াও মই অলপো সুখৰ মুখ দেখা নাই। দুখৰ বাতি নাযায় সুপুৱাই যেন হৈছে। প্ৰাণ যাওঁ যাওঁ হৈছে। তুমি মোৰ আদি দেৱতা, তুমিয়েই মোৰ আদি কৰ্ত্তা, সুখ-দুখ, মোক্ষ দাতা, তোমাৰ বাহিৰে মোৰ আন কোনো নাই। যদি তুমি এই দুখৰ পৰা ৰক্ষা নকৰা, তেন্তে মই ৰসাতলে যাব লাগিব।” এইবুলি মনৰ সকলো দুখ চিন্তা কৰি বিষণ্ণ বদনে মৌন হৈ ৰ’ল। পৃথিৱীৰ কথা শুনি মনত অলপ ভাৱি-চিন্তি বিধাতাই ক’লে,—“হে বসুমতী, তুমি ইমান কাতৰ নহ’বা। শুনা, কৌৰৱ বংশত দুৰ্য্যোধন নামেৰে ধৃতৰাষ্ট্ৰৰ এজন বিখ্যাত সন্তান জন্মগ্ৰহণ কৰিব। তাৰ দ্বাৰাই তোমাৰ সকলো দুখ-

দুৰ্গতি মহাভাৰ খণ্ডন হ'ব। তুমি মনত অলপো সংশয় নকৰিবা।" তেতিয়া বসুমতীয়ে সুধিলে,—"হে পিতামহ! কেনেকৈ মোৰ মহা দুখ-কষ্ট নিবাৰণ হব, অলপ ভাঙি-পাতি কোৱা।" ব্ৰহ্মাই ক'লে,—শুনা, কেনেকৈ তোমাৰ মহাভাৰ গুচিব। চন্দ্ৰ বংশত কুৰু-পাণ্ডু নামে দুজন সহোদৰ জন্ম হ'ব। ধৃতৰাষ্ট্ৰৰ দুৰ্য্যোধন আদি নামেৰে এশ পুত্ৰ জন্ম হ'ব আৰু পাণ্ডুৰ ফালৰ পৰা দেৱতাৰ অংশত পাঁচজন পৰম সজ্জন পুৰুষৰ জন্ম হ'ব। ৰাজ্যৰ বাবে দুই পক্ষৰ ভয়ঙ্কৰ কাজিয়া লাগিব। তেতিয়া সমস্ত ক্ষত্ৰিয় উভয় পক্ষক সহায় কৰিবৰ বাবে কুৰুক্ষেত্ৰত একত্ৰিত হ'ব। সিকালে শ্ৰীহৰিয়ে তোমাৰ ভাৰ হৰণ কৰাৰ অৰ্থে যদুকুলত অৱতীৰ্ণ হৈ পাণ্ডৱ পক্ষৰ সহায়ক হ'ব আৰু কুৰুক্ষেত্ৰ ৰণস্থলিত সমস্ত ক্ষত্ৰিয়কে নিঃশেষ কৰিব। সেয়ে তুমি অকাৰণে চিন্তা নকৰিবা। অসংশয়ে থাকা। দুৰ্য্যোধনৰ দ্বাৰাই তোমাৰ মহাভাৰ গুচিব। এতিয়া তুমি যোৱা।" ব্ৰহ্মাৰ কথা শুনি বসুমতীয়ে প্ৰণাম জনাই তাৰ পৰা নিজৰ স্থানলৈ গুচি গ'ল। হে মহাৰাজ! ব্ৰহ্মলোকত মই যি শুনিছিলোঁ, দেখিছিলোঁ, সেই সকলো কথা ক'লোঁ। গতিকে তুমি শোক নকৰিবা। সেই মহা দুষ্ট ক্ৰোধশালী ক্ৰূৰ কলি তোমাৰ বংশ ধ্বংস কৰিবৰ

বাৰেই আহি গান্ধাৰীৰ গৰ্ভত পশি জন্ম গ্ৰহণ কৰিলে। সেইকাৰণেই কুৰুক্ষেত্ৰত সমস্ত ক্ষত্ৰিয় একত্ৰিত হৈ সকলোবিলাক শেষ হৈ গ'ল। এতেকে পূৰ্ব্বৰ কথা স্মৰণ কৰি, মনে জানি শোক-তাপ এৰা।

হে বন্ধু-বান্ধৱীসকল! সবেও একমনে মহাভাৰতৰ কথা শুনা। যিজনে একমনে বৈষ্ণৱৰ সঙ্গত হৰি কথা শুনে বা কোৱা-গোৱা কৰে, তেওঁৰ সমস্ত পাপ দুখ আতৰি যায় আৰু জীৱনত অচলা ভক্তি লাভ কৰি পৰম শান্তিৰে কাল অতিবাহিত কৰিব পাৰিব। এতেকে হেলা নকৰি কৃষ্ণ-কথাত মন নিবেশ কৰা। কৃষ্ণ-কথাত শ্ৰদ্ধা-ৰতি বিশ্বাস হ'লে, সংসাৰৰ সমস্ত দুখ-যাতনা আতৰি যাব; আৰু পৰম শান্তি লাভ কৰিব পাৰিবা।

---

## নাৰীসকলৰ শোক আৰু ধৃতৰাষ্ট্ৰ আদিৰ কুৰুক্ষেত্ৰলৈ গমন

জন্মেজয়ে সুধিলে,—হে মুনি মহাশয়! তাৰ পাছত কি হ'ল, সকলো কথা ভাঙি-পাতি কোৱা। অন্ধৰাজ ধৃতৰাষ্ট্ৰই কি কৰিলে? গান্ধাৰীৰ এশ পুত্ৰ মৰিল। এনে পুত্ৰশোক ৰাণীয়ে কেনেকৈ সহিলে? যিবিলাক ৰজা মহাৰজা আহি ৰণত মৰিল, সেইসকলৰ প্ৰেতকাৰ্য্য কোনে কৰিলে?

বৈশম্পায়নে ক'লে,—শুনা ৰাজা! যেতিয়া মহামুনি ব্যাসদেৱে আদ্যোপান্ত সকলো কথা বুজাই ক'লে, তেতিয়া ধৃতৰাষ্ট্ৰ স্তম্ভিত হৈ ৰ'ল। তাকে দেখি সঞ্জয়ে হাতযোৰ কৰি মাত লগালে,—এটা কথা কওঁ শুনা মহাৰাজ! তোমাৰ পুত্ৰই বহুদেশ বিদেশৰ ৰজা মহাৰজাবিলাকক যুদ্ধলৈ নিমন্ত্ৰণ কৰি মাতি আনিছিল। সবান্ধৱে সকলোবিলাক কুৰুক্ষেত্ৰ ৰণাঙ্গনত শেষ হৈ গ'ল। তেওঁবিলাকৰ প্ৰেতকাৰ্য্যৰ বাবে তুমি এটা ব্যৱস্থা কৰা।

সঞ্জয়ৰ কথা শুনি দীঘলকৈ হুমুনিয়াহ চাড়ি ক'লে,—“শুনা বিদুৰ! তুমি সোনকালে অন্তেষপুৰলৈ যোৱা আৰু গান্ধাৰীসহ সমস্ত নাৰীকে এতিয়াই আনাগৈ। কুৰুক্ষেত্ৰলৈ

যাওঁ, সঞ্জয়ে যি কথা ক'লে, সম্প্ৰতি আমি তাকে কৰা উচিত।" তাৰ পিছত অতিশয় বিষাদ মনেৰে ৰথ সাজু কৰিবলৈ আদেশ দিলে।

ৰজাৰ কথা মতে বিদুৰ ৰাজ অন্তেষপুৰলৈ গ'ল আৰু গান্ধাৰীক ক'লে,—শুনা পটেশ্বৰী। ৰজাৰ আদেশ। সমস্ত বোৱাৰী সহ কুৰুক্ষেত্ৰলৈ যাব লাগে। সোনকালে ওলোৱা। ৰজা সাজু হৈ আছে। একাদশ অক্ষৌহিণী সহ দুৰ্য্যোধন, ভীষ্ম, দ্ৰোণ আদি সকলোবিলাক নিধন হ'ল। সেইবিলাকৰ প্ৰেতকাৰ্য্য কৰিবৰ নিমিত্তে ৰজা কুৰুক্ষেত্ৰলৈ গ'ল। গতিকে তোমালোকেও পলম নকৰি ৰজাৰ আদেশ-মতে সোনকালে ওলোৱা।

দুৰ্য্যোধন মৰা বুলি শুনা মাত্ৰে আকাশী সৰগ ভাঙি মূৰত পৰা যেন পাই গান্ধাৰী অতিশয় বিহ্বল হৈ পুত্ৰৰ শোকত মাটিত ধাচ্ কৰে পৰি মূৰ্চ্ছা গ'ল। ঘোৰ টোপনি আহিলে যেনেকৈ গাৰ কথা ক'ব নোৱাৰে, ঠিক তেনেদৰে শোকত অচেতন হৈ পৰি থাকিল। কিছু পৰৰ মূৰত চেতন পাই "পুত্ৰ, পুত্ৰ" বুলি বুকুত ভুকুৱাই, মূৰ আফালিয়াই মাটিত বাগৰি বাগৰি শ্ৰুতি হত হৈ কান্দিব ধৰিলে। লগে লগে তেনেই অন্তেষপুৰীত ক্ৰন্দনৰ ধ্বনি উঠিল। যেন সাগৰৰ ঢৌ উঠি খলকনি লগালে। স্বামী-পুত্ৰ

ভাতৃ-ভাগিন আদিৰ বিয়োগ-বিষাদ দুখ-শোকত জ্ঞানহীন হৈ হুৱাওৱাৰে কান্দি বলিয়াৰ দৰে হ'ল। গাৰ কাপোৰ-কানি, আ-অলঙ্কাৰ চিঙি-ভাঙি দলিয়াই দিলে। কাৰো দেহত চেতন নোহোৱা হ'ল।

তাকে দেখি বিদুৰে "হৰি হৰি" স্মৰি ক'লে,— নাকান্দিবা, নাকান্দিবা! কান্দি-কাতি এইদৰে বলিয়াৰদৰে ফুৰাৰ কোনো কাম নাই। কান্দিলে কি মৃতজন পুনৰ ঘূৰি আহিব? কেতিয়াও ঘূৰি নাহে। ৰজাৰ আদেশ। সোনকালে ওলোৱা।

বৈশম্পায়নে ক'লে,—চোৱা, ৰজা জন্মেজয়! কেনে দৈৱৰ বিপাক! হাজাৰ হাজাৰ দাসীয়ে নিতৌ সেৱা-শুশ্ৰূষা কৰি থাকে, দৈৱবশত তাৰ কি গতি হ'ল। চিৰকাল কাৰো দিন সমানে নাযায়। এই সমস্ত সংসাৰ কৰ্ম্মৰ অধীন। ৰাজ পটেশ্বৰী হৈ এখন বস্ত্ৰ পিন্ধি পুত্ৰৰ শোকত পাগলিনীৰ দৰে হ'ল। কোনোজনীয়ে হা নাথ, অভাগিনীক এৰি ক'লৈ গ'লা বুলি" চিঞৰি চিঞৰি কান্দিব ধৰিলে। কতো জনীয়ে কোলাৰ কেচুৱাও দলিয়াৰি পেলাই দিলে। কোনোজনীয়ে শহুৰৰ আগত হাতযোৰ কৰি স্বামী দান মাগে। কোনো-জনীয়ে কয়, "নাই, নাই! যুদ্ধ হোৱাই নাই। কুৰু-পাণ্ডৱে বন্ধুতাহে কৰিলে। কোনোবাই মিছাকৈয়ে ৰজাৰ আগত

এনে মিছা কথা কৈছে।" ইত্যাদি শুনি অন্ধৰাজৰ মন বিষাদাচ্ছন্ন হ'ল। ৰজাক বেঢ়ি ধৰি চাৰিওফালে নাৰীবিলাকে হাহাকাৰ কৰি হাকুলে-ব্যাকুলে কান্দিব ধৰিলে। এনেতে সাৰথিয়ে ৰথ আনিলে। শোকে দুখে অন্ধৰাজ ৰথত উঠিল। গান্ধাৰীয়েও বোৱাৰীবিলাকৰ লগত ৰথত উঠিল। হস্তিনাত যিমানবিলাক নাৰী আছিল, সকলোবিলাক ওলাল আৰু ৰথ কুৰুক্ষেত্ৰ ৰণস্থলীলৈ বুলি যাত্ৰা কৰিলে। বাটত যাওঁতে পুত্ৰ আৰু স্বামীক সুমৰি কোনোজনী অচেতন হৈ ৰথতে পৰি গ'ল। কোনোজনীৰ আউল-বাউল চুলি। দেখিলে কি যে ব্যথা লাগে। আকাশৰ পৰা দেৱতাবিলাকেও এই দৃশ্য চাই চাই মনত দুখ কৰিছে। ধৃতৰাষ্ট্ৰ শোকত বিহ্বল হৈ তলমূৰ কৰি গৈছে। বাটত কৃপাচাৰ্য্য, কৃতবৰ্ম্মা আৰু অশ্বত্থামাই লগ পাই, অন্ধৰাজক পৰিচয় দিলে। তেতিয়া ৰজাই অশ্বত্থামাক যুদ্ধৰ খবৰ সুধিলে। ৰজাৰ কথা শুনি তিনিওজনৰ মুখৰ মাত হৰিল। চিন্তা দুখ আৰু শোকত হৃদয় শুকাই গ'ল। তথাপি খচৰচাপি গৈ হাতযোৰ কৰি অশ্বত্থামাই ক'ব ধৰিলে,—"কি কম মহাৰাজ যুদ্ধৰ খবৰ! ক'বলৈ ভাষা বিচাৰি নাপাওঁ। মুখেৰে মাত ওলাব নোখোজে। তথাপি বিধাতাই কি কৰিলে কওঁ শুনা,— একাদশ অক্ষৌহিণী সেনা আৰু তোমাৰ এশ পুত্ৰ সহ

ঘিমানবিলাক সৈন্য আছিল, কুৰুক্ষেত্ৰত আমি তিনিজনৰ বাহিৰে বাকী সকলো শেষ। একমাত্ৰ বায়ুসুত ভীমসেনেই এশ পুত্ৰ মাৰি, তোমাৰ বংশ একেবাৰে শেষ কৰিলে। শুনা গান্ধাৰীদেৱী। তুমি পুত্ৰৰ বাবে শোক নকৰিবা। তোমাৰ বীৰ পুত্ৰসকলে ক্ষত্ৰিয়ৰ নিজ ধৰ্ম্ম ৰাখি মহা পৰাক্ৰম দেখুৱাই বীৰ কাৰ্য্য কৰি, সকলোকেজন স্বৰ্গলৈ গ'ল। শোক সন্তাপ নকৰিবা। দুৰ্য্যোধনে অসীম প্ৰতাপেৰে যুদ্ধ কৰিলে। মাত্ৰ ভীমসেনে অন্যায় কৰি উৰু ভাঙি ভুমিত পেলালে। তাকে দেখি ময়ো খঙত ৰ'ব নোৱাৰি অবিচাৰ কৰি মহা অন্যায় অধৰ্ম্ম আচৰণ কৰিলোঁ। ৰাতি শুই থকা সময়ত শিবিৰত প্ৰবেশ কৰি সবান্ধৱে পাঞ্চালক সংহাৰ কৰিলোঁ। দ্ৰৌপদীৰ পুত্ৰ পাঁচজনো নিদ্ৰামগ্ন অৱস্থাত পাই, প্ৰত্যেকৰে শিৰচ্ছেদ কৰিলোঁ। এতিয়া পাণ্ডৱৰ মাত্ৰ সাতজন বাকী থাকিল। যুধিষ্ঠিৰ, ভীম, অৰ্জ্জুন, নকুল, সহদেৱ, কৃষ্ণ আৰু যুযুধান। সংক্ষেপতে যুদ্ধক্ষেত্ৰৰ কথা তোমাক ক'লোঁ। আমাৰ প্ৰতি অনুতাপ নকৰিবা। শক্তি অনুসৰি, আমি যুদ্ধ কৰিলোঁ। তথাপি আমাৰ জয় নহ'ল। সেইবাবে হে মহাৰাজ! শোক নকৰিবা। দুৰ্য্যোধনক আৰু দেখা নাপাবা। তথাপি যদি মৰা শ কেইটা চাব খোজা, ভেন্তে কুৰুক্ষেত্ৰলৈ যোৱা। তাত

পাণ্ডৱৰ পাঁচ ভায়ো আছে। এতিয়া আমি আহিলোঁ। বিদায়।" এইবুলি অন্ধৰাজৰ পৰা বিদায় লৈ তিনিও গুচি গ'ল। কৃতবৰ্ম্মা নিজৰ ঘৰলৈ, কৃপাচাৰ্য্য হস্তিনালৈ আৰু অশ্বত্থামা বদৰিকাশ্ৰমলৈ গুচি গ'ল। তাৰ পিছত নাৰীসকলৰ লগত অন্ধ নৃপতি কুৰুক্ষেত্ৰ পালেগৈ। ধৃতৰাষ্ট্ৰ অহা বুলি শুনি পাঁচো পাণ্ডৱৰ ভয় লাগিল, আৰু কি কৰোঁ, কি নকৰোঁ, বুলি আলোচনা কৰিব ধৰিলে। শেষত যুধিষ্ঠিৰে শ্ৰীকৃষ্ণক সম্বোধন কৰি কব ধৰিলে—"হে প্ৰাণৰ শ্ৰীকৃষ্ণ! চোৰা সোৱা ডাঙৰ পিতা, কুৰুক্ষেত্ৰ পালেহি। কোন সতে এতিয়া মই তেওঁৰ আগত মুখ দেখুৱাওঁ! কিবা কথা যদি সোধে, তেন্তে মই কি বুলি তেওঁক উত্তৰ দিম। এটা নহয়, দুটা নহয়, একেবাৰে এশ পুত্ৰৰ শোক সাগৰত বুৰ গৈ গান্ধাৰী আই ক্ৰোধত জ্বলন্ত অগনি সম হৈ আহিছে। তেওঁৰ শাপত আজি পাঁচো ভাই মৰিব লাগিব! গদাঘাতে ভীমে এশ পুত্ৰ বধ কৰিছে। এই শোক আয়ে কেনেকৈ সহিব? আজি নিশ্চয় তেওঁ আমাক অভিশাপ দি মাৰিব। হে প্ৰভু! আজি ৰক্ষাৰ একো উপাই দেখা নাই। এই মহা ঘোৰ যুদ্ধ আমি মিছাতে কৰিলোঁ। পিতামহ ভীষ্মক অকাৰণে বধিলোঁ। গুৰু বধ মহাপাপ মিছাতে সাঁচিলোঁ। মিছাতেই ধৃতৰাষ্ট্ৰক শোক তাপ দিলোঁ।

অকাৰণে বন্ধু-বান্ধৱকো বধিলোঁ। মিছাতেই জ্ঞাতি-কুটুম্ব-সকলক মাৰিলোঁ। যিমানেই যি কৰিলোঁ, সকলো নিষ্ফল হ'ল। ছাইত ঘৃতাহুতি দিয়াৰদৰে হ'ল। আজি পাঁচো ভাইৰ জীৱনৰ কোনো আশা নোহোৱা হ'ল। ৰাজ্যৰ বাবে মই মিছাতে আশা কৰিলোঁ। শুনা, ভীম অৰ্জ্জুন নকুল সহদেৱ ভাই! তোমালোকে কিবা এটা উপাই চিন্তা কৰা। চাৰিও ভাই পলাই গৈ প্ৰাণ ৰক্ষা কৰা। গান্ধাৰী আয়ে মোক অভিশাপ দিয়ক। ময়ে তেওঁৰ শুচৰলৈ যাওঁ। মোকে অভিশাপ দিয়ক। মই জীয়াই থকাৰ কোনো প্ৰয়োজন নাই। কেনেকৈ মই মানুহৰ আগত মুখ দেখুৱাম! ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰীৰ দুখ দেখি মই কেনেকৈ চাই থাকিম! কেনেকৈ তেওঁলোকৰ শোক তাপ সহ্য কৰিম! সেইদেখি মোৰ আৰু জীৱনৰ কোনো প্ৰয়োজন নাই। আয়ে মোক অভিশাপ দিয়ক। মই যমপুৰলৈ যোৱাই ভাল হ'ব।

যুধিষ্ঠিৰৰ কথা শুনি দয়াময় শ্ৰীকৃষ্ণই মাত লগালে,— শুনা দাদা, কি কাৰণে তুমি মিছাতে দুখ কৰিছা? কোনে কাক মাৰে, কোনে কাক ৰাখে? মোত ব্যতিৰেকে আন কোনে মাৰিব পাৰে? আৰু যাক মই ৰক্ষা কৰোঁ, তাক কোনে মাৰিব পাৰে? আৰু যাক মই সংহাৰ কৰোঁ বুলি ভাবোঁ, তাক কোনে ৰক্ষা কৰিব পাৰিব? সমস্ত জগত একমাত্ৰ

মোৰ অধীন। মাৰোঁতা আৰু ৰাখোঁতা মোৰ বাহিৰে আন কোনো নাই বুলি জানিবা। সেই বাবে তুমি কোনো ভয় শঙ্কা নকৰিবা। গান্ধাৰীয়ে তোমালোকক অভিশাপ নিদিয়ে। এই কথা নিশ্চিত বুলি জানিবা।

শ্ৰীকৃষ্ণৰ কথা শুনি যুধিষ্ঠিৰে হাতযোৰ কৰি বিনয় নম্ৰ সুৰে ক'লে,—"হে প্ৰভু দৈৱকীতনয়! তোমাৰ কথা সকলো সঁচা। তাত মোৰ অলপো সন্দেহ সংশয় নাই। তথাপি মোৰ মনত ভয় লাগিছিল। এতিয়া তোমাৰ কথা শুনি মোৰ সকলো ভয় সংশয় নোহোৱা হ'ল। হে নাৰায়ণ! পলম নকৰি ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰীৰ চৰণত সেৱা জনোৱাহে উচিত।"—এইবুলি আটাইকেইজন ধৃতৰাষ্ট্ৰৰ ওচৰত উপস্থিত হৈ "মই যুধিষ্ঠিৰ" বুলি পৰিচয় দিলে। ধৰ্ম্ম পুত্ৰ যুধিষ্ঠিৰৰ মাততে ধৃতৰাষ্ট্ৰই বুজি পালে যে পাণ্ডৱ আহিল। লগে লগে ৰথৰ পৰা নামিল। লগতে গান্ধাৰী সহ সকলো নাৰীও ৰথৰ পৰা নামিল। তাকে দেখি চাৰিভাই সহ ৰাজা যুধিষ্ঠিৰে অন্ধৰাজ ধৃতৰাষ্ট্ৰৰ চৰণত আঠুকাঢ়ি সেৱা জনালে।

———

## ধৃতৰাষ্ট্ৰৰ লৌহ ভীম চূৰ্ণ

বৈশম্পায়নে ক'লে,—হে অভিমন্যুৰ নাতি! তাৰ পিছত কি হ'ল কওঁ শুনা। বহিবৰ বাবে আসন ঠিক কৰি সঞ্জয়ে ৰাজা ধৃতৰাষ্ট্ৰৰ হাতত ধৰি নি বহুৱালে। শ্ৰীকৃষ্ণ আৰু সাত্যকিৰ লগতে পঞ্চ পাণ্ডৱো ৰাজাৰ সন্মুখত আসন পাৰি বহি ললে। ধৃতৰাষ্ট্ৰই মাত লগালে,—"বাচা ভীম! তই ক'ত আছ, মোৰ ওচৰলৈ আহ। তোক আলিঙ্গন দি মুখত এটি চুমা খাওঁ। মোৰ এশ পুত্ৰ মাৰিলি। জল পিণ্ড দিবলৈও কাকো নাৰাখিলি। দুৰ্য্যোধনৰ উৰু ভাঙিলি। দুঃশাসনৰো বুকু ফালি ৰক্ত পান কৰিলি। এই সকলো খবৰ পাই হৰিষে বিষাদে ইয়ালৈ আহিলোঁ। গতিকে মোৰ ওচৰলৈ আহ বোপাই! তোক মোৰ অন্তৰৰ পৰা মোৰ প্ৰসাদ দিওঁ।" এইবুলি অন্ধৰাজে হাত দুখন আগবঢ়াই দিলে। দয়াময় করুণাসিন্ধু অন্তৰ্য্যামী শ্ৰীকৃষ্ণই ধৃতৰাষ্ট্ৰৰ মনৰ কথা বুজি পাই, যোগবলে তৎক্ষণাৎ এটি লোহাৰ প্ৰতিমা অন্ধ নৃপতিৰ হাতত দিলে। লোহাৰ ভীম পাই অন্ধৰাজৰ আনন্দৰ সীমা নোহোৱা হ'ল। "মূৰটোকে টিপি মাৰোঁ" বুলি ভাবি কোলাত তুলি ললে। ধৃতৰাষ্ট্ৰৰ

বলৰ অন্ত নাই। দহ হাজাৰ হাতীৰ সমান বল শৰীৰত আছে। সেই লোহাৰ ভীমটোক মহাবল কৰি আটিব ধৰোঁতেই ঘোৰ শব্দ কৰি ভাঙি চূৰ্ণীকৃত হ'ল। ভীম মৰিল বুলি ভাবি অন্তৰত পৰম আনন্দ লভিলে আৰু লোকক দেখুৱাই কপট হৃদয়েৰে মনত অতিশয় দুখ ভাৰ দেখুৱাই ভীমৰ শোকতে কান্দি কান্দি মাটিত চাঁচ্‌ কৰে পৰিল। তাকে দেখি দয়াময় চক্ৰপাণি শ্ৰীকৃষ্ণই হাঁহি হাঁহি অন্ধক ক'লে,—হে অন্ধ মহাৰাজ! তুমি আৰু নাকান্দিবা। মহাতেজ ভীমসেন মৰা নাই, কুশলে আছে। তোমাৰ অন্তৰৰ কপট স্বভাৱ আৰু ক্ৰোধৰ কথা জানি মই লোহাৰ প্ৰতিমা এটাকে হাতত তুলি দিছিলোঁ। তুমি সেই প্ৰতিমাটোকে ভাঙিলা। তাৰ বাবে মনত দুখ বেজাৰ কৰিব নালাগে। নাকান্দিবা আৰু। মন শান্ত কৰি, খেদ পৰিহাৰ কৰা। ভীমক মাৰিলে, দুৰ্য্যোধনক পুনৰ পাবা জানো? মাত্ৰ সংসাৰত তোমাক সকলোৱে নিন্দা কৰি থাকিব। চিৰকাললৈ তোমাৰ দুৰ্যশ পৰি ৰ'ব। গতিকে মহাৰাজ! এনে নিন্দনীয় কৰ্ম্ম এৰি পাণ্ডৱকে পুত্ৰ বুলি মানি লৈ চিত্ত শুদ্ধ কৰা। পাঁচো পাণ্ডৱক পুত্ৰসম জ্ঞান কৰি, হৃদয়ৰ খেদ পৰিহৰি মনক সন্তোষিত কৰা। শুনা কুৰুপতি! তুমি পূৰ্ব্বত কৈছিলা যে "মোৰ দুৰ্য্যোধন আদি যেনে পুত্ৰ, পঞ্চ পাণ্ডৱো মোৰ

তেনে পুত্ৰ !" সেই কথা এতিয়া কিয় পাহৰিলা ? জানিলোঁ, খলৰ (হিংসুক আৰু দুৰ্জ্জনৰ) মন কেতিয়াও শুদ্ধ নহয়। শিশুকালৰে পৰা পাণ্ডৱক যিমান দুখ দিলা, সেইবিলাক কথা অলপ সুমৰণ কৰা। পাঁচ পাণ্ডৱত কিঞ্চিৎমানো দোষ নাই। তুমি ভালদৰে ভাবি চোৱা। যিমান দোষ তোমাৰ পুত্ৰই কৰিলে, তাৰ সীমা সংখ্যা নাই। শিশু-কালতে মাৰিবৰ বাবে দুষ্ট দুৰ্য্যোধনে ভীমক বিষ খুৱালে। জুইত পুৰি মাৰো বুলি জতুগৃহ সাজি, তাতে থাকিব দি জুই লগাই দিলে। শকুনিক কূটপাশা খেলিব দিলা। ভাগ্য-বশে যুধিষ্ঠিৰে সৰ্ব্বস্ব হেৰুৱালে। ৰজস্বলা দ্ৰৌপদীৰ চুলিত ধৰি টানি আনি সভাৰ মাজত দুঃশাসনে বিবস্ত্ৰা কৰিব খুজিলে। দুৰ্য্যোধনে জয়দ্ৰথক পঠিয়াই বনবাসত দ্ৰৌপদীক হৰণ কৰালে। মনৰ দুখত পাঁচ ভাই বনবাসত আছে। দুৰ্য্যোধনে ছল কৰি দুৰ্ব্বাসাক পঠাই দিলে। ইমানবিলাকৰ স্বত্বেও পাণ্ডৱৰ ক্ৰোধ নজন্মিল। তোমাৰ পুত্ৰৰ কোনো অনিষ্ট সাধন নকৰিলে। হিংসা আচৰণ কৰা নাই। আৰু শুনা নৰপতি ! দুৰ্য্যোধনে যেতিয়া সসৈন্যে সাজি-কাচি তীৰ্থস্নান কৰোঁ বুলি গৈছিল, তেতিয়া চিত্ৰসেন গন্ধৰ্ব্বই ৰণত জিনি বান্ধি ধৰি বন্দী কৰি মহানন্দে লৈ গৈছিল। সেই সময়ত পঞ্চ ভায়েকে খবৰ পাই ; আৰু অৰ্জ্জুনে অকলে

খেদি গৈ গন্ধৰ্ব্বৰ হাতৰপৰা উদ্ধাৰ কৰি আনিছিল। সেই-সকলো কথা তুমি ভালদৰে জানা। বিচাৰ কৰি চালে দেখা যায়, পাণ্ডু পুত্ৰসকলৰ কোনো দোষ নাই। যুদ্ধত দুৰ্য্যোধনে ধৰ্ম্ম এৰি ভীষণ অন্যায় কৰিলে। অৰ্জ্জুনৰ ষোল্ল বছৰীয়া শিশু অভিমন্যুক সপ্তৰথীয়ে বেৰি পশু মৰা দি মাৰিলে। ইত্যাদি ইত্যাদি অনেক অধৰ্ম্ম অনীতি সহ্য কৰিব নোৱাৰি শোকে-দুখে জৰ্জ্জৰিত হৈ ক্ৰোধত জ্বলি উঠিল আৰু প্ৰতিজ্ঞা কৰিলে। সেই প্ৰতিজ্ঞা সাফল কৰিবৰ বাবেই কৌৰৱক সংহাৰ কৰিলে। ক্ষত্ৰিয়ই প্ৰতিজ্ঞা লঙ্ঘন কৰিলে, চিৰকাল নৰক ভুঞ্জিব লাগে। এই কথা তুমি নাজানা নহয়। এনেস্থলত তুমি কি কাৰণে ইমান আক্ৰোশ কৰিছা? পাণ্ডৱত অলপো দোষ নাই। ভাবি চোৱা। পুত্ৰ শোকত যদি তুমি অকৰ্ম্ম কৰা, তেন্তে অধৰ্ম্মতো হ'বই, তাৰোপৰি লোক সমাজত সকলোৱে চিৰকালে তোমাৰ কুযশ ঘোষণা কৰি থাকিব। তুমি নিজে সমস্ত শাস্ত্ৰৰ তত্ত্ব জানা। এনেস্থলত জানি শুনি কিয় পাণ্ডৱৰ ওপৰত ক্ৰোধ কৰিছা? যদি তুমি পাণ্ডৱক শাপ দি মাৰিও পেলোৱা, তথাপি তোমাৰ পুত্ৰসকলক পাবা জানো? তোমাৰ কথাকাণ্ড দেখি লোকে নিন্দাহে কৰিব। এতেকে হে মহাৰাজ! মোৰ বাক্য মানি পাণ্ডৱৰ প্ৰতি ৰোষ এৰা।

অন্যায় কৰি অধৰ্ম্মত লিপ্ত নহ'বা। পাণ্ডৱৰ প্ৰতি তুমি চিত্ত শুদ্ধ কৰা। ভাতৃৰ পুত্ৰ বুলি নাভাবি, নিজৰ পুত্ৰ বুলি ভাবা।"

এইদৰে ৰজাক বুজাই বঢ়াই, গান্ধাৰীক ক'লে—"হে আই শুনা! তোমাৰ চৰণত মোৰ অলপ মিনতি। দুৰ্য্যোধন ৰণলৈ যাবৰ সময়ত তোমাৰ পৰা আশীৰ্ব্বাদ খুজিছিল। তেতিয়া তুমি কৈছিলা—"যথা ধৰ্ম্ম তথা জয়।" এতিয়া সেই কথা কিয় পাহৰিলা আই? তোমাৰ কথামতে পাণ্ডৱৰ জয় আৰু কৌৰৱৰ পৰাজয় হৈছে। গতিকে খং কৰা অনুচিত। তুমি মহা শান্তি। অসন্তোষ এৰা। মোৰ-মতে পঞ্চ পাণ্ডৱক তোমাৰ নিজৰ পুত্ৰতকৈও বেছি মৰমহে কৰা।"

গান্ধাৰীয়ে হাতযোৰ কৰি দয়াময় শ্ৰীকৃষ্ণৰ চৰণত নমস্কাৰ কৰি ক'লে,—"হে দয়াময় পৰমপুৰুষ নাৰায়ণ! তুমি যি কথা ক'লা, সেই সকলো কথা সত্য। কিন্তু মোৰ হৃদয়ৰ তাপ কেনেকৈ সহ্য কৰোঁ! এশ পুত্ৰৰ কথা সুঁৱৰি মই জীয়াই থাকিব নোৱাৰা হৈছোঁ। একেলগে সকলো কেইজন যমপুৰীলৈ গ'ল। মনৰ শোক দুগুণ হৈছে। শোক অগনিয়ে মোক দহি পুৰি মাৰিছে। পাণ্ডৱে এশৰ ভিতৰত এটিও নাৰাখিলে। একেবাৰে সঁচ কঠিয়া মাৰি পেলালে।

সেয়েহে পাণ্ডু পুত্ৰৰ প্ৰতি মনত খেদ জন্মিছে। তথাপি তোমাৰ বাক্য পালন কৰি সকলো খং ৰাগ এৰিলোঁ। কিন্তু পুত্ৰৰ শোকে মোক দহি পুৰি মাৰিছে।" এইবুলি গান্ধাৰীয়ে অলপ টলকা মাৰিলে।

---

## গান্ধাৰীৰ লগত পাণ্ডৱৰ উত্তৰ প্ৰত্যুত্তৰ

দয়াময় শ্ৰীকৃষ্ণৰ কথা শুনি অলপ টলকা মাৰি থাকি ভীমৰ ফালে চাই ক'ব ধৰিলে, শুনা ভীমসেন! যেতিয়া দুৰ্য্যোধনৰ লগত তোৰ ভয়ঙ্কৰ গদা যুদ্ধ হয়, তেতিয়াই ঘোৰ অনিয়ম কৰি তই ঘোৰতৰ কৰ্ম্ম কৰিলি। নাভিৰ তলত গদা প্ৰহাৰ কৰা শাস্ত্ৰ সম্মত নহয়। তই ধৰ্ম্ম উচ্ছেদ কৰি মোৰ জেষ্ঠপুত্ৰ দুৰ্য্যোধনক গদাৰে কোবাই কোবাই উৰু ভাঙি ঘোৰ অনিয়ম কৰি মাৰিলি। মোৰ এশকৈ পুত্ৰ নিধন কৰি বংশও উচ্ছন্ন কৰিলি। তাতে সম্বন্ধত দুৰ্য্যোধন তোৰ জেষ্ঠ ভাতৃ। শাস্ত্ৰ বিৰোধ কৰ্ম্ম কৰি সোদৰ বধী হলি।

গান্ধাৰীৰ কথা শুনি ভীমসেন ভয়ত কম্পমান হ'ল, আৰু হাতযোৰ কৰি ক'লে,—শুনা আই! পূৰ্ব্বৰ সকলো

কথা তুমি জানা। আমাৰ প্ৰতিজ্ঞা আছিল। সেইবাবেই এনে গুৰুতৰ কৰ্ম্ম কৰিব লগা হ'ল। তুমি যে কৈছা "ৰণত জিনিব নোৱাৰি অন্যায় সমৰ কৰি মাৰিলোঁ বুলি," সেইষাৰ কথা সত্য নহয়। ক্ষত্ৰিয় ধৰ্ম্মৰ কথা তুমি ভালদৰে জানা। যদি প্ৰতিজ্ঞা পালন নকৰোঁ তেন্তে অধৰ্ম্ম আৰু নৰকত বাস হব। সেইবাবেই মই মোৰ প্ৰতিজ্ঞা পালন কৰি, উৰু ভাঙিছোঁ। নিজৰ দোষতেই তোমাৰ এশ পুত্ৰ মৰিছে। শুনা আই! শিশুকালৰ পৰাই মোক যিমান দুখ দিলে, তুমি সকলো জানা। সেই কথা মনত পৰিলে হিয়া ফাটি ছিটি যাব খোজে। মোক মাৰিবৰ বাবে দুৰ্য্যোধনে ছল কৰি সককালতে বিষ খুৱালে। আমাক মাৰিবৰ বাবে জতুগৃহ সাজি তাতে থাকিব দি জুই জ্বলাই দিলে। তাতে জগতৰ ঈশ্বৰে আমাক ৰক্ষা কৰিলে। আমাৰ আয়ুস আছিল বাবে। তথাপি আমাৰ প্ৰতি অলপো দয়া মায়া নুপজিল। পুনঃ কূটপাশা খেলি দয়াহীন দুৰ্য্যোধনে ধন-জন সমস্ত কাঢ়ি লৈ কাৰো কথা নামানি আমাক বনলৈ পঠালে! বনবাসত কি যে যাতনা ভুগুজিলোঁ। কি ক'ম আই! সেই যাতনা দুখৰ কথা মনত পৰিলে, এতিয়াও গাত জুই জ্বলি উঠে। কাম্যক বনত থাকোঁতে জয়দ্ৰথক পঠাই দি দ্ৰৌপদীক হৰণ কৰিলে। শাপ দি মাৰিবৰ

অভিপ্ৰায়েৰে ছল কৰি দুৰ্ব্বাসাক পঠাই দিলে। আকৌ শ্ৰীমাধৱে ব্ৰহ্ম শাপৰ পৰা উদ্ধাৰ কৰিলে। হে, আই। অন্তেষপুৰত থাকি তুমি সকলো কথাই জান। তোমাৰ পুত্ৰই যিমান দুখ যাতনা দিলে, তাক কৈ শেষ কৰিব নোৱাৰি। সেইবাৰেই মহো ছল পাই, গুৰুতৰ খণ্ডৰ ভয়ত সকলো শেষ কৰিলোঁ। আৰু শুনা আই! আমাৰ কপালৰ কথা কি কম! সম্পূৰ্ণ এটা বছৰ অজ্ঞাত বাসৰ বাবে বিৰাট ৰজাৰ ঘৰত চাকৰ খাটিলোঁ। তেৰ বছৰ কাল অসহন যাতনা নিকাৰ ভুঞ্জি বনবাস শেষ কৰি আমি পাঁচ ভাইৰ বাবে মাত্ৰ পাঁচখন গাওঁ খুজি শ্ৰীগোপালক পঠালোঁ। উভয় কুলৰ কাজিয়া ভাঙিবৰ বাবে যদুকুল-পতি শ্ৰীকৃষ্ণ, লগত ঋষি-মুনি সকলে তোমাৰ পুত্ৰক বুজাবৰ বাবে হস্তিনালৈ গ'ল। তথাপি সেই বুজনি নামানি বিনা যুদ্ধে বেজীৰ আগমানো ৰাজ্য নিদিওঁ বুলি ক'লে। সেই কথা তুমি জানা। আচোক ৰাজ্য দিব, শ্ৰীকৃষ্ণকো বান্ধিবহে খুজিলে। এনে নিদাৰুণ কথা কাণ্ড ক'ত শুনিছা? তোমাৰ পুত্ৰই এনে নিদাৰুণ কৰ্ম্মও কৰিছে। পাছত ভীষ্ম দ্ৰোণ, বিদুৰ আদিয়ে কত ৰকমে বুজালে, তুমিও কত বুজালা; এতিয়া তুমি সেই কথা পাহৰিলা। মনতে সুমৰি চোৱা। কাকো কথা নামানিলে, অৱজ্ঞা কৰিলে। কেৱল

যুদ্ধেহে বিচাৰিলে। সেইবাবে মই ঠিক্‌চে নিধন কৰিলোঁ। ইয়াত মোৰ কি দোষ হ'ল? তাক যদি নামাৰো, তেন্তে ৰাজ্য আৰু সুখৰ পৰা আমি বঞ্চিত হ'ব লাগে। হে আই! তুমিয়ে কোৱাচোন বাৰু, সুখ ত্যাগ কৰি, কোনে দুখ বাঞ্ছা কৰে? সকলোৱে সুখকে বাঞ্ছা কৰে। সেইবাবে সকলোৱে সুখৰ বাবেই অহোপুৰুষাৰ্থ যত্ন কৰে। সেই কাৰণেই আমিও ধৰ্ম্মাধৰ্ম্ম এৰি তোমাৰ পুত্ৰ বধ কৰিলোঁ। দ্ৰৌপদীক সভাৰ মাজলৈ নি, নানা লঘু লাঞ্ছনা কৰি উৰু দেখুৱাইছিল। সেইদেখি মই দাৰুণ ক্ৰোধবশে তাৰ উৰু ভাঙিলোঁ। নিজৰ দোষত, অধৰ্ম্মৰ ফলত, সকলোবিলাকে যমপুৰলৈ গ'ল। গতিকে হে আই! তুমি মোক দোষ নকৰিবা। আৰু এটি কথা তোমাৰ চৰণত নিবেদন কৰোঁ আই, শুনিবা, কৌৰৱক মাৰি, অন্তৰত মই পৰম আনন্দ লাভ কৰিছোঁ।

ভীমৰ কথা শুনি দীঘলকৈ নিশ্বাস চাড়ি অতিশয় দুখেৰে ক'লে,—হে মোৰ বাপ ভীমসেন! তুমি যিবিলাক কথা শুনালা, সেই সকলোবিলাক সত্য কথা। নিজৰ দোষত নিজেই মৰিল। বুজিলোঁ দুৰ্য্যোধন মহা অপৰাধী। সেই বাবে তাক বধ কৰি, নিষ্কণ্টক হ'লা। মোৰ পুত্ৰ দুৰ্য্যোধন বৰ দুৰাচাৰ আছিল! তাক মাৰি ভাল কৰিলা, কিন্তু

দুঃশাসনে কি অপকাৰ কৰিলে? অকাৰণে তাক কিয় বধ কৰিলা? তাতে তোমাৰ সৰু ভাই হয়। পুত্ৰৰ দৰে। এনেস্থলত কোনমতে তাৰ তেজ পান কৰিলা? এই কথা শুনিলে ৰাক্ষসৰ নিচিনা যেন লাগে। এনে বিপৰ্য্যয় কাৰ্য্য কিয় কৰিলা?

ভীমে ক'লে,—শুনা আই। এই কথা মোক সুধিছা কিয়? তুমি নিজেই জানা দেখোন। তোমাৰ গৰ্ভত জন্ম পোৱা আটা ইকেইটা সন্তানেই অত্যন্ত কপটীয়া আৰু মহা দুৰ্জ্জন বুলি নিশ্চিত জানিবা। যেতিয়া দ্ৰৌপদীৰ চুলিত ধৰি সভাৰ মাজলৈ টানি আনি বস্ত্ৰ হৰণ কৰে, তেতিয়া মই প্ৰতিজ্ঞা কৰিছিলোঁ যে "মই ইয়াৰ বুকু ফালি ৰক্তপান কৰিম।" যিহেতু পূৰ্ব্বতেই মই এই প্ৰতিজ্ঞা কৰিছিলোঁ, সেয়ে তাৰ হিয়া বিদাৰি ৰক্ত পান কৰিলোঁ। হে আই! ক্ষত্ৰিয় জাতিৰ ক'তো মায়া মোহ নাই। কেতিয়াবা বাপেক পুতেকৰ ভিতৰতো মৰম স্নেহ নোহোৱা হয়। প্ৰতিজ্ঞা পালন কৰাৰ বাবেহে তোমাৰ পুত্ৰক তেনেদৰে মাৰিছোঁ। এতেকে মোক কোপ কৰা উচিত নহয়।

এইবুলি ভীম মনে মনে থাকিল। পুত্ৰৰ শোকত গান্ধাৰীৰ মন বিষাদেৰে পূৰ্ণ। পুনঃ ক'লে,—"শুনা বাপু বায়ুৰ নন্দন। এশ পুত্ৰৰ শোকত মই স্থিৰে থাকিব

নোৱাৰা হৈছো। গৰ্ভত ধাৰণ কৰিছোঁ। যেতিয়া প্ৰাণে সহে কেনেকৈ? কুপুত্ৰ সুপুত্ৰ দুয়ো মাতৃৰ মনত সমান। একোমতে পুত্ৰৰ শোক পাহৰিব নোৱাৰোঁ। পুত্ৰৰ বিয়োগ অগ্নিয়ে মোৰ দেহা পুৰি মাৰিছে।" গান্ধাৰীৰ কথা শুনি যুধিষ্ঠিৰে মাত লগালে,—শুনা আই! তুমি অকাৰণে শোক কৰিছা। মিছাতে আমাক ক্ৰোধ কৰিছা। দৈৱৰ বিপাক কোনে এৰাব পাৰে? আৰু চোৱা আই! তোমাৰ গৰ্ভজাত সন্তান আটাইকেইটা অতিশয় দুৰাচাৰী, কাৰো ধৰ্ম্মত মতি নাই। তোমাৰ পুত্ৰসকল নিজৰ দোষতে মৰিল। কেৱল কলঙ্কৰ ভাগী হলোঁ আমি। কাল অনুসৰি সকলোৰে মৰণ মিলে। মৰাজনৰ যিকোনো এটা কাৰণ থাকে। কোনোজন মৰে সৰ্পৰ দংশনত। কোনোজন মৰে গছৰ পৰা পৰি। গাতত পৰি মৰে, জলত বুৰিও মৰে, বাঘে খায় মাৰে, হাতীয়েও মাৰে, গাহৰিৰ মুখত পৰিও মৰে, অস্ত্ৰৰ আঘাততো মৰে, গলত চিপজৰী লগাই মৰে, ডকাইতেও মাৰে, বেমাৰ-ব্যাধিত পৰি মৰে, বুঢ়া হৈয়ো মৰে, গৰ্ভতো মৰে, কোনোজন আকৌ জন্মিয়েই মৰে। মুঠতে মৃতজনৰ কিবা নহয় কিবা এটা কাৰণ থাকিবই লাগিব। তোমাৰ পুত্ৰ মৰিল নিজৰ দোষত। আমি মাত্ৰ কাৰণ হ'লোঁ। পৃথিৱীত আমাৰ অপযশ ৰ'ল। নিজৰ

দোষত এশ ভাই মৰিল। তোমাৰ পুত্ৰেই বহুত অনীতি কৰিলে। দিনে দিনে আমাক নানা দুখ দিলে। অকণতেই পিতৃহীন হ'লোঁ। সুখে-দুখে তাঙৰ পিতাৰ অধীনতে থাকিলোঁ। পিছত নৃপতিয়ে সুকৃপা কৰি ইন্দ্ৰপ্ৰস্থ ৰাজ্য দিলে। তাকে দেখি দুৰ্য্যোধনে সহিব নোৱাৰা হ'ল। শকুনিৰ লগত কুমন্ত্ৰণা কৰি গোটেই জনমটোত আমাক বহুত হিংসা কৰিলে। তথাপিতো তাৰ মনত অলপো দয়া নুপজিল। মোক মাতি আনি কূট পাশা খেলি ৰাজ্যধন সমস্ত হৰণ কৰি আমাক বনলৈ পঠালে। বুজিছানে আই। যদি বিষৰ গছ ৰোৱে কোনোবাই, তেও যদি নিজেই সেই গছডাল কাটে, তেন্তে তাৰো মহাপাপ হয় বুলি মুনিসকলে শাস্ত্ৰত কৈছে। তথাপিতো দুৰ্য্যোধনে তাকো ভাবি নাচালে। দুৰ্য্যোধন ভায়ে আৰু একো বাকী নেৰিলে। বনে বনে ঘূৰালে দীনজনৰ দৰে। সেইবিলাক কথা মনত পৰিলে হিয়া বিদাৰি প্ৰাণ যোৱা যেন পাওঁ। হায় হৰি হৰি। কি কাৰণে নমৰিলোঁ। নমৰিলোঁ বাবেই পুনু ধৌম্যক পঠাই নিজৰাজ্য খুজিলোঁ। ঋষিৰ বাক্য নামানিলে, নুশুনিলে, ৰাজ্যও নিদিলে। তাকে শুনি মই মৰ্ম্মাহত হ'লোঁ। দুৰ্য্যোধনে পূৰ্ব্বতে যি নিয়ম কৰি দিছিল, সেই মতে আমি শ্ৰীনাৰায়ণৰ অনুগ্ৰহত উদ্ধাৰ পালোঁ। এতিয়া আকৌ কিয় ৰাজ্য

নিদিলে। সেই বাবে যুদ্ধ কৰাটোকেই ঠিক কৰিলোঁ। পুনৰ ভাবি-চিন্তি স্থিৰ কৰিলোঁ যে ভাই ভাই বিৰোধ কৰা ভাল কথা নহ'ব। কিন্তু ভীম অৰ্জ্জুন নকুল সহদেৱে মোৰ কথা একেবাৰে নুশুনা হ'ল। ক্ৰোধত যেন অগ্নিময় হ'ল। তাকে দেখি দয়াময় শ্ৰীকৃষ্ণৰ লগত মই আলোচনা কৰি দুৰ্য্যোধনক বুজাবৰ বাবে পঠালোঁ। বিবাদ কৰি কোনো লাভ নাই। দুৰ্য্যোধনেই বাক সমস্ত ৰাজ্য লওঁক। আমাৰ পাঁচ ভাইৰ বাবে পাঁচখন গাওঁ দিলেই আমাৰ হ'ব। দয়াময় শ্ৰীকৃষ্ণ হস্তিনালৈ গৈ দুৰ্য্যোধনক আমাৰ সকলো কথা ভালদৰে বুজাই ক'লে। শ্ৰীকৃষ্ণৰ কথাও নুশুনিলে। ভীষ্ম, দ্ৰোণ, বিদুৰ আদিয়েও অনেক বুজালে। তথাপি তোমাৰ পুত্ৰ দুৰ্য্যোধনে কাৰো কথা নুশুনিলে। কেৱল যুদ্ধহে বিচাৰিলে। শ্ৰীকৃষ্ণৰ পৰা সকলো কথা জানি আকাশী সৰল, ভাণ্ডি পৰা যেন পালোঁ। একাদশ অক্ষৌহিণী সৈন্য সাজু কৰি লগত মহাবীৰ ৰথী মহাৰথী সকলকো সহায় কৰি ল'লে। ভীম অৰ্জ্জুনে শুনি ভয় খাই উঠিল। শেষত অ'ব ভ'ব পৰা অলপ সৈন্য যোগাৰ কৰি শ্ৰীকৃষ্ণক সাৰথি কৰি তেওঁৰ ওপৰত সমস্ত অৰ্পণ কৰি ৰণলৈ বুলি গ'লোঁ। ৰণভূমিতো দুৰ্য্যোধনক ক'লোঁ,—শুনা ভাই দুৰ্য্যোধন। ৰণ কৰি লাভ নাই। তুমি আমাৰ সমস্ত ৰাজ্যতাৰ কাঢ়ি ল'লা,

বাকলি বসন পিন্ধি, গছৰ ফল-মূল খাই বনে বনে ফুৰিলোঁ। বনত দুখত দিন নাযায়, ৰাতি নুপুৱাই। তথাপি সেই কথা এৰিলোঁ। তুমিয়ে সুখত থাকা। মাত্ৰ আমাৰ ভাগত যি পাওঁ তাকে এৰি দিয়া। তেতিয়া হ'লে তুমি আমাৰ আক আমিও তোমাৰ বুলি জানিবা। জ্ঞাতিসকল ৰক্ষা পৰক। দুয়োঘৰ ৰক্ষা পৰক। হাই-কাজিয়া পৰিহাৰ কৰা। এইদৰে অনেক বুজালোঁ। তথাপি তোমাৰ পুত্ৰ দুৰ্য্যোধনে কোনো কথাকে নামানিলে। নুশুনিলে। ভাবি চোৱা আই! আমাৰ গাত কোনো দোষ নাই। বাৰে বাৰে কত যে বুজালোঁ,—কি কম! কোনো কথাকে নুশুনিলে, অৱজ্ঞা কৰিলে। প্ৰতিজ্ঞা পালন কৰাটো ক্ষত্ৰিয়ৰ ধৰ্ম্ম। তাকে নকৰিলে অধৰ্ম্ম হয়। যাৰ যেনে প্ৰতিজ্ঞা আছিল, তেনেদৰে ধৰ্ম্ম ৰক্ষা কৰি প্ৰতিজ্ঞা পালন কৰি কৌৰৱক বধিলোঁ। তথাপি যদি আমাৰ প্ৰতি তোমাৰ অসন্তোষ আছে, তেন্তে মোকে শাপি ভস্ম কৰি দিয়া। তোমাৰেই সন্তোষ হওঁক। মই নৰাধমে শাপযোগ্য কৰ্ম্ম আচৰণ কৰিছোঁ। মই অধমে জ্ঞাতি বধ কৰিলোঁ। জ্ঞাতি বধি চণ্ডাল মই মহাপাপ কৰ্ম্ম কৰিলোঁ। সংসাৰত কুখ্যাতি ৰ'ল। অধৰ্ম্মও হ'ল। গতিকে মোৰ জীৱন ধৰাৰ কোনো ফল নধৰিলে। দিয়া মোক অভিশাপ, মই বসাতলতে যাওঁক।

যুধিষ্ঠিৰৰ কথা শুনি গান্ধাৰীৰ মন সন্তুষ্ট হ'ল। পাণ্ডৱক প্ৰতি পুত্ৰসম স্নেহ উপজিল। তাৰ পাছত আদৰ-সাদৰ কৰি গান্ধাৰীয়ে ক'লে,—"হে মোৰ বাপ যুধিষ্ঠিৰ! তুমি যিবিলাক কথা ক'লা, সেই সকলো কথা সত্য। মই নিশ্চিত-ৰূপে জানিলোঁ, তোমালোকৰ গাত অলপো দোষ নাই। ভয় নাথাবা। মই তোমালোকক অভিশাপ নিদিওঁ। কিন্তু মোৰ প্ৰাণে পুত্ৰশোক সহিব নোৱাৰা হৈছে। বাক যা! তোমাৰ জননী কুন্তীও ইয়ালৈ আহিছে। তোমালোক পাঁচো ভায়েৰাই শীঘ্ৰে গৈ তেওঁক দেখা কৰা।" এইবুলি গান্ধাৰী আই মনৰ দুখে বেজাৰে মনে মনে থাকিল।

গান্ধাৰীৰ কথামতে পাঁচো ভায়ে শ্ৰীকৃষ্ণ আৰু সাত্যকিক লগত লৈ কুন্তীৰ ওচৰলৈ গৈ চৰণত সেৱা জনালে। বহুদিনৰ মূৰত মাকে পুতেকহঁতক পাই আশীৰ্ব্বাদ দিলে। কিন্তু কৰ্ণৰ শোকত কুন্তীৰ মনত দুখ। তাকে দেখি দয়াময় শ্ৰীকৃষ্ণই মাত লগালে—বোলো পেহী! এই আনন্দৰ সময়ত তোমাৰ মনটো দেখিছোঁ অলপ সেমেকা সেমেকা। চোৱা! মই আগতে তোমাক যে কৈছিলোঁ, সেই কাম মই আখৰে আখৰে পালন কৰিলোঁ। এতিয়া তুমি আনন্দহে কৰিব লাগে। এনে শুভক্ষণত তুমি চিন্তিত কিয়? এতিয়া হস্তিনাত তোমাৰ পুত্ৰ ৰজা হ'ব। কুৰুবংশ সবংশে ধ্বংস

হ'ল। চোৱা, পুত্ৰ আৰু স্বামীৰ শোকত সকলোৱে কান্দিব লাগিছে। এনেক্ষেত্ৰত তুমি বিষাদিত হৈছা কিয়?

শ্ৰীকৃষ্ণৰ কথা শুনি কুন্তীয়ে মাত লগালে,—হে দয়াময় প্ৰভু! আগতে তুমি যি কৈছিলা, সকলো সফল হ'ল। কিন্তু এটা কথাৰ বাবে মনত বিষাদ মিলিছে। তুমি সকলোৰে কৰ্ত্তা, তুমি আদি দেৱ। তুমি বিনে কৰ্ত্তা আন কোনো নাই। হে নাৰায়ণ! তুমি সমস্ত জগতৰ কৰ্ত্তা, অধিকাৰী। তুমি বিনে ৰাখোঁতা, মাৰোঁতা আন কোনো নাই। তুমি হেন পৰম বান্ধৱ, পৰম সুহৃদ, সখা, ইষ্ট থাকোঁতে, সুভদ্ৰাৰ পুত্ৰ অভিমন্যুক কিয় মাৰিলা? তাতে তোমাৰ নিজৰ ভাগিনো হয়। বাচাৰ মৰণ বাৰ্ত্তা পাই মনত অতিশয় দুখ পাইছোঁ। হে নাৰায়ণ! সেই শোকে তাপে মোক দহি পুৰি মাৰিছে। জীয়াই থাকিব নোৱাৰা হৈছোঁ।

কুন্তীৰ কথা শুনি শ্ৰীকৃষ্ণই ক'লে,—হে পেহী! জানি শুনি তুমি মোৰ ওচৰত কি কথা কৈছা? কিয় দুখ কৰিছা? বিধাতাই যাৰ ভাগ্যত যি লিখি থৈছে, তাক খণ্ডন কৰিবলৈ কাৰ সাধ্য আছে? বিধিৰ নিয়ম মই কেনেকৈ উলঙ্ঘা কৰিম! মইয়ো তাক অন্যথা কৰিব নোৱাৰোঁ। আয়ু অনুৰূপে জীৱৰ জীৱন মৰণ হয়। কাৰ শক্তি আছে তাক নিবাৰণ কৰিব? কোনোজনে কৰ্মৰ ফলত বহুদিন জীয়াই থাকে। কোনোজনে কৰ্মৰ ফলত

অল্প বয়সতে মৰে। জীৱই পাপ কৰ্ম্ম কৰিও নমৰে আৰু পুণ্য কৰ্ম্ম কৰিও চিৰকাল জীয়াই নাথাকে। কৰ্ম্ম অনুসৰি জীৱই অহা-যোৱা কৰি থাকে। গতিকে মোত অসন্তোষ নকৰিবা। সকলোবিলাক কৰ্ম্মৰ ফল বুলি জানি চিত্ত স্থিৰ কৰা।

এনেতে উত্তৰা আহি স্বামীৰ শোকত মাটিত পৰি বাগৰি বাগৰি কান্দিব ধৰিলে। হা প্ৰাণনাথ মোৰ অভিমন্যু মহাবীৰ! তোমাৰ বিৰহত মই জীয়াই থাকিব নোৱাৰা হৈছোঁ। যাৰ মামা স্বয়ং দয়াময় শ্ৰীকৃষ্ণ। পিতা যাৰ মহাবীৰ ধনঞ্জয়! তেনেজনৰ বিয়োগ মই কেনেকৈ সহোঁ! এইদৰে উত্তৰাই ইনাই বিনাই কান্দিব ধৰিলে।

ইফালে দ্ৰৌপদীয়ে শাহুৱেকৰ চৰণত ধৰি কান্দি কান্দি ক'ব ধৰিলে—শুনা শাহু আই! মোৰ কি দশা হ'ল। দিনত ঘোৰতৰ যুদ্ধ কৰি আহি খাই বই উঠি ৰণশ্ৰমত ৰাতি ঘোৰ টোপনিত পৰি থকা অৱস্থাত পাই ক্ৰূৰমতি অশ্বত্থামাই মোৰ পাঁচোজন পুত্ৰকে মাৰিলে। পুত্ৰৰ দাৰুণ তাপ মই কেনেকৈ সহো আই! হৃদয়ৰ তাপে মোক পুৰি মাৰিছে। মোৰ দুখৰ কথা কি কম আই! পূৰ্ব্বত দুঃশাসনে কি যে অৱস্থা নকৰিলে। চুলিত ধৰি মোৰ মুখৰ ফালে চাই চাই কিমান যে কদৰ্থনা কৰিলে। সভাৰমাজত বস্ত্ৰও কাঢ়ি নিলে। তেতিয়া সভাৰ মাজত মই

শপত খাইছিলোঁ। সেইবাবে বাৰ বছৰ মুক্তকেশে আছিলোঁ। ভীমে প্ৰতিজ্ঞা পূৰণ কৰি সেই পাপীষ্ঠ দুঃশাসনক মাৰি তাৰ তেজ আনি দিলত, সেই তেজ চুলিত সানি মইহে মই চুলি বান্ধোঁ। সেইদিনাৰ পৰাহে মোৰ দুখ গুচিল। আজিলৈ তোমাক দেখা নাছিলোঁ আই। আজিহে তোমাৰ চৰণ পাই অন্তৰত শান্তি লাভ কৰিলোঁ।

---

গান্ধাৰী প্ৰভৃতি স্ত্ৰীসকলৰ যুদ্ধৰ ঠাইলৈ গমন আৰু নিজ পতি-পুত্ৰৰ মৃত শৰীৰ দেখি সকলোৰে শোক

বৈশম্পায়ন মুনিয়ে ক'লে,—শুনা পৰীক্ষিত সুত। কুৰু-পাণ্ডু দুই পক্ষৰ নাৰীসকল মৰা শ চাবলৈ অদ্ভুত কান্দোন-কাতোনেৰে ৰণভূমিলৈ গ'ল। সঞ্জয়ে ধৃতৰাষ্ট্ৰৰ হাতত ধৰি লাহে লাহে সমৰ ভূমিলৈ যায়। শ্ৰীকৃষ্ণৰ লগত যুধিষ্ঠিৰ ভীম অৰ্জুন নকুল সহদেৱ আদি সকলোবিলাক ধৃতৰাষ্ট্ৰৰ পাছে পাছে গৈ, ৰণভূমিৰ মাজ পালে। দেখে যে মহা ভয়াবহ ঠাই। তেওঁলোকে ৰণভূমিখন জোকেৰে ৰোকা উঠি

আছে। পৰ্ব্বত আকাৰে মৰা শ পৰি পৰি আছে। ভূত-প্ৰেত, নিশাচৰ ডাকিনী-যোগিনীবিলাকে হাতত মুণ্ড তুলি লৈ আটাহ পাৰি পাৰি নাচিব লাগিছে। কাউৰী শগুন আদিয়ে আবাৰ কৰি তেজ মাংস ভক্ষণ কৰিব লাগিছে। ফেকৰাই ফেউ ফেউ বাৰ কৰিছে। শৃগাল-কুকুৰবিলাকে চিঞৰ বাসৰ কৰি মাংস টানি টানি খাব লাগিছে। শৱৰ ওপৰত শৱ বিকৃত আকাৰে পৰি আছে। দেখিলেই গা- মূৰ শিহৰি উঠে। ভয়ত হৃদয় কঁপি উঠে। তথাপি নাৰীবিলাকে ভয়কো ভয় নকৰি কেৱল নিজৰ পতি-পুত্ৰ বিচাৰি ফুৰিছে। কোনো কোনোৱে নিজৰ মৰা স্বামীক পাই, হুৰাও বাৰে কান্দিব ধৰিলে। কোনোৱে "হা মোৰ প্ৰাণ স্বামী! অভাগিনীক এৰি ক'লৈ গ'লা! কাৰ মুখ চাই ঘৰত থাকিম! হৰি হৰি আৰু নেদেখিম স্বামীৰ মুখ! উঠা উঠা প্ৰাণনাথ, নিদ্ৰা পৰিহাৰ কৰা। তোমাৰ প্ৰাণপ্ৰিয়াই কান্দিব লাগিছে, আকোলামাৰি ধৰা।" আদি হৃদয় বিদৰা শোকে-তাপে কান্দোনৰ খলকনি লগালে। মৰা শ বিলাক স্তূপাকাৰ হৈ আছে। দেখিলেই ভয় লাগে! ঘোৰ মূৰ্ত্তি ধৰি ভূত-প্ৰেত বিলাকে চেলেকি চেলেকি তেজবোৰ খাব লাগিছে। তাকো ভয় নকৰি নাৰীবিলাকে পতি-পুত্ৰ বিচাৰি শোকে-তাপে হাহাকাৰ কৰি ফুৰিছে। কোনোজনীয়ে বুকুত ভুকুৱাইছে,

কোনোজনী তেজৰ খোকাতেই পৰি বাগৰি বাগৰি কান্দিছে। কোনোজনীয়ে গাই-গহনাবিলাকক আঁছুৰি-পিছুৰি ছিঙি দলিয়াই পেলাইছে। কোনোজনীয়ে মৰাশৰ মুখতেই চুমা খাইছে। কোনোজনীয়ে মৰা শৱকে কোলাত তুলি লৈছে। কোনোজনীয়ে ক'ৰবাত মূৰটো পাই গা-ছোৱা বিচাৰি তাতে জোৰ দি উবুৰি খাই চুমা খাইছে। কোনোজনী অচেতন হৈ মৰা শৱ লগতে পৰি আছে।

এইদৰে কৌৰৱৰ নাৰীবিলাকে পুত্ৰ আৰু স্বামীৰ শোকত কান্দি ব্যাকুল হোৱা দেখি গান্ধাৰীৰ হৃদয় দগ্ধ হৈ গ'ল। বোৱাৰীবিলাকৰ অতিশয় শোক দুখ দেখি স্থিৰে থাকিব নোৱাৰি মহাশোকে কান্দিব ধৰিলে। লগে লগে কান্দোনৰ ঢৌ উঠিল। প্ৰবোধ দিওঁতা কোনো নাই। শোকত সকলোবিলাক অচেতন হৈ মৰাশৰ লগতে পৰি থাকিল। কোন ক'ত পৰি ৰ'ল খবৰ নাই। শৱৰ ওপৰতে শৱ পৰি পৰি আছে। হিচাপ কৰিবৰ সাধ্য নাই। হাতী-ঘোঁৰা, ৰথ-ৰথীৰ সীমা সংখ্যা নাই। নানা স্থানত নানা বিধ অলঙ্কাৰ পৰি পৰি আছে। শিৰৰ মুকুটবিলাক স্থানে স্থানে আছে। কুণ্ডলেৰে মণ্ডিত মূৰবোৰ দেখাত কি যে অদ্ভুত! কাৰো হাত, কাৰোবাৰ ভৰি, কাৰোবাৰ মূৰ নাই। মৰা শৱ বিলাক বিপৰীত ভাৱে স্থানে স্থানে পৰি আছে। ধ্বজা, ছত্ৰ, চামৰ,

নানা বিধ অস্ত্ৰ, ধনু তুণ আদি যি ভাবে পৰি পৰি আছে, তাক হিচাপ কৰিবৰ সাধ্য নাই। অগণন মকৰ কুণ্ডল পৰি পৰি আছে। ভৰি দিবলৈ ঠাই নাই। গান্ধাৰীয়ে মনত বিস্ময় মানিলে আৰু পাগলিনীৰ দৰে দুৰ্য্যোধনক বিচাৰি ফুৰিছে। অৱশেষত পালে। দেখে যে দুৰ্য্যোধন চিত হৈ মাটিত পৰি আছে। দেখা মাত্ৰে গান্ধাৰী বিষাদাচ্ছন্ন হৈ শোকত বিমূৰ্চ্ছিত হৈ মাটিত বাগৰি পৰিল। শৰীৰত জ্ঞান নোহোৱা হ'ল। চকু থৰ্ লাগি মৃতকৰ দৰে পৰি থাকিল। সকলোৱে ভাবিলে যে গান্ধাৰী শেষ। তাকে দেখি পাণ্ডৱৰ মনত অতিশয় দুখ লাগিল। আৰু আথে-বেথে পাঁচো ভায়ে তুলি ধৰি মূৰত তেল পানী দি বিচিৰ ধৰিলে। কিছু সময়ৰ পিছত গান্ধাৰীৰ চেতন আহিল। চকু মেলি চাই দুৰ্য্যোধনৰ মৰা দেহটোকে দুই হাতে ধৰি শোকে তাপে কান্দিব ধৰিলে,—"হৰি হৰি বিধি মোৰ কি গতি কৰিলা! আগে পুত্ৰ নিধি দি, পিছত আকৌ নিলা। এশ পুত্ৰ মাৰি নিলা। মই কেনেকৈ জীয়াই থাকোঁ! সকলোতকৈ দুৰ্য্যোধনৰ ওপৰত বেছি স্নেহ আছিল। হা মোৰ প্ৰাণ বাপু দুৰ্য্যোধন! মোৰ হিয়া শুদা কৰি তই গ'লি ক'লৈ? তোৰ সন্তাপে মই জীয়াই থাকিব নোৱাৰা হৈছোঁ। কোনে মোক আৰু আই বুলি মাতিব! কোন নিদাৰুণ যমে

কাঢ়ি নিলে তোক! কিনো মোৰ শিলাময় হিয়া! পুত্ৰৰ মৰণ দেখিও মই জীয়াই আছোঁ! হৰি হৰি! মোৰ কপালত কিনো লিখিলা। পুত্ৰৰ আগতে যে মোক মাৰি নিনিলা! পূৰ্ব্ব জন্মত কিনো ঘোৰতৰ পাপ কৰিছিলোঁ, শত পুত্ৰৰ সন্তাপ যে পাব লগা হলোঁ!" এইবুলি পুত্ৰৰ শোকত ঘনে ঘনে মাটিত পৰি বিনাব ধৰিলে,— হৰি হৰি, বিধি মোক কিনো দুখ দিলা! শতপুত্ৰ মোৰ সপোনৰ নিধি যেন হ'ল। হা দুৰ্য্যোধন বাপ! মোক অনাথিনী কৰি কলৈ গ'লি! যিদিনা তই ৰণলৈ আহিছিলি, সেইদিন ধৰি তোৰ মুখ দেখা নাপালোঁ। নানা অলঙ্কাৰ পিন্ধি চমৎকাৰ হৈ কোনে আৰু মোৰ আগত আহি দেখা দিব! সুন্দৰ শৰীৰ, নিৰ্ম্মল বদন, যেনেকৈ আকাশত চন্দ্ৰ জিলিকি থাকে, তেনেকৈ আছিলি, এতিয়া দেখোঁন ৰণভূমিত ধূলাই ধূসৰিত হৈ কুৎসিত ৰূপেৰে মাটিত পৰি আছ! সুন্দৰ সুশীতল ৰত্নময় শয্যাত শৰীৰ শোভা কৰি শয়ন কৰিছিলি। সুন্দৰ ৰমণীসকলে চাৰিওকালে বেঢ়ি চৰণ সেৱা কৰি চামৰেদি বিচি দিছিল। নৰ্ত্তক নৰ্ত্তকীসকলে সদাই তোক স্তুতি গীত গাই পুৱা নিদ্ৰাৰ পৰা জগাইছিল। আজি দেখোঁন শৃগাল কুকুৰবিলাকেহে বেঢ়ি বেঢ়ি আৱাৰ কৰিব লাগিছে। বৃদ্ধ পিতৃ-মাতৃক এৰি ৰণভূমিত ঘোৰ নিদ্ৰাত পৰি আছ। প্ৰচণ্ড প্ৰতাপ তোৰ, দেখিলেই ভয় লাগে।

আজি কিয় ইয়াত মৰা শৰৰ লগত পৰি আছ !” এইদৰে বিলাপ কৰি কৰি গান্ধাৰীয়ে মাটিত বাগৰি বাগৰি শত পুত্ৰৰ শোকত কান্দিব ধৰিলে। এনেতে ভানুমতিও স্বামীৰ ওচৰ পাই চৰণত ধৰি ইনাই-বিনাই কান্দি কান্দি অচেতন হৈ পৰি থাকিল। অলপ পিচত চেতন পাই,—“হা প্ৰাণ স্বামী ! মোক বিধৱা কৰি থৈ ক’লৈ গ’লা !” বুলি বুকুত ভুকুৱাই, ক্ষণে উঠি ক্ষণে পৰি বিনাব ধৰিলে,—“গাখীৰৰ ফেনৰ দৰে সুশীতল সুকোমল শয্যাতো তোমাৰ টোপনি নাহিছিল, অসংখ্য সুন্দৰী সেৱকিনীয়ে তোমাৰ চৰণ সেৱা কৰিছিল, এনেহেন শৰীৰ আজি ধূলি মাটিৰ ওপৰতে পৰি আছে। এতিয়া কাউৰ-শগুনেহে সেৱা কৰিব ধৰিছে। শয্যাৰ ওপৰত বিতোপন চন্দ্ৰতাপ নহ’লে, তোমাৰ টোপনি নাহে, এতিয়া ৰ’দ-বৰষুণত পৰি আছা। এনে অৱস্থা দেখি মই অভাগিনীয়ে কেনেকৈ জীৱন ধৰোঁ ! নিজৰ মৰণ নিজেই চিন্তিলা। কাৰো হিত বাক্য নামানিলা। ভীষ্ম, দ্ৰোণ, বিদুৰ আদি সাধুসকলে কত হিত বাক্যেৰে বুজালে, তথাপি তুমি কাৰো হিত বাক্য নুশুনি কেৱল মোক অনাথিনী কৰি বিধবা ভাত খুৱালা। তোমাৰ এনে অৱস্থা দেখি মই কেনেকৈ জীয়াই থাকোঁ” ! এইবুলি ভানুমতীয়ে শোকত বিহ্বল হৈ মাটিত বাগৰি বাগৰি বিলাপ কৰিব ধৰিলে।

---

## স্ত্ৰীসকলৰ অৱস্থা দেখি গান্ধাৰীৰ শোক আৰু শ্ৰীকৃষ্ণৰ প্ৰবোধ বাণী

স্বামীৰ শোকত ভানুমতী আদি বোৱাৰীয়েকহঁতৰ অৱস্থা দেখি গান্ধাৰীৰ শোক সন্তাপ দুগুণে বাঢ়িল। "হৰি হৰি, কলৈ গ'লি বাচা মোৰ পুত্ৰ দুৰ্য্যোধন! এবাৰ আই বুলি মাত মোক সম্বোধন কৰি। তোৰ প্ৰিয় ভাৰ্য্যা ভানুমতীয়ে কেনেকৈ ভূমিত বাগৰি বাগৰি কান্দিছে, এবাৰ চকু মেলি চা। সন্তাপে দহিছে মোৰ তনু মন প্ৰাণ। ধিক্ ধিক্ মোৰ জীৱন! এতিয়াও প্ৰাণ মোৰ আছে শৰীৰত। অকলশৰে পৰি আছ ধূলাই ঢুসৰে। ভীষ্ম দ্ৰোণ কৰ্ণ শকুনি দেখোঁন কোনো লগত নাই। চাৰি কুৰি উন্নৈশজন মহা বলৱন্ত ভায়েৰ ক'লৈ গ'ল! একাদশ অক্ষৌহিণী সেনাও দেখোঁন নাই। অকলে অকলে পৰি আছ যে ভূমিৰ শয্যাত। এলেহুৱা হৈ শুদা মাটিত কিয় নিদ্ৰা গৈ আছ! উঠ। হাতত অস্ত্ৰ তুলি ল। ভীমে যুদ্ধৰ বাবে হুঙ্কাৰ কৰি আছে। উঠ উঠ। নিদ্ৰা পৰিহৰ। গদা হাতত লৈ বৃকোদৰৰ লগত যুদ্ধ কৰ। কৃষ্ণ-ধনঞ্জয়ে সঘনে

মাতিব লাগিছে। প্ৰত্যুত্তৰ নিদিয় কিয়। মৌন হৈ আছ যে! চিৰকালৰ বাবে কৰিলি তই মাটিত শয়ন। আৰু কি দেখিম সুচান্দ বদন।" এইবুলি গান্ধাৰীয়ে চেতন হেৰাই মাটিত ঢলি পৰিল।

তাকে দেখি দয়াময় শ্ৰীকৃষ্ণই মধুৰ বচনেৰে ক'ব ধৰিলে,-- শুনা ৰাজ পটেশ্বৰী কৌৰৱৰ মাৱ! মিছাতে শোক নকৰিবা। দেখা শুনা যত চৰাচৰ সকলো দৈৱৰ অধীন। কৰ্ম্মৰ ফলত মাত্ৰে জনম মৰণ হয়। তাত আনৰ অধিকাৰ নাই। কিন্তু যেয়ে যি কৰ্ম্ম কৰে, অৱশ্যে তেওঁ সেই অনুৰূপ ফল পাবই। দেৱ-দ্বিজ, পিতৃ-মাতৃ, সাধু-বৈষ্ণৱ, গুৰু-ভক্তক অজ্ঞানী সকলে নিন্দা তিৰস্কাৰ কৰে। ইয়াকে বেদ-শাস্ত্ৰ আদিয়ে কুকৰ্ম্ম বুলি কয়। তাকে কৰিলে মহা অধৰ্ম্ম হয়। কুকৰ্ম্ম এৰি যেয়ে সুকৰ্ম্ম আচৰে তেনে-লোকে ইহজন্মত পৰজন্মত সুখ ভোগ কৰে। জীৱিত কালতো বহুত ভোগ ভুঞ্জে আৰু মৰিলেও সকলোৱে গুণ বখানে। জাতিৰ গৰ্ব্বত ধন-জন-বিদ্যাৰ গৰ্ব্বত, অহঙ্কাৰে মত্ত হৈ যি দুষ্ট লোকে সন্ত-সজ্জনৰ বাক্য অৱহেলা কৰে, আদৰ নকৰে, স্বেচ্ছাচাৰী হৈ কুকৰ্ম্ম কৰি ফুৰে, তেনেলোক পৰিশেষে নিজে নিজেই ভস্মীভুত হয়; আৰু আনকো কষ্ট দিয়ে। তোমাৰ পুত্ৰ দুৰ্য্যোধন অতি ক্ৰূৰমতি

আছিল। দিনে-ৰাতি কেৱল কুকৰ্ম্মকে কৰি আছিল। কাৰো হিতবাক্য নুশুনিলে, নামানিলে। তাৰ ফলস্বৰূপে নিজেতো মৰিলেই, বন্ধু-বান্ধৱ, জ্ঞাতি-গোত্ৰ সকলকো সবংশে ধ্বংস কৰিলে। এতেকে এইক্ষেত্ৰত তুমি শোক কৰি লাভ নাই। জন্মিলে যেনে-তেনে মৰণ হ'বই। আকাশত যিদৰে বিজুলী ক্ষন্তেকতে নোহোৱা হয়, সেইদৰে এই শৰীৰো, ক্ষন্তেকীয়া। বিশেষকৈ এই সংসাৰখনেই অনিত্য বুলি জানিবা। সুহৃদ-বান্ধৱ, পুত্ৰ-পৰিবাৰ, পিতৃ-মাতৃ, ভাই-ভনী, কাৰো কোনো নহয়। যেনেকৈ নদীৰ বেগত নানা তৃণ-তৰু একে লগে থাকি জাজি হৈ যায়, আকৌ ক্ষন্তেকতে সেই নদীৰ বেগত চেদেলী-ভেদেলী হৈ কোন ক'লৈ যায়, কোনো ঠিক নাই; সেইদৰে কালেও জীৱক চলায়। এই সংসাৰত কোনজন জীয়াই আছে? নিজৰ মনত ভালদৰে ভাবি চোৱাচোন। বিধাতাই যাৰ কপালত যি লিখি দিছে, তাক খণ্ডন কৰিবলৈ কাৰ শক্তি আছে? নাৰীৰ ভিতৰত তুমি অতিকৈ প্ৰবীণ আৰু মহাবিজ্ঞ। তথাপি জ্ঞানহীনৰ দৰে শোক কৰিছা। সেইবাবে মোৰ কথা মানি শোক পৰিহাৰ কৰা। বিধিৰ নিৰ্ব্বন্ধ কেতিয়াও এৰাব নোৱাৰি।

——...

## শ্ৰীকৃষ্ণৰ প্ৰতি গান্ধাৰীৰ অভিশাপ

শ্ৰীকৃষ্ণৰ প্ৰবোধ বাণী শুনি গান্ধাৰীয়ে মনদুখে হাতযোৰ কৰি ক'ব ধৰিলে,— হে হৰি, দৈৱকীনন্দন! তুমি যি ক'লা, সকলো সত্য। কিন্তু মোৰ মনে সহিব পৰা নাই। হে কৃষ্ণ! কিনো মোৰ অভাগ্য কপাল! এনেকৈনো একেলগে এশ পুত্ৰক কালে পাব লাগে নে! এজনো বাকী নৰ'ল। সকলো মৰিল। তাতে বোৱাৰীহঁতৰ শোক তাপ মই কেনেকৈ সহ্য কৰোঁ! যাক দেৱতায়ো দেখা নাছিল, তেনে বোৱাৰী এতিয়া হাকুলে ব্যাকুলে, আউল বাউল চুলিৰে, বুকুত ভুকুৱাই, মাটিত বাগৰি বাগৰি স্বামী পুত্ৰ বুলি কান্দিব লাগিছে। হৰি হৰি! মোৰ পুত্ৰসকল ক'লৈ গ'ল। পাত্ৰ মন্ত্ৰীসকলে যাক বেঢ়ি ৰাখিছিল; ইন্দ্ৰৰদৰে মৰ্ত্ত্যতে স্বৰ্গভোগ ভুঞ্জিছিল, এনেহেন পুত্ৰ মোৰ ক'লৈ গ'ল? সিহঁতৰ আগতে মই নমৰিলোঁ কিয়। সুৱৰ্ণৰ ছত্ৰ যাৰ শিৰত শোভা কৰি থাকে, সুন্দৰ ৰমণীসকলে যাক সদাই চামৰেদি বিচি থাকে, চোৱা কৃষ্ণ! এনেহেন মোৰ পুত্ৰ ধূলাত বাগৰি পৰি আছে। কেনেকৈ সহ্য কৰোঁ, প্ৰাণ মৰি যায়। কুপুত্ৰ সুপুত্ৰ যিয়েই

নহওঁক, মাকৰ বাবে সকলো সমান। সকলো শোকত কৰি পুত্ৰ শোক শ্ৰেষ্ঠ। শোক শেলে মোক ভেদি আছে প্ৰভু! যিবিলাক নাৰীয়ে গৰ্ভ ধাৰণ কৰি আছে, সিহঁতেও পুত্ৰৰ মৰণ কেনেকুৰা লাগে, বুজিব পাৰিব। এশ পুত্ৰৰ শোক মোৰ অনুক্ষণ বাঢ়িব লাগিছে। অনিবাৰ্য্য শোক মোৰ নিবাৰণ নহয় প্ৰভু! ৰজা-মহাৰজা সকলে যাৰ চৰণ সেৱা কৰে, এনে দুৰ্য্যোধন মাটিত পৰি আছে। একছত্ৰে ৰাজ্যসুখ অপাৰ ভুঞ্জিলে, এতিয়া বিধাতাই শগুনৰ আহাৰ কৰিলে। যাৰ শৰীৰ সুগন্ধ চন্দনেৰে সুশোভিত হৈ থাকে, এতিয়া তাৰ মাংস শিয়াল কুকুৰে টানি টানি খাব ধৰিছে। সুন্দৰী দাসীসকলে যাৰ শৰীৰ মালিচ কৰি থাকে, সেই শৰীৰ এতিয়া কাউৰী চিলনীয়ে টানি খাব লাগিছে। শীতল শয্যাত যাৰ নিদ্ৰা নাহে, তেনেজনে এতিয়া তেজৰ বোকাত ঘোৰ নিদ্ৰাত পৰি আছে। ইজন্মৰ বাবে পুতাই পৰলোকলৈ গ'ল, কেৱল মোক শোক সাগৰত ডুবাই থ'লে। হে কৃষ্ণ! মোৰ পুত্ৰেই হিতবাক্য কাৰো নুশুনিলে। সেইবাবে এই অৱস্থা হ'ল। ক্ষত্ৰিয়ৰ ধৰ্ম্ম আচৰণ কৰি মৰিল, তাৰ বাবে শোক-তাপ নকৰোঁ। কিন্তু এই যুদ্ধ ক্ষেত্ৰত দুৰ্য্যোধনৰ ভাৰ্য্যাৰ বিলাই-বিপত্তি দেখিছে মই ৰব পৰা নাই। যাক চন্দ্ৰ সূৰ্য্যয়ো দেখা নাছিল, এনেহেন বোৱাৰীয়ে

পৰম বিকলিত হৈ কান্দিব লাগিছে। চোৱা হৰি! বোৱাৰী-সকল পাগলৰ দৰে হৈছে কেনেকৈ! এই দুখ মই কিদৰে সহ্য কৰো নাৰায়ণ! মোৰ ভাই কপটী দুৰাচাৰ শকুনিৰ বুদ্ধিতহে সবংশে ধ্বংস হ'ল। মোৰ পুত্ৰসকলে কাৰো কথা নামানিলে, সেইবাবে সমুচিত ফল পালে। কিন্তু মোৰ হৃদয়ত অতিশয় দুখৰ কাৰণ এটি হ'ল এই যে বৃদ্ধ কালত নৃপতিৰ কি গতি হ'ব! একে অন্ধ, তাতে বৃদ্ধ। ৰাতি-দিনে পুত্ৰ পুত্ৰ বুলি কান্দি কান্দি থাকিব। আহাৰ পানী নাথাই কেৱল কান্দি দুখ কৰি থাকিব। এনে দুখ মই কিদৰে সহিম! হৰি হৰি! পুতাই মোৰ পৰি ৰ'ল পৃথিৱীত। বিধিয়ে এয়া কিনো অসম্ভৱ কৰ্ম্ম লিখিলে! সজ্জনৰ বাধা নামানি প্ৰাণ এৰিলি। এয়া তোৰ দোষ নহয়, বিধিৰ বিধান মাত্ৰ” এই বুলি হিয়া ভুকুৱাই গান্ধাৰীয়ে কান্দিব ধৰিলে।

গান্ধাৰীৰ অৱস্থা দেখি দয়াময় শ্ৰীকৃষ্ণই মধুৰ বচনেৰে ক'লে,—“হে মাৱ, আৰু নাকান্দিবা। শোক কৰি লাভ নাই। কান্দিলে আৰু তোমাৰ পুত্ৰ দুৰ্য্যোধনক পাবানে? জন্মিলে মৰণ হয় সমস্ত লোকৰ। চিৰজীৱি লোক সংসাৰত কাৰোবাক দেখিছানে? পূৰ্ব্বত বিধাতাই যেনেকৈ লিখিছে, তেনেকৈ কাল পূৰ্ণ হোৱাত তোমাৰো পুত্ৰসকল মৰিল।

গতিকে কৰ্ম্মফল বুলি জানি শোক এৰা। মিছাতে শোক কৰি লাভ নাই।”

শ্ৰীকৃষ্ণৰ কথা শুনি চকুলো মচি গান্ধাৰীয়ে ক'ব ধৰিলে,—হে দেৱ দয়াময় দৈৱকী তনয় শ্ৰীকৃষ্ণ! তুমি যিবিলাক কথা কৈছা, সেই সকলো কথা সত্য। কিন্তু তুমি মোক ভাণ্ডিছা নিশ্চয়। তিনিও লোকৰ একমাত্ৰ তুমিয়ে অধিকাৰী। এই ব্ৰহ্মাণ্ডত স্ৰজন্তা, পালন্তা আৰু সংহাৰকৰ্ত্তা, তুমি বিনে আন কোনো নাই। ভাল মন্দ যিমান বিলাক কৰ্ম্ম তুমিয়েই স্বচ্ছন্দে কৰিছা। সমস্ত জীৱৰ গতি একমাত্ৰ তুমিয়ে পৰমাত্মা ৰূপী হৰি। এই জগতত তুমিয়েই সৰ্ব্বব্যাপী আছা! হে নাৰায়ণ! সবাৰো হৃদয়ত থাকি যাক যেনেকৈ বুদ্ধি দিয়া, সেইমতেই সমস্ত প্ৰাণীয়ে কৰ্ম্ম আচৰণ কৰে। এনেস্থলত তুমি আনক দেখুৱাই দিছা কিয়? কৰণ কাৰণ একমাত্ৰ তুমি নাৰায়ণ! তোমাৰ ইচ্ছাতে সবংশে ধ্বংস হল। এনেক্ষেত্ৰত মোৰ পুত্ৰৰ কি দোষ হ'ল? কুৰু-পাণ্ডু দুয়ো একে ভাই। তুমিয়ে নানা কূট কৌশল কৰি দুয়ো পক্ষৰ মাজত কাজিয়া লগাই দিলা। তোমাৰ চৰিত্ৰৰ কথা কি বুলি কম প্ৰভু! কুৰুকুল নাশ কৰিবৰ বাবে তুমিয়ে পাণ্ডৱৰ লগত বিবাদ লগাই দিলা। ধৰ্ম্মৰাজ যুধিষ্ঠিৰে হিংসা দ্বেষ কাক বোলে সমূলি

নাজানে। মাত্ৰ তুমি ভাতৃ-ভেদ শিকাই দিলা। ভাই ভাইৰ মাজত যদিও কন্দল মিলিল, তাত তুমি পক্ষ লোৱা উচিত নাছিল। কৌৰৱ-পাণ্ডৱৰ লগত তোমাৰ সম্বন্ধ একে। এনেস্থলত পাণ্ডৱৰ সখা তুমি হ'লা কিয় ? যুদ্ধৰ কাৰণে তোমাক নিমন্ত্ৰণ কৰিবলৈ পুত্ৰ দুৰ্য্যোধন গৈছিল। তেতিয়া তুমি কি কৰিলা ? কপট নিদ্ৰাৰ ভাওজুৰি শুই থাকিলা। যেতিয়া অৰ্জ্জুন গৈ পালে, তেতিয়া তৎক্ষণাৎ সাৰ পালা আৰু ছল কৰি প্ৰথমে অৰ্জ্জুনৰ পক্ষ ল'লা। মোৰ পুত্ৰক নাৰায়ণী সেনাহে দিলা। তুমি নিজে অৰ্জ্জুনৰ সাৰথি হ'লা। সমান সম্বন্ধ বোলা কথা কি থাকিল ? যদি তুমি অৰ্জ্জুনৰ সাৰথি নহ'লাহেঁতেন আৰু দুৰ্য্যোধনকো যদি নাৰায়ণী সেনা নিদিলাহেঁতেন, তেতিয়াহে শুদ্ধ মন বুলি ক'ব পৰা গ'ল-হেঁতেন। তেতিয়াহে সমান সম্বন্ধ ৰ'লহেঁতেন। তুমি দূত হৈ কৌৰৱৰ সভালৈ গৈছিলা। পাণ্ডৱৰ বাবে পাঁচখন গাওঁ খুজিবলৈ। কিবা ভাবি গুণি দুৰ্য্যোধনে নিদিলে। তাকে তুমি ঢউটোকে ৰৌটো কৰি নানা ভাৱে পাণ্ডৱক লগালা। তোমাৰ কপটীয়া কথা পাণ্ডৱে বুজিব নোৱাৰি যুদ্ধৰ উদ্যোগ কৰিলে। হে কৃষ্ণ ! তোমাক মই কি ক'ম ! সঞ্জয়ৰ মুখে তোমাৰ সকলো কথা মই

শুনিছোঁ। মহন্ত পাণ্ডুপুত্ৰসৱৰ একান্তই ৰণলৈ মন নাছিল। একমাত্ৰ তুমি নানা কূটনাট কৰি ৰণ লগাই দিলা। যদি দুই পক্ষৰ প্ৰতি সমান মৰম আছিলেই, তেনেহ'লে তুমি এনে কৰ্ম্ম কিয় কৰিলা ? দুয়োপক্ষ যেতিয়া যুদ্ধৰ বাবে সাজু হ'ল, তেতিয়া তুমি কোনো পক্ষ নলৈ ঘৰলৈ গুচি নগ'লা কিয় ? গতিকে বুজিবলৈ আৰু বাকী নাথাকিল। তুমিয়েই যতপতি ঘাই, তুমিয়েই সকলোৰে আদি মূল। তুমিয়েই মোৰ বংশ ধ্বংস কৰিলা। তোমাৰ অভিসন্ধিতেই সকলো কৰ্ম্ম সংঘটিত হৈছে। মিছাতে উভয়তে কিবা মৰ্ম্ম আছে বুলি কৈছা। হে প্ৰভু ! জ্ঞানহীন নাৰী মই ! কি কম ! হে মুৰাৰি ! উচিত কথা কোৱা বাবে দুখ নাপাবা। পৰম পুৰুষ তুমি দেৱতাৰো দেৱ। এই ব্ৰহ্মাণ্ডত তুমি বিনে আন কোনো নাই। সবাৰো কাৰণ তুমি সবাৰো নায়ক। তোমাৰ ইচ্ছাতেই জনম মৰণ হয়। তোমাৰ গুণ-যশ মহিমা যিজনে নাজানে তেনেজনৰ আগতহে এনে ভাণ্ডকি কথা কবা। তোমাৰ মহিমা গুণৰ কথা মই ভালদৰে জানো। মোৰ আগত তেনে কপট ভাণ্ডকি কথা নকবা। কৰ্ণই অৰ্জ্জুনক বধিবৰ বাবে দিব্য অস্ত্ৰ ৰাখিছিল। কিন্তু হে হৰি ! তাত তুমি বিঘিনি পাতিলা। ভীমৰ পুত্ৰক ৰাতি যুঁজিব পঠালা।

ঘটোৎকচে মায়া কৰি ৰণ জিনিলে। কৰ্ণই উপাই নেপাই সেই অস্ত্ৰ প্ৰয়োগ কৰিলে। ঘটোৎকচ মৰিল সঁচা। কিন্তু হে হৰি! অৰ্জ্জুনক ছল কৰি জীয়াই ৰাখিলা। এতেকে হে নাৰায়ণ। মনে গুণি চোৱা, তোমাৰ বুদ্ধি বলৰ প্ৰভাৱতে অৰ্জ্জুনৰ জীৱন ৰক্ষা পৰা নাই নে? যেতিয়া পাণ্ডৱক বধ কৰোঁ বুলি ভীষ্মই ঘোৰতৰ শৰ ধাৰণ কৰিলে, তেতিয়া হে হৃষীকেশ! তুমি সবাকো পিঠি দিবলৈ আদেশ কৰিলা। তোমাৰ আদেশ পাই পাণ্ডৱ পক্ষৰ সবেও ভীষ্মৰ ফালে পিঠি দিলে। কিন্তু ভীমে পিঠি নিদি গদা পাতি ধৰিলে। তাকে দেখি ভীম মৰে বুলি তুমি কৰিছিলা কি? ভীমক পাচ পেলাই আগবাঢ়ি গ'লা। ভীমক মাৰিবৰ বাবে শৰ যেতিয়া খেদি আহিল, তেতিয়া তুমি নিজে গৈ সেই শৰ বুকু পাতি ধৰি ভীমক ৰক্ষা কৰা নাছিলানে? যদি তুমি পাণ্ডৱক ৰক্ষা নকৰিলাহেঁতেন, তেন্তে সেই শৰে পাণ্ডৱক যমৰ ঘৰলৈ পঠালেহেঁতেন। যেনে-তেনে কৰি তুমি পাণ্ডৱক ৰক্ষা কৰি ফুৰা। মাত্ৰ মোৰ পুত্ৰ সকলৰ প্ৰতিহে তোমাৰ অলপো দয়া নুপজিল। কেৱল চাৰিওফালে বিঘিনি ঘটাই থাকা। ভীষ্মৰ নিচিনা বীৰ সমৰত নামিল। তেওঁক জিনিব পৰা বীৰ ত্ৰিভুৱনত নাই। যিজন ইচ্ছা মৃত্যু। তোমাৰ বুদ্ধিৰ বাহিৰে, তেওঁক কোনে জিনিব পাৰে?

কৌৰৱ পক্ষত যিমানবিলাক বীৰ আছিল, তাৰে একো একো জনক দেৱতায়ো পৰাভৱ কৰিব নোৱাৰে। তেনে বীৰক পাণ্ডৱে কি জিনিব পাৰে? মাত্ৰ তোমাৰ কপটতাত কুৰুকুল ক্ষয় হ'ল। তোমাৰ কথা মই ভালদৰে জানি আছোঁ। যেনে তেনে প্ৰকাৰে কৌৰৱৰ হানি কৰিলা। হে দয়াময়! পাণ্ডৱৰ পক্ষত থাকি তুমি পাঁচ ভাইক ৰণত জয়যুক্ত কৰিলা আৰু এটা কথা কওঁ শুনা। সঞ্জয়ে কৈছে,—যেতিয়া সুভদ্ৰানন্দন অভিমন্যু ৰণত মৰিল, তেতিয়া খণ্ডৱ ভমকত প্ৰতিজ্ঞা কৰিলে যে কাইলৈ দিনৰ ভাগত যদি জয়দ্ৰথক বধ কৰিব নোৱাৰো, তেন্তে মই আৰু ঘৰলৈ উভতি নাহো। অগ্নিত জাপ দি মৰিম। পাছদিনা পুৱাতে স্নান-দান কৰি তোমাক সাৰথি কৰি জয়দ্ৰথক বিচাৰি গ'ল। তাকে দেখি দ্ৰোণাচাৰ্য্যই বেহু পাতি জয়দ্ৰথক পলুৱাই থ'লে। একোমতে জয়দ্ৰথক বিচাৰি নাপাই তুমি মায়া কৰি দিনতে সন্ধ্যা কৰিলা। কৌৰৱৰ মনত মহা আনন্দ। অৰ্জ্জুনে উপাই নাপাই চিতা সাজি মৰিব ওলাল। সেইসময়ত আনন্দমনে অৰ্জ্জুন মৰা চাবলৈ জয়দ্ৰথক লগত লৈ দুৰ্য্যোধন আদি কৌৰৱসকল ওচৰ চাপি আহিল। দেখা মাত্ৰে অৰ্জ্জুনে জয়দ্ৰথক মাৰি পেলালে আৰু লগে লগে সন্ধ্যা গুচি দিন হৈ গ'ল। কোৱা প্ৰভু! সেই

কাম কোনে কৰিলে? যিমান কৰিলা মানে একমাত্ৰ তুমিয়ে নাৰায়ণ! এনেস্থলত মোৰ ল'ৰাক মিছাতে দোষ দিয়া কিয়? এনেকুৱা উপাই পাণ্ডু পুত্ৰসকলে জানে নে? তোমাৰ ইচ্ছাতে সবাৰো মৰণ মিলিল। যেনে তেনে পাণ্ডৱৰ ইষ্ট সাধন কৰিলা। মাত্ৰ মোৰ পুত্ৰ সকলৰহে অনিষ্ট চিন্তিলা। হৰি! হৰি! কিনো মোৰ অভাগ্য কপাল! মইহে তোমাৰ দয়াৰ পাত্ৰ নহ'লোঁ। কৰ্ম্মৰ ফল বুলি ভাণ্ডিছা কেৱল। তুমি বিধাতাৰো স্ৰষ্টা বুলি সকলো শাস্ত্ৰে কয়। তুমি নানা কূটনাট কৰি সবাকো মাৰি, এতিয়া যুক্তিৰে কৰ্ম্মফল বুলি মোক প্ৰবোধ দিছা? কৰ্ম্মফল বুলি কোৱা কথা মই কোনোমতেই পতিয়াব নোৱাৰোঁ। তুমিয়েই সমস্ত কুৰুকুল নাশ কৰিলা। কৌৰৱৰ প্ৰতি তুমি ইমান নিষ্ঠুৰ কিয় হ'লা? তিলাৰ্দ্ধও তোমাৰ মনত দয়া নুপজিল। এটা পুত্ৰও তুমি সংসাৰত নাৰাখিলা। বংশ নাশ কৰাটোকে মনত চিন্তা কৰিলা। হে গোপাল! হৃদয়ত তুমি যিপাত শেল মাৰি মোৰ প্ৰাণ বিদাৰণ কৰিলা, সেই বিষয়ে কি ক'ম! তুমি সবাৰো আদি মুল। তুমিয়ে ত্ৰিজগত স্ৰজন পালন সংহৰণ কৰি আছা। হে কৃপাময়! সুমতি কুমতি দাতা একমাত্ৰ তুমিয়ে। তোমাৰ ইচ্ছাতহে শুভাশুভ কৰ্ম্ম হয়। তুমি বিনে কৰোঁতা

আন কোনো নাই। হে নাৰায়ণ তুমি সমস্ত জীৱতে পশি বিৰাজমান আছা। তুমি কৈছা যে সকলোবিলাক কালেহে কৰে। এই কথাত মই একমত হ'ব নোৱাৰিলোঁ। তুমি বিনে অন্য কোনো কাল নাই বুলি মই নিশ্চিত হৈছোঁ। বলে বা উপায়ে যাক যি কৰিব ইচ্ছা কৰা তাকে তুমি কৰিব পাৰা। তোমাৰ ইচ্ছাত কোনেও বাধা দিব নোৱাৰে। হয়তো তুমি ক'ব পাৰা যে দুৰ্য্যোধন মহা দুৰ্জ্জন আৰু কপটীয়া আছিল। কাৰো কথা নামানিলে, অতি মন্দমতি। কিন্তু সেই কথা কি বুলি কম! তোমাৰ বাহিৰে আনক মই বিচাৰি নাপাওঁ। হৃদয়ত থাকি তুমি যি বুদ্ধি দিলা, দুৰ্য্যোধনে সেইমতেই সকলো কৰ্ম্ম কৰিলে। এতেকে তাক কিয় মিছাতে দোষ দিছা? ভাবি চোৱা, যিমান দোষ আছে, সকলো তোমাতহে মিলে। কৌৰৱৰ বধ ভাগী একমাত্ৰ তুমিহে। এই জন্মৰ বাবে মোক অনাথ কৰিলা। এই দেহত প্ৰাণ থাকে মানে মোৰ এই শোকাগ্নি নিবৃত্তি নহয়। পুত্ৰৰ সন্তাপ দাবানলে অনবৰতে দেহা পুৰি মাৰে! এক দুই নহয়, একেবাৰে এশ পুত্ৰ। তোমাৰ কথাত মই সন্তোষ যাব নোৱাৰোঁ। তোমাৰ ইচ্ছামতেই সকলো কৰিলা। তুমি মোক যেনেকৈ নিদাৰুণ সন্তাপ দিলা, ময়ো আজি তোমাক ঘোৰ শাপ দিম।

তেতিয়াহে যদি মোৰ হৃদয়ৰ গুলগুলি গুচিব।” এইবুলি গান্ধাৰীয়ে হাতত জল তুলি ল'লে আৰু অভিশাপ দিলে,—“মোক যেনেকৈ পুত্ৰশোকানলে পুৰি আছা, তুমিও সোনকালে এনে পুত্ৰশোক পাবা। মোৰ বোৱাৰীহঁতে যেনেকৈ দুখে বেজাৰে কান্দিব লাগিছে, তোমাৰো বোৱাৰীহঁতে তেনেকৈ কান্দিব। তুমি যেনেকৈ কুৰুবংশ ক্ষয় কৰিলা, তোমাৰ বংশতো তেনেকৈয়ে প্ৰলয় মিলিব। আপোনাকে আপুনি চিন্তিবা মহামাৰ। তাতে যাদৱ বংশৰো সংহাৰ হওঁক।” এইবুলি গান্ধাৰী মনে মনে থাকিল।

গান্ধাৰীৰ কথা শুনি যুধিষ্ঠিৰৰ সৰ্ব্বাঙ্গ শৰীৰ কঁপি উঠিল। অন্তৰ্য্যামী নাৰায়ণে সমস্ত কথা বুজি পালে। সতীৰ অব্যৰ্থ বাক্য নিশ্চয় সফল হব। মনে মনে ভাবিলে, “পৃথিবীৰ মহাভাৰ খণ্ডিবৰ বাবে মই বসুদেৱৰ ঘৰত অৱতাৰ হলোঁ। এতিয়া সেই কাম শেষ। মাত্ৰ নিজৰ বংশটো বাকী আছে। মই নিজৰ বংশও সংহাৰ কৰিম।” ইয়াকে ভাবি শ্ৰীকৃষ্ণ দয়াময়ে হাঁহি হাঁহি ক'ব ধৰিলে, মোৰ বংশ নাশ কৰিবলৈ কাৰ সাধ্য আছে? দুৰ্য্যোধনৰ বাবে তোমাৰ বংশ নাশ হৈছে। মোক মিছাতে অভিশাপ দিলা। যদি মই দোষ কাম কৰিছোঁ, তেন্তে তোমাৰ অভিশাপ ফলিব। মোৰ নিজৰ দোষৰ বাবে মই নিজেই

সন্তাপ পাম।” এই বুলি দয়াময় শ্ৰীকৃষ্ণই মায়া বিস্তাৰ কৰি গান্ধাৰীৰ মনত সন্তোষ দিলে। তাৰ পিছত পৰম পুৰুষ নাৰায়ণে ধৃতৰাষ্ট্ৰ নৃপতিক ক’লে,—“কৰ্ম্ম অনুসৰি যাৰ যেনেকৈ মৰণ মিলিল, সেই সকলোৰে প্ৰেত কাৰ্য্য কৰিব লাগে।”

শুনা সৰ্ব্বজন ইটো কথা ভাৰতৰ।
আত পৰে লাভ আৰ নাহি মানুহৰ॥
বৈষ্ণৱত কৰি শ্ৰেষ্ঠ নাহি সংসাৰত।
তাহাৰ প্ৰমাণ চোৱা পঞ্চ পাণ্ডৱত॥
যেন মাকে সন্তানক ৰাখয় আৱৰি।
সঙ্কটত তাহাক ৰাখিলা দেৱহৰি॥
হেন জানি বিষ্ণু-বৈষ্ণৱত দিয়া ৰতি।
ৰাম কৃষ্ণ বুলি তৰা সংসাৰ দুৰ্গতি॥



## মৃতসকলৰ শৰীৰ সংস্কাৰ আৰু যুধিষ্ঠিৰৰ প্ৰতি শ্ৰীকৃষ্ণৰ উপদেশ

মহ'ৰাজ জন্মেজয়ে মুনি বৈশম্পায়নক সুধিলে,— অষ্টাদশ অক্ষৌহিণী সেনা কুৰুক্ষেত্ৰ ৰণাঙ্গনত সকলো শেষ হৈ গ'ল। সেইবিলাকৰ প্ৰেতকাৰ্য্য কেনেকৈ কৰিলে? পূৰ্ব্বাপৰ সকলো কথা মোক ক'লা। সেই সকলো মোৰ কাণত অমৃত বৰষা দিছে।

মুনিয়ে ক'লে,—হে নৰনাথ! সকলো কথা তোমাক ভাঙি পাতি ক'ম। দয়াময় শ্ৰীকৃষ্ণই যেতিয়া মৃতসকলৰ প্ৰেতকাৰ্য্য কৰিবলৈ ধৃতৰাষ্ট্ৰক আদেশ দিলে, তেতিয়া ধৃতৰাষ্ট্ৰই যুধিষ্ঠিৰক মাতি আনি ক'লে—"হে বাপ যুধিষ্ঠিৰ! আমাৰ বাবেই এই সমস্তবীৰে ইয়াত আহি প্ৰাণ এৰিলে। গতিকে সোনকালে চিতা সাজি সমস্তৰে সংস্কাৰ কাৰ্য্য সম্পন্ন কৰা। আপোন পৰ বাচ-বিচাৰ নকৰি সমস্তৰে শৰীৰ পোৰা। ইন্দ্ৰসেন, ধৰ্ম্মসেন, সাত্যকি, সঞ্জয়, বিদুৰ আদিও তোমাৰ সঙ্গী হওঁক। বেদৰ বিহিত কৰ্ম্মখিনি ধৌম্য ঋষিয়ে কৰক।"

অন্ধৰাজৰ কথামতে ভীমসেন আদি সকলোৱে চিতা সাজি সমস্ত অষ্টাদশ অক্ষৌহিণী সেনাৰ সংস্কাৰ সাধন কৰিলে। চিতাৰ জুই আকাশ লঙ্ঘিলে। কতোজনী নাৰীয়েও স্বামীৰ লগতে সেই চিতাত পৰি গুচি গ'ল। কতোজনীয়ে কান্দি কান্দি হাহাকাৰ লগাই দিলে। তাকেদেখি যুধিষ্ঠিৰ স্থিৰে থাকিব নোৱাৰা হ'ল। মহা শোকে কান্দিব ধৰিলে, "হা প্ৰাণ ভাই দুৰ্য্যোধন! মিছা কথাতে বিস্তৰ প্ৰাণীৰ বিনাশ সাধন কৰিলা। ধৰ্ম্ম পথ এৰি পাপ কাৰ্য্য কৰাৰ বাবে নিমিষতে অধৰ্ম্মৰ ফল হাতে হাতে পালা।" এইদৰে যুধিষ্ঠিৰে ইনাই বিনাই কন্দা দেখি কৃপাময় কৰুণাসাগৰ শ্ৰীকৃষ্ণই প্ৰবোধ দিব ধৰিলে—"বিস্তৰ কান্দি লাভ নাই। বৰং মৃতকৰ অপকাৰ কৰাহে হয়। সেইবাবে সন্তাপ এৰা। হৰিৰ মহিমা কোনে বুজিব পাৰে? তেওঁৰ ইচ্ছামতেই ক্ষন্তেকতে সকলো হয়।"

তাৰ পিছত সকলোবিলাক গঙ্গাৰ পাৰলৈ গ'ল আৰু বিধিমতে যুধিষ্ঠিৰে সমস্তৰে প্ৰেত কৰ্ম্ম সম্পাদন কৰিলে। নাৰীসবেও গঙ্গাৰ জলত স্নান কৰি, মৃতকৰ হিতৰ বাবে দান দক্ষিণা আদি কৰিলে। নিজ গুৰু ব্ৰাহ্মণে বেদবাণী উচ্চাৰণ কৰিলে। যুধিষ্ঠিৰেও মনৰ দুখত এনে ভাতৃৰ তৰ্পণাদিও সমাপণ কৰিলে। লগতে যুদ্ধত প্ৰাণ আহুতি

দিয়া সমস্তৰ বাবেও বিধিমতে বেদক্ৰিয়া কৰিলে। সেই সময়তে কুন্তীয়ে ক'লে,—"বাপ যুধিষ্ঠিৰ! এটা কথা শুনা। যাক ৰাধা সুত বুলি সকলোৱে নিন্দা কৰে, তেওঁ তোমাৰ সহোদৰ। গতিকে তেওঁৰ নিমিত্তেও তৰ্পণ কৰা!"

মাকৰ কথা শুনি যুধিষ্ঠিৰে বিস্ময় মানিলে আৰু আচৰিত হৈ সুধিলে,—"হে আই! কৰ্ণ তোমাৰ পুত্ৰ কেনেকৈ হ'ল? মোৰ সংশয় দূৰ কৰা।"

যুধিষ্ঠিৰৰ কথা শুনি কুন্তীয়ে আদ্যোপান্ত সকলো কথা বুজাই ক'লে,—কুমাৰী কালতে দুৰ্ব্বাসাৰ পৰা এটা মন্ত্ৰ পাইছিলোঁ। সেই মন্ত্ৰ পৰীক্ষা কৰিবৰ নিমিত্তে সূৰ্য্যক আহ্বান কৰিছিলোঁ। তুষ্ট হৈ সূৰ্য্য লগে লগে আহি উপস্থিত হ'ল। তেওঁক দেখা মাত্ৰে মোৰ ধাতু উৰি গ'ল। কিন্তু কৰিম কি? তেওঁৰ কামনা পূৰ্ণ হ'ল। তেওঁৰ ঔৰসতে পুত্ৰ উপজিল। কন্যাকাল দেখি মোৰ বেয়া লাগি সম্ফুৰাত ভৰাই জলত উটাই দিলোঁ। পিছত সুতে পাই লালন পালন কৰি ডাঙৰ-দীঘল কৰিলে। সেইকাৰণেই পুত্ৰৰ নাম ৰাধাসুত কৰ্ণ। তাৰ বীৰত্ব দেখি দুৰ্য্যোধনে নিলে। পূৰ্ব্বৰ কাহিনী তোমাক ক'লোঁ, কৰ্ণ তোমাৰ জ্যেষ্ঠ ভ্ৰাতৃ। গতিকে তাৰ প্ৰেত-কাৰ্য্য বিধিমতে কৰা।"

মাকৰ কথা শুনি যুধিষ্ঠিৰে বিস্ময় মানিলে আৰু চকুলো বব ধৰিলে। "হৰি হৰি! আই! কৰ্ণ সহোদৰ বুলি মোক আগতে কিয় নক'লা? কিয় তুমি এনে নিদাৰুণ হ'লা? যদি তুমি আগতে এই কথা জানিব দিলাহেঁতেন, তেন্তে এনেকুৱা অৱস্থা কেতিয়াও নহ'লহেঁতেন। জ্যেষ্ঠভাই পিতৃতুল্য বুলি দেৱতাসকলে কয়। এনেস্থলত গুৰুবধ পাপ কৰিব লগাত পৰিলোঁ কিয়! ভাতৃবধী চাণ্ডাল মই অধৰ্ম্ম আচৰি মহাপাপ কৰ্ম্ম কৰিলোঁ। মোৰ সমান অধৰ্ম্মী, মহাপাপী কোনো নাই। চন্দ্ৰ দিবাকৰ থকালৈকে কেৱল কুযশ থাকিল। এই কথা যদি মই আগতে জানিলোহেঁতেন, তেন্তে মোৰ ভাই দুৰ্য্যোধন কেতিয়াও মৰিব নাপালেহেঁতেন, এশ ভাইৰ মৰণ কেতিয়াও নহ'লহেঁতেন। পিতামহ ভীষ্ম, গুৰু দ্ৰোণাচাৰ্য্য আদি জ্ঞাতি-কুটুম্ব আৰু বন্ধু-বান্ধৱৰ অকাল মৰণ হ'ব নাপালেহেঁতেন। এনে দুৰ্গতি একমাত্ৰ তুমিহে কৰিলা। প্ৰতিকূল হ'লা তুমি আমাক জানিব নিদি। আগতে যদি এই কথা জানিব দিয়া, তেন্তে কেতিয়াও জ্ঞাতি-গোত্ৰ নিধন নহয়। হে আই! জানিলোঁ তুমি অতিশয় নিদাৰুণ। দুৰ্য্যোধনৰ চৰিত্ৰ তুমি ভালদৰে জানা। কৰ্ণৰ লগত তাৰ কেনে সম্বন্ধ। আগে জনা হ'লে কেতিয়াও যুদ্ধ নহ'লহেঁতেন।

নাজানি মাৰিলোঁ। হায় প্ৰাণৰ দাদাক! শুনা আই! তুমি যেনেকৈ আমাৰ হৃদয়ত তাপ দিলা, তোমাকো আজি অনুৰূপ অভিশাপ দিম। আৰু যেন কোনো তিৰোতাই এনেকুৱা কাম নকৰে। নাৰীৰ উদৰত কোনো গুপ্ত কথা নাথাকিব। অতিকে গোপ্য কথা হ'লেও প্ৰকাশ কৰিব। যদি কায়-বাক্য-মনে মোৰ মনত ধৰ্ম্ম আছে, তেন্তে মোৰ এই বাক্য কেতিয়াও মিছা নহ'ব। জগতত চিৰদিনৰ বাবে মোৰ কুযশ ৰ'ল।" —এইবুলি যুধিষ্ঠিৰ শোকত বিহ্বল হ'ল। তাকে দেখি দয়াময় শ্ৰীকৃষ্ণই নানা ভাৱে প্ৰবোধ দি শান্তি দিলে। তাৰ পাছত বিধি অনুসাৰে কৰ্ণৰ প্ৰেত কাৰ্য্য সম্পাদন কৰিলে। স্নান দান কৰি উঠি গঙ্গাৰ পাৰত সকলোৱে দুখে বেজাৰে বহি কান্দি কান্দি অস্থিৰ হৈ পৰিছে। শ্ৰীকৃষ্ণই নানা প্ৰকাৰে বুজায়ো কাৰো শোক দূৰ কৰিব পৰা নাই। শেষত শিবিৰলৈ বুলি সকলোবিলাকে গমন কৰিলে। একেৰাহে তিনিদিন শোকে দুখে অনাহাৰে থাকি, পিছদিনা অলপ ফলাহাৰ কৰিলে।

পুত্ৰৰ শোকত গান্ধাৰীয়ে দিনে-নিশাই কান্দিব ধৰিলে, —"মই অভাগিনীক অনাথিনী কৰি এশকৈ পুত্ৰ মোৰ পৰলোকলৈ গ'ল। আজিৰ পৰা হস্তিনা নগৰী শূন্য হ'ল।

হে হৰি! কোৱাচোন, মোৰ সেই সুকুমাৰ পুত্ৰসকলক পুনৰ দেখা পাম নে? যাৰ সুন্দৰ মুখ, পূৰ্ণিমাৰ চন্দ্ৰও তেনে নহয়, সেইহেন মোৰ প্ৰাণৰ পুতাইহঁতক অগ্নিয়ে পুৰি ভস্ম কৰি পেলালে। যাৰ সৰ্ব্বাঙ্গ শৰীৰ নানা অলঙ্কাৰে বিভূষিত আছিল, গাত সদাই অগৰু চন্দন ঘঁহিছিল, ষড়ৰস পঞ্চামৃত প্ৰতি দিনে ভুঞ্জিছিল, এনেহেন মোৰ হৃদয়ৰ মাণিক পুত্ৰক অগনিয়ে পুৰি ছাই কৰি পেলালে। যেনেকৈ জলবিম্ব ক্ষন্তেকতে নোহোৱা হয়, সেইদৰে সমস্ত সংসাৰ সপোন যেন লাগিছে। সুন্দৰ ঘৰবাৰী শূন্য হৈ ৰ'ল। হে হৰি! কোৱাচোন, মোৰ পুত্ৰসকল ক'লৈ গ'ল! হৰি হৰি! হে প্ৰভু! মই কিমান যে পাপ কৰিছিলোঁ! যাৰ ফলত আজি মই শত পুত্ৰ বঞ্চিত হ'লোঁ। এই বৃদ্ধ অৱস্থাত ৰজাৰ কি গতি হ'ব! কেনেকৈ ৰজাৰ অসহনীয় শোক দুখ মই সহ্য কৰিম! মৃত্যুৰ পিছত পুত্ৰই জল পিণ্ড দিব বুলি আশা কৰিছিলোঁ। আজি সেই আশা নিৰাশাত পৰিণত হ'ল। এশ পুত্ৰ সপোনৰ নিধি যেন হ'ল। আমাৰ বাবেহে বিধাতা ইমান নিদাৰুণ হ'ব পালেনে! শুনা বাপু ভীম! দুৰ্য্যোধনে পুনঃ তোমাক বিষ দিবহি নে? কোনে পুনু জতুগৃহ সাজি জুই দিবহি। এতিয়া কোন আহি সদাই তোমাৰ অকল্যাণ সাধন কৰিব! মোৰ

ভাই শকুনিও পৰলোকলৈ গ'ল। কোনে আহি এতিয়া মোৰ পুত্ৰক কুবুদ্ধি দিবহি! যুধিষ্ঠিৰ বাপ! তোমাৰ লগত এতিয়া আৰু কোনে পাশা খেলিব! এতিয়া শকুনিও নাই দুৰ্য্যোধনো নাই। কুবুদ্ধি দিবলৈ এতিয়া কৰ্ণ দুঃশাসনো নাই। দৈৱকী নন্দন কৃষ্ণই সৰ্ব্বভয় নিবাৰণ কৰি দিলে। শত্ৰু নাশ কৰি অকণ্টকা কৰি দিলে।" এই বুলি অচেতন হৈ গান্ধাৰী মাটিত ঢলি পৰিল। লগে লগে যুধিষ্ঠিৰে দুই হাতেৰে তুলি ধৰি অনেক বিনয়ভাৱে ক'লে। কিছুসময়ৰ পিছত চেতন পাই "ক'লৈ গ'লা পুত্ৰ মোৰ" বুলি বুকুত ভুকুৱাই কান্দিব ধৰিলে। "হে বিধাতা! পুত্ৰৰ লগত মোকো মাৰি নিনিলা কিয়। এতিয়া শত পুত্ৰৰ শোক মই সহ্য কৰো কেনেকৈ!" এইবুলি ঘনে ঘনে বুকুত ভুকুৱাব ধৰিলে।

গান্ধাৰীৰ অৱস্থা দেখি জগতৰ নাথ, স্বয়ং নাৰায়ণ, দৈৱকী নন্দন শ্ৰীকৃষ্ণই সম্বোধন কৰি মাত লগালে,-- "হে আই! শুনা শুনা! আৰু নাকান্দিবা। কান্দিলে কি তোমাৰ পুত্ৰ সকল পুনৰ ঘূৰি আহিব? ব্ৰহ্মা হৰ আদি যত দেৱতা আছে, প্ৰকৃততে কোনো চিৰজীৱী নহয়। তুমি আমি আদি পৃথিৱীত যিমানবিলাক দেখিছা, কিছুদিন থাকি সকলোৱেই এদিন মৰিব লাগিব। কচুপাতৰ

পানীৰ নিচিনা ক্ষন্তেকতে নোহোৱা হয়। সকলোৰেই মৰিব লাগিব যেতিয়া শোক পৰিহাৰ কৰা। কান্দিলেই যদি মৰা বিলাক ঘূৰি আহিলহেঁতেন, তেন্তে কান্দি কান্দিয়েই সকলোৱে মৰা বিলাকক পুনৰ ঘূৰাই আনিব পাৰিলেহেঁতেন। সেইবাবে আমাৰ কথা মানি শোক তাপ এৰি মিছাতে কান্দি কান্দি নিজৰ শৰীৰক দুখ নিদিবা! দুৰ্য্যোধনৰ জন্মৰ কাহিনী বিদুৰে যি কৈছিল, সেই কথা মানি লোৱা।”

এইদৰে দয়াময় শ্ৰীকৃষ্ণই গান্ধাৰীক প্ৰবোধ দি যুধিষ্ঠিৰক ক'লে,—“শুনা মহাৰাজ! হস্তিনাৰ ৰাজপাট শূন্য হৈ আছে। গতিকে সোনকালে ওলোৱা। আজি বহুদিন হ'ল, বনে বনে ফুৰি থাকোঁতে। তোমাক নেদেখি প্ৰজা-সকলৰ মনত সদাই দুখ। তুমি ৰজা হ'লে সকলো প্ৰজাৰ মনত আনন্দ মিলিব। হস্তিনাৰ সমস্ত প্ৰজাই তোমাক আশা কৰি আছে। অযোধ্যাৰ প্ৰজাৰ যেনেকৈ শ্ৰীৰামত ভকতি আছিল; সেইদৰে হস্তিনাৰ প্ৰজাসৰবো তোমাৰ প্ৰতি তেনে ৰতি ভক্তি আছে। গতিকে হে মহাৰাজ! অসন্তোষ এৰা। নিজৰ নগৰলৈ গৈ প্ৰজাসকলক আনন্দ দিয়াহে তোমাৰ কৰ্ত্তব্য। যদি প্ৰজাৰ প্ৰতি তোমাৰ দয়া মৰম আছে, তেন্তে পলম নকৰি হস্তিনাৰ ৰাজ্যভাৰ লোৱা গৈ।”

শ্ৰীকৃষ্ণৰ কথা শুনি ধৰ্ম্মৰাজ যুধিষ্ঠিৰে হাতযোৰ কৰি ক'লে,—হে নাৰায়ণ! তেনে কথা মোক নকবা। মই হস্তিনালৈ নাযাওঁ। এই কুৰুক্ষেত্ৰতে প্ৰাণ শেষ কৰিম বুলি মন স্থিৰ কৰিছোঁ। পুত্ৰশোকত গান্ধাৰীয়ে দিনে ৰাতি কান্দি থাকিব। বিধৱাসকলেও মোক সদাই নিন্দা কৰিব। উত্তৰা আদি পতিহীন নাৰীসকলে নিজৰ স্বামীক সুমৰি সুমৰি সদায় কান্দিব। এনে শোকাতুৰ সকলক দেখি মই কেনেকৈ জীয়াই থাকিম? সেইবাবে হে নাৰায়ণ! মই মৰাতোহে শ্ৰেষ্ঠ হ'ব। অশান্তি অসুখত জীৱন ধাৰণ কৰি থকাতকৈ এই কুৰুক্ষেত্ৰতে সমাধি ধৰি জীৱন শেষ কৰি দিয়াতোহে শ্ৰেষ্ঠ হ'ব। এই জগতত মোৰ সমান পাপী আৰু কোনো নাই। ৰাজ্যৰ আশাত মই অতিশয় গৰ্হিত কাম কৰিলোঁ। ভীষ্ম পিতামহ, পিতৃতকৈয়ো শ্ৰেষ্ঠ, দ্ৰোণাচাৰ্য্য বিখ্যাত ব্ৰাহ্মণ আৰু গুৰু, কৰ্ণ জ্যেষ্ঠ ভাই পিতৃৰ নিচিনা, দুৰ্য্যোধন আদি এশ ভাই, সুভদ্ৰা নন্দন অভিমন্যু, ৰাজ্য আৰু সুখৰ আশাত এই সমস্তকে বধ কৰিলোঁ। বিৰাট, পাঞ্চাল আদি বন্ধু-বান্ধৱসকলে মোৰ বাবেই সকলোবিলাকে প্ৰাণ এৰিলে। ৰাজ্যৰ লোভত সকলোকে শেষ কৰিলোঁ। ইমানবিলাক পাপকৰ্ম্ম কৰি মই কেনেকৈ পৰিত্ৰাণ পাম!

সেইবাবে হে মোৰ প্ৰাণৰ দেৱতা! হে মোৰ হৃদয়ৰ বাপ শ্ৰীকৃষ্ণ দয়াময়! মোক আৰু তেনে কথা নক'বা। এই জীৱন নথকাই ভাল। গিয়াতি কুটুম্ব সমাজ সকলো শেষ কৰি, এতিয়া কোন সুখত মই হস্তিনাৰ ৰাজ ভোগ ভুঞ্জিম! মই মহা পাতকীয়ে অতিকে নিন্দনীয় কৰ্ম্ম কৰিলোঁ! ৰাজ্য ভোগ কৰি পুনৰ কিয় অধৰ্ম্ম আৰ্জ্জন কৰিম! প্ৰতিদিনে ধৃতৰাষ্ট্ৰই পুত্ৰৰ বাবে শোক কৰি থাকিব। দ্ৰৌপদীয়েও পুত্ৰশোকত বিহ্বল হৈ বিলাপ কৰি থাকিব। বিধবা সকলেও "স্বামী স্বামী" বুলি কান্দি থাকিব। কৰ্ণৰ শোকত কুন্তী আয়েও দহি পুৰি মৰিব। এইবিলাক শোক তাপ মই কেনেকৈ সহি থাকিম! সেইবাবে হে প্ৰভু! মোক ক্ষমা কৰিবা। পুত্ৰৰ শোকত গান্ধাৰীয়ে সদাই কান্দি থাকিব। মই কেনেকৈ আগত চাই থাকিম? এইবিলাক দুখত মোৰ ৰাজ্যৰ প্ৰতি মন নোহোৱা হৈছে। গতিকে হে হৰি! মোক আৰু তেনে কথা নক'বা। অনিত্য মায়াৰ সংসাৰ, ইয়াত অলপো সুখ নাই। মিছা আশা কামনা কৰি কিয় দুখ ভুঞ্জি মৰোঁগৈ! হে হৰি! ভীম অৰ্জ্জুনকে লগত নিয়া। দুয়ো ভাইকে ৰাজ্যৰ অভিষেক কৰি দিয়া। শুনা ভাই ভীম-অৰ্জ্জুন! দুয়োজনে একেলগে ৰাজ্য পালন কৰিবা। সৰু ভাই দুজনক অতিশয় মৰম

স্নেহ কৰিবা। চাৰিও মিলিজুলি ৰাজ্য চলাবা। অতিশয় যত্ন সহকাৰে অন্ধকৰ বাক্য পালন কৰিবা। তেতিয়াহে ধৰ্ম্ম লাভ কৰিব পাৰিবা বুলি নিশ্চয় কৰি জানিবা। যেনেকৈ কুন্তী আইক মানা, ততোধিক গান্ধাৰীৰ চৰণ সেৱা কৰিবা। তেতিয়াহে সকলোৰে কল্যাণ সাধন হ'ব বুলি জানিবা। মোৰ কথা অমান্য নকৰিবা। মোৰ বাবেই জ্ঞাতি-বন্ধু সকলো মৰিল। গতিকে ময়ো অতি সোনকালে সেই পথকে লম।" এইবুলি ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰ মৌন হৈ থাকিল।

তাকে দেখি দয়াময় শ্ৰীকৃষ্ণই ক'ব ধৰিলে,—"হে দাদা ধৰ্ম্মৰাজ! সকলোবিলাক বিধাতাৰ কৰ্ম্ম। তাৰ বাবে তুমি মিছাতে শোক কৰিছা কিয়! তুমি মহাজ্ঞানী লোক হৈ মিছাতে শোক কৰিছা। শুনা! কৰ্ম্মৰ লিখন কেতিয়াও খণ্ডন নহয়, সকলোৱে ভুঞ্জিবই লাগিব। তাক এৰাব কাৰো সাধ্য নাই। গতিকে মোৰ কথা দৃঢ় কৰি মানি শোক এৰা আৰু নিজ ৰাজ্য পালন কৰা। ভাতৃবধ পাপ হ'ল বুলি মনত ভয় খাইছা, সিয়ো মিছা কথা। কাশ্যপ মুনিৰ ঔৰসত ইন্দ্ৰ আৰু বলিৰ জন্ম। দুয়ো ভাই-ককাই। ইন্দ্ৰ হ'ল স্বৰ্গৰ অধিপতি আৰু বলি হ'ল মহাতেজা দৈত্যৰাজ পৃথিৱীৰ অধিপতি। ইন্দ্ৰৰ মনোৰম স্বৰ্গ দেখি, দৈত্যেশ্বৰ বলিয়ে বাসৱৰ লগত সদলবলে গৈ

স্বৰ্গপুৰী আক্ৰমণ কৰিলে। ভীষণ যুদ্ধৰ পিছত বাসৱক পৰাজয় কৰি খেদি পঠিয়াই, বলি স্বৰ্গৰ অধিপতি হ'ল। বাসৱৰ সুখ-শান্তি নোহোৱা হ'ল, দিন নাযায়, ৰাতি নুপুৱায় যেন হ'ল। এক চেকেণ্ড সময়, এক যুগহে যেনিবা। নানা বেশ ধৰি ঘূৰি ফুৰিব ধৰিলে। ইন্দ্ৰৰ দুখ দেখি অসহ্য হৈ মাকে শ্ৰীহৰিক আৰাধনা কৰিলে। বহুদিন আৰাধনা কৰাৰ পাছত শ্ৰীহৰি সন্তুষ্ট হৈ বামণ ৰূপত অদিতিৰ গৰ্ভত অৱতীৰ্ণ হৈ দেৱ দয়াময় শ্ৰীনাৰায়ণে বুদ্ধি আৰু বলৰ দ্বাৰা ছলনা কৰি বলিক পৰাজয় কৰিলে আৰু পাতালত স্থান দি ইন্দ্ৰক পুনৰ স্বৰ্গৰাজ্যৰ অধিকাৰী পাতিলে। ভায়ে ভায়ে বিৰোধ কৰি, দুয়ো দুয়োকে পৰাজয় হোৱা নীতি পূৰ্ব্বৰ পৰাই আছে। গতিকে হে ধৰ্ম্মৰাজ! সেই বিলাক কথা চিন্তা কৰি সংশয় পৰিহাৰ কৰা। তিনিলোকত যিমানবিলাক দেৱতা-দানৱ, যক্ষ-ৰাক্ষস, গন্ধৰ্ব্ব-দৈত্য, নাগ-নৰ আদি আছে, তাৰ বহুতেই নিজৰ সহোদৰ ভাই-ককায়েকক মাৰি, ৰাজ্য ভোগ কৰা দেখা যায়। চোৱা,—যিমানবিলাক নাগ আছে, সেইবিলাক গৰুড়ৰ ভাতৃ বুলি কোনে নাজানে? তথাপি গৰুড়ে ভাতৃ বুলি অলপো নাভাবি, খেদি খেদি ভক্ষণ কৰে। যক্ষেশ্বৰ কুবেৰ আছিল ৰাৱণৰ মাহীমাকৰ ল'ৰা। দুয়ো ভাই-ককাই। এনেস্থলত সেই কুবেৰক

যেদি ৰাক্ষসৰ ৰজা দশস্কন্ধ ৰাৱণ লঙ্কাৰ অধিপতি হয়। আৰু এটা কথা তুমি শুনিছা যে বালী-সুগ্ৰীৱ নামে দুজন সহোদৰ ভাই-ককায়েকে বহুকাল ধৰি মহাসুখে কিষ্কিন্ধ্যা নগৰত মিলাপ্ৰীতিৰে ৰাজ্যভোগ কৰিছিল। অৱশেষত কেনেকৈ দুই ভাইৰ মাজত কন্দল লাগিল! কওঁ শুনা— মায়াবী আৰু দুন্দুভি নামেৰে দুজন মহাবলৱন্ত ৰণত অভঙ্গ অসুৰে এদিনাখন আহি বালীৰ ওচৰত যুদ্ধ আহ্বান কৰিলে। সেইমতে বালীয়েও যুদ্ধ ঘোষণা কৰিলে। মহা ঘোৰতৰ যুদ্ধত দুন্দুভীয়ে প্ৰাণ এৰিলে আৰু মায়াৱন্ত পলাই গৈ এটা গহ্বৰত সোমাল। অসুৰ ৰণভঙ্গ দি পলোৱা দেখি বালীৰ খং উঠিল আৰু ভায়েক সুগ্ৰীৱক ক'লে যে "যেতিয়ালৈকে অসুৰক মাৰি ঘুৰি নাহোঁ, তেতিয়ালৈকে এই গহ্বৰৰ দুৱাৰ মুখ সযত্নে ৰখি থাকিবা।" এই বুলি বালী গহ্বৰত সোমাল। সম্পূৰ্ণ এবছৰ কাল বালী ঘুৰি নহা দেখি সুগ্ৰীৱে ভাবিলে যে "বালী দাদা অসুৰৰ হাতত নিশ্চয় মৰিল।" তাকে ভাবি পাত্ৰ মন্ত্ৰীসকলেৰে আলোচনা কৰি গহ্বৰৰ দুৱাৰ ভয়ঙ্কৰ শিলেৰে বন্ধ কৰি নগৰলৈ গৈ সিংহাসনত বহি পাত্ৰ-মন্ত্ৰীসকলেৰে মহাসুখে ৰাজ্য পৰিচালনা কৰি থাকিল। সিকালে যুদ্ধত জয়যুক্ত হৈ অসুৰক বধি মহাৰঙ্গে বালী ঘূৰি আহি দেখে যে

দুৱাৰ বন্ধ। ভয়ঙ্কৰ শিল দি থৈছে। মহা ক্ৰোধত জ্বলন্ত অগ্নিসম হৈ দ্বাৰৰ সেই ভয়ঙ্কৰ শিল চিটিকাই দি ৰাজধানী পালেহি। দেখে যে সিংহাসনত বহি ভায়েক সুগ্ৰীবে পাত্ৰ-মন্ত্ৰীসকলেৰে মহাসুখে ৰাজ্য চৰ্চ্চা কৰি আছে। বালীৰ খং দুগুণে চড়িল। হাতত খড়গ ধৰি সুগ্ৰীৱক কাটিবলৈ খেদি গ'ল। তাকে দেখি সুগ্ৰীৱে মহা ভয়ে ভীতে সিংহাসনৰ পৰা উঠি প্ৰাণৰ ভয়ত পলাই গ'ল। সেইদিন ধৰি, বালীৰ ভয়ত দিনে-ৰাতিয়ে বনে বনে ঘূৰি ফুৰি সুগ্ৰীৱৰ দুখৰ সীমা সংখ্য' নোহোৱা হ'ল। বহুকাল এইদৰে দুখ ভুঞ্জি থকাৰ পিছত, সুগ্ৰীৱৰ প্ৰতি বিধি সুপ্ৰসন্ন হ'ল। শ্ৰীৰাম আহি তেওঁৰ লগ লাগিল। শ্ৰীৰাম লক্ষ্মণক লগ পাই সুগ্ৰীৱৰ পৰম আনন্দ মিলিল। সুগ্ৰীৱে শ্ৰীৰামৰ চৰণত শৰণ ললে আৰু ৰামেও সুগ্ৰীৱৰ লগত মিত্ৰতা কৰি; দিব্য ঘোৰ শৰৰ দ্বাৰা বালীক বধি পুনঃ সিংহাসনত বহুৱালে। ৰাজ্য লাভ কৰি, সুগ্ৰীৱে মহানন্দে ৰাজ্য সুখ ভোগ ভুঞ্জিলে। এইদৰে ভাইক মাৰি স্বৰাজ্য, ভোগ কৰা নীতি পূৰ্ব্বৰে পৰা জগতত প্ৰচলিত আছে। সেই কাৰণে ভাতৃবধ পাপ বুলি মনত অলপো সংশয় নকৰিবা। মোৰ কথামতে এতিয়া হস্তিনালৈ গৈ ৰাজ্য পালন কৰা আৰু প্ৰজাসকলৰো মঙ্গল সাধনত ৰত হোৱা।

## যুধিষ্ঠিৰৰ প্ৰতি শ্ৰীকৃষ্ণ, ব্যাস, নাৰদ আদিৰ উপদেশ দান আৰু সকলোৰে হস্তিনালৈ গমন

বৈশম্পায়নে ক'লে,—শুনা জন্মেজয় ! দয়াময় শ্ৰীকৃষ্ণই বহু প্ৰকাৰে বুজালে, তথাপি যুধিষ্ঠিৰৰ মনত শান্তি নাই। শোকে তাপে জৰ্জ্জৰিত হৈ তলমূৰ কৰি বহি পৰিল। তাকে দেখি পুনঃ শ্ৰীকৃষ্ণই ক'ব ধৰিলে,—"শুনা দাদা ! মোৰ বাক্য মানি তুমি মন থিৰ কৰা। আগৰ কথাবিলাক তুমি কিয় পাহৰিলা ? দুৰ্য্যোধনে তোমালোকক কত যে দুখ নিদিলে ! দুষ্ট দুঃশাসনে ৰজস্বলা অৱস্থাত দ্ৰৌপদীক এখন কাপোৰ গাত থকা সময়ত, নানা কুবাক্য বচনেৰে মুখলৈ চাই, চুলিত ধৰি টানি আজুৰি চোৰচোৰাই ৰাজ-সভালৈ আনি, কত যে লঘু লাঞ্ছনা কৰিলে ! তাৰোপৰি দুৰাচাৰ দুৰ্য্যোধনে উৰু দেখুৱালে। দীন-দৰিদ্ৰজনৰ দৰে কত কাল বনে বনে ফুৰিলা। কত যে কষ্ট ভুভুঞ্জিলা। তথাপি তুমি অধৰ্ম্মলৈ ভয় কৰিছা ? সেইবিলাক এৰা। মোৰ কথা মানি তুমি ৰাজ্য লোৱা। তুমি ৰজা হ'লে, প্ৰজাবিলাক সুখী আৰু আনন্দিত হ'ব। প্ৰজাৰ মনৰ আশা পূৰ্ণ কৰা, তোমাৰ নিতান্তই কৰ্ত্তব্য।"

এইদৰে দয়াময় শ্ৰীকৃষ্ণই নানাভাৱে কোৱাত যুধিষ্ঠিৰে ক'লে,—"হে প্ৰভু নাৰায়ণ! তুমি যিবিলাক কথাৰে মোক বুজাই আছা, সেই কথাই মোক সন্তুষ্ট কৰিব পৰা নাই। দুৰ্য্যোধন নিজৰ দোষত নিজে মৰিল। কিন্তু মই ধৰ্ম্মত থাকি, তেনে কৰ্ম্ম কৰাতো শোভা নাপায়। জ্ঞাতি-গোত্ৰ, ভাই-বন্ধু, সকলো শেষ। গতিকে ৰাজ্যৰ প্ৰতি মোৰ অভিলাষ একেবাৰে নাই। হে প্ৰভু! তুমি কোৱা কথা-বোৰে আমাক শোভা নকৰে। ৰাজ্য-সুখ-ভোগৰ লোভত অধৰ্ম্ম কৰিব লগা হ'লোঁ কিয়? ৰাজ্য-ধন-জন সকলোবিলাক অকাৰণ। সকলোকে কালসৰ্পই দংশন কৰিব। মোৰ জীৱনো এতিয়াই শেষ হৈ যাব। এনেস্থলত অধৰ্ম্মত প্ৰবৃত্ত হ'ম কিয়? মই নিৰ্দ্দয় নিষ্ঠুৰ হোৱা উচিত নহয়, নাৰায়ণ! ভীম-অৰ্জ্জুনকে লগত লৈ হস্তিনালৈ যোৱা।" এই বুলি যুধিষ্ঠিৰ মনে মনে থাকিল। পুনৰায় শ্ৰীনাৰায়ণে ক'লে— "শুনা ধৰ্ম্মৰাজ! মোৰ কথা তুমি অৱহেলা কৰিছা কিয়? তুমি ৰাজ্য ল'লে মই মহা আনন্দ পাম। সেয়ে তোমাক এইদৰে ক'ব লগা হৈছে। গতিকে মোৰ প্ৰীতিৰ বাবে, মোৰ কথা মানি, তুমি অতিশীঘ্ৰে তোমাৰ হস্তিনাপুৰ লোৱা। যদি তোমাৰ ৰাজ্যৰ প্ৰতি মন নাছিলেই, তেন্তে ইমান বিলাক কষ্ট কিয় কৰিলা? পাশা খেলৰ সময়ত

যিবিলাক প্ৰতিজ্ঞা কৰা হৈছিল, সেইমতে তোমাৰ ভাতৃ-সকলে আখৰে আখৰে তাক পালন কৰিলে। তোমাক ৰাজ্য দিবলৈ সকলোৰে মন আছে। সেই মনোবাঞ্ছা পূৰ্ণ কৰা তোমাৰ একান্তই উচিত কৰ্ত্তব্য আৰু দায়িত্ব। যদি তোমাৰ চাৰিওজন ভাতৃৰ প্ৰতি মৰম দয়া আছে, তেন্তে মোৰ কথা কেতিয়াও অমান্য নকৰিবা। আৰু যদি তুমি সকলোৰে মনত সুখ দিব খোজা, তেনেহ'লে সকলো মনৰ দুখ পৰিহাৰ কৰি নিজৰ ৰাজ্য লোৱা।"

প্ৰভু দামোদৰ শ্ৰীকৃষ্ণই বহুপ্ৰকাৰে কওঁতে গাওঁতে শেষত দুখে বেজাৰে যুধিষ্ঠিৰে সকলোকে হস্তিনালৈ যাবৰ বাবে অনুমতি দিলে। যুধিষ্ঠিৰৰ হুকুম পোৱাৰ লগে লগে সকলোৰে মন আনন্দত নাচি উঠিল। হস্তিনালৈ যাবৰ বাবে সকলোবিলাক সাজু হ'ল। এনেতে ধৃতৰাষ্ট্ৰই হুৰাওবাৰে কান্দিব ধৰিলে,—"হা মোৰ প্ৰাণৰ পুতাই দুৰ্য্যোধন! নিৰানব্বৈ জন ভায়েৰাৰ লগত তই ইয়াতে থাক। তইঁতক এৰি মই ঘৰলৈ যাওঁ। এই সন্তাপ মই কেনেকৈ সহিম! ধন-জন, ৰাজ্য-সুখ-ভোগ সকলোবিলাক পাণ্ডৱে নিলে। নগৰলৈ গৈ মই কাৰ মুখ চাই থাকিম! মই মহা অভাগ্য পাপৰে কি সুখৰ আশাত হস্তিনালৈ যাওঁ!"

ধৃতৰাষ্ট্ৰৰ অৱস্থা দেখি শোকে-তাপে থৰ্ লাগি থাকি

ধৰ্ম্মৰাজ যুধিষ্ঠিৰ অচেতন হৈ মাটিত ঢলি পৰিল। গাত অলপো চেতন নোহোৱা হ'ল। যুধিষ্ঠিৰৰ প্ৰাণবায়ু গ'ল যেন ভাবি সবেও বিস্ময় মানিলে। তাকে দেখি দয়াময় শ্ৰীকৃষ্ণই তৎক্ষণাৎ তুলি ধৰিলে। কিছু সময়ৰ পিছত চেতন পাই, অলপ থিৰ্ হৈ যুধিষ্ঠিৰে ক'ব ধৰিলে,— "হে কৃষ্ণ! মোৰ এই দেহৰ আৰু প্ৰয়োজন নাই। ডাঙৰ পিতাই পুত্ৰ শোকত হাকুলে ব্যাকুলে কান্দিব ধৰিছে। এনেস্থলত মই কেনেকৈ জীয়াই থাকিম। এইদৰে পুত্ৰৰ শোকত সদাই কান্দি থাকিব। ৰাজ্য লাভ কৰি কোন সুখেৰে মই ভোগ ভুঞ্জি থাকিম। এনে দাৰুণ শোক মই কেনেকৈ সহি থাকিম! বিষময় এই সুখ, মোৰ কোনো প্ৰয়োজন নাই। পুত্ৰৰ শোকত গান্ধাৰীয়ে সদাই কান্দি থাকিব। কৰ্ণৰ শোকত আই কুন্তী দহি মৰিব। স্বামীৰ শোকত উত্তৰাই বুকুত ভুকুৱাই কান্দি থাকিব। পুত্ৰ আৰু স্বামীৰ শোকত সকলোৱে মোকেই নিন্দা কৰিব। হৰি হৰি! মই এনে পাপ কৰ্ম্ম কৰিব লাগেনে? ভাই-বন্ধু, জ্ঞাতি-গুৰু সকলোকে মাৰিলোঁ। পৃথিৱীৰ সমস্ত ক্ষত্ৰিয় ৰজা, মই মহা পাপীৰ বাবেই সকলোবিলাকৰ মৰণ মিলিল। হে ভগবন্ত! এই মহাপাপৰ পৰা কেনেকৈ মই পৰিত্ৰাণ পাম? মই ইয়াতেই প্ৰাণ ত্যাগ কৰোঁ,

তেতিয়াহে যদি মোৰ প্ৰায়শ্চিত্ত হয়। বাল্যকালৰে পৰা প্ৰতিপাল কৰি, কতনো মৰম আদৰ কৰি, ডাঙৰ-দীঘল কৰিলে। পাঁচো ভায়ে যাক বাপ বুলি মাতিছিলোঁ; তেনেহেন ভীষ্ম পিতামহক শিখণ্ডীক আগত ৰাখি ঘোৰতৰ অন্যায় কৰি মাৰিলোঁ। এইবিলাক পাপৰ শাস্তি মই মৰাই ভাল হ'ব। ৰাজকাৰ্য্য মোৰ কোনো প্ৰয়োজন নাই। অবিহিত।"— এইবুলি যুধিষ্ঠিৰে অস্থিৰ হৈ কান্দিব ধৰিলে।

তাকে দেখি ব্যাসদেৱে ক'লে,—শুনা বাপু ধৰ্ম্ম যুধিষ্ঠিৰ! তুমি-মহাবিজ্ঞ ধৰ্ম্মাত্মা সুধীৰ। সাধাৰণ লোকৰ দৰে তুমি কিয় শোক কৰিছা? মৃতকৰ বাবে শোক কৰা উচিত নহয়। উপজিলে সকলোৰে মৰণ আছেই। এই মৰণৰ হাত সাৰিব কোনেও নোৱাৰে। এই জীৱন, কচুপাতৰ পানীৰ দৰে সম্পূৰ্ণ অথিৰ। যেনেতেনে এদিন মৰণ হ'বই। পঞ্চভুতি দেহা এদিন নহয় এদিন কালক্ৰমে বিলীন হৈ এই জীৱন বিনাশ হ'বই। এই দেহা অনিত্য, খন্তেকীয়া। একেতিলে মৰণ মিলে। এনেস্থলত তুমি জানি বুজি কিয় বিষাদিত হৈছা? সংযোগ বিয়োগ সকলো দৈৱৰ কাম। এই ব্ৰহ্মাণ্ডত চিৰজীৱী লোক কোনো নাই। জানি শুনি তুমি শোক কৰা শোভা নাপায়। ৰজা মহাৰজা সকলে নানা দিব্য ভোগ ভুঞ্জে আৰু দুখী দৰিদ্ৰবিলাকে ভিক্ষা

মাগি কোনোমতে পেট প্ৰবৰ্ত্তাই থাকে। কাল প্ৰাপ্ত হ'লে উভয়ৰে মৰণ মিলে। সুখী দুখী বুলি কালে কাকো নাবাচে। পাপীও নমৰে ; পুণ্যৱন্তও চিৰকাল জীয়াই নাথাকে। কাল প্ৰাপ্ত হ'লে তাৰ অৱশ্যে মৰণ মিলিবই। কিন্তু সকলো শাস্ত্ৰই পুণ্য আচৰণ কৰিবহে কয়। কাৰণ তেতিয়া হ'লে যমৰ যাতনাৰ পৰা নিস্তাৰ পাব। হে পাণ্ডু পুত্ৰ ধৰ্ম্ম যুধিষ্ঠিৰ! তাৰ প্ৰমাণ চোৱা,—দিলীপ, মান্ধাতা, হৰিশ্চন্দ্ৰ, ভগীৰথ, শিবি আদি অনেক ৰজা মহাৰজা সকলে নানা প্ৰকাৰ দান পুণ্য আদি কৰিছিল। তথাপি কালপ্ৰাপ্ত হৈ সকলো নাইকিয়া হ'ল। মহাপুণ্যৰ বলত কোনেও চিৰজীৱী হ'ব নোৱাৰিলে। ব্ৰহ্ম ভুবনতো কালে সংহাৰ কৰিবই। কোনেও কাকো মাৰিব নোৱাৰে। কৰ্ম্ম অনুসাৰে প্ৰাণী বিলাক আপুনিয়ে মৰে। মাছ আৰু পছুৱে কাকো হিংসা নকৰে। জলত থাকে মাছ, বনত থাকে পছু। তথাপিতো চোৱা, কালত সিহঁতৰো মৰণ হয়। কালৰ গতিত সকলোৰে মৰণ নিশ্চিত বুলি জানিবা। তোমাৰ পিতৃ পাণ্ডু নৃপতি। তেওঁ ক'লৈ গ'ল ক'ব পাৰানে? ভাবি চোৱাচোন! নমৰা লোক কোনোবা ক'ৰবাত আছে বুলি দেখিছা নে শুনিছা? উপৰি বংশত যিমানবিলাক ৰজা মহাৰজা আছিল, কালপ্ৰাপ্ত হৈ সকলোৰে মৃত্যু হ'ল। পুত্ৰ-ভাৰ্য্যা, বন্ধু-

বান্ধৱ যিমানেই নাথাকক, মিছাতেই মোৰ মোৰ কৰি কেৱল দুখ আৰু শোকহে পোৱা যায়। মৰিলে কাৰো লগত কোনো নাযায়। সকলোবিলাকে কেৱল চাইহে থাকিব। এতেকে হে ৰাজা! কোনো কাৰো নহয় বুলি জানিবা। জীয়াই থকা দিন কেইটাতহে মাত্ৰ সম্বন্ধ। যে'নকৈ নদীৰ বেগত জঁাজি উটি যায়; বান্ধৱৰ সমাগমো তেনেকুৱাই সেইবাবে জ্ঞানীলোকে তাত কোনো চিন্তা বা শোক নকৰে। কেৱল জ্ঞ নহীন সকলেহে মিছাতে শোক তাপ কৰি কান্দে। যিদিনাৰে পৰা জীৱই মাতৃ-গৰ্ভত স্থিতি লাভ কৰে, সেই-দিনাৰে পৰা তাৰ যম অধিপতি হ'ল। দিনে দিনে আয়ু হিচাপ কৰি থাকে। যেতিয়া কালপূৰ্ণ হ'ব, তেতিয়া আৰু তাক ৰাখোঁতা কোনো নোলাব। একেতিলে মাৰি লৈ যাব। যেনেকৈ দিন-ৰাতি সদাই ঘূৰি আছে, যেনেকৈ ছয় ঋতু পৰিবৰ্ত্তন হৈ থাকে; তেনেকৈ প্ৰাণীবিলাকৰো জন্ম-মৃত্যু হৈ থাকে। উপজিলে মৃত্যুত্ৰাস সকলোৰে আছে। হে ধৰ্ম্মৰাজ! চোৱাচোন, মহা মহা যোগী-ঋষি-মুনিসকলে অনবৰতে ঈশ্বৰৰ চৰণ চিন্তা কৰি থাকে। কাম-ক্ৰোধ লোভ আদি ৰিপুবিলাক বৰ্জ্জন কৰে। কাকো হিংসা নকৰে। কেৱল হৰিতেহে মন। একমাত্ৰ শ্ৰীকৃষ্ণত চিত্ত-বুদ্ধি-মন প্ৰাণ দেহ-গেহ সমস্ত অৰ্পণ কৰি একমনে ধ্যান

ধৰি কৃষ্ণকেই চিন্তা কৰি থাকে। তথাপি কালত তেওঁলোকো মৰিছে। সেই কাৰণেই মই দৃঢ় কৰি কৈছোঁ যে নমৰাকৈ কোনো থাকিব নোৱাৰে। জগতত অমৰণ লোক কোনো নাই। সেই কাৰণে হে ৰজা! এই বিষয়ে চিন্তা নকৰিবা। আনৰ চিন্তা বাদেই, নিজেও এদিন কালপূৰ্ণ হ'লে মৰিব লাগিব। গতিকে মোৰ কথা শুনা, শোক দুখ এৰি, নিজৰ ৰাজ্য লোৱা গৈ।"

মহামুনি ব্যাসদেৱৰ কথা শুনি, ধৰ্ম্মৰাজ যুধিষ্ঠিৰে মনে মনে কিবা ভাবি গুণি একোকে নামাতি তলমূৰকৈ মৌন হৈ ৰ'ল। তাকে দেখি অৰ্জ্জুনে শ্ৰীকৃষ্ণৰ ফালে চাই ক'ব ধৰিলে,—"শুনা সখি! দাদাই ৰাজ্যৰ আশা একেবাৰে ত্যাগ কৰিলে। কিন্তু ভীম দাদাৰ মন অস্থিৰ হৈ পৰিছে। কেনেকৈ ৰাজ্য লাভ কৰোঁ উপাই নোপোৱা হৈছোঁ। দুৰ্জ্জয় সমৰ মিছাতে কৰিলোঁ। মিছাতেই পাঁচো ভাই বনে বনে ফুৰিলোঁ। দেশ-দেশান্তৰ হৈ দীন দৰিদ্ৰৰদৰে নানা ক্লেশ দুখ যাতনা নিকাৰ ভুঞ্জি মিছাতে ভ্ৰমিলোঁ। বিৰাট নগৰত দাসকৰ্ম্মও কৰিলোঁ। যুদ্ধত অনেক প্ৰাণীও বধিলোঁ। এই সকলোবিলাক কষ্ট কৰা মিছা হৈ গ'ল। সমস্তই নিষ্ফল হৈ গ'ল। হে চক্ৰপাণি! দীন দয়াময়! ৰাজ্য ভুঞ্জিবলৈ মনত আশা আছিল। পিছে দাদা যুধিষ্ঠিৰে

বিধি পথালি দিলে। কিন্তু হে প্ৰভু! তোমাৰ ব্যতিৰেকে অন্য উপাই নাই। তোমাৰ অসাধ্য সংসাৰত একো নাই। হে নাৰায়ণ! দয়া কৰি ৰজাৰ মায়া দূৰ কৰি দিয়া! যাতে ৰাজ্য ভোগ কৰিবলৈ দাদাৰ মন যায়।"

অৰ্জ্জুনৰ কথা শুনি দেৱ দয়াময় দামোদৰ, ভক্তি ভাবেৰে যুধিষ্ঠিৰৰ ওচৰলৈ গৈ হাতত ধৰি সাদৰেৰে ক'ব ধৰিলে,—"শুনা, শুনা দাদা ধৰ্ম্মৰাজ! মন স্থিৰ কৰি মোৰ কথা ভালদৰে শুনা। নিজৰ কৰ্ম্মফল অনুসৰি যাৰ যেনেকৈ মৰণ হ'ব লাগে, সেইদৰে মৰণ মিলিল। তাৰবাবে তুমি শোক কৰিব নালাগে। অকাৰণে মিছা শোক নকৰিবা। যিমান কান্দিলেও মৰাজনক পুনৰ ঘূৰাই আনিব নোৱাৰিবা। তুমি মহাজ্ঞানী, শাস্ত্ৰতো পৰম পণ্ডিত, অতিকে নিপুণ। জানি শুনি অকাৰণে মিছা শোক কৰিছা কিয? বিশাল বুদ্ধিসম্পন্ন মহামুনি ব্যাসদেৱৰ কথা নুশুনা কিয়? সাধাৰণ মানুহৰদৰে কান্দিছা কিয়? যিসকলে শোক-তাপ কৰে, তেওঁলোকক ৰাজলক্ষ্মীয়ে এৰা দিয়ে। নিজৰ বুদ্ধিও ক্ষয় হয় আৰু শ্ৰীহানি হয়। গতিকে তুমি এইবিলাক মিছা শোক এৰা। মোৰ কথা পালন কৰি মহাসুখে ৰাজ্য ভোগ কৰা।"

এইদৰে দয়াময় শ্ৰীকৃষ্ণই অনেক প্ৰবোধ দিলে। মহামুনি ব্যাসদেৱেও পুনঃ বহুত সান্ত্বনা বাণীৰে বুজালে,

তথাপি ধৰ্ম্মৰাজ যুধিষ্ঠিৰৰ মনত শান্তি নুপজিল। কোনো উত্তৰ নিদি মনে মনে থাকিল। তাকে দেখি দেৱৰ্ষি নাৰদে মাত লগালে,—"শুনা, শুনা ধৰ্ম্মৰাজ! তুমি অসন্তোষ এৰা। সজ্জনসকলৰ বাক্য অমান্য নকৰিবা। মৃতজনৰ বাবে শোক অতিশীঘ্ৰে পৰিত্যাগ কৰা। হস্তিনা ৰাজ্য গ্ৰহণ কৰা। ধৰ্ম্মকথা সদাই শুনিবা, তেতিয়াহ'লে তোমাৰ সমস্ত শোক তাপ দূৰ হব। জ্ঞাতিবধ পাপ হ'ব বুলি ভয় কৰিছা, মোৰ মতে তাৰবাবে তুমি কোনো সংশয় নকৰিবা। গঙ্গাপুত্ৰ ভীষ্ম মহাজ্ঞানী। সমস্ত ধৰ্ম্মৰ তত্ত্ব তেওঁ জানে।" মাৰ্কণ্ডেয় মুনিৰ পৰা মহাজ্ঞান লাভ কৰিছে। তেওঁৰ মুখে ধৰ্ম্মতত্ত্ব কথা শুনিবা। তেতিয়া তোমাৰ মনৰ সকলো সংশয় সন্দেহ দূৰ হ'ব। মই তোমাৰ হিতৰ বাবে এই কথা নিশ্চিত ভাৱে ক'লোঁ। এতিয়া শীঘ্ৰে নিজৰ ৰাজ্যলৈ যোৱা। উঠা, পলম নকৰিবা।" ইত্যাদি নানা কথা নাৰদে ক'লে।

তিনিওজনৰে কথা এৰাব নোৱাৰি ধৰ্ম্মৰাজ যুধিষ্ঠিৰে অলপমান মন স্থিৰ কৰি, হস্তিনালৈ যাবৰ বাবে আদেশ দিলে। যুধিষ্ঠিৰৰ আদেশ পোৱা মাত্ৰে ভীম, অৰ্জ্জুন, নকুল, সহদেৱৰ মনত আনন্দ মিলিল। শ্ৰীকৃষ্ণৰো আনন্দৰ সীমা নোহোৱা হ'ল। চল পাই সাৰথিয়েও লৰে লগে ৰথ

সাজু কৰিলে। শ্ৰীকৃষ্ণ, ভীম, অৰ্জ্জুন, নকুল, সহদেৱ, সঞ্জয়, ধৃতৰাষ্ট্ৰ, সাত্যকি, কুন্তী, গান্ধাৰী আদি সকলোবিলাক ৰথত উঠিল। এশকৈ পুত্ৰক সুমৰি সুমৰি দাৰুণ শোকত বিহ্বল হৈ গান্ধাৰীয়ে কান্দি কান্দি ক'ব ধৰিলে,—"থাক বাছাহঁত! তহঁতক এৰি মই আছিলোঁ। কি কৰি মো নিদাৰুণ বিধাতাই এনেকৈ স্ৰজিলে।" তীব্ৰবেগে সাৰথিয়ে ৰথ চলালে। কুৰুক্ষেত্ৰ এৰি কিছু দূৰ যোৱাৰ পিছত ভীমে মনৰ মহা আনন্দত উত্ৰাৱল হৈ ৰঙ্গে ঢঙ্গে সিংহনাদ কৰিব ধৰিলে। ভীমৰ মহা আনন্দ উল্লাস দেখি গান্ধাৰী শোকত অস্থিৰ হৈ মৃত্য তুল্য হ'ল। এনেতে ৰথ গৈ নগৰৰ ওচৰ পালেগৈ। লগে লগে আনন্দ উৎসৱৰ মহাৰোল উঠিল। তাৰ আগতে দূত গৈ নগৰত পাণ্ডৱ অহা খবৰ দিলে। খবৰ পায়েই প্ৰজাৰ আনন্দৰ সীমা নোহোৱা হ'ল। দেহাৰ তৎ নোহোৱা হ'ল। মৰা শৰীৰত যেন জীৱ পালে। লৰা-লৰি কৰি বাট-ঘাট পৰিষ্কাৰ কৰি পদুলিয়ে পদুলিয়ে কলপুলি পুতি শাৰী শাৰীকৈ ঘট স্থাপন কৰি ধূপ-দীপ আদি সুগন্ধি চন্দনেৰে সমগ্ৰ নগৰ জাতিষ্কাৰ কৰি পেলালে। বিপ্ৰবিলাকে হাতত তুলসী মালা লৈ ৰজাক আশীৰ্ব্বাদ দিলেগৈ। যুধিষ্ঠিৰক দেখি সমস্ত প্ৰজাৰ মনত মহা আনন্দ মিলিল। নাৰীসৱে উৰুলী জোকাৰ দি ৰজাৰ মঙ্গল ধ্বনি দিলে। পাণ্ডৱক

পাই সবাৰো মনৰ বিষাদ দূৰ হ'ল। বহুদিনৰ বিয়োগ বিষাদ দুখ সকলোৱে আঁতৰিল। শুভক্ষণ চাই ধৰ্ম্মৰাজ যুধিষ্ঠিৰক হস্তিনাৰ ৰাজসিংহাসনত বহুৱালে। যুধিষ্ঠিৰ ৰজা হোৱাত সমস্ত প্ৰজাৰ আনন্দৰ সীমা নোহোৱা হ'ল। সকলোৱে জয়ধ্বনি দিব ধৰিলে।

মহামুনি ব্যাসদেৱৰ মহাভাৰতৰ স্ত্ৰী-পৰ্ব্ব, ধৰ্ম্মেশ্বৰে পদ ছন্দত বিৰচন কৰিছে আৰু হৰিনাৰায়ণ দত্ত বৰুৱাই সম্পাদিত কৰা পুথিৰ পৰা।

( ইয়াৰ পিছত তৃতীয় খণ্ড চাওক )

# মহাভাৰতৰ প্ৰাণ-সঙ্গীত

## তৃতীয় খণ্ড

### যুধিষ্ঠিৰৰ শোক প্ৰকাশ আৰু ব্যাসদেৱৰ সান্ত্বনা দান

ৰজা জন্মেজয়ে মহামুনি বৈশম্পায়নক সুধিলে, "হে মুনিৰাজ! আমাৰ পিতামহ সকলে যুদ্ধ শেষ কৰি, কি কৰ্ম্ম কৰিলে? শুনিবলৈ বৰ ইচ্ছা হৈছে। দয়া কৰি কওক মুনি মহাশয়!"

বৈশম্পায়নে ক'লে, ধন্য, ধন্য মহাৰাজ! তোমাৰ পিতামহ সকলে কি কি কৰ্ম্ম কৰিলে সকলো কথা ক'ম। মন স্থিৰ কৰি শুনা, মহা ঘোৰ সমৰত ইষ্ট-মিত্ৰ, বন্ধু-বান্ধৱ, নানা দেশ-বিদেশৰ ৰজা, সৈন্য-সামন্ত যিমান বিলাক মৰিল, তাৰ কোনো লেখ-জোখ নাই। তাৰে শোকে তাপে ধৰ্ম্মৰাজ যুধিষ্ঠিৰ বিহ্বল হৈ পৰিল। লগতে চাৰি ভাতৃ আৰু মাতৃ কুন্তীদেৱীৰো মহাশোকে দুখে দিন নাযায় ৰাতি নুপুৰাই যেন হ'ল। শান্তি সুখ অলপো নোহোৱা হ'ল। আহাৰ নিদ্ৰা একেবাৰে নোহোৱা হ'ল। উপাই নাপাই মহামুনি ব্যাসদেৱক ধৰ্ম্মৰাজে ক'লে,—"হে মুনি

মহাশয়! মই বহুত অকৰ্ম্ম কৰিলোঁ। দ্ৰৌপদীৰ পঞ্চপুত্ৰ, মোৰ অতিকৈ মৰমৰ পুত্ৰ অভিমন্যু, মহোপকাৰী বিৰাট, দ্ৰুপদ, ধৃষ্টদ্যুম্ন, ধৃষ্টকেতু, বসুসেন আদি ৰজা মহাৰজা সকলক ৰাজ্যৰ নিমিত্তে যুদ্ধ কৰি সকলোৰে বধ ভাগী হ'লোঁ। গুৰু জ্ঞাতি সকলকো নিধন কৰি নিজৰ বংশও ধ্বংস কৰিলোঁ। পিতামহ ভীষ্ম, সৰুতে পিতৃহীন হ'লোঁ। নিজৰ পুত্ৰতকৈও মৰম আদৰ কৰি লালন-পালন কৰি ডাঙৰ দীঘল কৰিলে। মই মহা পাপীয়ে এনেহেন পিতামহৰো কাল হ'লোঁ। অৰণ্যত যিদৰে মহাপৰাক্ৰমী সিংহ থাকে, নৰৰ মাজতো তেনে সিংহপুৰুষ, ভীষ্ম পিতামহ। যিজনে অৰ্জ্জুনৰ বাণকো কটাক্ষ নকৰে, তেনেজনক শিখণ্ডীক আগত ৰাখি অন্যায় কৰি মাৰিলোঁ। যমদগ্নি পুত্ৰ মহাবীৰ পৰশুৰামে সাত দিন সাত ৰাতি দাৰুণ সংগ্ৰাম কৰিও যাক হৰুৱাব নোৱাৰিলে, মহাঘোৰ সমৰ কৰি অসংখ্য ৰজা মহাৰাজাক পৰাজিত কৰি যিজনে অকলশৰে অম্বা অম্বিলিকা অম্বিকা কন্যাক হৰণ কৰি আনিছিল, যিজনে মৃত্যুকো জয় কৰিছে, তেনে পুৰুষসিংহ ভীষ্ম পিতামহক অন্যায় কৰি সৰ্ব্বাঙ্গ শৰীৰ শৰেৰে জৰ্জ্জৰিত কৰি, তেজেৰে ৰঙালি কৰি মাটিত পেলাই থলোঁ। সেই দৃশ্য দেখিলে শৰীৰত বিষৰ অগনি উঠে। হে মুনিৰাজ! ৰাজ্যৰ লোভত এনেকুৱা কুৎসিৎ

কৰ্ম্ম কৰি মই জীয়াই থাকোঁ কিদৰে ! আৰু এটি অতি গুৰুতৰ কথা কওঁ শুনা মুনিৰাজ। যেতিয়া দ্ৰোণৰ লগত যুদ্ধ হয়। পঞ্চম দিনৰ যুদ্ধৰ কথা ক'বলৈ ভয় লাগে। উভয় পক্ষৰ তয়াময়া যুদ্ধ। এনেতে "অশ্বত্থামা হত" বুলি পাণ্ডৱ পক্ষত আনন্দৰ ধ্বনি উঠিল। গুৰু দ্ৰোণাচাৰ্য্যই তেওঁৰ পুত্ৰৰ মৃত্যু হ'ল বুলি মনত উগুল-থুগুল লাগি, কথাটো সঁচা নে মিছা জানিবৰ বাবে কাক সোধোঁ, কাক নোসোধোঁ চিন্তা কৰিব ধৰিলে। অৱশেষত মই মিছা কথা নকওঁ জানি, মোক বিশ্বাস কৰি, মোৰ ওচৰলৈ আহি গুৰুই মোক সুধিলে,—"হে ধৰ্ম্ম যুধিষ্ঠিৰ ! অশ্বত্থামা মৰা বুলি চাৰিওফালে কোৱা শুনি মোৰ সংশয় হৈছে। তুমি মহা সত্যবাদী, ধৰ্ম্মৰত, মহামানী। সত্য কথা কি, তুমি ঠিক কৰি কোৱা। গুৰুৰ কথা শুনা মাত্ৰে মোৰ গাত বজ্ৰপাত পৰা যেন পালোঁ আৰু ধৰ্ম্মকবচ দলিয়াই দি অধৰ্ম্ম-অসত্যৰ আশ্ৰয় ল'লোঁ। মৰিছিল অশ্বত্থামা নামৰ হাতীটো, তাকে নকৈ তেওঁৰ পুত্ৰ মৰা বুলি ক'লোঁ। এনে অসত্য মিছা কথা কৈ গুৰুক বধ কৰিলোঁ। সেইদিন ধৰি মোৰ দেহ-মন দহি পুৰি থাকে। দুষ্কৰ্ম্ম কৰি কোন লোকলৈ যাম ! এই শোকে মোক দিনে ৰাতিয়ে সদাই পুৰি থাকে। আৰু চোৱা, কৰ্ণ আমাৰ জ্যেষ্ঠ ভাই।

এক্কে উদৰতে আমাৰ জন্ম। পৰম প্ৰচণ্ড বীৰ। যুদ্ধত অলপো বিজনে পিচ ভৰি নিদিয়ে। সেইহেন কৰ্ণক মই নিধন কৰিলোঁ। মোৰ সমান মহাপাপী কোনোবা আছে নে? আৰু চোৱা পিতামহ! ৰাজ্যৰ আশাত মই কেনে নিদাৰুণ কৰ্ম্ম কৰিলোঁ। সিংহৰ সমান মহা পৰাক্ৰমী বলৱন্ত অভিমন্যু কুমাৰক যুদ্ধলৈ পঠাই নিধন কৰিলোঁ। সেইদিন ধৰি তাৰ শোকত মোৰ প্ৰাণ যাওঁ যাওঁ হৈ আছে। ভয়ত অৰ্জ্জুনৰ মুখৰ ফালে চাব নোৱাৰোঁ। যেনেকৈ ব্ৰহ্মবধী মহাপাপীয়ে সাধু-সন্তৰ আগত মুখ দেখুৱাব ভয় কৰে, ময়ো তেনেকৈ কৃষ্ণৰ আগত মুখ দেখুৱাবলৈ ভয় লাগে। দ্ৰৌপদীৰ ফালে চাবই নোৱাৰোঁ। দেখিলেই হিয়াত প্ৰচণ্ড অগনি জ্বলি উঠে। পাঁচখন পৰ্ব্বত পৃথিবীৰ পৰা নোহোৱা হ'লে যেনে লাগে, ঠিক তেনেদৰে দ্ৰৌপদীৰো বুকুৰ পৰা পঞ্চ পুত্ৰ নোহোৱা হ'ল। শূন্য হ'ল দ্ৰৌপদীৰ বুকু। ইমানবিলাক নিদাৰুণ মহাপাপ কৰ্ম্ম কৰি মই কেনেকৈ জীয়াই থাকোঁ। গতিকে মই মৰাই ভাল হব। অন্ন জল নাখাই, এই প্ৰিয় শৰীৰ একেবাৰে পৰিত্যাগ কৰাটোকে দৃঢ় নিশ্চয় কৰিলোঁ! এতেকে হে মুনিৰাজ! তোমাৰ চৰণত সেৱা জনালোঁ। তুমি মোৰ বাবে কোনো চিন্তা কৰিব নালাগে। তোমাক বিদায় দিলোঁ। যোৱা। মই মৰা বুলি সকলোৱে জানক।'

বন্ধু-বান্ধৱৰ শোকত আকুল হৈ যুধিষ্ঠিৰে মৰাটোকে ঠিক কৰা দেখি বিশাল বুদ্ধিসম্পন্ন মহামুনি ব্যাসদেৱে পুনৰ বুজাব ধৰিলে,—হে মহীপতি ধৰ্ম্ম যুধিষ্ঠিৰ! তোমাৰ কথা শুনি মই ভাল পোৱা নাই। তুমি যি ভাবিছা, সেই কথা কেতিয়াও উচিত হব নোৱাৰে। আগতে মই যি ক'লোঁ, সেইবিলাক ফুটুকাৰ যেন যেন হ'ল। তাৰদ্বাৰা তোমাৰ কোনো জ্ঞান নুপজিল। সেয়েহে অজ্ঞানীৰ দৰে কথা কৈছা আৰু ভাবিছা। আকৌ কওঁ, ভালদৰে শুনা, সংসাৰত যিমানবিলাক প্ৰাণী জন্মিছে, জীয়াই থকালৈকে ভোগ ভুঞ্জে, মৰিলে সকলো শেষ। যেনেকৈ জলৰ বুদ্‌বুদ্‌ একে ঠাইতে দেখা যায়, ক্ষন্তেক পিছতে তাতেই নোহোৱা হয়। তেনেকৈ বন্ধু-বান্ধৱৰ সংযোগো থন্তেকীয়া। সুখৰ উদয় হ'লে দুখ দূৰে যায়। দুখ হ'লে অৱশ্যে অপায় অমঙ্গল হবই। কাৰ্য্যদক্ষ হ'লে কোনো বিষয়তে এলাহ-ওত্‌ নাথাকে। সেইবাবে তাত শ্ৰী, লজ্জা ধৈৰ্য্য কীৰ্ত্তি বাস কৰে। গতিকে হে মোৰ প্ৰিয় বাপ্‌ যুধিষ্ঠিৰ! মোৰ কথা শুনা, বিধিৰ বিধান তুমি সদাই আচৰণ কৰা। অন্যথা নকৰিবা। এটি পুৰণি কথা কওঁ শুনা।

---

## জনক আৰু অশ্মক ব্ৰাহ্মণৰ কথা

এদিনাখন ৰাজৰ্ষি জনকে শোকে-দুখে বিষন্ন মনে বহি আছে। এনেতে অশ্মক নামে এগৰাকী ব্ৰাহ্মণ উপস্থিত হ'ল। তাকে দেখি ৰজা জনকে মান্য সতকাৰ কৰি বহিবলৈ দি বিনয় নম্ৰ সুৰে সুধিলে,—"হে গুৰুদেৱ! গুৰু-জ্ঞাতি, বন্ধু-বান্ধৱৰ বিনাশত অন্তৰত দুখ পোৱাৰ কাৰণ কি? দয়া কৰি মোৰ মনৰ এই সংশয় দূৰ কৰি দিয়া।"

ৰজাৰ প্ৰশ্ন শুনি অশ্মক ব্ৰাহ্মণে ক'লে,—"হে মহাৰাজ! তুমি যি সুধিলা, সেই সকলো কথাৰ উত্তৰ দিওঁ মন দি শুনা। জন্ম হোৱাৰ লগে লগে মানুহক দুখ আৰু সুখে আবৃত কৰে। ঐশ্বৰ্য্যই মানুহৰ চেতন হেৰুৱাই, সেই কাৰণেই দুখ বেদনা পাবলগা হয়। আকাশত মেঘ থাকে, সেই মেঘক যেনেকৈ বতাহে কোনফালে ক'লৈ উৰাই নিয়ে কোনো ঠিক নাই; সেইদৰে সুখ আৰু দুখে মানুহক অচেতন কৰি পেলাই। এয়া তোমাক সত্য কথা ক'লোঁ। উত্তম কুলত মোৰ জন্ম। মই যি কওঁ, সেয়ে একেতিলে সিদ্ধি হয়। মোৰ সমান সিদ্ধ পুৰুষ আন কোন আছে। মোৰ সমান শাস্ত্ৰজ্ঞ বেদজ্ঞ পণ্ডিত কোন আছে, মোৰ সমান দানী-মানী, ধৰ্ম্মিষ্ঠ, জগতত

কোন আছে ? এনে অভিমান দম্ভ-দৰ্প অহঙ্কাৰ কৰি, পিতৃ পিতামহসকলৰ যিমান বিলাক ঐশ্বৰ্য্য আছিল, সেই সকলো-বিলাক এৰি, তেনে মানুহ পৰম দুখত পৰে। যিজনে পৰৰ দ্ৰব্য সদায় আগ্ৰহ কৰে, মনে মনে নিজকে বৰ সাধু-মহন্ত বুলি ভাবে, মোত পৰে আন কোনো শ্ৰেষ্ঠ জ্ঞানী গুণী নাই বুলি গপত গঙ্গাটোপ হৈ থাকি আনৰ পৰা মান্য-সৎকাৰ বিচাৰি ফুৰে, তেনেজনে মান-মৰ্য্যদা সকলো এৰিলে বুলি জানিবা। তেনেজনে কোনো বিচাৰ বিবেচনা নকৰি সদ্ অসদৰ দ্ৰব্য বস্তু গ্ৰহণ কৰে। ব্যাধে যেনেকৈ পশু-পক্ষীক দুখ দিয়ে, তেনেকৈ তেনেজনক ৰজায়ো দুখ দিয়ে। জৰা-মৃত্যু এই দুটা সমস্ত প্ৰাণীতে থাকে। ইয়াক এৰাব কাৰো সাধ্য নাই। ৰজা-প্ৰজা সুখী-দুখী যিমানবিলাক আছে, জৰা-মৃত্যু এই দুটাই কাকো নেৰে। জৰা-মৃত্যু স্মৰণ কৰি সৰেও ভয়ত প্ৰাণ ত্যাগ কৰিব লগা হয়। যেনে বাঢ়ল কুকুৰে মাংস ছিঙি ছিঙি খায়। সসাগৰা পৃথিবীও যদি জিনিব পাৰে, তথাপি এই জন্ম জৰা-মৃত্যুক জিনিব কাৰো সাধ্য নাই। মানুহে সদাই সুখকেই বাঞ্ছা কৰে। তথাপি অকস্মাতে দুখে আহি আগুৰি ধৰে। প্ৰথম বয়সতে হওক বা মধ্য বয়সতে হওক, নাইবা শেষ বয়সতেই হওক যেনে তেনে সুখ বা দুখ আহি লাগ দিবই। বুজিছা নৃপতি ! ইয়াক এৰাব কাৰো সাধ্য

নাই। কৰ্ম্মবশে যেনে তেনে সুখ-দুখে লাগ দিবই। ইষ্ট, সাধু-সন্ত বৈষ্ণৱ ভকতৰ আলাপত বহুত অৰ্থ লাভ কৰিব পাৰে। আৰু দুষ্ট, অসতৰ আলাপত কেৱল দোষৰ ভাণ্ডাৰ, অনৰ্থ হয়। কষ্ট ভোগ কৰিবলগা হয়। কালৰ বিচিত্ৰ গতি, কৈ শেষ কৰিব নোৱাৰি। ধনন্তৰী স্বৰূপ জগত বিখ্যাত ডাক্তৰ কবিৰাজ যতই নাথাকক কিয়, তেওঁলোককো নানাবিধ বেমাৰ ব্যাধিয়ে শৰীৰত পীড়া কৰি থাকে। সৈন্য সামন্তেৰে পৰিবেষ্টিত একোজন ৰজা-মহাৰজাক দেখাত মহা বলৱন্ত মহা পৰাক্ৰমী যেন লাগে, কিন্তু তাৰ শৰীৰত তিল মাত্ৰও বল নাথাকে। ধন-ঐশ্বৰ্য্যৰে পৰিপূৰ্ণ মহা প্ৰভাৱশালী একোজন শ্ৰীমন্ত পুৰুষক দেখিলেই ভয় লাগে। কিন্তু তেনে লোকো নপুংসক হয়। একো ভোগ কৰিব নোৱাৰে। সদ্‌কুলত জন্ম, পৰাক্ৰমী, ৰূপৱন্ত, ভাগ্যৱন্ত আৰু ভোগ ভুঞ্জিব পাৰে। এই পাঁচটা গুণ পূৰ্ব্ব জন্মৰ তপস্যাৰ ফলতহে লাভ হয়। বিধিৰ বিচিত্ৰ লীলা চোৱা মহাৰাজ! কত ৰজা মহাৰজা, ধন-দৌলতৰ অধিকাৰী, মহা ঐশ্বৰ্য্যশালী লোকে পুত্ৰ বাঞ্ছা কৰে, কিন্তু পুত্ৰ নাই। আকৌ কত দুখী-ভিখী দাল-দৰিদ্ৰ, খাব-পিন্ধিব নাই, থাকিবৰ ঘৰো নাই। তথাপি চোৱা মহাৰাজ! কেনে বিচিত্ৰ, বাঞ্ছা নকৰেঁ তাতেও বহু পুত্ৰ হয়। বিধিৰ গতি কোনেও বুজিব নোৱাৰে। কতই মহা

সুখে জীৱন-যাপন কৰে, কতই আকৌ ওৰে জীৱন দুখতেই কাল কটাই। যিজনে মহা ঐশ্বৰ্য্যশালী মহা ধনৱন্তৰ ঘৰত জন্ম লাভ কৰে ; কিন্তু ভোগ কৰিব নোৱাৰে। কম বয়সতে মৰে। কত দীন-দৰিদ্ৰেই খুজি-মাগি, গেলা-পচা, পেলোৱা-হেলোৱা বস্তুকে আনি খাই, এশ ছকুৰি বছৰ জীয়াই থাকে। মূৰ্খ বিলাকে ভাৱে যে সিহঁতে নিজেই সকলো কৰ্ম্ম কৰে। আচলতে কালেহে সকলো কৰে। জাৰ-জহ যেনেকৈ আপুনিয়ে আহি মিলে, সুখ-দুখ আদিও ঠিক তেনেকুৱাই। জৰ-ৰোগ-ব্যাধিয়ে যেতিয়া লগ ধৰে, মৃত্যু যেতিয়া সন্নিহিত তেতিয়া পূজা-পাতাল, তপ-জপ, দান-দক্ষিণা, পাঠ-হোম, যাগ-যজ্ঞ, তন্ত্ৰ-মন্ত্ৰ একোৰেই জৰা-মৃত্যুৰ হাত সাৰিব নোৱাৰে। আৰু শুনা বন্ধু-বান্ধৱৰ কথা। নদীৰ সোঁতত পৰি নানা বিধ খেৰ-খৰি, কাঠ-বাঁহ, নল-খাগৰি আদি লগ লাগি জাঁজি হৈ উটি যায়। পুনৰ সেই নদীৰ বেগতেই জাঁজি গুচি থানবান হৈ কোন কোনফালে ক'লৈ যায়, কোনো থান-থিতি নোহোৱা হয়, বন্ধু-বান্ধৱৰ সমাগমো ঠিক তেনেকুৱাই।

নগৰ-চহৰৰ একোখন হোটেলত নানা ঠাইৰ মানুহ ৰাতি হ'লে একেটা ঘৰতে খোৱা-লোৱা কৰি থাকে। ৰাতি পুৱালেই ক'ৰ মানুহ ক'লৈ যায় কাৰো খবৰ কোনেও নলয়। যেনি-তেনি গুচি যায়। তেনেকৈ বন্ধু-বান্ধৱ, পিতৃ-মাতৃ,

ভাই-ভনী, জ্ঞাতি-কুটুম্ব আদি যত দেখা মানে সকলোকে কালে আনি একেলগ কৰে। আকৌ মুহূৰ্ত্তৰ পিছতে সকলোকে ছাৰখাৰ কৰি পেলায়। কালৰ আগত কাৰো বাহাদুৰি নাথাটে। এই সংসাৰখন এখন গহন-গম্ভীৰ অপাৰ সাগৰহে যেনিবা। তাতে জৰা মৃত্যু হ'ল এটা মহা ভয়ঙ্কৰ গ্ৰাহ স্বৰূপ। সৰু বৰ প্ৰাণীবিলাক হ'ল একো একোটা মাছ; আৰু এই গ্ৰাহে মহানন্দে ধৰি ধৰি খায়। আৰু চোৱা মহাৰাজ! ডাঙৰ ডাঙৰ বৈদ্যবিলাকে সদায় আয়ুৰ্ব্বেদ অধ্যয়ন কৰে, বিখ্যাত ডাক্তৰবিলাকে নানা প্ৰকাৰ চিকিৎসাৰ গৱেষণা কৰে, কতই দিনে-নিশাই বেদ শাস্ত্ৰ অধ্যযন কৰে, কতই অসংখ্যাত দান, যজ্ঞ আদি ধৰ্ম্ম ও আচৰণ কৰে, কতই অনাহাৰে অনিদ্ৰাই কঠোৰ তপ-জপ, ব্ৰত, উপবাস তীৰ্থ পৰ্য্যটন আদিও কৰে; তথাপি জৰা-মৃত্যুৰ হাত কোনেও সাৰিব নোৱাৰে। সাগৰৰ ঢৌ যেনেকৈ কোনেও নিবাৰণ কৰিব নোৱাৰে, তেনেকৈ জৰা-মৰণকো কোনেও ৰোধ কৰিব নোৱাৰে। শুনা মহাৰাজ জনক! তোমাৰ পিতৃ-পিতামহ সকল এতিয়া ক'লৈ গ'ল, ক'ত আছে, ক'ৰ পাবানে? জীৱন থাকে মানে সকলোবিলাক মোৰ, মৰা মাত্ৰকে কাৰো কোনো সম্বন্ধ নাথাকে। স্বৰ্গ নৰক ক'ত আছে কোনেও দেখিছোঁ বুলি কব নোৱাৰে। সাধু-সন্ত, ভক্ত-বৈষ্ণৱসকলৰ

আগমাদি শাস্ত্ৰৰ চক্ষু আছে। গতিকে হে ৰজা! তুমি তেওঁলোকৰ আশ্ৰয় লৈ, তেওঁলোকৰ মতে কৰ্ম্ম কৰা। এতিয়া ৰজাৰ ধৰ্ম্ম সম্পৰ্কে কিছু কওঁ শুনা। ৰজাৰ সদায় ধৰ্ম্মত মতি হ'ব লাগে। যিজন ৰজাই দান-পুণ্য-যজ্ঞ আদি সদাই আচৰণ কৰে, তেওঁৰ যশ-কীৰ্ত্তি দশোদিশে বিয়পি যায়"। অশ্মকৰ মুখে এই কথা শুনি জনকৰ শোক-দুখ দূৰ হ'ল আৰু দণ্ডৱতে প্ৰণাম জনাই সভাৰ পৰা উঠি গ'ল।

শুনা ধৰ্ম্মৰাজ! যেনেকৈ অশ্মকৰ কথা শুনি শোক তাপ এৰি ৰাজৰ্ষি জনকৰ মন প্ৰসন্ন হ'ল, ঠিক তেনেকৈ তুমি সুখ-দুখ এৰি মন স্বস্থ কৰা। ক্ষত্ৰিয়ৰ ধৰ্ম্মত থাকি ৰাজ্য লাভ কৰিছা, জ্ঞাতি-গোত্ৰ হত্যা পাপ হব বুলি কোনো চিন্তা নকৰিবা। ইয়াত তোমাৰ কোনো দোষ নহয়। পিতৃ পিতামহৰ স্বভাৱধৰ্ম্ম পালন কৰি পৰম আনন্দেৰে ৰাজ্য ভোগ কৰা।

ব্যাসদেৱৰ কথা শুনি যুধিষ্ঠিৰে হা না কোনো উত্তৰ নিদি মৌন হৈ থাকিল। তাকে দেখি অৰ্জ্জুনে শ্ৰীকৃষ্ণক ক'লে, হে মাধৱ! জ্ঞাতি বধ শোকত ধৰ্ম্মৰাজ একেবাৰে বিকলিত হৈছে। এতেকে সখি! তুমি মোৰ কথা শুনা। ৰজাক ভালদৰে আশ্বাস দি সকলো দুখ দূৰ কৰা। তুমি নোৱাৰা কাম একো নাই।

অৰ্জুনৰ কথা শুনি ভুবন ভুলোৱা মিচিকিয়া হাঁহি বিৰিঙাই প্ৰভু দেৱহৰি শ্ৰীকৃষ্ণ লাহে লাহে যুধিষ্ঠিৰৰ ওচৰলৈ গৈ সাদৰেৰে হাতত ধৰি কলে,—"হে দাদা ধৰ্ম্মৰাজ! শোক এৰা। শোকে মানুহৰ শৰীৰ নষ্ট কৰে। ৰণত যিসকলে প্ৰাণ ত্যাগ কৰিলে, সেইসকলক পুনৰ পাম বুলি আশা নকৰিবা। সপোনত মানুহে নানা ধন-ৰত্ন পায়; কিন্তু সাৰ পালে কোনে সেইবোৰ ধন-ৰত্ন পোৱা শুনিছা? যুদ্ধত যিসকলে দেহ ত্যাগ কৰিলে, সেইসকলৰো কথা তেনেকুৱাই। যিবিলাক বীৰক তুমি ৰণত বধ কৰিলা, সিবিলাক মহা বলৱন্ত অস্ত্ৰ-শস্ত্ৰত পাৰ্গত আছিল। পৰম সুন্দৰ ৰণ কৌশলেৰে ধৰণী শুৱাইছিল। সন্মুখ সমৰত পিছ ভৰি দিয়া নাছিল। অতি পৰাক্ৰমী আৰু বেদ শাস্ত্ৰত পাৰ্গত আছিল। সমৰ ভুমিত অস্ত্ৰ-শস্ত্ৰ হত হৈ প্ৰাণ এৰি স্বৰ্গলোকলৈ গ'ল। সেইসকলৰ বাবে শোক কৰা অনুচিত। হে দাদা! এটা ইতিহাস কওঁ শুনা। পুত্ৰৰ শোকত শৃঞ্জয় বিকলিত হৈ আছিল। এনেতে দেৱৰ্ষি নাৰদ আহি যি কথা কৈছিল, সেই কাহিনী তোমাক আগত কওঁ। শোক এৰি শ্ৰদ্ধাযুক্ত হৈ মন দি শুনা।

---

## নাৰদ-সৃঞ্জয় কাহিনী

দেৱৰ্ষি নাৰদে ক'লে,—শুনা সৃঞ্জয়! কৰ্ম্মৰ ফলত সকলোৰে সুখ-দুখ মিলে। তুমি আমি আদি কৰি যিমান-বিলাক প্ৰাণী দেখিছা সবাৰো এদিন মৰণ আছে বুলি জানিবা। নিজেও যেতিয়া এদিন মৰিবই লাগিব, তেনেহলে পুত্ৰৰ নিমিত্তে শোক কৰাৰ কাৰণ কি? এটি পুৰণি কথা তোমাৰ আগত কওঁ শুনা। যি কথা শুনিলে অসংখ্যাত ফল লাভ হ'ব। যিমানেই ক্ৰূৰ, গ্ৰহ নাথাকক সিও সুপ্ৰসন্ন হয়। পুৰুষৰ আয়ুস বাঢ়ে। শোক দোষ সমস্ত দূৰ হয়। পৃথিবীত যিমানবিলাক শ্ৰেষ্ঠ ৰজা আছে সেইবিলাকো বশ্য হয়।

মৰুত নামেৰে পৰীক্ষিতৰ এটি পুত্ৰ আছিল। পৃথিবীত তেওঁৰ সমান শ্ৰেষ্ঠ ৰজা সেই সময়ত আন কোনো নাছিল। সম্বৰ্ত্ত নামে তেওঁৰ এজন বিদগ্ধ পুৰোহিত আছিল। বেদ-বেদান্তৰ তত্ত্ব সকলো জানিছিল। সমস্ত বিষয়তে পাৰ্গত আছিল। আৰু নানা মন্ত্ৰণা জানিছিল। সেই পুৰোহিতৰ দ্বাৰা ৰজাই অসংখ্য যজ্ঞও কৰিছিল। ব্ৰহ্মা ইন্দ্ৰ আদি দেৱতাসকল, বিশ্বদেৱসকল, মৰুৎসকল, বৃহস্পতি আদি গ্ৰহ

সকল তেওঁৰ যজ্ঞত সদাই উপস্থিত আছিল। যজ্ঞৰ শেষত সবাৰো মন পূৰ কৰি দান দক্ষিণা আদি দিছিল। তেওঁৰ সমান ৰজা ভৱিষ্যতে কেতিয়াও নহব মুপাজব। পুণ্যৰ বলত ধৰ্ম্ম অৰ্থ মোক্ষ কাম এই চতুৰ্বৰ্গ সহজতে সিদ্ধি লাভ কৰিছিল। স্বধৰ্ম্মত থাকি প্ৰজা প্ৰতিপাল কৰিছিল। খেতি নকৰাকৈয়ে তেওঁৰ ৰাজ্যত বিধে বিধে অনেক শস্য উৎপন্ন হৈছিল। প্ৰজাৰ কোনো দুখ নাছিল। তেনেহেন ৰজাও মৰি পৰলোকলৈ গ'ল। এনেস্থলত হে শৃঞ্জয়! তুমি অকাৰণে কিয় পুত্ৰ শোক কৰিছা?

অন্য এটা কথা কওঁ শুনা শৃঞ্জয়! সুহ্োত্ৰ নামে এজন অতিথি পৰায়ণ ৰজা আছিল। ৰজা পৰম বৈষ্ণৱ আৰু গুণৰ সাগৰ আছিল। যাৰ ৰাজ্যত প্ৰজাই মহা সুখে-শান্তিৰে বাস কৰিছিল। প্ৰতি বছৰে ইন্দ্ৰদেৱে মহা ৰত্ন-ধন-ঐশ্বৰ্য্য বৰষণ কৰে। ৰাজ্যৰ প্ৰাণীবিলাকে তাকে লৈ পৰম আনন্দে থাকে। বুজিছা শৃঞ্জয়, এনে ৰজা ক'তো নাপাবা। যাৰ দিনত নদীবিলাকেৰে নানা বিধ সুবৰ্ণ, মণি, মুক্তা আদি ৰত্ন অলঙ্কাৰ বৈ থাকে। দেৱৰাজ ইন্দ্ৰই নদীবিলাকত সুবৰ্ণৰ মাছ-কাছ কুম্ভীৰ ঘৰিয়াল আদি স্বৰ্গৰ পৰা পেলাই দিয়ে। ৰজা মকতে সেই সুবৰ্ণৰ মাছ-কাছবিলাক আনি হাবি জঙ্গলেৰে ভৰা কুৰুদেশ ৰত্নময় কৰি পেলালে। মহা

মহা যজ্ঞ কৰি সাধু-সন্ত, ব্ৰাহ্মণ-সজ্জন, ভক্ত বৈষ্ণৱসকলক সেই সুৱৰ্ণ বিলাক দান কৰি অনায়াসে চতুৰ্বৰ্গ সিদ্ধি লাভ কৰিলে। প্ৰজাৰ মনত সেই ৰজা যেন নৰসিধিহে। এনেহেন ৰজাও মৰি যমৰ ঘৰলৈ গ'ল। এনেস্থলত হে শৃঞ্জয়, তুমি অকাৰণে কিয় পুত্ৰৰ নিমিত্তে শোক কৰিছা? শুনা শৃঞ্জয়! আন এটা কাহিনী তোমাৰ আগত কওঁ।

অঙ্গ নামে এজন মহামানী ৰজা আছিল। তেওঁ যজ্ঞ কৰি সাধু-সন্ত, ভক্ত-বৈষ্ণৱ, ব্ৰাহ্মণ-সজ্জনক সুৱৰ্ণেৰে পৰিপূৰ্ণ কৰি লক্ষ লক্ষ হাতী, ঘোঁৰা, দুগ্ধৱতী গাই দান কৰিছিল। তেওঁৰ যজ্ঞলৈ মানুহৰ বাহিৰেও ইন্দ্ৰ আদি দেৱতা, গন্ধৰ্ব্ব, কিন্নৰ আদিও মহা আনন্দে আহি যজ্ঞ উপভোগ কৰিছিল। সবাকো ইচ্ছামতে দান-দক্ষিণাও দিছিল। শ শ যজ্ঞ কৰি চিৰকৃতাৰ্থ হৈছিল। তেনে লোক পূৰ্ব্বত কোনো জন্মা নাছিল, বৰ্ত্তমানো উপজা নাই আৰু ভৱিষ্যতেও নুপজিব। এনেহেন ৰজা মৰি যমৰ ঘৰ পালেগৈ। সেই বাবে হে শৃঞ্জয়! অকাৰণে শোক নকৰিবা। জনমিলে মৰণ আছেই। মৃত্যুৰ হাত সাৰিব কোনেও নোৱাৰে।

শুনিয়োক নৰ-নাৰী কথা বিতোপন।
পাপ দুৰ হৌক কৰা ইহাৰ শ্ৰৱণ ॥

শ্ৰদ্ধাভাৱে শুনে যিটো কথা ভাৰতৰ।
গঙ্গা আদি তীৰ্থ স্নান কৰিলে সি নৰ॥
গঙ্গাৰ তীৰত শত ধেনু কৰে দান।
সিও পুণ্য নোহে জানা ইহাৰ সমান॥
হেন জানি ভাৰতক শুনা সাৱহিতে।
আপুনি তৰিবা কোটি পুৰুষে সহিতে॥
ভাৰত শ্ৰৱণে যিটো কৰে অন্য মন।
মহা পাপী হৈয়া নৰ্কে কৰয় গমন॥
আলাস এৰিয়া আক শুনা প্ৰাণী ছয়।
মন মল গুচিয়া কৃষ্ণত ভক্তি হয়॥
হৰি তুষ্ট ভৈলে অপ্ৰয়াসে সাধে গতি।
এৰি ভাযভূষ কৰা কৃষ্ণত ভকতি॥
হেন জানি কৃষ্ণৰ চৰণে কৰা সাৰ।
বোলা হৰি হৰি হৌক পুৰুষ উদ্ধাৰ॥

— —

## নাৰদৰ দ্বাৰা শিবি আদি ৰজাৰ বিৱৰণ কথন

শিবি নামে এজন ৰজা আছিল। তেওঁৰ সমান পৰাক্ৰমী ৰজা সেই সময়ত আন কোনো নাছিল। তেওঁ সমস্ত পৃথিবী জয় কৰি নিজৰ অধীনত ৰাখিছিল। বলে-পৰাক্ৰমে ইন্দ্ৰৰ সমতুল্য আছিল। সদাই প্ৰজাৰ হিতৰ বাবে কৰ্ম্ম কৰিছিল। অসংখ্য যজ্ঞ কৰি সাধু-জ্ঞানী ব্ৰাহ্মণক অসংখ্য ধেনু দান কৰিছিল। তেনেকুৱা ৰজাও মৰি যমৰ ঘৰলৈ গ'ল। হে সৃঞ্জয়! তোমাৰ পুত্ৰই তেনে কোনো দান-যজ্ঞ একো কৰা নাই। আনহাতে প্ৰজাৰো কোনো মঙ্গল সাধন কৰা নাই। এনেস্থলত তেনে পুত্ৰৰ বাবে শোক কৰা উচিত নহয়। ভৰতৰ কথা কওঁ শুনা। যাৰ পিতৃ দুষ্মন্ত, মাতৃ শকুন্তলা। ভৰতৰ নিচিনা ৰজা কোন হ'ব পাৰে! যিজনে অশ্বমেধ যজ্ঞ কৰিছিল এহাজাৰ, ৰাজসূয় যজ্ঞ কৰিছিল এশ। ভৰতৰ নিচিনা মহৎ কৰ্ম্ম কৰিবলৈ কোনো ৰজাৰ শক্তি হোৱা নাছিল। ৰজা-মহাৰজা সকলে ভৰতৰ বাহুবল দেখি সকলোৱে বশ্যতা স্বীকাৰ কৰিছিল। বুজিছা সৃঞ্জয়! তেনেহেন মহা শক্তিশালী মহান ৰজাও মৰি যমপুৰী পালেগৈ। তোমাৰ পুত্ৰৰ তেনে কোনো

গুণ নাই। এতেকে মিছা শোক কৰি লাভ কি? অযোধ্যাৰ পতি দাশৰথী ৰামৰ কথা কোনে নাজানে! ৰূপে-গুণে অতি অনুপম। আত্মা-পুত্ৰসম সমস্ত প্ৰজাক পালন কৰে। ৰাজনীতি, ধৰ্ম্মনীতি, অৰ্থনীতি, সমাজনীতি, সমস্ত বিষয়তে পাৰ্গত। যাৰ দেশত অনাথ, বিধবা, দুখী, দৰিদ্ৰ নাছিল। সমস্ত প্ৰজাৰ মনত ৰামে পিতা-মাতা, ৰামে গতি দাতা, ৰামেই সৰ্ব্বেসৰ্ব্বা আছিল। সময়মতে মেঘে বৰষুণ দিয়ে। সমগ্ৰ দেশ শস্যে মৎস্যে পৰিপূৰ্ণ নদন-বদন। সৰ্ব্ব সুখময় সমস্ত প্ৰাণীৰ। দুৰ্ভিক্ষ, অকাল-মৃত্যু, অগ্নি, ব্যাধি আদিৰ বাবে কোনো ভয় নাছিল। কাৰো লগত কোনেও বাদ-বিসম্বাদ নকৰিছিল। সকলোৱে সদাই ধৰ্ম্ম আচৰণ কৰিছিল। সকলোৰে পৰমায়ু এহাজাৰ বছৰ আছিল। বহু বহু পুত্ৰও জন্ম দিছিল। সকলোৱে মহানন্দে মগ্ন হৈ নিৰ্ভয়ে ঘূৰি ফুৰে। সকলোৱেই ধনে-জনে সমৃদ্ধিশালী আছিল। সকলো প্ৰজাই সদাই সত্য কথা কৈছিল, সত্য-ব্ৰত পালন কৰিছিল। গছ-লতাবিলাক দেখিবলৈ ফলে-ফুলে ভৰপূৰ হৈ অতিকে জাতিষ্কাৰ আছিল। সকলো প্ৰজাৰ মুখত কেৱল আনন্দ। গাইবিলাক প্ৰচুৰ দুগ্ধৱতী আছিল। পিতৃৰ বাক্য পালন কৰি চৈধ্য বছৰ বনবাস খাটি ধনু-শৰ ধৰি ৰাক্ষসকো বধিলে। অশ্বমেধ যজ্ঞ দহবাৰ কৰিছিল। এঘাৰ

হাজাৰ বছৰ ৰাজ্য ভোগ কৰিছিল। এনেহেন ৰঘুপতিও মৰিল। এতেকে হে শৃঞ্জয়! তুমি পুত্ৰশোক কৰিছা কিয়? ভগীৰথ নামে এজন ৰজা আছিল। তেওঁৰ নিচিনা ৰজা কোন হ'ব পাৰে! যাৰ যজ্ঞত ইন্দ্ৰ আদি দেৱতাসকলেও যোগ দিয়েহি। একো একো যজ্ঞত যেনেকৈ দান-দক্ষিণা দিছিল, সেই কথা শুনিলেই ভয় লাগে। ৰূপে গুণে হেমময় নানা ৰত্ন-অলঙ্কাৰে পূৰ্ণ সৰ্ব্বসুলক্ষণী দহ লাখ কন্যা, প্ৰতিটো কন্যাৰ লগত চাৰিটাকৈ ঘোঁৰাৰে টনা একোখন স্বৰ্ণৰ ৰথ। প্ৰতিখন ৰথতে স্বৰ্ণ ৰঞ্জিত এশকৈ দঁতাল হাতী। প্ৰতিটো হাতীৰ লগত এহেজাৰকৈ ঘোঁৰা। প্ৰতিটো ঘোঁৰাৰ লগত এহেজাৰকৈ গাই গৰু। হাতী-ঘোঁৰা গৰু সবাৰো শৰীৰত স্বৰ্ণ আদি নানা বিধ ৰত্ন-অলঙ্কাৰে সুশোভিত কৰি ব্ৰাহ্মণ-সজ্জন, সাধু-বৈষ্ণৱ আদিক দান কৰে। এনেহেন ভগীৰথো মৰি যমালয়ে গ'ল। এনেস্থলত তুমি পুত্ৰৰ শোকত কিয় বিহ্বল হৈছা? দিলীপ, মান্ধাতা, যযাতি, অম্বৰীষ, অসবিন্দ, গয়, ৰন্তিদেৱ, সগৰ, পৃথু, বেন আদি মহাবলৱন্ত, পৰাক্ৰমী, ধৰ্ম্মৱন্ত দানী, মানী, পৃথিৱী বিখ্যাত ৰজা-মহাৰজাই সমষ্ট প্ৰজাক পুত্ৰৱত লালন-পালন কৰি, গুৰু-ব্ৰাহ্মণ, সাধু-সন্ত, ভক্ত-বৈষ্ণৱ, মহন্ত-সজ্জনৰ নানাভাৱে প্ৰীতি সাধন কাৰ্য্য কৰিও কালৰ

হাতত সকলোৱেই শেষ হৈ গ'ল। তোমাৰ পুত্ৰই দান, পুণ্য, যাগ-যজ্ঞ বা অন্য সদ্ কৰ্ম্ম একো কৰা নাই। তাৰ বাবে তোমাৰ শোক কৰা উচিত হোৱা নাই।

তথাপি শৃঞ্জয় মৌন হৈ ৰ'ল। তাকে দেখি নাৰদে পুনৰ ক'লে,--মই যি কথা ক'লোঁ, সেই কথা তুমি কিয় নামানিলা? মই কোৱা কথা মিছা বুলি ভাবিছা। শুনা শৃঞ্জয়! যাৰ মৃত্যু ওচৰ চাপি আহে, তেনে লোকে কাৰো হিত বাক্য কেতিয়াও নুশুনে। তাৰ কাণত হিতবাণী নোসোমায়। সেইদৰে তুমিও হিতবাণী নুশুনা হ'লা। মাত-বোল নোহোৱাকৈ মনে মনে ৰৈ বহি থাকিলা?

---

## নাৰদৰ পৰা শৃঞ্জয়ৰ বৰ লাভ

নাৰদৰ কথা শুনি শৃঞ্জয়ে ক'লে,—হে দেৱৰ্ষি! তুমি যিবিলাক ৰজা-মহাৰজাৰ কথা ক'লা, মালীয়ে যেনেকৈ অতি সুশোভিত কৰি ফুলৰ মালা গাঁথে, তুমিও তেনেকৈ তেওঁ-লোকৰ গুণ-যশ মহিমাৰ কথাবিলাক মোক শুনালা। তেওঁ-লোক সবেও ৰাজ-ঋষি, পুণ্য আত্মা, মহা পৰাক্ৰমী। তেওঁলোকৰ অসীম কীৰ্ত্তি-গুণ-যশ মহিমাৰ কথা শুনিলে,

অন্তৰৰ শোক-দুখ সমূলি নাইকিয়া হয়। তোমাক যেতিয়া মই দেখিছোঁ৷ তেতিয়াই মোৰ শোক দূৰ হৈছে। বুজিছা দেৱৰ্ষি! তোমাৰ কথা অলপো মিছা বুলি মানিব নোৱাৰোঁ। যিমানবিলাক ক'লা, সেই সকলোবিলাক মই দৃঢ় চিত্তে মন দি শুনিছোঁ। অমৃত পিলে, যেনেকৈ এৰিবৰ মন নাযায়, ঠিক তেনেদৰে তোমাৰ কথাও মই তিলমাত্ৰও এৰিব নোৱাৰোঁ। তুমিহেন দেৱৰ্ষিক দৰ্শন মাত্ৰেই মোৰ সমস্ত স্বাৰ্থ সিদ্ধি হ'ল। তোমাৰ দৰ্শন কেতিয়াও বিফল নহয়। হে মুনিৰাজ! পুত্ৰ শোকত মোৰ শৰীৰ দগ্ধ প্ৰায়। তোমাৰ চৰণত মোৰ এটি প্ৰাৰ্থনা—মোৰ মৰা পুত্ৰ পুনৰ তোমাৰ প্ৰসাদত পাওঁ যেন, অনুগ্ৰহ কৰি এই বৰ দিয়া।

নাৰদে ক'লে,—শুনা শৃঞ্জয়! তোমাৰ পুত্ৰ স্বৰ্ণষ্ঠিবি যদিও মৰিছে, তথাপি মই বৰ দিলোঁ। সি জীৱিত হ'ব আৰু এহাজাৰ বছৰ জীয়াই থাকিব।

যুধিষ্ঠিৰে মাত লগালে,—হে দামোদৰ! স্বৰ্ণষ্ঠিবি কেনেকৈ শৃঞ্জয়ৰ পুত্ৰ হ'ল? কি কাৰণে কুমাৰ কালতে মৰিব লগা হ'ল? দয়া কৰি ভালদৰে বুজাই কোৱা।

দয়াময় শ্ৰীকৃষ্ণই ক'লে,—হে ধৰ্ম্মৰাজ! মই পূৰ্ব্বৰ সকলো কথা কওঁ শুনা। এদিনাথনৰ কথা। নাৰদ আৰু পৰ্ব্বত ঋষি দেৱলোকৰ পৰা আহি শৃঞ্জয়ৰ ঘৰত উপস্থিত

হ'ল। শৃঞ্জয়ে দেখি আথে বেথে পাদ্য অর্ঘ্য দি পূজা উপাসনা কৰি, তেওঁলোক অহাৰ কাৰণ সুধিলে।

ঋষিয়ে ক'লে,—আমাৰ একো কাম নাই। এনেয়ে ফুৰিব আহিলোঁ। কেইদিনমান তোমাৰ গৃহতে থাকিম বুলি ভাবিছোঁ। তুমি আমাৰ থকা মেলাৰ দিহা কৰি দিয়া।

ঋষিৰ কথা শুনি ৰজাই মহানন্দে থকা খোৱাৰ সমস্ত সুব্যৱস্থা কৰি দিলে। ৰজাই নিজেই প্রতি দিনে ঋষিৰ সেৱা-শুশ্রূষাত লাগি গ'ল। এইদৰে কিছুদিন গ'ল।

শ্রীকৃষ্ণই যুধিষ্ঠিৰৰ লগত এই বিষয়ে কথা পাতি থাকোঁতে হঠাৎ দেৱৰ্ষি নাৰদ তাতে উপস্থিত হ'ল। তাকে দেখি শ্রীকৃষ্ণ আৰু যুধিষ্ঠিৰ বহাৰ পৰা তৎক্ষণাত উঠি থিয় হ'ল আৰু দুয়ো নাৰদক নমস্কাৰ কৰি হাতযোৰ কৰি সুধিলে,— "হে গুৰু! কি কাৰ্য্যৰ বাবে আহিলা, দয়া কৰি কোৱা!"

নাৰদে ক'লে,—"নাই, নাই! মোৰ কোনো কাম নাই। এনেয়ে মন গ'ল আৰু আহিলোঁ।"

শ্রীকৃষ্ণই ক'লে,—তেন্তে ভালেই হ'ল। স্বৰ্ণষ্ঠিবিৰ কথাখিনি তুমিয়ে ভালদৰে ভাঙি-পাতি কোৱা দেৱৰ্ষি!

নাৰদে ক'লে,—ভাল কথা। শুনা কুন্তীসুত ধৰ্ম্ম যুধিষ্ঠিৰ! শৃঞ্জয়ে আমাক অত্যন্ত সন্তুষ্ট কৰিলে। তেওঁৰ ভক্তিত আমি দুয়ো পৰম সন্তোষিত হ'লোঁ; আৰু পৰ্ব্বতক ক'লোঁ,

"হে ভাগিন! শৃঞ্জয়ক মাতি আনি তেওঁৰ মনোমত এটা বৰ দিয়া। যিহেতু তেওঁৰ শুশ্ৰূষাত আমি অতিশয় সন্তুষ্ট হৈছো।"

মোৰ কথা শুনি ভাগিনে ৰজাক মাতি ক'লে,—"হে মহাৰাজ শৃঞ্জয়! তোমাৰ মনোমত এনে এটা বৰ লোৱা, যিটো বৰে দেৱতাৰ অনিষ্ট সাধন কৰিব নোৱাৰে।"

পৰ্ব্বতৰ কথা শুনি ৰজা শৃঞ্জয়ে হাতযোৰ কৰি ঋষি দুজনক ক'লে,—হে দেৱ ঋষি! তোমালোক দুয়ো তুষ্ট হৈছা যেতিয়া, মোৰ সমস্ত মনোৰথ পূৰ্ণ হৈছে।

ঋষিয়ে ক'লে,—শুনা শৃঞ্জয়! তোমাৰ মনত যি বাঞ্ছা আছে, তেনে এটা বৰ লোৱা।

শৃঞ্জয়ে ক'লে,—হে দেৱৰ্ষি! তুমি পুনঃ কৈছা যেতিয়া মোৰ মনৰ বাঞ্ছিত কথা কওঁ শুনা,—মহাবীৰ, পৰাক্ৰমী, অতি বলৱন্ত, আয়ুষ্মন্ত আৰু ইন্দ্ৰৰ সমান কান্তিমন্ত এটি পুত্ৰ হ'বলৈ বৰ দিয়া। এয়ে মোৰ বাঞ্ছিত বৰ।

ৰজাৰ কথা শুনি পৰ্ব্বতে ক'লে,—শুনা ৰাজা! স্বৰ্ণষ্ঠিবি নামে তোমাৰ মনোমত পুত্ৰ পাবা। কিন্তু আয়ুসত অলপ পাক লাগিব। শত্ৰুবদ্ধাৰা ভয় আছে। অলপ যত্ন কৰি ৰাখিবা।

পৰ্ব্বতৰ মুখে ছিদ্ৰে বৰৰ কথা শুনি ৰজাই আয়ুষ্মন্ত পুত্ৰৰ বাবে অনেক কাকুতি-মিনতি কৰিব ধৰিলে। কিন্তু পৰ্ব্বতে একো উত্তৰ নিদি মনে মনে থাকিল। তাকে দেখি শৃঞ্জয়ৰ মনত অতিশয় দুখ লাগিল। ৰজাৰ দুখ দেখি মোৰ মনত বেয়া লাগিল আৰু ৰজাৰ শোক-দুখ দূৰ কৰিবৰ বাবে মই ক'লোঁ,—"শুনা মহাৰাজ শৃঞ্জয়! শোক নকৰিবা। পুত্ৰৰ যদি কিবা সঙ্কট হয়, তেন্তে মোক স্মৰণ কৰিবা। মই তোমাৰ পুত্ৰ পৰলোকৰ পৰা আনি দিম। এতেকে শোক পৰিহাৰ কৰি স্বস্থ হোৱা।" এইদৰে কৈ আমি অন্য ফালে গুচি গ'লোঁ আৰু ৰজাও নিজ ভৱনলৈ গ'ল।

কিছুদিন যোৱাৰ পাছত ৰাণীৰ এটি মহা কান্তিমন্ত দীপ্তিমান পুত্ৰ সন্তান জন্ম পালে। সন্তানৰ নাম স্বৰ্ণষ্ঠিবি ৰাখিলে। শৃঞ্জয়ৰ পুত্ৰ স্বৰ্ণষ্ঠিবিৰ ৰূপ-গুণ আৰু ঋষিৰ বৰৰ কথা দেৱৰাজ ইন্দ্ৰই জানিব পাৰি, ভয়ত বুকু কঁপি উঠিল। "কি কৰোঁ, কি নকৰোঁ" ইত্যাদি ভাবি গুণি একো ঠিক কৰিব নোৱাৰি, দেৱ গুৰু বৃহস্পতিৰ ওচৰত পৰামৰ্শ বিচাৰিলে। বৃহস্পতিয়ে ক'লে,—"যদি তেনে সংশয় কৰিছা, তেন্তে বজ্ৰক পঠাই শিশু বধ কৰা।" যেনে হুকুম তেনে কাম। বজ্ৰক মাতি আনি সাঙ্গে-পাঙ্গে

সকলো কথা ক'লে যে যিকোনো প্ৰকাৰে শৃঞ্জয়ৰ পুত্ৰ স্বৰ্ণষ্ঠিবিক বাঘৰ ৰূপ ধাৰণ কৰি মাৰি থৈ আহিব লাগে। লগতে পৰ্ব্বত ঋষিৰ বৰৰ কথাও ক'লে। ডাঙৰ হলে তাৰপৰা মোৰ কষ্ট হ'ব পাৰে। গতিকে য'তে ত'তে যিকোনো প্ৰকাৰে শৃঞ্জয়ৰ পুত্ৰক মাৰি থৈ আহা।

ইন্দ্ৰৰ কথা শুনি বজ্ৰ পৃথিবীলৈ আহি স্বৰ্ণষ্ঠিবিক মাৰিবৰ বাবে মায়া কৰি ছিদ্ৰ বিচাৰি ফুৰিব ধৰিলে। পুত্ৰৰ স্নেহত ৰজাৰ আনন্দৰ সীমা নাই। এইদৰে পুত্ৰৰ বয়স পাঁচ বছৰ হ'ল। তথাপি বজ্ৰই কোনো ছিদ্ৰ উলিয়াব পৰা নাই। এদিনাখন ধাত্ৰীয়ে স্বৰ্ণষ্ঠিবিক ভগীৰথীৰ পাৰলৈ অকলশৰে ফুৰাবলৈ নিলে। তেতিয়াই বজ্ৰই মায়া কৰি, এটা বাঘ হৈ স্বৰ্ণষ্ঠিবিক বিনাশ কৰি গুচি গ'ল। ধাত্ৰীয়ে হুৰাওবাৰে কান্দিব ধৰিলে; ইটোৰ কাণে সিটোৰ কাণে তৎক্ষণাৎ ৰজাৰ কাণত পৰিল। অন্তেসপুৰীত হাহাকাৰ লাগিল। ৰজা-ৰাণী পাত্ৰ-মন্ত্ৰী সকলোবিলাকে কান্দি কান্দি শোকত বিহ্বল হৈ পৰিল।

---

## স্বর্ণষ্ঠিবি ৰজাৰ বিৱৰণ আৰু যুধিষ্ঠিৰক সান্ত্বনা দান

পুত্ৰৰ শোকত ৰজা শৃঞ্জয় মৃত্যু তুল্য হ'ল। বলিয়াৰ দৰে ধূলাই-ধূসৰে মাটিত বাগৰি বাগৰি কান্দি-কাটি হাহাকাৰ কৰিব ধৰিলে। লগতে ৰাজ্ঞ পটেশ্বৰী সকলেও হিয়া ঢাকুৰী কান্দি কান্দি অচেতন হ'ল। এনেতে ৰজাৰ পূৰ্ব্বৰ কথা মনত পৰি মোক স্মৰণ কৰিলে। লগে লগে মই আহি, মৰা পুত্ৰ পুনৰ জীয়াই দিলোঁ। পুত্ৰ পাই ৰজা-ৰাণী সবাৰো মনত শান্তি আহিল আৰু পুত্ৰক কোলাত লৈ ৰজা মহানন্দে অন্তেষপুৰলৈ গুচি গ'ল। বুজিছা ধৰ্ম্মৰাজ! ইতিমধ্যে দয়াময় শ্ৰীকৃষ্ণই তোমাক এই বিষয়ে কৈছেই। হ'বলগা কাম পূৰ্ব্বতে হৈ আছে। ইয়াত মানুহৰ কোনো হাত নাই। মানুহে ইয়াক ইফাল সিফাল কৰিব নোৱাৰে। অৱশেষত শৃঞ্জয় মৰি স্বৰ্গলৈ গ'ল।

শৃঞ্জয়ৰ মৃত্যুৰ পিছত স্বৰ্ণষ্ঠিবি ৰজা হ'ল। বহু যজ্ঞ-দান আদিও কৰিলে। সমস্ত প্ৰজাক নিজৰ পুত্ৰসম দেখিছিল। স্বৰ্ণষ্ঠিবিৰ নিচিনা দানী-মানী পৰাক্ৰমী প্ৰজাবৎসল ৰজা আন কোনো নাছিল। এঘাৰ শ বছৰ মহাসুখে ৰাজত্ব কৰি, কাল অৱসানে তেনে ৰজাও মৰি গ'ল। গতিকে হে ধৰ্ম্মৰাজ! তুমি এইক্ষেত্ৰত ইমান শোক বিহ্বল হোৱা

উচিত নহয়। শ্ৰীকৃষ্ণদেৱে এই বিষয়ে তোমাক ভালদৰে বুজাই কৈছে। মহামুনি ব্যাসদেৱেও বহুত কথা তোমাক বুজাই কৈছে। এওঁলোকৰ কথা অমান্য নকৰি দৃঢ় চিত্তে শিৰোগত কৰি, শোক-তাপ দূৰ কৰি মন স্বস্থ কৰা। পৈতৃক ৰাজ্য পালন কৰি যাগ-যজ্ঞাদি কৰা। তেতিয়া হ'লে তোমাৰ সমস্ত অভিষ্ট ফল লাভ হ'ব।

বৈশম্পায়নে ক'লে,—শুনা ৰজা জন্মেজয়! স্বয়ং দয়াময় শ্ৰীকৃষ্ণ, বিশাল বুদ্ধিসম্পন্ন মহামুনি ব্যাসদেৱে যিমানবিলাক হিত উপদেশ দিলে, তথাপি তোমাৰ পিতামহ ধৰ্ম্মৰাজ যুধিষ্ঠিৰৰ শোক দূৰ নহ'ল। তলমূৰ কৰি শোকে-তাপে মৌন হৈ থাকিল। তাকে দেখি ব্যাসদেৱে ভাবি-চিন্তি চাই ৰজাৰ শোক গুচাবৰ বাবে পুনঃ ক'ব ধৰিলে।

— — —

## যুধিষ্ঠিৰৰ প্ৰতি ব্যাসৰ উপদেশ

ব্যাসদেৱে ক'লে,—শুনা কুন্তীসুত ধৰ্ম্মৰাজ যুধিষ্ঠিৰ! প্ৰজা পালন কৰিলেহে ৰজাৰ ধৰ্ম্ম সিদ্ধি হয়। গতিকে তুমি পিতৃ-পিতামহৰ ধৰ্ম্মত থাকি প্ৰজা পালন কৰা। বেদত ধৰ্ম্ম সম্পৰ্কে কোৱা আছে। যিসকল প্ৰকৃত ব্ৰাহ্মণ

হ'ব, তেওঁলোকে বেদৰ বিহিত ধৰ্ম্ম পালন কৰিব। ক্ষত্ৰিয়সকলে সকলো ধৰ্ম্ম ৰক্ষা কৰিব লাগিব। যদি কোনো দুষ্ট লোকে আনব ধৰ্ম্ম নষ্ট কৰে, তেন্তে ৰজাই তাৰ দুই বাহু কাটি পেলাব লাগিব। যি অজ্ঞলোকে মোহত থাকি অপ্ৰমাণ কথাকে প্ৰমাণ কৰি কয়, তেনে লোক যদি ৰজাৰ পুত্ৰ, ভৃত্য, তপস্বী আৰু মহামিত্ৰও হয়, তেন্তে তেনে কথাৰ পৰা তাক উপায়েৰে নিবাৰণ কৰিব। উপায়েৰে বিৰত কৰিব নোৱাৰিলে, তেনে জনক হত্যা কৰিব লাগিব। যি ৰজাই এই কথা নামানে, তেনে ৰজা সমস্ত পাপৰ ভাগী হ'ব। ধৰ্ম্ম ভ্ৰষ্টকাৰী লোকক যদি ৰজাই দমন নাইবা ধ্বংস নকৰে, তেনে ৰজা ধৰ্ম্মাত্মা হ'লেও মহাপাপ ভোগ কৰিব লাগিব। এই কথা মই দৃঢ়ভাৱে সত্য কৰি ক'লোঁ। বিশ্বাস কৰিবা। সমৰত যিবিলাকক তুমি বধ কৰিলা, তেওঁলোকো ধৰ্ম্মাত্মা আছিল। গতিকে তুমিও সেই ধৰ্ম্মত থাকি তেওঁলোকক বধ কৰিলা। ইয়াত শোক কৰিব লগা কিটো আছে। শোক কৰাৰ কিঞ্চিতো কাৰণ নাই। ৰজা হ'লে দিবও লাগিব, মাৰিবও লাগিব আৰু স্বধৰ্ম্মত থাকি প্ৰজা প্ৰতিপাল কৰিবও লাগিব।

ব্যাসদেৱৰ কথা শুনি বিনয় নম্ৰ স্বৰে মিনতি কৰি যুধিষ্ঠিৰে ক'লে,—হে মুনি মহাশয়! তুমি যিবিলাক কথা

ক'লা, তাত মোৰ অকণো সন্দেহ শঙ্কা নাই। যিবিলাক জ্ঞান আৰু ধৰ্ম্ম-কথা মোক ক'লা, সেয়া মই সাক্ষাততে দেখি আছোঁ আৰু জানিছোঁ। কিন্তু মই মহা অধম মূৰ্খ পামৰে ৰাজ্যৰ লোভত নকৰিবলগা কৰ্ম্ম কৰিলোঁ। নবধিব লগা লোকক বধ কৰিলোঁ। তাকে সুমৰি সুমৰি মহা শোকানলে মোক পুৰি পুৰি মাৰিছে। মই স্থিৰে থাকিব নোৱাৰা হৈছোঁ।

মহামুনি ব্যাসদেৱে ক'লে,—হে মহাৰাজ! মিছাতে শোক কৰি লাভ নাই। সৎ বা অসৎ কৰ্ম্ম যিমানেই নাথাকক, সেই সকলোবিলাক ঈশ্বৰৰ ইচ্ছামতেই মানুহে কৰে। তাৰ ফল মানুহে কেতিয়াও নাপায়। তাৰ ফল যিয়েই নহওঁক সকলোবিলাক ঈশ্বৰৰ ওচৰলৈ যায়। অৰণ্যত গৈ মানুহে গছ কাটে। তাৰ বাবে কুঠাৰৰ কিবা পাপ হ'ব নেকি? অৱশ্যে মই কৰিছোঁ বুলি যদি কোনো মানুহে ভাৱে, তেন্তে তাৰ ফল সেই মানুহে ভোগ কৰিব লাগিব। দণ্ড-শাস্ত্ৰমতে বিহিত কৰ্ম্ম কৰিলে, কৰ্ত্তাক কোনো দোষে স্পৰ্শ কৰিব নোৱাৰে। সেইবাবে তুমি শোক নকৰিবা। তুমি স্বধৰ্ম্মত থাকি একমাত্ৰ ধৰ্ম্মহে পালন কৰিছা। যদি দুষ্টসকলে তোমাৰ অপযশ-অপবাদ ঘোষণা কৰেও, তাৰবাবে তুমি কোনো চিন্তা নকৰিবা। সেইবিলাকে তোমাক স্পৰ্শ কৰিব নোৱাৰিব।

অকাৰণে শোক কৰি দেহ ত্যাগ কৰা, তোমাক শোভা নাপায়। যদি তুমি মনত ভাবিছা যে প্ৰায়চিত্ত হওক। কিন্তু এইটো কথা তুমি নিশ্চিত বুজিবা যে প্ৰাণ এৰিলেহে পাপ তোমাৰ লগতে যাব। এতেকে জীৱন্ততে প্ৰায়চিত্ত হোৱা। নহ'লে পৰলোকত মহাভয়ৰ সম্মুখীন হ'ব লাগিব।

যুধিষ্ঠিৰে পুনঃ ক'লে,—শুনা ঋষিৰাজ! ভালদৰে মন দি চোৱা, মই কিমান অকাৰ্য্য কৰিলোঁ। সমৰত পুত্ৰ-পৌত্ৰ-ভাতৃ, শহুৰ-মামা, গুৰু-ব্ৰাহ্মণ, পিতৃ-পিতামহ, সুহৃদ-বান্ধৱ, সমান বয়সীয়া সম্বন্ধীয়া জ্ঞাতিসকল, ভাগিন আৰু নানা দেশৰ পৰা অহা ৰজা-মহাৰজা সকলক দয়া-মমতা সকলো বিসৰ্জ্জন দি একমাত্ৰ ৰাজ্যৰ আশাত সকলোকে বধ কৰিলোঁ। সমৰত প্ৰবৃত্ত হৈ মনত একো ভাবি নাচালোঁ। তাকে স্মৰি স্মৰি সদাই মন-প্ৰাণ একেবাৰে বিকল হৈ পৰিছে। হে তপোধন! মন কৰি এবাৰ চোৱাচোন! এনে নিদাৰুণ কৰ্ম্ম কৰি কি ফল পাম! ৰজা নোহোৱা হ'ল সমগ্ৰ বসুমতী! বহু জ্ঞাতি বধ হোৱা দেখি মোৰ মনত অলপো শান্তি নোহোৱা হৈছে। শোকানলে দেহ-মন দহি-পুৰি মাৰিছে। কোটি অসংখ্যাত সেনা মৰিল। তাকে দেখি মোৰ মন সদাই দহি-পুৰি নিয়ে। সেইসকলৰ তিৰোতাবিলাকৰ কি গতি হ'ব! কত ভাতৃহাৰা

হ'ল, কত পুত্ৰহাৰা হ'ল আৰু কত স্বামীহাৰা হ'ল ! শ্ৰীকৃষ্ণক লগত লৈ সকলোকে বধিলোঁ। মহামূৰ্খ অজ্ঞানীৰ নিচিনা ঘোৰতৰ অকৰ্ম্ম কৰিলোঁ। ভাতৃ-পুত্ৰ-স্বামীক নেদেখি হাকুলে-ব্যাকুলে আৰ্ত্তৰাৱে কান্দিব। শোকৰ জালত পাগলৰ-দৰে মাটিত বাগৰি বাগৰি আউল-বাউল চুলিৰে পৰি থাকিব। দুঃসহ শোকে-তাপে শুকাই-ক্ষীণাই সকলোৱে প্ৰাণ ত্যাগ কৰিব। লোকা-লোকে কয় মই বোলে ধৰ্ম্ম যুধিষ্ঠিৰ। পিছে এতিয়া স্ত্ৰী বধি হ'লোঁ। সুহৃদ-বান্ধৱ সকলকো বধিলোঁ। তাৰ ফলত অধোমুখে নৰকত পৰিব লাগিব। এইবিলাক চিন্তাত মই কেনেকৈ কি কৰ্ম্ম কৰিম ! নাই ! উগ্ৰ তপ কৰি এই শৰীৰকে এৰা ভাল হ'ব। হে পিতামহ ! এটা কথা সোধো, চাৰি আশ্ৰমৰ ভিতৰত কোনটো শ্ৰেষ্ঠ হ'ব, দয়া কৰি কোৱাচোন।

যুধিষ্ঠিৰৰ কথা শুনি ধৰ্ম্মৰ মুখৰ ফালে চাই মহামুনি ব্যাসদেৱে ক'লে,—শুনা ধৰ্ম্মপুত্ৰ ৰাজা যুধিষ্ঠিৰ ! শোক-দুখ এৰি মন স্বস্থ কৰা। ক্ষত্ৰিয়ৰ ধৰ্ম্ম হৈছে যুদ্ধই স্বধৰ্ম্ম। এই বিষয়ে তোমাক ভালদৰে কওঁ মন দি শুনা। ৰজা-বিলাকে সম্পত্তিৰ আশাত সসৈন্যে আহি ঘোৰ ৰণত প্ৰৱেশ কৰিলে। আৰু যুদ্ধ যজ্ঞত পৰি সকলোবিলাক স্বৰ্গলোকলৈ গ'ল। সেইবিলাকৰ বাবে তুমি শোক কৰা উচিত হোৱা

নাই। তুমি, ভীম, অৰ্জ্জুন, নকুল, সহদেৱ এই বস্তুবিলাকৰ কৰ্ত্তা তোমালোক নোহোৱা। এই কথা ভালদৰে জানিবা। সকলোকে কালে সংহাৰ কৰিছে। তোমালোক কেৱল নিমিত্তহে। অনিমিত্তে পুৰুষৰ জন্ম হয় আৰু ইচ্ছা নকৰিলেও যমৰ ঘৰলৈ যাব লগা হয়। অজ্ঞানত থাকি মিছা শোক-তাপ, হৰ্ষ-বিষাদ, সুখ-দুখ কৰে। এইবিলাকে কেৱল অনৰ্থহে সাধন কৰে। তোমাৰ দেখিছোঁ অকাৰণে চিত্ত বিকল হৈছে। গতিকে এটা কাম কৰা, প্ৰায়চিত্ত কৰি তোমাৰ চিত্ত মন স্বস্থ কৰা। এটা কথা কওঁ শুনা,— পূৰ্ব্বত দেৱ-দৈত্যৰ কেনেকৈ কন্দল লাগিছিল। দৈত্য হ'ল জ্যেষ্ঠ আৰু দেৱতা হ'ল কণিষ্ঠ। সম্পত্তিৰ বাবে তেওঁ লোকৰ ভিতৰত ঘোৰতৰ ৰণ লাগিল। বত্ৰিশ হাজাৰ বছৰ থৈয়া-নথৈয়া মহা সমৰ হ'ল! সমৰত সমস্ত দৈত্য বধ কৰি দেৱতা স্বৰ্গৰ অধিপতি হ'ল। সেই দৈত্যবিলাক মৰি পৃথিবীলৈ আহি ব্ৰাহ্মণৰ কুলত জন্ম গ্ৰহণ কৰি সমস্ত বেদ শাস্ত্ৰত পাৰ্গত হ'ল। মুঠতে আশী হাজাৰ আঠ জনৰ জন্ম হ'ল ব্ৰাহ্মণৰ কুলত। তাৰ ভিতৰত মহা শক্তিশালী তিনিলোকৰ বিখ্যাত শালবৃকে সমস্ত লোকৰ ধৰ্ম্ম গুচাই অধৰ্ম্ম প্ৰৱৰ্ত্তন কৰিব ধৰিলে। তাকে দেখি দেৱতাসকল অগ্নিসম জ্বলি উঠিল আৰু শুকান বন যেনেকৈ অগ্নিয়ে

এফালৰ পৰা পুৰি ছাঁই কৰি নিয়ে, ঠিক তেনেকৈ সেই বিপ্ৰ সকলক দেৱতাসকলে সংহাৰ কৰিলে। শিষ্ট কুলত যদি দুষ্ট এজনো জন্ম হয়, সেই দুষ্টই সমস্তকে বেদনা-দুখ দিয়ে। তাক বধিলে সকলোৰে সুখ হয়। যদি কোনো দেশত সমস্ত কুলেই দুষ্ট-দুৰাচাৰ হয়, তেন্তে সেই সমস্ত কুলকে বধ কৰিলেও কোনো দোষ নহয়। বৰং সেই দুষ্ট সকলক বধিলে সমস্ত দেশ স্বস্থ হ'ব আৰু তেতিয়া সেই দেশত পৰম শান্তি-সুখে বিৰাজ কৰিব। এতেকে মই যি ক'লোঁ, তাকে মানি মন স্থিৰ কৰা। পূৰ্ব্বত দেৱতাসকলে যি পথ দেখুৱাই গৈছে, তুমিও সেই পথে গতি কৰা। যিহেতু তুমিও ঠিক তেনে কৰ্ম্মকে কৰিছা। তেনে কৰ্ম্ম কৰা লোক কেতিয়াও নৰকলৈ নাযায়। ভাতৃ-বন্ধু সুহৃদ সকলক বোধ ভাৰসা দিয়া। নিজেও শোক-তাপ এৰি স্বস্থ হোৱা। এনে কিছুমান লোক আছে, সিহঁতৰ কেৱল পাপতহে সদাই মতি। সদাই পাপ কৰ্ম্ম কৰিহে ভাল পায়। লোকে হাঁহিলেও সিহঁতে বেয়া নাপায় বৰং আনন্দহে কৰে। পাপ কৰ্ম্ম কৰি অলপো বেয়া নাপায়, মনত অলপো অসন্তোষ নকৰে। সেইবিলাক প্ৰায়শ্চিত্তৰ যোগ্য নহয়। প্ৰায়শ্চিত্ত কৰিলেও সিহঁতৰ পাপ নুগুচে। তুমি সৎ শুদ্ধ কুলত জন্ম গ্ৰহণ কৰিছা। পৰৰ দোষৰ বাবে তুমি এই কৰ্ম্ম কৰিলা। হে মোৰ প্ৰিয়

বাপ্‌! অনিচ্ছাত তুমি এই কৰ্ম্ম কৰিছা। তথাপি তুমি মনত সন্তাপ কৰিছা। গতিকে এটা কাম কৰা। অশ্বমেধ যজ্ঞ কৰা। তেতিয়া তোমাৰ দেহ-মন শুদ্ধ হ'ব আৰু পাপো ক্ষয় হ'ব। পূৰ্ব্বত ইন্দ্ৰই বাৰে বাৰে শত্ৰুক জিনি এশবাৰ অশ্বমেধ যজ্ঞ কৰি সমস্ত পাপৰ পৰা মুক্ত হৈ স্বৰ্গ লাভ কৰি মহাসুখে দেৱতাসকলৰ লগত দশোদিশ প্ৰকাশ কৰিলে। সমস্ত দেৱতা সহ ঋষি-মুনি, সাধু-বৈষ্ণৱক উপাসা কৰি, অপেস্বৰা সমে মহানন্দে স্বৰ্গৰাজ্য ভোগ কৰিলে। তুমিও সেইদৰে নিজ বাহু বলে সমস্তকে জয় কৰি পৃথিবী লাভ কৰিলা। হে পৰম নিষ্পাপ মহামতি যুধিষ্ঠিৰ বাপ্‌! তুমিও তেওঁলোকৰ স্থানলৈ গতি কৰা। সমৰত যিসকল ৰজাই প্ৰাণ এৰিলে, তেওঁলোকৰ ভাতৃ-পুত্ৰ নাতি যি আছে, তেওঁলোকক সেই ৰাজ্যৰ ৰজা পাতি দিয়া। যিসকলৰ বংশ একেবাৰে নোহোৱা হ'ল, তেওঁলোকৰ গৰ্ভস্থ সন্তান যদি আছে, তেন্তে তেওঁলোকক ভালদৰে বুজাই সেই দেশত অধিপতি পাতা। যাৰ গৰ্ভস্থ সন্তানো নাই, তেওঁৰ ছোৱালীকে ৰাজ্যৰ অধিকাৰ দিয়া। নাৰীসকলক সন্তোষিত কৰি সমস্ত বসুন্ধৰীত ধৰ্ম্ম প্ৰতিপাল কৰা। তেতিয়াহ'লে কামত আসক্ত নাৰীসকলৰো মন প্ৰসন্ন হ'ব আৰু শোক-তাপ নোহোৱা হ'ব। হে প্ৰিয়

বাপ্ ধৰ্ম্ম যুধিষ্ঠিৰ! এইদৰে তুমি দেশে দেশে ফুৰি সকলোকে আশ্বাস দি সবাকো আনন্দ দিয়া। মহা পৰাক্ৰমী ৰজাসকলে নিজৰ মহা বল পৰাক্ৰমত বিমোহিত হৈ স্বকৰ্ম্মৰ ফলত মৰি স্বৰ্গলোক পালেগৈ। এনেস্থলত তুমি শোক কৰা কিয়? শুনা ধৰ্ম্মৰাজ! ক্ষত্ৰিয়ৰ ধৰ্ম্ম পালন কৰি অকণ্টকা ৰাজ্য পালা। এতিয়া সৎ কৰ্ম্ম কৰি পৰলোকৰ কাৰ্য্য চিন্তা কৰা।

মহামুনি ব্যাসদেৱৰ কথা শুনি যুধিষ্ঠিৰে সুধিলে,— হে ঋষিৰাজ! মোৰ এটি সংশয় উপস্থিত হৈছে। যদি এই অধমৰ প্ৰতি দয়া আছে, তেন্তে অনুগ্ৰহ কৰি মোৰ সংশয় দূৰ কৰি দিয়া। "কি কৰ্ম্ম কৰিলে প্ৰায়শ্চিত্ত হ'ব লাগে? কি ব্যৱস্থাৰে তাৰপৰা মুক্ত হ'ব পৰা যাব?"

যুধিষ্ঠিৰৰ কথা শুনি ব্যাসদেৱে ক'লে,— কোনো চিন্তা নকৰিবা। তোমাক মই সকলো কথা ক'ম। স্থিৰ চিত্তে শুনা।

## প্ৰায়শ্চিত্ত হ'বলগীয়া কৰ্ম্ম

যিবিলাকে বিহিত কৰ্ম্ম নকৰি, অবিহিত অৰ্থাৎ নিষিদ্ধ কৰ্ম্ম কৰে, তেনে লোকে প্ৰায়শ্চিত্ত ভোগ কৰিব লাগে। কোনো কোনো লোকে ব্ৰহ্মচৰ্য্য ব্ৰত আচৰণ কৰে। সূৰ্য্য

উদয় হোৱাৰ লগে লগে শোৱা পাতি এৰি, থাইকৈ উঠি গোটেই দিনটো শুই থাকি পুনৰ সূৰ্য্য অস্ত যোৱাৰ লগে লগে শুই উঠে। তেনেলোক কুলক্ষী হয়। যিসকলে ব্ৰহ্ম বধ কৰে, যিজন আচাৰ বৰ্জ্জিত, ব্ৰত-উপবাসে থাকি যিজনে স্ত্ৰী গমন কৰে, যেয়ে সাধু-ব্ৰাহ্মণ, ভক্ত-বৈষ্ণৱৰ দ্ৰোহ আচৰণ কৰে বা তেওঁলোকক হিংসা কৰে, যিসকলে গাৰঁত জুই লগাই দিয়ে আত্মজ্ঞানহীন, দেহ অভিমানী লোকক যেয়ে বেদ পঢ়াই, যিসকলে মাংস বিক্ৰী কৰি ফুৰে, যেয়ে স্ত্ৰী আৰু গুৰু বধ কৰে, যি দুষ্ট লোকে বিনা কাৰণে পশু-পক্ষী বধ কৰে, মিছা ঔষধ দি যিয়ে পেট প্ৰৱৰ্ত্তন কৰে, যিলোকে গুৰু দেৱতাক সদাই হিংসা কৰি ফুৰে, যি দুষ্ট লোকে বেদ বিক্ৰী কৰে, সেইবিলাক লোকে প্ৰায়শ্চিত্ত ভোগ কৰিব লাগিব। হে ধৰ্ম্মৰাজ! এতিয়া অকাৰ্য্য কাক বোলে পৃথকে পৃথকে কওঁ শুনা। যি কাৰ্য্য লোকা-লোকে নিষেধ বুলি কয়, চিত্ত স্থিৰ কৰি শুনা।

—— · ——

## অকাৰ্য্য কথন

যিজনে স্বধৰ্ম্ম এৰি পৰধৰ্ম্ম গ্ৰহণ কৰে, অযাজ্যক যজে, অভক্ষ্য ভক্ষণ কৰে, শৰণাগতক এৰে, ভাতৃক পালন পোষণ নকৰে, মধু, গুৰ, আদি ছয়বিধ ৰস বিক্ৰী কৰে, অকাৰণে পশু-পক্ষী মাৰি ফুৰে, শক্তিমন্ত হৈয়ো যিজনে ৰমণী ৰমণ নকৰে, সাধু-মহন্ত, ভক্ত-বৈষ্ণৱ, গুৰু-ব্ৰাহ্মণক দান নকৰে, অতিশয় কৃপণ, সাধু-ব্ৰাহ্মণ, ভক্ত-বৈষ্ণৱক যিজনে সদাই নিন্দা কৰে ; পিতৃৰ লগত যিজনে বিবাদ কৰে, আৰু গুৰু-পত্নী গমন কৰে,—এইবিলাককে অকাৰ্য্য বুলি কয়। এতিয়া দোষ নোহোৱা কাৰ্য্যৰ বিষয়ে কওঁ শুনা।

## দোষ নোহোৱা কাৰ্য্য কথন

সমৰত যি ব্ৰাহ্মণে অস্ত্ৰ-শস্ত্ৰ ধৰি আছে, ক্ৰোধ কৰি মাৰিবলৈ আছে, সেই ব্ৰাহ্মণক বধ কৰি নিজক ৰক্ষা কৰিলে, তেওঁ কেতিয়াও ব্ৰহ্মবধি নহয়। প্ৰাণৰ সঙ্কটত যিজনে অজ্ঞানত যদি কেতিয়াবা অকস্মাৎ সুৰা পান কৰে, তাত দোষ হ'ব বুলি কোনো সংশয় কৰিব নালাগে। কাৰণ সংস্কাৰ বশতঃ তেওঁ পুনৰ শুদ্ধ হ'ব পাৰিব। গুৰুৰ আজ্ঞাত যদি গুৰু-পত্নী হৰণ কৰে, তেনেক্ষেত্ৰত তেওঁক সেই দোষে নোচোৱে। শুনা ধৰ্ম্মৰাজ ! পূৰ্ব্বত উশীনৰ গুৰুৱে নিজৰ

ভাৰ্য্যাক শিষ্যক মাতি আনি সঙ্গত কৰাই শ্বেতকেতু নামে পুত্ৰ জন্মাইছিল। সেই কাৰ্য্যত শিষ্যৰ কোনো দোষ হোৱা নাই। একমাত্ৰ গুৰুৰ নিমিত্তে চোৰ বা ডকাইতি কৰিলে তেনে কাৰ্য্যত কোনো দোষ নহয়। প্ৰাণৰ সংকটত গুৰু-ব্ৰাহ্মণ, ভক্ত-বৈষ্ণৱৰ নিমিত্তে আৰু বিবাহৰ কাৰণে নিজৰ ভাৰ্য্যৰ আগত মিছা মাতিলে তেনে কাৰ্য্যত কোনো দোষ নহয়। গুৰু-ব্ৰাহ্মণ, ভক্ত-বৈষ্ণৱৰ বাবে যদি কোনো দ্ৰব্য হৰণ কৰি আনে, তাত কোনো দোষ নহয় বুলি জানিবা। হে কুন্তীসুত! আৰু এটা কথা কওঁ শুনা,— যদি জ্যেষ্ঠজনৰ মৃত্যু হয়, বা যদি সন্ন্যাসী হৈ গুচি যায়, তেওঁৰ ভাৰ্য্যাই যদি ভিক্ষা মাগি খাই ফুৰে, তেনেক্ষেত্ৰত কণিষ্ঠজনে যদি বিবাহ কৰি লয়, তাত কোনো দোষ নহয়। অকাৰণে পশু হিংসা কৰা উচিত নহয়। নিজে নামাৰি আনৰ দ্বাৰা মাৰিলেও দোষ হয়। মাৰিব খোজা পশুক যদি কোনোবাই ৰক্ষা কৰে, তেন্তে তেওঁ অশ্বমেধ যজ্ঞ কৰাৰ সমান ফল লাভ কৰিব। বেশ্যা বৃত্তি ধৰা তিৰোতাক ধৰ্ম্মৱন্ত লোকে ত্যাগ কৰিব।

যি কাৰ্য্য কৰিলে দোষ নহয়, সেই বিষয়ে তোমাক ক'লোঁ। আৰু যদি কিবা সুধিব লগা কথা আছে সোধা। তোমাক মই সকলো কথা ক'ম। চিন্তা নকৰিবা।

## ধৰ্ম্মাধৰ্ম্ম, ভক্ষ্যাভক্ষ্য আৰু দান কথন

মহামুনি ব্যাসদেৱৰ কথা শুনি যুধিষ্ঠিৰে সুধিলে,— "হে মহামুনি মহাশয়! ধৰ্ম্ম কাক বোলে আৰু অধৰ্ম্মই বা কি? কি দ্ৰব্য ভক্ষ্য আৰু কি দ্ৰব্য অভক্ষ্য? দানৰ ভিতৰত শ্ৰেষ্ঠ দান কি? কাক দান দিব লাগে আৰু কাক নালাগে? দয়া কৰি কোৱা মুনিৰাজ! তোমাৰ কথাবিলাক অমৃততকৈয়ো উত্তম যেন লাগিছে। শুনি থাকিব বৰ মন গৈছে"।

ব্যাসদেৱে ক'লে,—"হে ধৰ্ম্মৰাজ এটা ইতিহাস কওঁ,—সাৱধানে শুনা। তুমি যি কথা সুধিলা, এই কথা ইতি-পূৰ্ব্বে ঋষি-মুনিসকলে সয়ম্ভু মনুকো সুধিছিল। তেতিয়া মনুই কৈছিল,—হে ঋষি-মুনিসকল! তোমালোকে যি কথা সুধিলা, সেই বিষয়ে মই যি জানো তাকে কওঁ শুনা। বাহিৰে ভিতৰে শুদ্ধ থকা, অদত্ত দ্ৰব্য গ্ৰহণ নকৰা, সদাই দান কৰা, তপস্যা কৰা, বেদ-শাস্ত্ৰ অধ্যয়ন কৰা, সদাই হিংসা শূন্য হৈ থকা, আনকি শত্ৰুৰ প্ৰতিও হিংসাভাব নথকা, সদাই সত্য আচৰণ কৰা, ক্ৰোধ বৰ্জ্জন কৰা, সদাই যজ্ঞ-যজা, ইয়াকে ধৰ্ম্ম বোলে। অধৰ্ম্ম কাক বোলে কওঁ শুনা,—সদাই পৰৰ দ্ৰব্য গ্ৰহণ কৰা, হিংসা আচৰণ কৰা, অসত্যত প্ৰৱৰ্ত্তন কৰা, এয়ে অধৰ্ম্ম। এতিয়া ভক্ষ্যাভক্ষ্য সম্পৰ্কে কওঁ শুনা। ৰজাৰ

অন্ন খালে ব্ৰাহ্মণৰ তেজ হৰণ হয়। শূদ্ৰৰ অন্ন খালে ব্ৰাহ্মণত্ব লোপ পায়। সোণাৰীৰ অন্ন খালে আয়ুস্ ভুতে। বেশ্যাৰ অন্ন খালে পুৰুষৰ ইন্দ্ৰিয় বিকল হয়। যিজনে দিনে-ৰাতিয়ে কেৱল ধনকে চিন্তা কৰি থাকে; বহুত ধন উপাৰ্জ্জন কৰে, কিন্তু নিজেও নাখায় আৰু আনকো দিব নোৱাৰে; সেয়া কদৰ্য্য বুলি জানিবা। কদৰ্য্যজনৰ, পুণ্য বিক্ৰয়ীৰ, ধোবা, বৈদ্য, চৰ্ম্মকাৰ, যিজন অভিশপ্ত, চিত্ৰ কৰ্ম্ম কৰি যিজনে জীৱন নিৰ্ব্বাহ কৰে, যিজনে বেশ্যাৰদ্বাৰা জীৱন নিৰ্ব্বাহ কৰে, যিজনে সদাই জুৱা-পাশা খেলে,— এইবিলাকৰ অন্ন অশুচি বুলি জানিবা। সেইবাবে জ্ঞানী-সকলে তেনেলোকৰ অন্ন কেতিয়াও নাখাব। অভক্ষ্য বুলি জানিবা।

দেৱতা-পিতৃক সদাই অৰ্চ্চন কৰিব। পিছত অতিথি সাধু-ভক্ত-ব্ৰাহ্মণক সন্তোষ কৰিব। অৱশেষত গৃহস্থই অন্ন খাব। পুত্ৰ ভাৰ্য্যাৰ লগত সন্ন্যাসীৰদৰে গৃহত থাকিব। তেতিয়া তেনেজনে ধৰ্ম্ম লাভ কৰিব পাৰিব।

এতিয়া দানৰ সম্পৰ্কে কওঁ শুনা,—যশ-মান-সম্মানৰ আশাত যিজনে দান কৰে, সেই দান ভস্মত ঘৃতাহুতি দিয়া যেন হয়। সেই দানৰ কোনো ফল নহয়। ভয়ত যি দান দিয়ে, তাৰো কোনো লাভ নাই। উপকাৰীকো দান দিব নালাগে।

যিয়ে নৃত্য-গীত কৰে, যিজনে অকণমান কথাতে হাঁহে তেনেবিলাকক দান দিলে কোনো ফল নহয়। গৰ্ব্বী, উন্মত্ত, চোৰ, নিন্দিত আৰু কথকু লোককো দান দিলে কোনো ফল নধৰে। যাৰ দেহটো চুটি, যিজন অঙ্গহীন, দুৰ্জ্জনক আৰু পতিতজনক, সন্ধ্যা-গায়ত্ৰী নকৰা বিপ্ৰক আৰু তমোগুণাক্ৰান্ত মদ্-গৰ্ব্বী অহঙ্কাৰী ব্ৰাহ্মণ,—এইবিলাকক দান দিলে একো ফল নাপায়। শম-দম আদি দ্বাদশ গুণ সম্পন্ন ব্ৰাহ্মণক, ভক্ত-বৈষ্ণৱ, সাধু-সন্ত-মহন্তক দান দিলে; তাৰ ফল অসংখ্যাত পায়। যিজনে অপাত্ৰত দান দিয়ে, অপাত্ৰজনেও যদি সেই দান গ্ৰহণ কৰে, তেন্তে দান দিওঁতা আৰু গ্ৰহণ কৰোঁতা, উভয়ৰে অনৰ্থহে হ'ব। যেনেকৈ বুকুত শিল বান্ধি নদী পাৰ হ'ব যাওঁতে, শিল সহ নদীৰ তলত পৰি থাকে; চিত্ৰকৰে সজা কাঠৰ হাতী যেনেকৈ নামতহে হাতী, কামত নহয়, ছালেৰে নিৰ্ম্মাণ কৰা পহু যেনেকৈ পহু বুলি নকয়, জাতিত ব্ৰাহ্মণ হ'লেও যদি ব্ৰাহ্মণৰ কোনো গুণ নাথাকে, বেদ-শাস্ত্ৰ একো নাজানে,— এই তিনিজনৰ নামটোহে মাত্ৰ, কামত একো নাই। হে ধৰ্ম্মৰাজ! মনু আৰু ঋষিসকলৰ কথা ভালদৰে শুনিলাতো।

* * * *

শুনিয়োক নৰ-নাৰী ভাৰতৰ কথা।
ইটো পুণ্য নৰতনু নকৰাহা বৃথা ॥
মহা পুণ্যভূমি ইটো ভাৰত বৰিষে।
আত জন্ম লভিছা কৃষ্ণৰ কৃপা লেশে ॥
ব্ৰহ্মা আদি পুৰন্দৰ যত দেৱচয়।
ভাৰতত জন্ম হৈবে সবেও বাঞ্ছয় ॥
হেন ভাৰতত জন্ম লভিয়া আছাহা।
হৰি নভজিয়া কেনে আয়ুস নিয়াহা ॥
হৰি সম দাতাৰন্ত দেৱ নাহি আন।
শ্ৰৱণ-কীৰ্ত্তনে মাত্ৰে কৰে পৰিত্ৰাণ ॥
হেন কৃষ্ণ চৰিত্ৰ শ্ৰৱণে কৰি পান।
জনম সাফল কৰা বৰ্জ্জি যম স্থান ॥
হেন শুনি এৰা সবে বিসয় জঞ্জাল।
নিচিন্তি আছস হেৰা পাইলে আসি কাল ॥
সোণাৰামে কহে পুনু নকৰিবা হেলা।
তিলেকতে শূন্য হ'ব সবে ধূলা-খেলা ॥
কত ভাগ্যে পাইলা ইটো মনুষ্য শৰীৰ।
সেস্থৰে নাপায় হেৰা জানিবা সুধীৰ ॥
দুৰ্ল্লভ মনুষ্য তনু নকৰা বিফল।
কৃষ্ণ কৃষ্ণ বুলি কৰা জনম সাফল ॥

শঙ্কৰ মাধৱ দামোদৰ ভট্টদেৱ।
তোমাসাৰ চৰণত কৰোঁ নিতে সেৱ॥
তুমি সবে এক হুযা দেখা দিয়া মোক।
কৃষ্ণ কৃষ্ণ বুলি তৰো ভৱ দুখ-শোক॥

× × ×

## যুধিষ্ঠিৰৰ ৰাজ ধৰ্ম্ম সম্পৰ্কে প্ৰশ্ন

মহামুনি ব্যাসদেৱৰ কথা শুনি ধৰ্ম্মৰাজ যুধিষ্ঠিৰে ক'লে,—"হে মুনিৰাজ! তোমাৰ কথাবিলাক অমৃতৰ নিচিনা লাগিছে, আৰু শুনো শুনো লাগিছে। ৰজাৰ ৰাজধৰ্ম্ম সম্পৰ্কে জানিবলৈ ইচ্ছা হৈছে। চাৰিও বৰ্ণৰ ধৰ্ম্ম কি? হে মহামতি ঋষিৰাজ! আপদ কালত কি নীতি ধৰ্ম্ম পালন কৰিব লাগিব? ধৰ্ম্ম পালন কৰি ৰাজ্য চলাম কেনেকৈ? ৰাজ্য প্ৰতিপাল কৰাতো ধৰ্ম্ম হ'ব নোৱাৰে। ৰাজ্য পালন আৰু ধৰ্ম্ম আচৰণ, এই দুয়োটা পৰস্পৰ বিৰুদ্ধ যেন লাগিছে। ৰাজ্য পালন আৰু ধৰ্ম্ম আচৰণ, এই দুয়োটা একেলগে কেনেকৈ সম্ভৱ হ'ব। মনত বৰ সংশয় হৈছে। দয়া কৰি মোৰ এই সংশয় ভঞ্জন কৰা পিতামহ!

যুধিষ্ঠিৰৰ কথা শুনি বিশাল-বুদ্ধি সম্পন্ন মহামুনি ব্যাসদেৱে তৎক্ষণাৎ নাৰদৰ ফালে চাই ক'লে,— শুনা নৃপমণি যুধিষ্ঠিৰ ! যদি তুমি ৰাজধৰ্ম্ম সম্পৰ্কে বিতং জানিব খুজিছা, তেন্তে তোমাৰ মনত যিমান সংশয় আছে, সেই সমস্ত সংশয় গঙ্গাপুত্ৰ ভীষ্মই ছেদ কৰিব। যাক ভগীৰথী দেৱীয়ে পুত্ৰৰূপে জন্ম দিলে, তেওঁ সমস্ত ধৰ্ম্মৰ কথা জানে। মানুহৰ শৰীৰত থাকি যিজনে ইন্দ্ৰ আদি সমস্ত দেৱ দেৱতা বিদ্যমান দেখিলে, দেৱগুৰু বৃহস্পতিয়ে যিমানবিলাক ৰাজনীতি ধৰ্ম্মনীতি জানে, দৈত্য গুৰু শুক্ৰচাৰ্য্যয়ো যিমানবিলাক জানে, শান্তনু নন্দন ভীষ্মই সেই সমলোবিলাক দেৱগুৰু আৰু দৈত্যগুৰুৰ পৰা ভালদৰে শিকিছে। চ্যৱন ঋষিৰ পৰা সম্পূৰ্ণ ভাগৱত, বেদ-বেদাঙ্গ শিকিছে। বশিষ্ঠ আৰু সনত কুমাৰৰ ওচৰত সমস্ত তত্ত্বজ্ঞান লাভ কৰিছে। জাতি-ধৰ্ম্ম-বৰ্ণ আদিৰ বিষয়ে সকলোবিলাক মাৰ্কণ্ডেয় ঋষিৰ পৰা লাভ কৰিছে। পৰশুৰাম আৰু দেৱৰাজ ইন্দ্ৰৰপৰা অসংখ্যাত অস্ত্ৰ-শস্ত্ৰও শিক্ষা লাভ কৰিছে। মানুহ হৈ জন্ম লাভ কৰি যিজনে মৃত্যুকো জিনিছে। তেওঁতকৈ অন্য কোনো জ্ঞানী এই ভূ-ভাৰতত নাই। যাৰ সন্তি-সন্তান নাই, তেওঁৰ পুণ্য স্থানো নাই। তথাপি তেওঁ পুণ্য স্থান লাভ কৰিছে। মহাদানৱন্ত মহামানী সেই ভীষ্মৰ ওচৰত মহা মহা পুণ্যৱন্ত

ঋষি-মুনি সকলে সভাপাতি বহি থাকি দয়াময় শ্ৰীকৃষ্ণৰ গুণ যশৰ কথা সদা সৰ্ব্বদায়ে শুনি থাকে। তেওঁৰ অবিদিত জগতত একো নাই। অৰ্জ্জুনৰ লগত মহাঘোৰ সমৰ কৰি বৰ্ত্তমান শৰ শয্যাত পৰি আছে। বুজিছা ধৰ্ম্মৰাজ, তুমি এটা কাম কৰা। সেই গাঙ্গেয়ৰ ওচৰলৈ যোৱা। যিমান পাৰা তেওঁৰ পৰা ধৰ্ম্মৰ কথা সুধি লোৱাগৈ। তেওঁ তোমাক সকলো কথা ক'ব।

ব্যাসদেৱৰ কথা শুনি যুধিষ্ঠিৰে অলপ তলকা মাৰি ভাবি-গুণি ক'লে,—হে মুনিৰাজ! পিতামহ ভীষ্মদেৱে মোৰ পৰা যিমান কষ্ট পালে তেওঁৰ আগত মই কেনেকৈ মুখ দেখুৱাম! কেনেকৈ মই তেওঁক ধৰ্ম্ম সম্পাৰ্কে সুধিম! তেৱেঁই বা কি গুণে মোক ধৰ্ম্মোপদেশ দিব! যিবিলাক অপকৰ্ম্ম কৰিলোঁ, সেইবিলাক কথা মনত পৰিলে গাৰ নোম শিহৰি উঠে। জ্ঞাতি-গোত্ৰ সকলো শেষ কৰিলোঁ। সমস্ত ৰজাকে সমৰত নিঃশেষ কৰিলোঁ। জল-পিণ্ড দিবলৈও কাকো নাৰাখিলোঁ। যিজনে স্বধৰ্ম্মত যুদ্ধ কৰে, তেনেহেন ধৰ্ম্মৰত পিতামহক অন্যায় অধৰ্ম্ম কৰি ছল কৰি বধিলোঁ। এতিয়া কোন মুখে তেওঁৰ আগত মুখ দেখুৱাম! ভাবি ভাবি অস্থিৰ হৈ পৰিছোঁ।

যুধিষ্ঠিৰৰ কথা শুনি দেৱ দয়াময় শ্ৰীকৃষ্ণই মাত

লগালে,—শুনা দাদা ! শোক নকৰিবা। মন স্থিৰ কৰা।
ভগৱন্ত ব্যাসদেৱে যি কৈছে, তাকে কৰা। চোৱা, সাধু-ব্ৰাহ্মণ সকলে আৰু তোমাৰ ভাতৃ চাৰিজনে কেনেকৈ তোমাক সৰ্ব্বদায়ে উপাসনা কৰি আছে। যেনেকৈ গৰমত থাকিব নোৱাৰি মানুহে মেঘক আহ্বান কৰে, আৰু মেঘ আহি শীঘ্ৰে বৰষুণ দি সকলোৰে মনোবাঞ্ছা পূৰ্ণ কৰে, সেইদৰে অৱশিষ্ট থকা সকলো ৰজাই আহি একমাত্ৰ তোমাৰ মুখলৈ চাই আছেহি। এতিয়া তুমিও সকলোৰে মনোবাঞ্ছা পূৰ্ণ কৰা। তোমাৰ দেশৰ সকলো লোক আছেহি, দ্ৰৌপদীয়েও তোমাকে এয়া অপেক্ষা কৰি আছেহি। গতিকে দৃঢ়চিত্তে সকলোৰে মনোৰথ পূৰ্ণ কৰি মহাঋষি ব্যাসদেৱৰ বাক্য ৰক্ষা কৰা।

অৱশেষত শ্ৰীকৃষ্ণ আৰু ব্যাসদেৱৰ কথামতে সৱাৰো প্ৰীতি সাধনাৰ্থে ধৰ্ম্মৰাজ যুধিষ্ঠিৰে শোক-দুখ পৰিহাৰ কৰি মন স্থিৰ কৰিলে আৰু নগৰলৈ যাবৰ বাবে অনুমতি দিলে। লগে লগে ঋষি-মুনি, ৰজা-প্ৰজা সৱেও মহানন্দে নগৰলৈ বুলি যাত্ৰা কৰিলে।

শুনিয়োক সৰ্ব্বজন পুণ্য কথা ভাৰতৰ
শ্ৰৱণতে পাতক পলাই।
পুণ্য সাঞ্চা অভ্যুদয় কৃষ্ণত ভকতি হয়
অন্তে বৈকুণ্ঠত লোৱা ঠাই ॥

তপ্-জপ্-যজ্ঞ দান গঙ্গা আদি তীৰ্থ স্নান
ইহাৰ শ্ৰৱণে সৱে মিলে।
ইটো গৃহবাসচয় এৰি ভজা কৃপাময়
দেখা আয়ু যায় তিলে তিলে॥
ভক্তৰ দায়াত হৰি বৈকুণ্ঠকো পৰিহৰি
ৰাখিয়া ফুৰয় পাছে পাছে।
দীন দায়াশীল দেৱ ভকত বৎসল স্বামী
তাস্ত বিনে কোন দেৱ আছে॥
ভকতৰ দেখি দুখ প্ৰভুৰ নাহিকে সুখ
দেখা যুধিষ্ঠিৰত প্ৰমাণ।
তাহাৰ মনৰ শোক দূৰ কৰাইবাক লাগি
কহিলাহা নানা দিব্য জ্ঞান॥
হেন হৰি নভজিয়া নিশ্চিন্তে আছস কেনে
যমে তৈতে আছে বাট চাই।
যেবে আয়ু যাই নষ্ট যমদূতে আসি কষ্ট
দিবে নৰ্ক ভুঞ্জাইবে সদায়॥



## চাৰ্ব্বাক ৰাক্ষস বধ

হস্তিনা নগৰ পোৱাৰ লগে লগে ধৰ্ম্মৰাজ যুধিষ্ঠিৰৰ লগতে চাৰিজন ভাতৃ আৰু দয়াময় শ্ৰীকৃষ্ণক দৰ্শন কৰিবলৈ নগৰবাসী আনন্দত আত্মহাৰা হৈ তেনেইথন উদুলি-মুদুলি লাগি পৰিল। বহুদিনৰ মূৰত পঞ্চ-পাণ্ডৱৰ লগতে দেৱ শ্ৰীহৰিকো দেখিব, কি যে মহা ভাগ্য! গাৰ তত্ নোহোৱা হ'ল। ঋষি-মুনি, সাধু-সন্ত, ভক্ত-বৈষ্ণৱৰ দল্‌দোপ্ হেন্দোল্-দোপ্ লাগি পৰিল। ৰজা-প্ৰজা কোনো ক'তো নৰ'ল সমস্ত নৰ-নাৰী, আবাল বৃদ্ধ-বণিতা সকলো আহি হস্তিনাপুৰী ভৰি পৰিল। অৱশেষত ধৰ্ম্মৰাজে সবাকে যথা যোগ্য সম্ভাষণ জনালে। সকলোৱে ৰজাক আশীৰ্ব্বাদ দিলে। ঋষি-মুনি, সাধু-সন্ত সবেও ধৰ্ম্ম ৰজাৰ আয়ু, শ্ৰী, যশ বৃদ্ধিৰ বাবে আশীৰ্ব্বাদ দিলে।

ঋষি-মুনিসকলে বেদ-ধ্বনি কৰি কৰি ৰজাৰ গুণ-যশ কীৰ্ত্তন কৰিছে। এনেতে এটা ৰাক্ষস ছদ্মবেশত আহি বিপ্ৰসকলৰ মাজত উপস্থিত হ'ল। মূৰত ময়ুৰৰ পাখি, হাতত ত্ৰিশূল। কথা নাই, বাৰ্ত্তা নাই। কাৰো লগত একো মাতবোল নাই! হঠাৎ ক'ব ধৰিলে,—শুনা কুন্তীসুত! এই ব্ৰাহ্মণজনে মোৰ আগত কৈছে যে তোমাৰ

সমান কুৎসিত ৰজা পৃথিবীতে নাই বোলে। ৰাজ্যৰ লোভত বন্ধু-বান্ধৱ, জ্ঞাতি-গোত্ৰ সকলোকে বধ কৰিলা। গুৰু-জ্ঞাতি বধ কৰিলা, ধিক্ ধিক্ মহাৰাজ! ইমান মহাপাপ কৰ্ম্ম কৰি তুমি এতিয়াও জীয়াই আছা? কিযে নিলাজ! ...

ধৰ্ম্মৰাজ যুধিষ্ঠিৰক এইদৰে নানা প্ৰকাৰ নিন্দা-তিৰস্কাৰ কৰা শুনি, ব্ৰাহ্মণ ঋষি সকলোবিলাক জাণ্ডুৰ খাই উঠিল। সমস্ত বিপ্ৰৰ ভীষণ খং উঠিল। ক্ৰোধত শৰীৰ কম্পমান হ'ল। দুৰ্জ্জনৰ কথাত হৃদয় বিদাৰি গ'ল। অসহ্য ক্ৰোধভৰে গালি পাৰিব ধৰিলে। লাজ পাই যুধিষ্ঠিৰে একো নামাতি তলমূৰ কৰি কিছু সময় মনে মনে থাকিল। তাৰ পিছত বিনয় নম্ৰ স্বৰে ব্ৰাহ্মণ ঋষি-মুনি সবাকো ক'লে,—তোমালোক মোৰ প্ৰতি প্ৰসন্ন হোৱা। মাত্ৰ কেদিনমান হ'ল অন্তৰৰ শোক-তাপ গুচা। তথাপি মোক এইদৰে কিয় ধিক্কাৰ দিয়া।

যুধিষ্ঠিৰৰ কাতৰ মিনতি বাক্য শুনি সমস্ত ব্ৰাহ্মণ-ঋষিসকলে ক'লে,—হে মহাৰাজ ধৰ্ম্ম যুধিষ্ঠিৰ! তোমাৰ শ্ৰী যশ সদাই বৃদ্ধি হওক। আমি সকলোৱে তোমাক আশীৰ্ব্বাদ দিলোঁ। আমি কোনেও তোমাক এনে কুবাক্য বোলা নাই। ক'ৰ মহা পাষণ্ড দুৰ্জ্জন এইটো তোমাৰ ইয়ালৈ আহিল!

এইবুলি ঋষি-মুনিসকলে ধ্যান কৰি দেখে যে এইজন বিপ্ৰ নহয়। চাৰ্ব্বাক ৰাক্ষস। তেতিয়া ৰজাক ক'লে—

হে মহাৰাজ! এইটো বিপ্ৰ নহয়। চাৰ্ব্বাক ৰাক্ষস। দুৰ্য্যোধনৰ লগত ইয়াৰ মিত্ৰতা আছিল। এতিয়া দুৰ্য্যোধনৰ হিত সাধনৰ বাবে ইয়ালৈ আহি তোমাক এইদৰে নিন্দা তিৰস্কাৰ কৰিছে আৰু আমাকো অপমান কৰিছে। হে ধৰ্ম্মৰাজ! তুমি কোনো শঙ্কা নকৰিবা। পাঁচো ভাই নিৰ্ভয়ে পৰম কল্যাণে থাকা।

তাৰ পিছত চাৰ্ব্বাক অসুৰৰ প্ৰতি সমস্ত ঋষি-মুনিৰ ভীষণ ক্ৰোধ উপজিল। যেনেকৈ ইন্দ্ৰৰ বজ্ৰ পৰি বৃক্ষ পুৰি ভস্ম হৈ যায়, ঠিক তেনেকৈ চাৰ্ব্বাক অসুৰৰো ঋষি মুনি, ব্ৰাহ্মণ-সজ্জনৰ ক্ৰোধত নিমিষতে প্ৰাণ গ'ল।

"সন্তৰ কৃপাত সুবাসনা
মিলে দুৰ্ব্বাসনা সন্তৰ মন কোপত"

—নাম-ঘোষা।

ধৰ্ম্মৰাজ যুধিষ্ঠিৰৰ অপাৰ আনন্দ মিলিল। সমস্তকে পাদ্য অৰ্ঘ্য ধন-ৰত্ন, নানাবিধ সম্ভাৰেৰে পূজা-সেৱা কৰিলে। ৰজাৰ সেৱাত সন্তুষ্ট হৈ সমস্ত ঋষি-মুনি, ব্ৰাহ্মণ-সজ্জন, ভক্ত-বৈষ্ণৱে আশীৰ্ব্বাদ দি স্ব-স্ব স্থানলৈ গুচি গ'ল। বন্ধু-বান্ধৱ, ইষ্ট-মিত্ৰ, ৰজা-প্ৰজা সবেও মহা আনন্দ পালে।

চোৱা সমাজিক জন দুৰ্জ্জনৰ ভাব।
দেখাত ব্ৰাহ্মণ কিন্তু কপট স্বভাৱ॥

সাধু-সন্ত বৈষ্ণৱক নিন্দাবাদ কৰি।
অকাৰণে দুৰাচাৰ যায় যমপুৰী॥
ভকতৰ প্ৰাণধন শ্ৰীকৃষ্ণ মুৰাৰি।
সদা ৰক্ষা কৰি ফুৰে সুদৰ্শন ধৰি॥
হেন জানি ভজা সবে শ্ৰীকৃষ্ণৰ পাৱে।
বিপদ বিঘিনি আদি একোৱে নপাৱে॥
সজ্জনৰ ত্ৰাণকৰ্ত্তা দুৰ্জ্জনৰ যম।
বিপদৰ বন্ধু জানা নাহি কৃষ্ণ সম॥
দুৰ্জ্জনৰ কৰ্ম্ম হৈছে নিন্দাবাদ কৰা।
সাধুসবে সিকাৰণে তাক পৰিহৰা॥
কেৱল কৃষ্ণত মাত্ৰ কৰিয়া ভকতি।
কৃষ্ণ কৃষ্ণ বুলি তৰা সংসাৰ দুৰ্গতি॥

—x—

## চাৰ্ব্বাক ৰাক্ষসৰ কাহিনী

ধৰ্ম্মৰাজ যুধিষ্ঠিৰক নানা প্ৰকাৰ প্ৰশংসা কৰি আৰু আশীৰ্ব্বাদ দি মহানন্দে সকলোবিলাক ঘৰাঘৰি গ'ল। কিন্তু শ্ৰীকৃষ্ণৰ মনত অলপ সংশয় উপস্থিত হ'ল। কাৰণ দাদা যুধিষ্ঠিৰ পৰম ধাৰ্ম্মিক আৰু অতিশয় শিষ্ট লোক। ৰাক্ষসৰ

কথাত হয়তো শোক অনুভৱ কৰিবও পাৰে। ইয়াকে ভাবি শোক গুচাবৰ বাবে ৰাজা যুধিষ্ঠিৰক ক'লে,—শুনা দাদা! পৃথিবীত যিমানবিলাক সাধু-সন্ত, ভক্ত-বৈষ্ণৱ, ঋষি-মুনি, ব্ৰাহ্মণ-সজ্জন আছে, তেওঁলোকৰ চৰণত পাদ্য-অৰ্ঘ্য দি সদাই পূজা-অৰ্চ্চনা কৰোঁ। বুজিছা দাদা, এই পৃথিবীত ব্ৰাহ্মণ-সজ্জন, ভক্ত-বৈষ্ণৱেই দেৱতা। তেওঁলোকে ব্ৰহ্ম-ঈশ্বৰক ভালদৰে জানে। তাৰোপৰি শাস্ত্ৰৰ তত্ত্বমৰ্ম্ম নীতি ধৰ্ম্ম আদি জানে। তেওঁলোকৰ অবিদিত একো নাই। অলপ স্তুতি ভক্তিতে তুষ্ট হয়। তেনেহেন ব্ৰাহ্মণ-সজ্জন সকলে এই ৰাক্ষসক বধ কৰিছে। ইয়াৰ পূৰ্ব্বৰ কাহিনী অলপ কওঁ, মন দি শুনা।

পূৰ্ব্বে সত্য যুগত এই চাৰ্ব্বাক ৰাক্ষসে তপ কৰোঁ বুলি বদৰিকাশ্ৰমলৈ যায়। তাতে অনেক বছৰ ধৰি অতি উগ্ৰ ঘোৰতৰ তপ কৰিব ধৰিলে। শেষত সৃষ্টিকৰ্ত্তা ব্ৰহ্মা সন্তুষ্ট হৈ ৰাক্ষসক দেখা দিলে; আৰু ক'লে,—"তোমাৰ তপস্যাত মই সন্তুষ্ট হৈছোঁ। এতিয়া তোমাক কি লাগে কোৱা।"

তেতিয়া চাৰ্ব্বাক ৰাক্ষসে ক'লে,—হে সৃষ্টিকৰ! যদি তুমি মোক বৰ দিম বুলিয়েই আহিছা, তেন্তে শুনা,—"সংসাৰত যিমান প্ৰাণী আছে, কাৰোঁপৰা যেন মোৰ কোনো প্ৰকাৰ ভয় নোপজে।" এই বৰকে মোক দিয়া। আন একো নালাগে।

ব্ৰহ্মাই ক'লে,— "সেয়ে হ'ব। কিন্তু সাধু-বৈষ্ণৱ, ব্ৰাহ্মণ-সজ্জনক কেতিয়াও অপমান নকৰিবা। যেতিয়াই অপমান কৰিবা, তেতিয়াই মৰণ মিলিব বুলি জানিবা।" ইয়াকে কৈ ব্ৰহ্মা তৎক্ষণাৎ অন্তৰ্দ্ধান হ'ল।

তাৰ পাছত কি হ'ল শুনা দাদা। বৰ লাভ কৰি ৰাক্ষসৰ বল দুগুণে বাঢ়িল। দেৱতাসকলক সদাই হিংসা কৰিব ধৰিলে। চাৰ্ব্বাক ৰাক্ষসৰ অত্যাচাৰত থাকিব নোৱাৰি, মহা ভয়ে-ভীতে সমস্ত দেৱতা ব্ৰহ্মাৰ ওচৰলৈ গৈ স্তুতি-নতি কৰি সকাতৰে ক'লে, হে পিতামহ! আমাৰ মহা অথন্তৰ মিলিল। চাৰ্ব্বাক ৰাক্ষসে তোমাৰ পৰা বৰ লাভ কৰি, আমাৰ বিলাই নোহোৰা কৰিলে। তাৰ ভয়ত আমাৰ পেটৰ ভোক, চকুৰ টোপনি নোহোৰা হৈছে। ক'তো শান্তি নোপোৱা হৈছোঁ। তাৰ পৰা কেনেকৈ ৰক্ষা পৰোঁ; সোনকালে কিবা এটা উপাই কৰা পিতামহ! নহ'লে আমি জীয়াই থকাৰ কোনো লাভ নোহোৱা হৈছে। মৰাই ভাল।

দেৱতাসকলৰ দুখ-বেদনাৰ কথা শুনি সৃষ্টিকৰে অভয় দি ক'লে,—"দেৱতাসকল! তোমালোকে ভয় নকৰিবা। বৰ দিওঁতেই মই তাৰ মৰণৰ কথাটোও ঠিক কৰি থৈছোঁ। যেতিয়া পৃথিৱীত দুৰ্য্যোধন ৰজা হ'ব, তেতিয়া এই চাৰ্ব্বাক

ৰাক্ষসে সেই দুৰ্য্যোধনৰ লগত মিত্ৰতা কৰিব। দুৰ্য্যোধন মৰাৰ পিছত, তাৰ হিত সাধনাৰ্থে ব্ৰাহ্মণ-সজ্জনক হিংসা কৰিব। তেতিয়া ব্ৰাহ্মণ-সজ্জনৰ হুকাৰ লাগি এই দুৰ্জ্জন সমূলি ধ্বংস হ'ব। গতিকে ভয় নকৰিবা। মন স্থিৰ কৰি ধৈৰ্য্য ধৰি থাকা।"

ব্ৰহ্মাই এইদৰে দেৱতাসকলক অভয় দিলে। দেৱতা-সকলেও পিতামহৰ কথা শুনি স্ব-স্ব স্থানলৈ গুচি গ'ল। দাদা যুধিষ্ঠিৰ! এইটোৱেই সেই চাৰ্ব্বাক ৰাক্ষস। ব্ৰাহ্মণ-সজ্জনৰ ক্ৰোধাগ্নিত মৰি যমপুৰিলৈ গ'ল। এতেকে হে দাদা! তুমি অলপো শোক-দুখ নকৰিবা। সকলো কথা তোমাক বুজাই কলোঁ। যিমানবিলাক ক্ষত্ৰিয় আছিল, সেই সকলো-বিলাক স্বধৰ্ম্মত থাকি, যুদ্ধ যজ্ঞত স্বৰ্গলোকলৈ গ'ল। এতেকে সিবিলাকৰ বাবে শোক কৰা তোমাৰ উচিত নহয়। যি কৰিব লাগে, তাকে ধৈৰ্য্য সহকাৰে কৰা। শত্ৰুক বধি প্ৰজা পালন কৰা। সাধু-ব্ৰাহ্মণ, ভক্ত-বৈষ্ণৱক সদাই পূজা অৰ্চ্চনা কৰা।

---

## যুধিষ্ঠিৰৰ ৰাজ্য অভিষেক

বৈশম্পায়নে ক'লে—হে মহাৰাজ জন্মেজয় ! তোমাৰ পিতামহ ধৰ্ম্মৰাজ যুধিষ্ঠিৰ যেন দ্বিতীয় পুৰন্দৰহে। বন্ধু-বান্ধৱৰ শোক তাপ দূৰ হ'ল। সকলোৱে নিজৰ হিত কাৰ্য্য চিন্তা কৰিব ধৰিলে। শ্ৰীকৃষ্ণই যুধিষ্ঠিৰক ক'লে,—"হে দাদা ! তোমাৰ অভিষেকৰ সময় হৈছে। আহা, বাহিৰলৈ যাওঁ।" দয়াময় শ্ৰীকৃষ্ণৰ কথামতে যুধিষ্ঠিৰ বাহিৰ হ'ল। বাহিৰত আহি ৰত্নময় সিংহাসনত বহিল। তেওঁৰ সম্মুখতে সাত্যকি সহ শ্ৰীনাৰায়ণ বহিল। ভীম অৰ্জ্জুন নকুল সহদেৱ কুন্তী দ্ৰৌপদী গান্ধাৰী অন্ধৰাজ ধৃতৰাষ্ট্ৰ সঞ্জয় বিদুৰ পাত্ৰ-মন্ত্ৰী, পুৰোহিত আদি সবেও যুধিষ্ঠিৰৰ চাৰিও ফালে স্ব-স্ব আসনত বহি ল'লে। যুধিষ্ঠিৰ ৰজা হব। সবাৰো মনত মহা আনন্দ। অৱশেষত শ্ৰীকৃষ্ণই নিজে বিধিমতে ধৰ্ম্মৰাজ যুধিষ্ঠিৰৰ ৰাজ্যৰ অভিষেক কাৰ্য্য সু-সম্পন্ন কৰিলে।

ভাৰত কাহিনী ইটো শুনা সৰ্ব্বজন।
বৈকুণ্ঠক যাইবাৰ যাহাৰ আছে মন॥
আজি-কালি কৰিয়া আয়ুস বহি যায়।
হৰি নভজিয়া কেনে আছা বাট চাই॥
হৰি বিনে সংসাৰত নাহিকে ত্ৰাৰন্তা।
হৰিসে জানিবা সংসাৰৰ পিতা-মাতা॥

হৰি নভজিয়া যত্ন ভজে অন্য দেৱ।
তাত কৰি অজ্ঞ জন নাহিকয় কেৱ।
হেন জানি কৃষ্ণৰ চৰণে কৰা সাৰ।
আপুনিও তৰা কৰা পুৰুষ উদ্ধাৰ॥

---

## শ্ৰীকৃষ্ণৰ ধ্যান

দয়াময় বাসুদেৱৰ আজ্ঞা অনুসৰি ধৰ্ম্মৰাজ যুধিষ্ঠিৰে ৰাজ্য সংগঠনৰ সমস্ত কৰ্ম্ম সমাপন কৰি, শ্ৰীকৃষ্ণৰ ওচৰলৈ গৈ মৃদু মন্দ সুৰে কৃতাঞ্জলা কৰি ঈষৎ হাস্য বদনেৰে ক'ব ধৰিলে,—"হে দয়াময়! তুমি সৰ্ব্বজ্ঞানময় অচ্যুত অনন্ত। তিনি লোকত তোমাৰ বিক্ৰমৰ উপমা দিবলৈ একো নাই। তোমাৰ প্ৰসাদত এই পৃথিবী লাভ কৰিলোঁ। যশস্যা লাভ কৰিলোঁ। ধৰ্ম্মও উপাৰ্জ্জন কৰিলোঁ। সমগ্ৰ পৃথিবীও অধীন হ'ল।" এইদৰে ধৰ্ম্মৰাজ যুধিষ্ঠিৰে বিনীত ভাবে অনেক প্ৰসংশা কৰি শ্ৰীকৃষ্ণক কৈ আছে। কিন্তু কি আচৰিত! শ্ৰীকৃষ্ণই একো মাত বোল নকৰি, কিবা ধ্যান কৰি আছে। তাকে দেখি অতিশয় বিস্ময়চিত্তে ধৰ্ম্মৰাজে পুনঃ সুধিলে,— হে দেৱ দয়াময়! করুণাসিন্ধু! অতিশয় আচৰিত কথা।

তুমি অন্তৰ্য্যামী, তোমাৰ বিক্ৰমৰ সীমা নাই। প্ৰধান পুৰুষ তুমি। তোমাৰ অসংখ্য মহিমা। সমস্ত লোকৰ তুমিয়েই আত্মা। এনেস্থলত সাধাৰণ মানুহৰ দৰে কিনো ধ্যান কৰি আছা? কি কাৰণে তুমি এইদৰে ধ্যানমগ্ন হৈ থাকিবলগীয়া হ'লা? চিন্তা কৰিও মই একো উৱাদিহ পোৱা নাই। মোৰ সংশয় হৈছে। হে নাৰায়ণ! মোৰ মনৰ এই সংশয় আতৰাই দিয়া স্বামী। তোমাৰ আদি অন্ত নাই। তুমিয়েই অনন্ত, ব্ৰহ্ম নিৰাকাৰ। তোমাৰ দ্বাৰাই বাৰে বাৰে সৃষ্টি স্থিতি লয়-প্ৰলয় হৈ থাকে। হে দেৱ কৃপাময়! মই এই শৰণাগতক নিৰাশ নকৰিবা। যদি তোমাৰ সেৱক হওঁ, তেন্তে সেৱকৰ সংশয় গুচোৱাতো উচিত।

ধৰ্ম্মৰাজ যুধিষ্ঠিৰৰ কথা শুনি চক্ৰপাণি শ্ৰীকৃষ্ণই মিচিকিয়া হাঁহি বিৰিঙাই ক'ব ধৰিলে,—হে নৃপবৰ! কি কাৰণে মই মৌন হৈ আছোঁ, কওঁ শুনা। মহা, শ্ৰেষ্ঠ গঙ্গাসুত ভীষ্মই শৰ শয্যাত পৰি, দেহৰ সমস্ত কষ্ট এৰি, হৃদয় পদ্মত একান্তচিত্তে মোক চিন্তা কৰি আছে। সেই বাবে ৰাজ্যৰ ফালে নাচায়, ভীষ্মৰ হৃদয়ত দেখা দি আছোঁ। সেয়ে তোমাৰ কথালৈও মই মন দিয়া নাই। এয়া তোমাক মোৰ আচল কথা ক'লোঁ। বুজিছা দাদা! ভীষ্মৰ নিচিনা অদ্ভুত বীৰ আন কোনো নাই। যাৰ ধনুৰ

টঙ্কাৰ অতিশয় ভয়ঙ্কৰ, দেৱৰাজ ইন্দ্ৰয়ো শুনি ভয়ে-ভীতে কম্পমান হয়। যিজনে অকল শৰে গৈ অসংখ্য ৰজা-মহাৰজাৰ লগত মহাঘোৰ সমৰ কৰি, সবাকো পৰাস্ত কৰি, তিনিজনী কন্যা হৰণ কৰি আনিছিল। পৰশুৰামে যাৰ সমৰত তিষ্ঠিব নোৱাৰি পৰাভৱ হৈছিল, তেনে বীৰ পুৰুষ জগতত দ্বিতীয় আন কোনো নাই। যিজনে ইন্দ্ৰিয় দমন কৰি, মনকো নিয়ম কৰি, একমাত্ৰ মোকহে সদাই হৃদয়ত চিন্তি থাকে এনেহেন শুদ্ধ সন্তান স্বয়ং গঙ্গাদেৱীয়ে গৰ্ভত ধাৰণ কৰিলে। সমস্ত দিব্য অস্ত্ৰ জানে। বুদ্ধিত অতি সুজান। চাৰিও বেদত পাৰ্গত। জ্ঞানীসকলৰ ভিতৰত প্ৰধান। যিজনে স্বয়ং পৰশুৰামক গুৰু লাভ কৰিছে। যাৰ সমকক্ষ শিষ্য তেওঁৰ আন কোনো নাছিল। সকলো বিদ্যাৰ আধাৰ স্বৰূপ সেই গঙ্গাসুতে একমাত্ৰ মোকহে জানে। সেয়ে মই তেওঁৰ হৃদয়তে আছোঁ। কৰ্ম্ম অনুসৰি যদিও স্বৰ্গলৈ যায়, তথাপি চন্দ্ৰহীন ৰাতি যেনেকৈ আন্ধাৰ হৈ থাকে, তেনেকৈ ভীষ্মৰ অবিহনেও পৃথিৱী তেনেকুৱা হ’ব।

শুনা সমাজিক লোক নিৰন্তৰ
ভজিয়ো কৃষ্ণ-চৰণে।
কৃষ্ণ সম বন্ধু নাহি আন দেৱ
ভাবিয়া চাহিয়ো মনে॥

ভকত বৎসল দৈৱকী তনয়
স্মৰণে সন্তুষ্ট হয়।
দেখা পাণ্ডুগণ ৰাজাৰ তনয়
ঐশ্বৰ্য্য সৱে আছয় ॥
তথাপিতো হৰি হৃদয়ত ধৰি
ক্ষণেক চিন্তন কৰে।
তাহাতে সন্তোষ হুয়া হৃষীকেশ
ভৃত্য যেন সদা ফুৰে ॥
দেখাহা ভীষ্মৰ হৃদয়ত সদা
থাকে প্ৰভু দয়াময়।
হেন ঈশ্বৰৰ চৰণ নিচিন্তি
আছা কেনে প্ৰাণীচয় ॥
দেহা অশ্বাশ্বত নাহিকে সঙ্গাত
নকৰা আত বিশ্বাস।
কেতিক্ষণে যায় তাৰ থিতি নাই
কেনে কৰা তাত আশ ॥
পৰলোক ধন কৃষ্ণৰেসে নাম
জ্ঞানা আক নিষ্ঠ কৰি।
চিত্ত দৃঢ় কৰা আপুনি নিস্তৰা
সত্বৰে ঘোষিও হৰি ॥

## ভীষ্মৰ ওচৰলৈ যুধিষ্ঠিৰ আৰু শ্ৰীকৃষ্ণ যোৱাৰ কথা

পুনঃ শ্ৰীমাধৱে ধৰ্ম্মৰাজ যুধিষ্ঠিৰক ক'লে,—শুনা দাদা! ভীষ্মৰ ওচৰলৈ তুমি যোৱা। লগত ময়ো যাওঁ। তাতে গৈ তোমাৰ মনৰ সকলো অভিপ্ৰায় সুধি-পুছি জানি-বুজি লোৱা। চাৰিও বেদৰ মত কি; চাৰি বেদী ব্ৰাহ্মণৰ লক্ষণ কেনেকুৱা; চাৰি বিধ আশ্ৰমৰ অভিপ্ৰায় কি; ৰাজধৰ্ম্ম কাক বোলে; ইত্যাদি সকলো কথা তেওঁৰ পৰা জানি লোৱা। কুৰুবংশৰ মহা প্ৰাজ্ঞ ভীষ্মই যদিহে দেহ এৰে, তেন্তে এই সমস্ত জ্ঞান লুপ্তপ্ৰায় হ'ব। সেইবাবে হে দাদা! সোনকালে তেওঁৰ ওচৰলৈ ব'লা আৰু সকলো কথা জানি বুজি লোৱা।

দয়াময় শ্ৰীকৃষ্ণৰ যুক্তিপূৰ্ণ কথা শুনি যুধিষ্ঠিৰে ধীৰে ধীৰে ক'লে--হে দয়াময়! ভীষ্মৰ প্ৰভাৱ সম্পৰ্কে যিবিলাক কথা ক'লা, সেই কথা ইতিপূৰ্ব্বে মই সাধু-মহন্ত সকলৰ মুখত শুনিছোঁ। সমস্ত লোকৰ কৰ্ত্তা একমাত্ৰ তুমিহে। তুমি যিবিলাক কথা কৈছা, তাত মোৰ তিলাৰ্দ্ধও সংশয় নাই। হে অৰি নিসূদন! তোমাক আগত লৈ মই নিশ্চয় ভীষ্মৰ ওচৰলৈ যাম। হে নাৰায়ণ! পিতামহে উত্তৰায়ণতহে দেহ ত্যাগ কৰিব। তুমি সমস্তৰে আদি, দেৱতাৰো দেৱতা, তুমিয়ে

অক্ষৰ, সদানন্দ, ব্ৰহ্মময়, নিৰ্ব্বিকাৰ। তোমাক দেখা পালে পিতামহৰ নিশ্চয় মহালাভ হ'ব। এতেকে হে পদ্মনাভ দেৱ দয়াময়! সোনকালে যাবহে লাগে।

যুধিষ্ঠিৰৰ কথা শুনি দেৱ অচ্যুত শ্ৰীকৃষ্ণই সাত্যকিৰ ফালে চাই ক'লে,—যোৱা সাত্যকি! দাৰুকক কোৱাগৈ মোৰ ৰথখন এইমাত্ৰ আনিব লাগে।

কথামতে কাম। সাত্যকিয়ে মুহূৰ্ত্তৰ ভিতৰতে দাৰুকক ক'লে—আৰু লগে লগে দাৰুকেও ৰথ আনি হাজিৰ কৰিলে। কিযে চমৎকাৰ চিত্ৰ-বিচিত্ৰ ৰথ। নানা ৰত্ন অলঙ্কাৰে সুশোভিত সুমণ্ডিত ৰথ। তাতে গৰুড়ৰ ধ্বজ। সব্য, সুগ্ৰীৱ, মেঘপুষ্প আৰু বলাহক নামে চাৰিটা ঘোঁৰা। মনতকৈও বেগৱন্ত এই ঘোঁৰা চাৰিটা। মন যিমানে বেগৱন্ত নহওঁক, তাকো পিছ পেলাই, আগলৈ গুচি যাব। সাৰথি দাৰুকে এনে ৰথকে কৃতাঞ্জলি কৰি শ্ৰীকৃষ্ণৰ ওচৰত যোগালেহি।

জন্মেজয়ে সুধিলে,—হে মুনি মহাশয়! পিতামহ শৰ শয্যাত পৰি আছে। কি যোগ কৰি তেওঁ দেহ ত্যাগ কৰিলে? কৃপা কৰি কোৱা মুনিবৰ!

বৈশম্পায়নে ক'লে,—হে নৰপতি জন্মেজয়! কওঁ শুনা। যেতিয়া উত্তৰায়ণ হ'ল, তেতিয়া নিজৰ মন, আত্মাত স্থিৰ কৰি ৰাখিলে। সূৰ্য্যক যেনেকৈ অসংখ্য ৰশ্মিয়ে নেদেখা

কৰি ৰাখে, ঠিক তেনেকৈ ভীষ্মৰ শৰীৰকো শৰে নেদেখা কৰি ৰাখিছে। চাৰিও কাষে সাধু-ব্ৰাহ্মণসকলে আগুৰি আছে। তেওঁলোকৰ ভিতৰত কিছুমানৰ নাম কওঁ শুনা,— বেদবেত্তা ব্যাস, দেৱমুনি নাৰদ, বাৎস্য, অথৰ্ব, সুমন্ত, পুলস্তি, জৈমিনী, শাণ্ডিল্য, দেৱল, মৈত্ৰেয়, অসিত, বশিষ্ঠ, কৌশিক, মহামুনি হাৰীত, লোমশ, আত্ৰেয়, শুক্ৰ, বৃহস্পতি গুৰু, সনতকুমাৰ, বাল্মীকি, কপিল, পৰশুৰাম, তুম্বুৰ, তৃণবিন্দু, পিপ্পলাদ, বাহ্লীক, চকুৰ, সম্বৰ্ত্ত, পুলহ, ক্ৰতু, দক্ষ, পৰাশৰ, বামদেৱ, মহামতি ভৃগু, অঙ্গিৰা, গৌতম, কাশ্যপ, বিভাণ্ড, গালৱ, ধৌম্য, মাণ্ডব্য, ধৌম্ৰ, কৃষ্ণ, মাৰ্কণ্ডেয়, উলুক, ভাস্কৰি, কৃষ্ণা, পুৰণ, সুত,—এওঁলোকৰ প্ৰত্যেকেই মহা তপস্বী, মহা ধৰ্ম্মৱন্ত। এওঁলোকৰ বাহিৰেও আৰু অসংখ্য ঋষি-মুনিয়ে ভীষ্মৰ চৌপাশে আবৰি আছে। যেনেকৈ অসংখ্য নক্ষত্ৰই চন্দ্ৰমাক বেঢ়ি থাকে, তেনেকৈ ভীষ্মও তেওঁলোকৰ মাজত জ্বলি আছে।

———

## ভীষ্মৰ কৃষ্ণ-স্তুতি

শৰ শয্যাত দেহৰো আসক্তি এৰি একান্ত মনে শ্ৰীকৃষ্ণক হৃদয়ত ধাৰণ কৰি ভীষ্মদেৱে স্তুতি কৰিব ধৰিলে,— হে জগতৰ পতি, পদ্মনাভ যোগেশ্বৰ, হে বিষ্ণু দেৱ নাৰায়ণ, হে পুৰুষশ্ৰেষ্ঠ পুণ্ডৰীকাক্ষ, মই অধমৰ প্ৰতি সুপ্ৰসন্ন হোৱা, তোমাৰ পদুমফুলৰ নিচিনা শুদ্ধ পৱিত্ৰ চৰণ দুখানি সদাই চিন্তা কৰি আছোঁ। হে পৰমব্ৰহ্ম, নিত্য, নিৰ্ব্বিকাৰ, নিৰঞ্জন, যি চৰণত দেৱতা, ঋষি-মুনিসকলৰো জ্ঞান নোপজে, সেই পদকমলত মই কায়-বাক্য-মনে-চিত্তে ঐকান্তিকতাৰে শৰণ পশিলোঁ। হে নাৰায়ণ! মই অধমক তোমাৰ সেই পদকমলত বান্ধি ৰাখা! তোমাৰ বিমুখ হোৱাৰ আশঙ্কাত দৃঢ়চিত্তে তোমাৰ চৰণত একান্তে শৰণ পশিলোঁ। হে দয়াময়! দয়া কৰা! তুমি জগতৰ পিতা-মাতা-ধাতা। তুমিয়েই অব্যয় এক ব্ৰহ্ম সনাতন। হে নাৰায়ণ! তোমাৰ অণু এক কৃপা লাভ কৰি, দেৱঋষি, সাধু-সন্ত, ভক্ত-বৈষ্ণৱসকলে তোমাক ঈশ্বৰ বুলি জানি, তোমাৰ চৰণত শৰণ পশে। দেৱতা-ৰাক্ষস, যক্ষ-ৰক্ষ গন্ধৰ্ব্বসকলে সদাই দম্ভ-দৰ্প মদমলে গৰ্ব্ব-অহঙ্কাৰ কৰি তোমাক নাজানে, তোমাৰ আদি-অন্ত কোনেও নাজানে। এনেহেন দয়াময়

শ্ৰীভগৱন্ত! তোমাত মই একান্তে শৰণ পশিলোঁ। এই বিশ্ব ব্ৰহ্মাণ্ডত যিমানবিলাক প্ৰাণী আছে, সমস্তই তোমাত উৎপত্তি আৰু অন্ততো তোমাতেই লীন হয়। সূতাৰে মণি গঁথাৰদৰে সমস্ত বিশ্ব-ব্ৰহ্মাণ্ড তুমিয়েই গাঁথি ৰাখিছা। বেদবেত্তা ঋষি-মুনিসকলে কয়,—তোমাৰ সহস্ৰ সহস্ৰ বাহু, সহস্ৰ সহস্ৰ চক্ষু, সহস্ৰ সহস্ৰ শিৰ আৰু সহস্ৰ সহস্ৰ চৰণ। এনেছেন নাৰায়ণ প্ৰভু জগতৰ আশ্ৰয়। হে হৰি! তুমি গৃহ অন্ধকাৰতো প্ৰকাশি থাকা। তোমাক জানিলে সকলোৱেই মৃত্যুৰ হাত সাৰিব পাৰে। সেইবাবে হে দীনবন্ধু! তোমাৰ চৰণত মই বাৰে বাৰে নমস্কাৰ কৰোঁ। গুণ কৰ্ম্ম অনুসৰি চাৰি বৰ্ণ তোমাৰ পৰাই সৃষ্টি হৈছে। তোমাৰ মুখপদ্ম হ'ল অগ্নি, মস্তক হ'ল স্বৰ্গ, শূন্য আকাশ হ'ল তোমাৰ নাভি, আদিত্য তোমাৰ চক্ষু, দিশ হ'ল কৰ্ণ আৰু পৃথিবী তোমাৰ চৰণ দুখানি। হে প্ৰভু জগন্নাথ! মই অল্পমতিয়ে এনে কাল আত্মাৰূপ তোমাৰ চৰণত শৰণ পশিলোঁ। তুমি কালৰো কাল মহাকাল, তুমি সমস্ত যজ্ঞৰ প্ৰধান যজ্ঞ, ব্ৰহ্মাদিৰো শ্ৰেষ্ঠ, তুমি বিশ্বৰ কাৰণ। হে দেৱ যদুপতি! তুমি অনাদি আৰু সমস্তৰে নিধন। হে বিশ্বৰ আত্মা শ্ৰীকৃষ্ণ দেৱ দয়াময়। তোমাক শত-সহস্ৰ অযুতে-নিযুতে নমস্কাৰ কৰোঁ। হে নাৰায়ণ! তুমিয়েই

সমস্তৰে অন্ন-জল, ৰস-প্ৰাণ ঈশ্বৰস্বৰূপ প্ৰভু। সমস্ত প্ৰাণীকে ধৰি আছা। হে বিশ্ব আত্মা শ্ৰীহৰি কৃষ্ণ দয়াময়! তোমাত মই কায়-বাক্য-মনে একান্তে শৰণ ল'লোঁ। জঠৰাগ্নিৰূপে তুমিয়েই চাৰিবিধ অন্ন সদাই ভোজন কৰি থাকা। হে বীৰ্য্যৱন্ত মহাহৰি শ্ৰীকৃষ্ণ! অনন্ত স্বৰূপে তুমিয়েই সমস্ত জগতকে ধৰি আছা। তোমাৰ চৰণত কোটি অসংখ্যাত প্ৰণাম। সৃষ্টিৰ ৰক্ষাৰ নিমিত্তে মোহ জৰী লৈ সমস্তকে তুমিয়েই ভৰ্‌পূৰ্‌ কৰি বান্ধি ৰাখিছা। হে প্ৰভু দয়াময়! মোহ আত্মা জানি, কায়-বাক্য-মনে তোমাৰ চৰণত শৰণ পশিলোঁ। সৰ্ব্বক্ষণে তুমি ত্ৰিশূল ধৰি থাকা। হে ভস্ম বিভূষিত ত্ৰিলোচন ত্ৰিপুৰাৰি! তোমাৰ মস্তক অৰ্দ্ধচন্দ্ৰই দীপ্তি কৰি আছে। নাগকে নৰ-গুণ কৰি ল'লা। পিনাক ধনু, তাকো হাতত লৈ আছা। হে উগ্ৰ আত্মাৰূপ শ্ৰীকৃষ্ণ দয়াময়! হে দেৱহৰি! তোমাক অলেখ প্ৰণাম।

ভীষ্মৰ স্তুতিত দেৱ দয়াময় শ্ৰীকৃষ্ণ সন্তুষ্ট হৈ অন্তৰ্য্যামী ৰূপে হৃদয়তে দেখা দিলে। লগতে ত্ৰৈলোক্য দৰ্শন জ্ঞানো দি দিলে।

দেখা সমাজিক জন ভকতৰ প্ৰাণ ধন
ভকতিতে তুষ্ট অতিশয়।

সমস্তকে পৰিহৰি অন্তৰ্য্যামীৰূপে হৰি
দেখা দিয়ে নিজে দয়াময় ॥
ভকত বৎসল হৰি ভকতক কৃপা কৰি
মনোৰথ কৰয় পূৰণ।
হেন জানি সৰ্ব্বজনে ভজা সদা সৰ্ব্বক্ষণে
দুখহাৰী কৃষ্ণৰ চৰণ।

---

## পাণ্ডৱসকলৰ লগত শ্ৰীকৃষ্ণৰ কুৰুক্ষেত্ৰলৈ যাত্ৰা আৰু পৰশুৰামৰ বিৱৰণ কথন

সাত্যকিয়ে কোৱাৰ লগে লগে দাৰুকে ৰথ আনি শ্ৰীকৃষ্ণৰ ওচৰত ৰাখিলেহি। পলম নকৰি শ্ৰীকৃষ্ণ, সাত্যকি, যুধিষ্ঠিৰ আৰু অৰ্জ্জুন সেই ৰথত উঠিল। ভীম, নকুল আৰু সহদেৱ আন এখন ৰথত বহিল। কৃপ, যুযুৎসু আৰু সঞ্জয়,—এওঁলোকেও এখন ৰথত উঠিল। সৈন্য-সামন্তেৰে মহা বেগে গৈ সকলোৱেই কুৰুক্ষেত্ৰ পালেগৈ। তাত দেখে যে মৃতকৰ চুলি, হাড়, মূৰ, কবচ, শঙ্খ আদি দ'ম বান্ধি থুপখাই ঠায়ে ঠায়ে পৰি আছে; আৰু দগ্ধ চিতাবিলাক পৰ্ব্বতাকাৰ হৈ ঠায়ে ঠায়ে পৰি আছে। শিয়াল

কুকুৰ, কাউৰী-শগুন আদিয়ে মহানন্দে বিচৰণ কৰিছে। যি ঠাইত ক্ষত্ৰিয়সকলে যুদ্ধ কৰি প্ৰাণ এৰে, সেই ঠাইৰ নিচিনা পুণ্যভূমি আন কতো নাই। তাৰ পিছত পাঁচটা হ্ৰদ দেখা পাই যুধিষ্ঠিৰে সুধিলে,—হে মাধব! এই হ্ৰদ পাঁচটাৰ বিষয়ে জানিবলৈ মোৰ ইচ্ছা হৈছে। দয়া কৰি কোৱা।

শ্ৰীকৃষ্ণদেৱে ক'লে—শুনা দাদা ধৰ্ম্মৰাজ! পূৰ্ব্বত পৰশুৰামে একৈশবাৰ পৃথিবী প্ৰদক্ষিণ কৰি, যিমানবিলাক ক্ষত্ৰিয় আছিল, সেই সকলোকে কাটি মাৰিলে। সেই ক্ষত্ৰিয়ৰ তেজেৰে এই বিতোপন হ্ৰদৰ সৃষ্টি হ'ল। ইয়াতেই তেওঁ পিতৃসকলৰ বাবে তৰ্পণ কৰিলে। তাৰ পিছত তেওঁ সেই কৰ্ম্ম এৰি বৰ্ত্তমান তপ ধৰ্ম্ম আচৰণ কৰি আছে।

যুধিষ্ঠিৰে ক'লে,—হে প্ৰভু কৃপাময়! তোমাৰ কথা শুনি মোৰ মনত সংশয় উপস্থিত হ'ল। তিনি সাতবাৰ পৃথিবী প্ৰদক্ষিণ কৰি যদি সমস্ত ক্ষত্ৰিয়কে কাটি মাৰি নিক্ষত্ৰিয় কৰিছিল, তেন্তে এতিয়াও দেখোঁন ক্ষত্ৰিয় আছে কিয়? হে প্ৰভু! মোৰ মনৰ সংশয় গুচাই দিয়া! পৰশুৰামে নিক্ষত্ৰিয় কৰাৰ কাৰণ কি?

দয়াময় শ্ৰীকৃষ্ণই ক'লে—হে ধৰ্ম্মৰাজ! পৰশুৰামৰ সমস্ত প্ৰভাৱৰ কথা, ঋষি-মুনিসকলৰ মুখত মই যিদৰে শুনিছোঁ, সেইদৰে তোমাক কওঁ, মন দি শুনা,—পূৰ্ব্বত

যদু নামে এজন ৰজা আছিল। তেওঁৰ পুতেকৰ নাম অজ। অজৰ পুতেকৰ নাম বালক। বালকৰ পুতেকৰ নাম কুশিক। কুশিক মহা ধৰ্ম্মৱন্ত ৰজা আছিল। তেওঁ ইন্দ্ৰৰ নিচিনা এটি পুত্ৰ পাবলৈ উগ্ৰ তপ কৰিলে। তপস্যাত তুষ্ট হৈ স্বয়ং ইন্দ্ৰ আহি কুশিকৰ পুত্ৰ হ'ল। নাম গাধি। গাধি মহা পৰাক্ৰমী, বীৰ্য্যৱন্ত ৰজা হ'ল। সত্যৱতী নামে তেওঁৰ এজনী কন্যা জন্ম পালে। ঋষি ঋচীকক মাতি আনি বিধিমতে সত্যৱতীক বিয়া দিলে। ঋচীকে সত্যৱতীক লগত লৈ নিজ স্থানলৈ গুচি গ'ল। শহুৰেকৰ পুত্ৰ নাই বাবে "ঋষি ঋচীকে পুত্ৰৰ নিমিত্তে যজ্ঞ আৰম্ভ কৰি দুটা চৰু পাক কৰিলে। তাৰ পিছত সত্যৱতীক মাতি আনি ক'লে—এই চৰুটো তুমি ভোজন কৰিবা আৰু এইটো চৰু তোমাৰ মাতৃক ভুঞ্জিব দিবা। তোমাৰ মাতৃৰ গৰ্ভত এটি পুত্ৰ সন্তান হ'ব। সেই পুত্ৰ ক্ষত্ৰিয় কুলত জগত বিখ্যাত, অতিশয় দীপ্তিমন্ত আৰু মহা ধনুৰ্দ্ধৰ হ'ব। তেওঁ ক্ষত্ৰিয়-সকলক শেষ কৰিব। হে কল্যাণী! তোমাৰ পুত্ৰ কেনেকুৱা হ'ব কওঁ শুনা,—মহা বীৰ্য্যৱন্ত, অতি শান্তশীল, শুদ্ধমতি আৰু সদাই তপস্যাত ৰত হ'ব।

ইয়াকে কৈ ঋষি বনলৈ গুচি গ'ল। এনেতে সত্যৱতীৰ পিতৃ-মাতৃ দুয়োজন, ঋষিৰ আশ্ৰম পালেহি।

পিতৃ-মাতৃ দুয়োকো দেখি সত্যৱতীৰ পৰম আনন্দ মিলিল। দুয়োকে সেৱা-শুশ্ৰূষা কৰি উঠি, ঋষিয়ে দি যোৱা চৰু দুটা মাকৰ ওচৰলৈ আনি ক'লে,—হে আই! এই চৰুটো তুমি খোৱা আৰু এইটো স্বামীয়ে মোক খাবলৈ দিছে। মই পিছত খাম। তুমি আগেয়ে খোৱা। স্বামীয়ে কৈছে এই চৰু ভুঞ্জিলে, আমাৰ দুয়োৰে অতি মহামানী পুত্ৰ হ'ব।

জীয়েক সত্যৱতীৰ কথা শুনি ৰাণীয়ে ভাবি চিন্তি পৰম হৰষিত মনে জীয়েকৰ চৰুটো ভুঞ্জিলে। সত্যৱতীয়ে ভুল কৰি মাকলৈ দিয়া চৰুটো ভুঞ্জিলে। তাৰ পাছত ৰাণীসহ গাধি নৃপতি নিজ ঘৰলৈ গ'ল। কিছুদিনৰ মূৰত সত্যবতীৰ গৰ্ভৰ লক্ষণ দেখা দিলে। গৰ্ভ দেখিলেই ভয় লগা হ'ল, অতিকে বৃহৎ। ঋষিয়ে ক'লে,—বুজিছা সত্যৱতী! তুমি ভাল কাম নকৰিলা। মই এই গৰ্ভ দেখিয়েই অনুমান কৰিছোঁ, তুমি ক্ষত্ৰিয়ৰ চৰু ভোজন কৰিলা আৰু তোমাৰ মাতৃয়ে ব্ৰাহ্মণৰ চৰু ভুঞ্জিলে। তুমি ভুল কৰিলা। এতিয়া তোমাৰ পুত্ৰ কেনেকুৱা হ'ব জানা,—দুৰ্জ্জয় ক্ষত্ৰিয়, মহাউগ্ৰ, ক্ৰূৰ কৰ্ম্মা, মহাক্ৰোধী হ'ব নিশ্চয়। তোমাৰ মাতৃৰ গৰ্ভত যিটি সন্তান জন্ম হ'ব, সিটি ব্ৰাহ্মণৰ লক্ষণ দেখা যাব। তপ ধৰ্ম্মত ৰত হ'ব। মহাঘোৰ কষ্ট সহিব পাৰিব। সকলো ব্ৰাহ্মণৰ ভিতৰত শ্ৰেষ্ঠতম

হ'ব। মহা বিপৰ্য্যয় মিলিল। কাৰণ তোমাৰ গৰ্ভত ক্ষত্ৰিয় আৰু তোমাৰ মাতৃৰ গৰ্ভত ব্ৰাহ্মণৰ জন্ম হ'ব।

স্বামীৰ কথা শুনি সত্যৱতীয়ে মহা ভয়ে-ভীতে স্বামীৰ চৰণত দীঘল হৈ পৰি প্ৰণাম জনাই মিনতি বচনেৰে ক'লে,—হে প্ৰভূ! তেনেকৈ কিয় কয়?

ভাৰ্য্যাৰ কথা শুনি ঋষিয়ে ক'লে—হে প্ৰিয়া! তোমাক মই বুজাই কওঁ শুনা। উগ্ৰকৰ্ম্মা পুত্ৰ মই বাঞ্ছা কৰা নাই। মোক তুমি তেনেকৈ কিঞ্চিতো অপমান নকৰিবা। চৰু ব্যতিক্ৰম হোৱাৰ বাবেহে পুত্ৰও ব্যতিক্ৰম হ'ব।

সত্যৱতীয়ে ক'লে,—হে স্বামী! যদি স্বৰ্গ কামনা কৰা তেন্তে এনে স্বভাৱৰ সন্তান হ'লে কি হ'ব। গতিকে শান্ত শিষ্ট সাধু পুত্ৰ মোক দিয়া।

ঋষিয়ে ক'লে,—নাই নহব। অগ্নিক সাক্ষী কৰি দুটা চৰু কৰিলোঁ। তাতে যিমান আছে মানে বেদমন্ত্ৰও জপিলোঁ। তুমি ব্যতিক্ৰম কৰি চৰু ভোজন কৰিলা। গতিকে পুনৰ ওলট-পালট কৰিবলৈ মোৰ সাধ্য নাই। পূৰ্ব্বৰ কথা মই বুজাই ক'লোঁ। আৰু এটা কথা কওঁ শুনা, তপস্যাৰ বলত মই আগতেই জানিব পাৰিছোঁ যে তোমাৰ পিতৃকুল নিশ্চয় ব্ৰহ্মময় হ'ব। এই কথা তুমি সত্য বুলি জানিবা।

এনে নিৰাশ বাণী স্বামীৰ মুখত শুনি সত্যৱতীয়ে কাতৰ প্ৰাৰ্থনা কৰি ক'ব ধৰিলে,—"হে দ্বিজৰাজ! মই সকাতৰে কাকুতি কৰিছোঁ, তোমাৰ কথা ৰওঁক, এটা কাম কৰা। আমাৰ যি নাতি হ'ব, তেওঁ দুৰ্জ্জয় ক্ষত্ৰিয় হওঁক। কিন্তু মোৰ পুত্ৰ-গুটি অতিশয় শুভ হওঁক। তপধৰ্ম্মত সদাই ৰতি আৰু ব্ৰহ্মময় হওঁক। ভাৰ্য্যাৰ কথাত সন্তুষ্ট হৈ ঋষিয়ে—"সেয়ে সত্য হওঁক" বুলি ক'লে।

বাসুদেৱ শ্ৰীকৃষ্ণই ক'লে,— শুনা দাদা ধৰ্ম্মৰাজ! সময়ত সত্যৱতীয়ে এটি পুত্ৰ জন্ম দিলে। নাম জমদগ্নি। জমদগ্নি তপধৰ্ম্মত ৰত হ'ল। সিফালে গাধিৰো এটি পুত্ৰ হ'ল। নাম বিশ্বামিত্ৰ। বিশ্বামিত্ৰ যদিও ক্ষত্ৰিয়ৰ ঘৰত জন্ম ল'লে; তথাপি ব্ৰাহ্মণৰ সমস্ত লক্ষণ পৰিপূৰ্ণ। তপস্যাৰ বলত ব্ৰাহ্মণত্ব প্ৰাপ্ত হ'ল। ব্ৰহ্মাণ্ডত বিশ্বামিত্ৰ ক্ষত্ৰিয় গুচি পৰিপূৰ্ণ ব্ৰহ্মগুণ সম্পন্ন ব্ৰাহ্মণ বুলি পৰিগণিত হ'ল। ঋচীকৰ পুত্ৰ জমদগ্নি তপোধন। তেওঁ পৰশুৰাম নামে এজন অতিশয় দাৰুণ, সৰ্ব্ববিদ্যাত পাৰ্গত পুত্ৰ জন্ম দিলে। পৰশুৰাম, ধনুৰ্ব্বেদ, সমস্ত অস্ত্ৰ-শস্ত্ৰত সুনিপুণ আৰু অগ্নিৰ নিচিনা অতিকে দীপ্তিমন্ত হ'ল। তেওঁই ক্ষত্ৰিয়ক কাটি নিঃক্ষত্ৰিয় কৰিলে। এদিন পৰশুৰাম গন্ধমাৰ্দ্দনলৈ গৈ দুঃসহ তপস্যা কৰিব ধৰিলে। কঠোৰ তপস্যাত সদাশিৱ তুষ্ট

হৈ বৃষভ বাহনত আহি দেখা দিলে আৰু তেওঁৰ পৰা মনোমত বৰো ল'লে। তেতিয়াই মহাদেৱৰ পৰা কুঠাৰখন লাভ কৰে। সেই কুঠাৰখন জ্বলন্ত অগনি সম, দেখিবলৈ কি যে চমৎকাৰ! কি যে তীক্ষ্ণতৰ ধাৰ! তাৰ পাছত কি হ'ল কওঁ শুনা দাদা। কথা অতিশয় অদ্ভুত। হৈহেয় বংশত কাৰ্ত্তবীৰ্য্য নামে এজন ৰজা আছিল। তেওঁৰ পুত্ৰ অৰ্জ্জুন, দত্তাত্ৰেয় ঋষিৰ আশ্ৰমলৈ গৈ অনেক স্তুতি-নতি কৰাত ঋষি সন্তুষ্ট হৈ অৰ্জ্জুনক ইষ্ট বৰ দিলে। সেই মতে—অৰ্জ্জুনৰ এহেজাৰ হাত হ'ল; আৰু লগতে সপ্তদ্বীপা পৃথিবীৰ অধিপতি হ'বও দিলে।

দত্তাত্ৰেয় ঋষিৰ পৰা মনৰ অভিলাষিত বৰ পাই মহানন্দে সহস্ৰ বাহুৰে নানা অস্ত্ৰ-শস্ত্ৰ ধৰি সপ্তদ্বীপা বসুমতী অকলশৰে জিনি ল'লে। তাৰ ভয়ত দেৱতাসকলেও আজ্ঞাধীন হৈ চলিব ধৰিলে। সহস্ৰাৰ্জ্জুনৰ বিনা হুকুমত একো কাম কৰিব নোৱাৰা হ'ল। এদিনাখনৰ কথা। ভোকাতুৰ হৈ অগ্নিদেৱতাই ৰজাৰ ওচৰত গৈ ক'লে,—হে মহাৰাজ! ভোকে-পিয়াহে মই বৰ আতুৰত পৰিছোঁ। দয়া কৰি দহিবৰ বাবে অলপ স্থান দিয়া।

অগ্নিদেৱতাৰ কথা শুনি সহস্ৰাৰ্জ্জুনে অলপ ভাবি-চিন্তি চাই ক'লে,—"ঠিক আছে। গাওঁ-ভূঁই, নগৰ-চহৰ,

হাথি-জঙ্গল, পৰ্ব্বত পাহাৰ একালৰ পৰা দহন কৰা।"
এইবুলি অগ্নিবাণ প্ৰহাৰ কৰিলে। অগ্নিয়ে একালৰ পৰা
সকলো দহি নিব ধৰিলে। তাতে অগ্নিৰ সখিয়েক বায়ুও
আহি লগ লৈ বশিষ্ঠৰ তপোবন আশ্ৰমো দহিলে। তাকে
দেখি বশিষ্ঠ ক্ৰোধত জ্বলি উঠিল আৰু অৰ্জ্জুনৰ হাজাৰখন
হাত পৰশুৰামে কাটিব বুলি অভিশাপ দিলে।

দয়াময় শ্ৰীকৃষ্ণই যুধিষ্ঠিৰক ক'লে,—শুনা দাদা ধৰ্ম্মৰাজ!
অৱশেষত সহস্ৰাৰ্জ্জুনৰ বহু পুত্ৰ হ'ল। সকলোবিলাক
মহা বলৱন্ত বীৰ্য্যৱন্ত হ'ল। দম্ভ অহঙ্কাৰে কাকো গণ্য
নকৰা হ'ল। বনে বনে সদাই মৃগয়া কৰি ঘূৰি ফুৰে।
এদিনাখন দৈবাৎ জমদগ্নি ঋষিৰ আশ্ৰম পালেগৈ। তাত
এহাল গাই-দামুৰি দেখা পাই, অৰ্জ্জুনে ডকাদি আনিলে।
তাকে দেখি পৰশুৰামে মহাঘোৰ যুদ্ধ কৰি অৰ্জ্জুনৰ সমস্ত
এহাজাৰ হাত কাটি পেলালে। এখনো বাকী নাৰাখিলে।
এনে কথাত ক্ৰোধান্বিত হৈ অৰ্জ্জুনৰ পুত্ৰ সবেও পৰশুৰামৰ
বাপেক জমদগ্নি ঋষিৰো মুৰ কাটি পেলালে। সেই সময়ত
পৰশুৰাম যজ্ঞৰ খৰি আনিবলৈ গৈছিল। আশ্ৰমত নাছিল।
পৰশুৰামে খৰি লুৰি থাকোঁতেই জানিলে যে অৰ্জ্জুনৰ
পুত্ৰসবে তেওঁৰ পিতৃৰ শিৰ কাটি পেলালে। ক্ৰোধত
জ্বলন্ত অগ্নিসম হৈ 'নিক্ষত্ৰিয় কৰিম' বুলি অঙ্গীকাৰ কৰিলে।

লগে লগে মহাক্ৰোধে হাতত কুঠাৰ লৈ হৈহেয় বংশত উপস্থিত হ'ল আৰু অৰ্জ্জুনৰ পুত্ৰ নাতি, বংশ-পৰিয়াল যিমান আছিল, সকলোকে কুঠাৰেৰে কাটি যমপুৰীলৈ পঠালে। তাৰোপৰি বিচাৰি বিচাৰি পৃথিবীৰ সমস্ত ক্ষত্ৰিয়কে কাটি নিঃশেষ কৰিলে। সমগ্ৰ পৃথিবী ক্ষত্ৰিয়ৰ তেজেৰে ৰোকা হৈ গ'ল। অৱশ্যে দয়া কৰি দুই এটা অৱশেষ এৰি তপস্যা কৰিবলৈ অৰণ্যত সোমাল। এহাজাৰ বছৰ ঘোৰতৰ তপস্যা কৰিলে। এদিনাখন বিশ্বামিত্ৰৰ নাতি পৰাবসুই পৰশুৰামক ক'লে,—তুমি মিছাতে অঙ্গীকাৰ কৰিছিলা। তোমাৰ অঙ্গীকাৰ বিফল হ'ল। কাৰণ এতিয়াও প্ৰাতৰ্দ্দন আদি অনেক ক্ষত্ৰিয়ই এই পৃথিবীত টিঘিলঘিলাই আছে। বুজিলোঁ তোমাৰ বলৰ প্ৰমাণ। যেহেতু ক্ষত্ৰিয়ৰ ভয়ত পৰ্ব্বতত তপস্যাৰ ছল কৰি লুকাই আছা।

পৰাবসুৰ মুখত এনে নিন্দা বাণী শুনি পৰশুৰাম জ্বলন্ত অগ্নিৰদৰে ক্ৰোধত জ্বলি উঠিল আৰু হাতত কুঠাৰ লৈ যিমান ক্ষত্ৰিয় আছিল সবাকো সংহাৰ কৰিলে। আনকি ক্ষত্ৰিয়ৰ তিৰোতাৰ পেটৰ পোৱালীও নেৰিলে। এইদৰে তিনি সাত বাৰ পৃথিবী পৰিভ্ৰমণ কৰি ক্ষত্ৰিয়ক কাটি নিক্ষত্ৰিয় কৰিলে। ক্ষত্ৰিয়ৰ পুলি-পোখা এটিও নাৰাখিলে।

× × ×

## পৰশুৰামৰ অশ্বমেধ যজ্ঞ

প্ৰাণী হত্যা পাপ মোচনৰ বাবে কাশ্যপ ঋষিক মাতি আনি জমদগ্নিসুত পৰশুৰামে অশ্বমেধ যজ্ঞ কৰিলে। কাশ্যপেও মনে মনে অৱশেষ ক্ষত্ৰিয়ৰ ৰক্ষাৰ নিমিত্তে পূৰ্ণাহুতি দিলে। যজ্ঞৰ পিছত পৰশুৰামে সপ্তদ্বীপা পৃথিবী কাশ্যপক উৎসৰ্গা কৰি দান দিলে। সপ্তদ্বীপা পৃথিবী লাভ কৰি কাশ্যপে ক'লে,—"শুনা পৰশুৰাম! মোৰ আধিপত্যত তুমি থকাতো উচিত নহয়; গতিকে কিবা এটা কৰা।"

কাশ্যপৰ কথা শুনি পৰশুৰামে সাগৰক ধ্যান কৰিলে। সাগৰে পৰশুৰামৰ কথা বুজি পাই, সাগৰৰ মাজতে সুৰ্পাৰক নামে এখন দেশৰ সৃষ্টি কৰিলে। পৰশুৰাম সেই সুৰ্পাৰক দেশলৈ গুচি গ'ল। তাৰ পিছত কাশ্যপে সমস্ত সপ্তদ্বীপ আক্ৰমণ কৰিলৈ, ব্ৰাহ্মণবিলাকক স্থানে স্থানে সংস্থাপন কৰি ঘোৰ তপোবনলৈ গুচি গ'ল। হে দাদা ধৰ্ম্মৰাজ! ইয়াৰ পিছত কি হ'ল কওঁ শুনা,—বৈশ্য, শূদ্ৰ আদিৰ লোকে লুকাই চোৰ কৰি বিপ্ৰভাৰ্য্যাৰ লগত সহবাস কৰিব ধৰিলে। সমগ্ৰ পৃথিবী অৰাজক হৈ পৰিল। বলৱন্ত সকলে নিৰ্ব্বলীক পীড়া কৰিব ধৰিলে। অধৰ্ম্মৰ প্ৰভাৱত পৃথিবী বিকল হৈ ৰসাতললৈ যাব লগা হ'ল। পৃথিবীৰ এনে শোক দুখ দেখি কাশ্যপ ঋষিয়ে উৰু পাতি ধৰিলে।

ইয়াকে উৰ্ম্মি বুলি সকলোৱে কয়। পৃথিবীয়ে সকাহ পাই কাশ্যপক ক'লে—হে ঋষিৰাজ। য'ত য'ত ক্ষত্ৰিয় আছে, সেইসকলক আনি ৰজা পাতি মোক ৰক্ষাৰ ব্যৱস্থা কৰা। ক'ত ক'ত আছে মই কওঁ শুনা,—হৈহেয় বংশত এজন ক্ষত্ৰিয়ই তিৰোতাৰ বেশত লুকাই আছে। পুৰুষ বান্ধৱ বিদুৰথৰ পুত্ৰ ঋক্ষ পৰ্ব্বতত লুকাই আছে। তেওঁক অসংখ্য ভালুকে আবৰি ৰাখিছে। পৰাশৰ ঋষিয়ে দয়া কৰি এজনক ৰাখি আছে। তেওঁ শূদ্ৰভাৱে ঋষিৰ পৰিচৰ্য্যা কৰি আছে। সকলো কাৰ্য্যতে পাৰ্গত। বুজিছা ঋষিৰাজ! তেৰেঁা মোক ৰক্ষা কৰিব পাৰে। গোপতি নামে সিন্ধি ৰজাৰ পুত্ৰ অতিকে শুদ্ধমতি আৰু সৰ্ব্বগুণে গুণাকৰ। গাইৰ গাখীৰ খাই বনত আছে। তেৰেঁা মোক ৰক্ষা কৰিব পাৰে। প্ৰাতৰ্দ্দনৰ পুত্ৰ বৎসলে গৰুৰ গোৱালৰ লগত গাখীৰ খাই জীৱন ধাৰণ কৰি আছে। তেৰেঁা মোক ৰক্ষা কৰিব পাৰে। দধিবাহনৰ পুত্ৰ দিবিৰথ। দিবিৰথৰ পুত্ৰ অঙ্গক গঙ্গাদেৱীয়ে লুকাই ৰাখিছে। পৰম মহন্ত বৃহদ্ৰথ গৃধ্ৰকূট পৰ্ব্বতত লুকাই আছে। গোলাঙ্গুল বান্দৰে অতি যত্ন সহকাৰে ৰাখিছে। মহা ভয়ে-ভীতে কোনোমতে ৰক্ষা পৰি আছে। মৰুত বংশত যিজন আছে, তেওঁকো সমুদ্ৰই ৰক্ষা কৰি আছে। হে মুনিৰাজ! আৰু

শুনিছোঁ। যে বহুতে, কমাৰ, সোণাৰি আদিৰ কাম কৰি কোনো ৰকম জীৱন ধৰি আছে। তেওঁলোকৰ পিতৃ-পিতামহ সকলে মোৰ বাবে যুদ্ধ কৰি প্ৰাণ এৰিছে। হে মুনি মহাশয়! প্ৰত্যেকৰে পৰিচয় দিলোঁ। সেই সকলক আনি ৰজা পাতি দিয়া। তেতিয়াহে মই ৰক্ষা পাম।

দয়াময় শ্ৰীকৃষ্ণই ক'লে,—শুনা দাদা মহামতি! এইদৰে যেতিয়া পৃথিবীয়ে কাশ্যপ ঋষিক ক'লে, তেতিয়া কাশ্যপে যোগবলে সমস্তকে আনি স্থানে স্থানে ৰজা পাতি দিলে। সেইবিলাকৰ পুত্ৰ নাতিকেই তুমি এয়া দেখিছা। হে দাদা! পূৰ্ব্বৰ বৃত্তান্ত তুমি যি জানিব খুজিছিলা, মতি অনুসৰি তোমাক ক'লোঁ।

বৈশম্পায়নে ক'লে,—হে ৰজা জন্মেজয়! ভীষ্মৰ ওচৰলৈ যোৱাৰ পথত দয়াময় শ্ৰীকৃষ্ণ আৰু যুধিষ্ঠিৰে এইদৰে মহানন্দে কথা পাতি যায়।

শুনা পুণ্য কথা সমস্তৰে য'ত প্ৰাণী।
ব্যাসৰ অৰথ ইটো পবিত্ৰ কাহিনী॥
লোকক কৃপায়ে হৰি ব্যাস ৰূপ ধৰি।
শাস্ত্ৰচয় নিৰ্ম্মিলেক ভাগ ভাগ কৰি॥
জ্ঞান কৰ্ম্ম ভক্তি আৰো প্ৰবৃত্তি নিবৃত্তি।
বেদৰ ৰহস্য নিৰখিলা যত নীতি॥

আদি অন্তে মধ্যে শাস্ত্রে হৰিকেসে কয় ।
হৰি সম অন্য দেৱ নাহিকে নিশ্চয় ॥
নলাগে কৰিতে তপ জপ যজ্ঞ কষ্ট ।
শ্ৰৱণ কীৰ্ত্তনে কৃষ্ণ হোৱয় সন্তুষ্ট ॥
পুত্ৰ ভাৰ্য্যা ধন-জন দেখা নিৰন্তৰে ।
সকলো থাকিবে যমে নিবে একেশ্বৰে ॥
হেন জানি সকলোতে হুয়োক নিৰাশ ।
কৃষ্ণৰ চৰণ কৰা সুদৃঢ় বিশ্বাস ॥
কৃষ্ণেসে পৰম দেৱ কৃষ্ণে মোক্ষ কাম ।
কায়-বাক্য মনে ডাকি বোলা ৰাম ৰাম ॥

———

## শ্ৰীকৃষ্ণ পাণ্ডৱসকলৰ লগত ভীষ্মৰ ওচৰত উপস্থিত

বৈশম্পায়নে ক'লে—হে মহাৰাজ জন্মেজয় । শ্ৰীকৃষ্ণৰ মুখে পৰশুৰামৰ বিক্ৰমৰ কথা শুনি মহামানী যুধিষ্ঠিৰে অতিশয় বিস্ময় মানি ক'ব ধৰিলে,—“হে শ্ৰীগোবিন্দ ! পৰশুৰাম ক্ৰোধত যমহে যেনিবা, প্ৰতাপত জ্বলন্ত হুতাশন আৰু পৰাক্ৰমত ইন্দ্ৰৰ নিচিনা । মহাঘোৰ সমৰত সমস্ত ক্ষত্ৰিয়কে কাটি মাৰি নিক্ষত্ৰিয় ধৰণী কৰিলে । যি কেইটা

বাকী আছিল, সিহঁতো দশোদিশে পলাই গ'ল। অৱশ্যে পৰশুৰামে কিবা ভাবি গুণি সিহঁতক নামাৰিলে। কোনোজনক সাগৰে কোনোজনক গঙ্গাদেৱীয়ে, কোনোজনক গোৱাল-বিলাকে ৰাখিলে। এইদৰে যিসকল অ'ত ত'ত অৱশেষ ক্ষত্রিয় আছিল, সেই সমস্তকে কাশ্যপে যোগবলে আনি স্থানে স্থানে ৰজা পাতি থ'লে।

এইদৰে কথামাতে দয়াময় শ্ৰীকৃষ্ণই যুধিষ্ঠিৰৰ লগত গৈ থাকোঁতেই দূৰৰ পৰাই শৰৰ শয্যাত শুই থকা গঙ্গাসুত ভীষ্মক দেখা পালে। ভীষ্মৰ প্ৰতাপ ৰশ্মি টুটি গৈ অস্তাগত সূৰ্য্যৰদৰে হৈছে। চাৰিওফালে ঋষি-মুনিসকলে আৱৰি আছে। যেন দেৱতাসকলৰ মাজত পুৰন্দৰহে। মোঘৱতী নামে নদীখন কাষেৰে ধীৰে ধাৰে বৈ গৈছে। দূৰৰ পৰা দেখিয়েই শ্ৰীকৃষ্ণ দয়াময় ৰথৰ পৰা নামিল। যুধিষ্ঠিৰো। তাকে দেখি যদু সৈন্য সহ যুধিষ্ঠিৰৰ চাৰি ভায়েকে নামি সবেও মহা সঙ্কোচিত মনেৰে লাহে লাহে গৈ প্ৰথমে ঋষিসকলৰ ওচৰ পালেগৈ। শ্ৰীগোবিন্দ, সাত্যকি, ধৰ্ম্মৰাজ যুধিষ্ঠিৰ সমন্বিতে সবেও ঋষিসকলক প্ৰণাম জনালে। তাৰ পিছত ঋষি-মুনি সকলোবিলাক একেলগে গৈ গাঙ্গেয়ক প্ৰণাম জনাই চাৰিও ফালে আগুৰি ৰহিল। দেৱ দয়াময় শ্ৰীকৃষ্ণই ভীষ্মৰ অৱস্থা দেখি অতিশয় দুখেৰে ক'লে,—হে গঙ্গাসুত!

তোমাক অলপ কথা সোধোঁ, ক্ষোভাচোন ! তোমাৰ অৱস্থা দেখি অত্যন্ত ব্যথিত হৈছোঁ। সৰ্ব্বগাৰে শৰৰ ঘা। দেখিলেই গা মন শিহৰি উঠে। পূৰ্ব্বৰ সেই বুদ্ধি বল এতিয়া আছে নে ? মনৰ দুখতকৈ শৰীৰৰ দুখ অধিকে অসহ্য। এনে বেদনা দুখ সহ্য কৰিছা কিমতে ? যিজনে আত্মা আৰু দেহ পৃথক কৰি দেখে, তেনে জনেও শৰীৰৰ বেদনা দুখ সহ্য কৰিব নোৱাৰে। শ্ৰেষ্ঠ কুৰুকুল বংশত তোমাৰ সমান কোনো এজনো নাই। সংসাৰত তোমাৰ সমান জ্ঞানৱন্ত আন কোনো নাই। তিনিও কালৰ কথা তুমি ভালদৰে জানা। দেৱতাসবৰো সৃষ্টি লয় সকলো কথা ক'বলৈ তুমি সমৰ্থ। এই কথা মই ভালদৰে জানো। জ্ঞানীসকলৰ ভিতৰত তুমি সবাতোকৈ প্ৰধান আৰু সমস্ত ধৰ্ম্মৰ ভাণ্ডাৰো তুমিয়ে। যেতিয়া সমস্ত ৰাজ্য ৰাজত্ব কৰিছিলা, তেতিয়া অপাৰ সুখ-ভোগ ভুঞ্জিলা। হাজাৰ হাজাৰ সুন্দৰী নাৰীয়ে নিতৌ পৰিচৰ্য্যা কৰি থাকে। তথাপি তোমাৰ মন কিঞ্চিৎমানো নটলে। হে শান্তনুনন্দন ! নানা শাস্ত্ৰ, সমস্ত ধনুৰ্ব্বেদ তুমি ভালদৰে জানা। জ্ঞানহাতে সৰ্ব্বভূতহিতেৰত, অহিংসা, শান্ত, মহাধীৰ তোমাৰ সমান কোনো নাই। দেৱতা, গন্ধৰ্ব্ব, অসুৰ, ৰাক্ষস, যক্ষ যিমান বিলাক আছে, সেই সমস্তকে একেখন ৰথেৰেই হেলাৰঙে

জিনিছা। বিপ্ৰসবে কোৱা শুনিছোঁ,—বসুসকলৰ মাজত তুমি বাসৱৰ সমান গুণৱন্ত। মানুহৰ ভিতৰতো তোমাক ইন্দ্ৰৰ নিচিনা দেখোঁ। তোমাৰ সমান কাকো দেখা নাই। এতিয়া তোমাৰ ওচৰত মোৰ এটি নিবেদন,—তোমাৰ নাতি যুধিষ্ঠিৰৰ জ্ঞাতিৰ শোক-তাপে সৰ্ব্বাঙ্গ শৰীৰ সদাই দহি পুৰি মাৰিছে। ৰজাৰ এই শোকানল তুমি গুচাই দিয়া। ৰজাৰ মন স্বস্থ হওক। চাৰিও জাতিৰ ধৰ্ম্ম কৰ্ম্ম আৰু চাৰিয়ো আশ্ৰমৰ কথা তুমি ভালদৰে জানা। বেদৰ সমস্ত তত্ত্ব, যিবিলাক শিষ্টসকলে আচৰণ কৰে, সেই সমস্তই তুমি জানা। প্ৰবৃত্তি-নিবৃত্তি এই উভয় মাৰ্গৰ তত্ত্ব কথা, ইতিহাস পুৰাণ সমস্ত তুমি জানা। যিমানবিলাক ধৰ্ম্ম শাস্ত্ৰ আছে, সকলোৰে তত্ত্ব তুমি ভালদৰে জানা। এই সমস্তকে তুমি ব্যাখ্যান কৰা। লোকৰ মনত যিমান সংশয় আছে, তাকো তুমি ছেদিব পাৰা। এতেকে ৰাজাৰ মনৰ সকলো সংশয় গুচাই দিয়া। মই চাই থাকোঁ।

বৈশম্পায়নে ক'লে,— হে পৰীক্ষিতসুত মহাৰাজ জন্মেজয়! দয়াময় শ্ৰীকৃষ্ণৰ কথা শুনি শান্তনুনন্দন ভীষ্মই লাহেকৈ মুৰটো তুলি কৃতাঞ্জলি কৰি স্তুতি কৰিব ধৰিলে।

———

## ভীষ্মৰ শ্ৰীকৃষ্ণ স্তুতি

নমো নমো ভগৱন্ত মহিমা অনন্ত।
চৰাচৰ লোক স্ৰজি আছা যত যত ॥
লোক সকলৰ কৰ্ত্তা সংহাৰাহা তুমি।
কায়-বাক্য মনেসে শৰণ লৈলোঁ আমি ।
স্ৰজিছা ব্ৰহ্মাণ্ড তুমি জানো সকলৰ ।
তোমাতেসে জন্ম হোৱে প্ৰাণী নিৰন্তৰ ॥
তযু পাদ পদ্মত কৰোঁহো নমস্কাৰ।
প্ৰণামোহো নাৰায়ণ ত্ৰৈলোক্য ঈশ্বৰ ॥
তুমি যোগেশ্বৰ যোগীগণৰ আশ্ৰিত।
লোকৰ আশ্ৰয় তুমি নমো চৰণত ।
জ্ঞানী মধ্যে বৰ ভক্ত বুলিছাহা মোক।
মই অজ্ঞমতি নজানোহো তোমাসাক ॥
শিৰ ঢাকি আছা অৰ্দ্ধ পদেৰে মহীক।
দশোদিশে ভুজ দুই তোমাৰে ভৈলেক ॥
ৰবিত উভয় নেত্ৰ বীৰ্য্যে পুৰন্দৰ।
পীত বস্ত্ৰে প্ৰকাশিত শ্যাম কলেৱৰ ॥
সজল মেঘত যেন প্ৰকাশে বিজুলী।
মকৰ কুণ্ডল কৰ্ণে কৰে জিলিমিলি ॥

মই দেখা দামোদৰ মৃতক আকাৰ।
দিয়া ইষ্ট গতি মোক প্ৰভু ইকালৰ॥

দয়াময় শ্ৰীকৃষ্ণই ক'লে,—হে শান্তনুনন্দন! তোমাৰ নিচিনা ভক্ত মোৰ আন কোন আছে? সেইবাবেই তোমাক মোৰ এই শঙ্কট ৰূপ দেখুৱালোঁ। যিজন অভকত, তেনে লোকে মোক নাজানে, নিচিনে। তপ জপ যজ্ঞ দানেৰে তুমি মোক যজি আছা, সেইবাবেই মই তোমাক দেখা দিলোঁ। আৰু শুনা কুৰুবীৰ! তোমাৰ জীৱন আৰু ছাপ্পন্ন দিনহে বাকী আছে। তোমাৰ নিজ শুভ কৰ্ম্মৰ ফলস্বৰূপে স্ব-ইচ্ছাই প্ৰাণ এৰি স্ব-স্থান পাবাগৈ। উদিত সূৰ্য্যক যেনেকৈ দেৱতাসকলে বিমানত আহি সদাই উপাসা কৰি থাকে, সেইদৰে তোমাক অষ্ট বসুগণে অন্তৰ্দ্ধান হৈ সৰ্ব্বক্ষণে বেঢ়ি আছে। যেতিয়া সূৰ্য্যই উত্তৰ অয়নত গতি কৰিব, তেতিয়াহে তুমি প্ৰাণ এৰিবা। যি জ্ঞানীলোকে উত্তৰায়ণত প্ৰাণ এৰে, তেওঁৰ পুনৰাগমন কেতিয়াও নহয়। তুমি সেই পদকে পাবা। মোৰ কথাত অলপো সংশয় নকৰিবা। যিহেতু তুমি সেই লোকলৈ যাবাই, তোমাৰ লগতে সমস্ত জ্ঞানো যাব। সেই বাবেই সকলোৱে সেই জ্ঞান-ধৰ্ম্মৰ কথা জানিবলৈ তোমাৰ ওচৰলৈ আহিছে। জ্ঞাতি শোকত ধৰ্ম্মৰাজ যুধিষ্ঠিৰ অতিকৈ বিহ্বল হৈ পৰিছে। গতিকে ধৰ্ম্ম অৰ্থ আদিৰ কথা ভালদৰে তেওঁক বুজাই দিয়া।

বৈশম্পায়নে ক'লে,—শুনা ৰজা জন্মেজয়। দয়াৰসাগৰ শ্ৰীকৃষ্ণৰ অমৃত-মধুৰ কথা শুনি ভীষ্মই লাহে লাহে,—

কৃতাঞ্জলি কৰি বাক্য বুলিলা মিনতি।
কৃষ্ণ লোকনাথ শিৱ অগতিৰ গতি॥
তোমাৰ চৰণে মোৰ আনন্দিত মন।
তুমি বাক্য পতি যে অচ্যুত নাৰায়ণ॥
তোমাৰ চৰণে মোৰ হৌক সদ্‌গতি।
নেদেখো উপায় প্ৰভু তুমি বিনে গতি॥
তোমাৰ আগত মই কি কহিবো আৰ।
তয়ু উদৰত আছে ইটো চৰাচৰ॥
আৰো নিবেদন কৰোঁ শুনা নাৰায়ণ।
শৰ ঘাৱে বিকল হুই আছে মোৰ মন॥
সকল শৰীৰ মোৰ বিষে জৰ্জ্জৰিত।
বুদ্ধি থিৰ কৰিবে নপাৰো কদাচিত॥
আগে শৰীৰৰ কান্তি আছিলেক যেনে।
চাহিয়োক কৃষ্ণ মোক আৰে ভৈলো কেনে॥
বিষানল সম শৰে মোহোৰ গাৱত।
বেদনা কৰয় সৱে বল ভৈলা হত॥
বিষৰ জালত কতো শ্ৰুতিয়ো হেৰাই।
প্ৰাণ মৰি যায় যেন মৰ্ম্মে পীড়া পাই॥

আজুৰিলে মুখহন্তে নাসে মোৰ বাণী।
কেনমতে জ্ঞানক কহিবো চক্ৰপাণি॥
মোহোত প্ৰসন্ন হুয়ো দেৱ যদুপতি।
মৃতক আকাৰ মই হুয়াছো সম্প্ৰতি॥
নপাৰো কহিবে মুখে নোলায় বচন।
হেন জানি ক্ষমা কৰিয়োক নাৰায়ণ॥
কিবা আকাশত আছো কিবা পৃথিবীত।
দিশক নাজানো মোৰ গাৱে নাহি তত্ব॥
তোমাক দেখিয়া কিছু লভিছোঁ চেতন।
যেনে তেনে অল্প কৰি বুলিছোঁ বচন॥
ৰাজাৰ আগত হিত কথা কহা তুমি।
তুমি বিদ্যমানে কেনে কহিবোহো আমি॥
আৱেসে তোমাৰ আগে তুমি জনাৰ্দ্দন।
কহিবো দৃষ্টান্ত লৈয়ো ইহাৰ প্ৰমাণ॥
শিষ্যগণে আসি যেন গুৰুৰ আগত।
ধৰ্ম্ম কহিবাক লাগি নোহয় উচিত॥
জানা দামোদৰ আমি তোমাৰ আগত।
ধৰ্ম্ম শাস্ত্ৰ কহিবাক নুহিকে শকত॥

ভীষ্মৰ কাতৰ প্ৰাৰ্থনা শুনি দেৱ দয়াময় শ্ৰীকৃষ্ণই মাত লগালে,— শুনা গঙ্গাসুত। তুমি যি কথা কৈছা,

সকলো সত্য আৰু উচিত কথাকে কৈছা। তোমাৰ শৰীৰৰ বেদনা আৰু গাত চেতন নাই বুলি যে ক'লা, সেই বিষয়ে কওঁ শুনা,—হে কুৰুবংশধৰ! তোমাৰ প্ৰতি মই সুপ্ৰসন্ন হৈছোঁ। তোমাৰ অভিমত বৰ দিওঁ লোৱা। গ্লানি, মূৰ্চ্ছা, শৰীৰৰ সমস্ত বেদনা সমস্তই দূৰ হওক। শৰীৰত ক্ষুধা তৃষ্ণাও নালাগক। তোমাৰ মুখেৰে কেৱল জ্ঞানৰ কথাহে প্ৰকাশ হৈ থাকক। চিত্ত-বুদ্ধি মন সদাই ধৰ্ম্মৰত হওক। আৰু শুনা কুৰুবৃদ্ধ! সৰ্ব্বক্ষণে তোমাৰ দিব্যচক্ষু হওক। সকলো প্ৰাণীতে মই থাকোঁ। তুমি মোক সমস্ত প্ৰাণীতে দেখা পাবা। যেনেকৈ মাছমৰীয়া মানুহে পানীতো মাছ দেখা পায় তেনেকৈ তুমিও সমস্ত লোকত সমস্ত প্ৰাণীতে মোক দেখা পাবা।

বৈশম্পায়নে ক'লে,—শুনা নৰপতি দয়াময় শ্ৰীকৃষ্ণই কথাখিনি কোৱাৰ লগে লগে মহামুনি ব্যাসদেৱকে আদি কৰি সমস্ত ঋষি-মুনিয়ে বেদবাক্যেৰে শ্ৰীকৃষ্ণক অৰ্চ্চনা কৰিব ধৰিলে। দেৱতাসকলেও আকাশত থাকি পুষ্প বৰষিব ধৰিলে। বিদ্যাধৰ সৱে তেনেই আকাশ চানি ধৰি বিবিধ বাদ্য বজাব ধৰিলে। গন্ধৰ্ব্ব সৱেও অতি উচ্চৈস্বৰে নানা ছন্দে গীত গাব ধৰিলে। অপেস্বৰা সবে গীতৰ ছন্দে ছন্দে নানা ভাৱে নাচিব ধৰিলে। দশোদিশে "জয় কৃষ্ণ জয়

কৃষ্ণ” বোল উঠলি উঠিল। সুগন্ধি শীতল বায়ু দশোদিশে চানি ধৰিলে। দশোদিশ পৰম নিৰ্ম্মল হৈ গ'ল। মৃগ-পক্ষীবিলাকে আনন্দত আৰাও কৰিব ধৰিলে।

এনেতে সূৰ্য্য অস্ত যাওঁ যাওঁ হৈছে। তাকে দেখি দেৱ হৃষীকেশ শ্ৰীকৃষ্ণ আৰু যুধিষ্ঠিৰে ভীষ্ম, ব্যাসদেৱ আদি সমস্ত ঋষি-মুনিকে প্ৰণাম জনাই পিচদিনা পুৱা আহিম বুলি কৈ বিদায় মাগিলে।

---

## শ্ৰীকৃষ্ণই জ্ঞান-ধৰ্ম্ম কথা ক'বলৈ ভীষ্মক অনুমতি প্ৰদান

শ্ৰীকৃষ্ণ, পাণ্ডৱসকল আৰু সৈন্য-সামন্ত সকলোবিলাক ৰাতিটো ঋক্ষৱন্ত পৰ্ব্বতত কটাই পিচদিনা পুৱাতে ভীষ্মৰ ওচৰ পালেহি। দেখে যে ব্যাস-নাৰদ আদি সিদ্ধ ঋষি-মুনি সৱে ভীষ্মক আগুৰি বহি আছে। যেনেকৈ দেৱতাসকলে ব্ৰহ্মাক উপাসি থাকে। পৃথিৱীত সূৰ্য্য পৰি থকাৰ দৰে ভীষ্মও শৰৰ শয্যাত পৰি আছে। এনেতে দেৱৰ্ষি নাৰদে যুধিষ্ঠিৰৰ কাণে চাই মাত লগালে,—মই এটা কথা কওঁ,

সকলোৱে মন দি শুনিবা। তোমালোকে কিয় মনে মনে বহি আছা। কালৈ বাট চাই আছা। পলম কৰি লাভ নাই। সূৰ্য্য অস্ত যোৱাৰ দৰে ভীষ্মৰো জীৱন বন্তি নুমাবৰ হ'ল। যি সুধিব আহিছা, পলম নকৰি সোনকালে সুধি পুচি লোৱা।

নাৰদৰ কথা শুনি পাণ্ডৱৰ পাঁচো ভায়ে ইটোৱে সিটোৱে মুখৰ ফালে চোৱা-চুই কৰি যুধিষ্ঠিৰে মাত লগালে,— "হে নাৰায়ণ! তোমাৰ ব্যতিৰেকে ভীষ্মক কোনে কি কথা সুধিব? ধৰ্ম্মাধৰ্ম্ম সম্পৰ্কে তুমিয়ে তেওঁক সোধা। তুমি বিনে আমাৰ অন্য গতি নাই।

যুধিষ্ঠিৰৰ কথা শুনি দেৱ চক্ৰপাণি শ্ৰীকৃষ্ণই লাহে লাহে ভীষ্মক মাত লগালে,—হে কুৰুবৃদ্ধ গাঙ্গেয়! আজিৰ ৰাতিটো ভালে ভালে গ'ল নে? মন বুদ্ধি শৰীৰ আজি কেনে আছে? তোমাৰ অৱস্থা দেখি মনে নসহে।

ভীষ্মই ক'লে,—হে প্ৰভু দামোদৰ! শুনা। তোমাৰ প্ৰসাদত বৰ্ত্তমান মই সম্পূৰ্ণ সুস্থ। দুখ মোহ গ্লানি পীড়া আদি সকলো দূৰ হৈ গ'ল। তোমাৰ কৃপালেশ পাই, সমস্ত জ্ঞান হৃদিগত হ'ল। বেদশাস্ত্ৰই যিটো নিৰূপণ কৰিছে তাকো ভালদৰে জানিছোঁ। দেশ জাতি কুলৰ সমস্ত লক্ষণ, লোক সমাজত প্ৰবৃত্তি-নিবৃত্তিৰ যিবিলাক

কথা ব্যক্ত হৈ আছে, সেই সমস্ত কথা তোমাৰ প্ৰসাদত মই সমস্ত জানিব পাৰিছোঁ। চাৰিবিধ আশ্ৰমৰ ধৰ্ম্ম, ৰজাসকলৰ যিমানবিলাক ধৰ্ম্ম আছে তাকো তোমাৰ চৰণৰ অনুগ্ৰহ পাই সমস্ত বিদিত হৈছোঁ। তোমাৰ বৰ দান পাই মোৰ মনৰ সকলো সংশয় দূৰ হ'ল। সমস্ত লোকৰ ধৰ্ম্মাধৰ্ম্ম জ্ঞান যিমান আছে, তোমাৰ প্ৰসাদত সেই সমস্তই মই এতিয়া ক'ব পৰা হৈছোঁ। হে দয়াময়! সকলো কথা ক'বলৈ একমাত্ৰ তুমিহে সমৰ্থ। তথাপি মোক মিছাতে কিয় সেই ভাৰ দিছা? তুমি বিদ্যমানে মোক ক'বলৈ কিয় কৈছা?

ভীষ্মৰ কথা শুনি আনন্দস্বৰূপ দয়াময় শ্ৰীকৃষ্ণই হাঁহি হাঁহি ক'ব ধৰিলে,—হে গঙ্গাসুত! শুনা,—ধৰ্ম্মাধৰ্ম্ম সমস্ত বেদৰ অভিপ্ৰায় মই সমস্ত জানো। মোৰ অবিদিত একো নাই। তথাপি তোমাৰ মুখেৰে প্ৰচাৰ হওক। পৃথিবীত তোমাৰ যশস্যা ৰওক। সেইবাবে সমস্ত বুদ্ধি যশস্যা তোমাত অৰ্পণ কৰিলোঁ। বুজিছা দেৱব্ৰত! পৃথিবী থকা পৰ্য্যন্ত তোমাৰ যশস্যা কীৰ্ত্তি থাকিব। মোৰ এই বাক্য কেতিয়াও লঙ্ঘন নহয়। ধৰ্ম্মৰাজ যুধিষ্ঠিৰৰ লগত তুমি কথোপকথন কৰা। পৃথিবীত এই বেদৰ বচন ৰৈ যাওক। এই সংবাদ যিজনে শুনিব বা আচৰণ কৰিব,

তেওঁ দেহ এৰাৰ পিছত বৈকুণ্ঠ লাভ কৰিব। সেইবাবে এই দিব্যজ্ঞান তোমাত অৰ্পণ কৰিলোঁ। এতিয়া তুমি ক'বলৈ সাৱধান হোৱা। যি পুৰুষৰ যশ-কীৰ্ত্তি এই পৃথিবীত থাকে, তেনে পুৰুষ মৰিলেও জীয়াই থাকে। যুদ্ধত নমৰি যিবিলাক ৰজা জীৱিত আছে, অৱশিষ্ট সেই সমস্ত ৰজা, ধৰ্ম্ম কথা শুনিবলৈ তোমাৰ ওচৰলৈ আহিছে। হে মহাশয়! পিতৃয়ে যেনেকৈ পুত্ৰক কয়, তুমিও তেনেকৈ ধৰ্ম্ম-নীতি সকলো কথা কোৱা।

বৈশম্পায়নে ক'লে,—হে ৰজা জন্মেজয়! ইয়াৰ পাছত কি হ'ল কওঁ শুনা,—দয়াময় শ্ৰীহৰিৰ কথা শুনি ভীষ্মই মাত লগালে। হে দামোদৰ, তোমাৰ প্ৰসাদত মোৰ চিত্ত-বুদ্ধি-মন আগৰদৰে সুদৃঢ় হ'ল। এতিয়া মই সমস্ত নীতি ধৰ্ম্ম কথা ক'ব পাৰিম। ধৰ্ম্মময় যুধিষ্ঠিৰে মোক কি সোধে সোধক। তেতিয়াহে মই ক'ব পাৰিম। মহা ধৰ্ম্মৱন্ত যুধিষ্ঠিৰ জন্মোতেই সমস্ত বৃষ্ণিকুল আনন্দিত হৈছিল। কুৰু বংশত যিমানবিলাক ৰজা আছিল, এনেকুৱা কীৰ্ত্তিমন্ত ৰজা এজনো নাছিল। মহা ধৰ্ম্মৱন্ত, যাৰ সমান আন কোনো নাই, সেই যুধিষ্ঠিৰে মোক ধৰ্ম্মৰ কথা সোধক। যিজনে সদাই ধৰ্ম্ম আচৰণ কৰে, যিজনে সদাই ব্ৰহ্মচৰ্য্য ব্ৰত আচৰণ কৰে, যিজন মহা ধৈৰ্য্যৱন্ত, ইন্দ্ৰিয় সংযমী,

সৰ্ব্বত্ৰতে সমভাৱাপন্ন, শত্ৰু-মিত্ৰে উদাসীন, মহা তেজস্বন্ত, বলৱন্ত, সেই যুধিষ্ঠিৰে মোক প্ৰশ্ন কৰক। যিজন অতিথি পৰায়ণ, ভৃত্য আৰু শ্ৰমিকক যিজনে সদাই সন্মান কৰে, সদাই সত্য কথা কয়, যিজন তপস্যাত ৰত, মহা পৰাক্ৰমী, ক্ষমাৱন্ত, সকলো কাৰ্য্যত কিঞ্চিৎমানো যাৰ মনত ভ্ৰম নোপজে, তেনেহেন ধৰ্ম্মৰাজ যুধিষ্ঠিৰে মোক কথা সোধক। অৰ্থ উপাৰ্জ্জন কৰোঁতে যিজনে অধৰ্ম্ম আচৰণ নকৰে, অতিশয় ভয় পালেও যিজনে ধৰ্ম্মৰ পৰা বিচলিত নহয়, কাম-ক্ৰোধ লোভ-মোহ আদিতো যিজনে পাপ আচৰণ নকৰে, সেইজন ধৰ্ম্মৰাজ কুন্তীসুতে মোক কথা নিশ্চয় সোধক।

দয়াময় শ্ৰীকৃষ্ণই ক'লে,—শুনা শান্তনুনন্দন! তোমাৰ ভয়তে ৰজাই কথা সুধিবলৈ সঙ্কোচ কৰিছে। ৰাজ্যৰ নিমিত্তে অসংখ্য প্ৰাণী বধ কৰিলে। তোমাৰো এনে অসহণীয় অৱস্থা কৰিলে। এনেস্থলত কিজানি তুমি কিবা অভিশাপকে দিয়া! তাকে ভাবি-চিন্তি তোমাৰ আগত কথা ক'বলৈ ভয় কৰিছে।

ভীষ্মই ক'লে,— শুনা দয়াময় শ্ৰীকৃষ্ণ! তোমাৰ আজ্ঞাত মই সমস্ত নীতি-ধৰ্ম্ম নিশ্চয় ক'ম। ব্ৰাহ্মণৰ ধৰ্ম্ম হৈছে দান, তপ, অধ্যয়ন আদি। ক্ষত্ৰিয়ৰ ধৰ্ম্ম

হৈছে—সমৰত শৰীৰ এৰা। পিতৃ, পিতামহ, ভাতৃ, গুৰু, বন্ধু যেয়ে নহওক,—সমৰত হত্যা কৰিব পাৰে। যিজনে সদাই মিছাতে প্ৰৱৰ্ত্তন কৰে, সদাই অঙ্গীকাৰ এৰে অৰ্থাৎ সত্য এৰে, অতিকে লুভীয়া, সদাই পৰহিংসা-পৰচৰ্চ্চা কৰি ফুৰে, তেনেজন যদি গুৰুও হয়, তথাপি তেনেজনক বধিলে কোনো দোষ নহয়। বুজিছা কৃষ্ণ! এইবিলাকেই ক্ষত্ৰিয়ৰ ধৰ্ম্ম। যিহেতু ক্ষত্ৰিয়বিলাকে যুদ্ধ বিষয়ত পৃথিবীত শোণিতক জলৰ নিচিনা কৰে, চুলিবিলাকেৰে তৃণ যেন কৰে, হাতীৰে পৰ্ব্বতাকাৰ কৰে, ধ্বজাবিলাকেৰে বৃহৎ বৃহৎ বৃক্ষৰ নিচিনা হয়। এনেকুৱা সংগ্ৰামত পৰাক্ৰমী যিজন ক্ষত্ৰিয় হ'ব, তেওঁহে প্ৰকৃত ধৰ্ম্মৰত ক্ষত্ৰিয় বুলি জানিবা। যুদ্ধ কৰিবলৈ ইচ্ছা নাই, তথাপি যদি কোনোৱে খেদি আহি ৰণ কৰে, তেতিয়াহ'লে ৰণ কৰিবই লাগিব। তেনে ৰণত যদি মৃত্যুও হয়, তথাপি তেনে ক্ষত্ৰিয়ৰ জীৱন সাৰ্থক হয়। শৰীৰ এৰাৰ পিছত স্বৰ্গলৈ গমন কৰিব। আৰু যদি জীয়াই থাকে তেন্তে ৰাজ্য সুখ ভোগ ভুঞ্জিব। যুদ্ধ ধৰ্ম্মৰ কথা মনুৱে এইদৰে কৈছে।

বৈশম্পায়নে ক'লে,—শুনা মহাৰাজ জন্মেজয়! ভীষ্মৰ কথা শুনি ধৰ্ম্মৰাজ যুধিষ্ঠিৰে পৰম প্ৰসন্ন চিত্তেৰে দুয়ো হাতেৰে ভীষ্মৰ চৰণত ধৰি প্ৰণাম জনালে। ভীষ্ময়ো

পৰম আনন্দ মনে যুধিষ্ঠিৰৰ দুয়ো হাতত ধৰি অতিশয় দয়াভৰে আলিঙ্গন কৰি শিৰ ঘ্ৰাণ কৰিলে। তাৰ পিছত ক'লে,—হে বাপু ধৰ্ম্মৰাজ যুধিষ্ঠিৰ! কোনো শঙ্কা নকৰিবা। তোমাৰ অন্তৰত যিমান সংশয় সন্দেহ আছে, সেই সমস্ত সংশয়ৰ কথা মোক সোধা! মই তোমাৰ সমস্ত সংশয় অকপতে ছেদ কৰিম।

বৈশম্পায়নে ক'লে,—হে মহাৰাজ জন্মেজয়! ইয়াৰ পিছত কি হ'ল কওঁ শুনা,— ভীষ্মৰ কথা শুনি ধৰ্ম্মৰাজ যুধিষ্ঠিৰে প্ৰথমে দয়াময় শ্ৰীকৃষ্ণৰ চৰণত প্ৰণাম জনালে। তাৰপিছত পুনঃ ভীষ্মক প্ৰণাম জনালে। শেষত ঋষি-সকলৰ চৰণতো প্ৰণাম জনাই হাতযোৰ কৰি বিনয় নম্ৰ সুৰে ভীষ্মক ক'লে,—হে পিতামহ। সবাতোকৈ ৰাজধৰ্ম্ম শ্ৰেষ্ঠ বুলি মই ভালদৰে জানো। ৰাজ্যভাৰৰ সমান আন একো নাই। সেইবাবে দয়া কৰি ৰাজধৰ্ম্ম সম্পৰ্কে বিশেষভাবে কওক। ৰজাৰ ধৰ্ম্মই হৈছে প্ৰাণীবিলাকৰ আশ্ৰয়। ধৰ্ম্ম-অৰ্থ কাম-মোক্ষ,—এই চাৰিবৰ্গ ৰজাৰ ধৰ্ম্মতহে সিদ্ধি হয়। ঘোঁৰাক যিদৰে লেকাম লগাই, হাতীক যেনেকৈ অঙ্কুশেৰে বশ কৰে, সেইদৰে ৰাজনীতিয়েই হৈছে প্ৰজা পালনৰ একমাত্ৰ উপায়। যি ৰজাই ৰাজনীতি সম্পৰ্কে একো নাজানে, তেনে ৰজাৰ প্ৰজাবিলাকৰ কোনো থান থিতি নাই।

যেনেকৈ সূৰ্য্যৰ উদয়ে ৰাতিৰ ঘোৰ অন্ধকাৰ নোহোৱা কৰে, সেইদৰে ৰজাৰ ধৰ্ম্মনীতিয়ে প্ৰজাৰ সমস্ত দুখ মোচন কৰে। সেইবাবে হে পিতামহ ! ৰাজধৰ্ম্মনীতিৰ বিষয়ে তোমাৰ পৰা জানিব খুজিছোঁ। অনুগ্ৰহ কৰি সবিশেষ ভাঙি পাতি বুজাই দিয়া।

—— ——

## যুধিষ্ঠিৰৰ আগত ভীষ্মৰ ৰাজ-ধৰ্ম্মনীতি কথন

গঙ্গাসুত ভীষ্মদেৱে প্ৰথমে দয়াময় শ্ৰীকৃষ্ণৰ চৰণত সেৱা জনালে। তাৰপিছত সাধু-ব্ৰাহ্মণসকলকো প্ৰণাম জনাই ধৰ্ম্মৰাজ যুধিষ্ঠিৰক ক'লে,—হে কুন্তীসুত ধৰ্ম্মৰাজ যুধিষ্ঠিৰ ! বিধিৰ বিধান মই যি জানো তোমাৰ আগত কওঁ শুনা। দেৱতা-ব্ৰাহ্মণ, সাধু-সন্ত, ভক্ত-বৈষ্ণৱক সদাই সন্মান কৰিবা। দেৱতা-ব্ৰাহ্মণ, সাধু-সন্ত, ভক্ত-বৈষ্ণৱক যিজনে সদাই পূজা-সেৱা কৰে, তেওঁৰহে ধৰ্ম্মৰ ঋণ সুজা যায়। নাম-দেৱ-গুৰু-ভক্তৰ তৃপ্তি সাধন কৰিব যেয়ে নাজানে, তেওঁৰ কোনো কালে কোনো ধৰ্ম্ম সিদ্ধি নহয়। কেতিয়াবা কিবা আপদত পৰিলেও ৰজা অধৈৰ্য্য হ'ব নালাগে। মহা ধৈৰ্য্য ধৰি আপদ উদ্ধাৰৰ ব্যৱস্থা কৰিব লাগে।

যদি সত্য এৰি অসত্যত মন-বুদ্ধি যায়, তেনে ৰজাৰ কোনো কাৰ্য্য সিদ্ধি নহয়। যি ৰজা সদাই সত্যত ৰত থাকে, তেনে ৰজাৰ ইহলোকত সুখ আৰু পৰলোকতো হিত হ'ব। নৃপতিৰ সত্যত ব্যতিৰেকে আনত বিশ্বাস থাকিব নালাগে। সত্য এৰি অসত্যত ৰতি-প্ৰীতি কৰিলে সৰ্ব্বনাশ অৱশ্যম্ভাৱী।

এতিয়া শাসনকৰ্ত্তা বা ৰজাৰ লক্ষণ কেনে হোৱা উচিত সেই বিষয়ে কওঁ শুনা। শাসনকৰ্ত্তা বা নৃপতি সদাই শান্ত, শুদ্ধ, সৎ চৰিত্ৰৱান, সদাচাৰসম্পন্ন, মহা গুণৱন্ত, ইন্দ্ৰিয় সংযমী হোৱা উচিত, দূৰদৰ্শী, সবাতো সমভাৱাপন্ন হ'ব লাগিব। সৎ সাধুলোক বিচাৰি আনি সদাই সঙ্গত ৰাখিব। দুৰ্জ্জন, কপটীয়া, দুখী-দৰিদ্ৰ, ভিক্ষাৰী, সাধু, ব্ৰাহ্মণ কাকো অবিচাৰে দণ্ড বিধান নকৰিব। দোষ-গুণ বিচাৰ কৰিহে দণ্ড বিধান কৰিব। ৰজাই সদাই দান যজ্ঞ আচৰণ কৰাটো অতিকে শোভনীয়। পূৰ্ব্বে মনুৱে এইদৰে কৈছে। গতিকে জ্ঞানী সাধু-ব্ৰাহ্মণক সকলোৱে সদাই পূজা অৰ্চ্চনা কৰিব লাগে। তেতিয়াহে সমস্ত সম্পত্তি বাঢ়িব। যি জ্ঞানী-সাধু-ব্ৰাহ্মণে তিনি লোকৰ অনিষ্ট সাধন কৰে, তেনেজনক ৰজাই দণ্ড বিধান কৰি শাসন কৰিব। আৰু শুনা, এই বিষয়ে শুকে কি কয়,— যদি কোনো সাধু-ব্ৰাহ্মণে অস্ত্ৰ ধৰি খেদি আহি ৰণ কৰিব

খোজে, তেন্তে তেনেজনক নৃপতিয়ে সমৰত বধ নকৰি কঠোৰ দণ্ড বিধান কৰি শাসন কৰিব। যদি ধৰ্ম্ম নষ্ট হয় বুলি ভাবে, তথাপি জ্ঞানৱন্ত জনে, তেনেজনক প্ৰাণে নামাৰি ৰক্ষা কৰে। যদি জ্ঞানত থাকিও জানি শুনিও ব্ৰহ্মহত্যা, ভ্ৰূণ হত্যা, গুৰু-ভাৰ্য্যা হৰণ, ৰাজদ্ৰোহ আদি কৰে, তেনে সাধু-ব্ৰাহ্মণৰ শৰীৰত দণ্ড বিধান নকৰি, ৰাজ্যৰ পৰা খেদি পঠাব। যদি কোনো সাধু-ব্ৰাহ্মণক অভিশপ্ত কৰাও যায়, তথাপি তেনেজনক ৰজাই দয়াভৰে ৰাখিব।

শুনা সৰ্ব্বজন ইটো কথা বিতোপন।
কৃষ্ণৰ চৰণে সদা অৰ্পিয়োক মন ॥
কৃষ্ণ সম বন্ধু আৰ সংসাৰত নাই।
সকল শাস্ত্ৰত আৰ লোৱা অভিপ্ৰায় ॥
গাৱে কিছু নাহি শ্ৰম টকা নোহে ব্যয়।
শ্ৰৱণ কীৰ্ত্তনে তুষ্ট হোৱে কৃপাময় ॥
তথাপি নভজি হৰি বৃথা কৰ্ম্ম কৰা।
পাপে প্ৰজটিলে ভৈলা জীৱন্ততে মৰা ॥
কৃষ্ণৰ নামেসে জানা পাপৰ দহন।
শুখান তৃণক যেন দহে হুতাশন ॥

হৰিৰ নামেসে মন কৰয় নিৰ্ম্মল।
হেন জানি ভজা তান চৰণ কমল॥
তেবে অপ্ৰয়াসে ইটো সংসাৰক তৰি।
অন্তে গৈয়া লভিবাহা বৈকুণ্ঠ নগৰী॥

'ধন-ঐশ্বৰ্য্য-সম্পত্তিৰ প্ৰতি ৰজাৰ আসক্তি হ'ব নালাগে। প্ৰজাৰ প্ৰতিহে আসক্তি হ'ব লাগে। প্ৰজাৰ পৰাহে সৰ্ব্ব সিদ্ধি হয়, প্ৰজায়ে ৰজাৰ সমস্ত সম্পত্তিৰ ভাণ্ডাৰ স্বৰূপ। ব্ৰাহ্মণ ক্ষত্ৰিয় বৈশ্য শূদ্ৰ সকলোকে ৰজাই দয়া কৰিব লাগে। যিজন ৰজা সৰ্ব্বদা ধৰ্ম্মময়, সদাই সত্যত প্ৰৱৰ্ত্তে, সেই ৰজাৰ ৰাজ্যৰ প্ৰজাবিলাকে সদাই আনন্দতে কাল কটায়। বুজিছা কুন্তীসুত ধৰ্ম্মৰাজ যুধিষ্ঠিৰ! যিজন ৰজাই সমস্ত প্ৰজাক সদাই পুত্ৰৱত মানি থাকে, তেনে ৰজাৰ প্ৰতিদিনে ধৰ্ম্ম সিদ্ধি হয়। আৰু শুনা ধৰ্ম্মৰাজ! যদি নৃপতি অৰ্থাৎ শাসনকৰ্ত্তা অতিকৈ মৃদুতৰ, ক্ষমাৱন্ত হয়, তেনে শাসনকৰ্ত্তা বা ৰজা পৰম অধম বুলি জানিবা। ইয়াৰ এটা উদাহৰণ দিওঁ শুনা, হাতীৰ কথাকে ধৰা। কেনে থূলন্তৰ, জন্তুৰ ভিতৰতো অতিকৈ ডাঙৰ, মহাবলৱন্ত। তথাপি ক্ষমাৰ কাৰণে সাধাৰণ মানুহে মূৰত উঠি, পিঠিত উঠি ঘূৰাই লৈ ফুৰায়। সেইবাবে ৰজা কেতিয়াও অতি ক্ষমাৱন্ত অতি মৃদুতৰ হ'ব

নালাগে। হ'লে ভৃত্যসকলে বৰ লাই পাই মূৰত উঠিব খোজে। এতেকে ৰজা কেতিয়াও অতি মৃদু ভৰ হ'ব নালাগে। হ'লেও অথন্তৰ মিলে। যেনেকৈ বসন্ত কালত সূৰ্য্যৰ তাপত অতিশয় শীত বা উষ্ণ অনুভৱ নকৰে অথচ সকলোৰে মনত আনন্দহে মিলে, ঠিক তেনেদৰে ৰজাও সকলোতে সন্ত-সূৰ্য্যৰ দৰে হ'ব লাগে। তেতিয়াহ'লে প্ৰজাৰ মনত সদাই সুখ শান্তিয়ে বিৰাজ কৰে। যিজন ৰজা জ্ঞানী-গুণী পণ্ডিত হ'ব, তেওঁ সমস্ত প্ৰজাকে নিজৰ আত্মাসম জ্ঞান কৰি, সবাৰো মনৰ কথা নিজৰ তুলনাৰে বিচাৰ কৰি, তাৰ যথা বিহিত ব্যৱস্থা কৰিব। তেতিয়াহ'লে তেনে ৰজা বা শাসন-কৰ্ত্তা সমস্ত দুৰ্গতিৰ হাত সাৰিব পাৰিব। যদি ৰজাই ব্যসনত প্ৰৱৰ্ত্তে, তেনে ৰজা বা শাসনকৰ্ত্তাই প্ৰজাৰ পৰা নিশ্চয় ভয় পাব। ব্যসন মানে— (১) তিৰোতাত আসক্তি, (২) নৃত্য-গীতত অতিশয় ৰতি, (৩) সদাই জুৱা পাশা খেলা, (৪) সদাই চিকাৰ কৰি ফুৰা আৰু (৫) সুৰা (মদ)ত মত্ত হৈ থকা। এইবিলাককে ব্যসন বুলি কয়। শাসন-কৰ্ত্তা বা ৰজাই সৰ্ব্বদা এইবিলাকৰপৰা আতৰত থকা প্ৰয়োজন। হিংসা ধৰ্ম্মত চলিলে ৰজা বা শাসনকৰ্ত্তাৰ মহা অধৰ্ম্ম হ'ব, আৰু তেতিয়া প্ৰজাৰ অমঙ্গল হ'ব, প্ৰজাৰ ভিতৰতে মহা কন্দল মিলিব। সেইবাবে সৰ্ব্বদায়ে প্ৰজাৰ

হিত চিন্তা কৰাটোৱেই ৰজা বা শাসনকৰ্ত্তাৰ লক্ষণ। যেনেকৈ গৰ্ভৱতী নাৰীৰ অনাবৰতে গৰ্ভতে মন নিবিষ্ট থাকে, নিজৰ প্ৰাণ স্বৰূপ স্বামীকো নাভাবি, একমাত্ৰ নিজৰ গৰ্ভৰ হিতহে অনুক্ষণে চিন্তা কৰি থাকে, শাসনকৰ্ত্তা বা ৰজায়ো প্ৰজাৰ মঙ্গলৰ বাবে ঠিক তেনেদৰে অহৰ্নিশে চিন্তা কৰি থাকিব লাগে। অপ্ৰিয়জনক সদাই এৰি চলিব লাগে। নীচ বা হীন হ'লেও তেনেজনকহে সঙ্গত ৰাখিব লাগে, ভৃত্যজনৰ লগত সদাই ঠাট্টা, মস্কৰা ধেমালিতো কৰিব নালাগে। যদিহে ৰজাই তেনে কৰে, তেন্তে তাৰ পৰিণাম কি হ'ব কওঁ শুনা,—অৱজ্ঞা কৰি কোনো কথা নমনা হ'ব, সকলো কথা উলঙ্ঘা কৰিব। মনত সমকক্ষ যেন ভাবিব। যিমানেই গোপন কথা নেথাকক কিয়, সকলো কথা ব্যক্ত কৰি ফুৰিব। ৰাজযোগ্য বস্তুকো খুজিব। নিজকে বৰ ডাঙৰ যেন ভাবিব। ৰজাতকৈও অধিক প্ৰকাশ কৰিব খুজিব আৰু বৰ বৰ ডাঙৰ ডাঙৰ কথা ক'ব ধৰিব। ৰজাই যি কয়, সেই কথাও খণ্ডন কৰিব। তেনেক্ষেত্ৰত প্ৰজাৰ মনত বেদনা জন্মিব। ৰজাৰ সমস্ত যশস্যা নষ্ট কৰিব। শৰীৰত অলপো চেতন নল'ব। নিজকে সদাই ডাঙৰ বোলাই, নিজৰ যশস্যা বঢ়াব চাব। নিজকে ৰজা যেন ভাবি থাকে ভাকে ক্ৰোধ কৰি অপমানজনক কথা ক'ব। ৰজাৰ কাৰ্য্যত

সকলোকে নষ্ট কৰিব। ৰজাৰ লগত থাকি নিজকে ৰজা বুলি ভাবিব। ৰজাৰ লগত থকা ৰাজনাৰীবিলাকৰ মুখৰ ফালে চাই চাই মিচিক্-মাচাক্ কৰি হাঁহি চকুৰেও ঠাৰ দিব। ৰজাক উলঙ্ঘা কৰি, সেই ৰাজনাৰীসবক গাড়ীৰে ঘূৰাই লৈ ফুৰিবলৈও যাব। তথাপিতো যদি সিবিলাক লোকৰ লগত ৰজাই ঠাট্টা-মস্কৰা ধেমালি কৰি থাকে, তেন্তে তেনে ৰজাক মহা অধম বুলি জানিবা। ৰজাৰ ক্ৰোধত অলপো ভয় নকৰে, অথচ হাঁহি আনন্দহে কৰে, তথাপি ৰজাই সেই ভৃত্যক ধন্য ধন্য বুলি প্ৰশংসাহে কৰে, নানা বস্ত্ৰ অলঙ্কাৰ দি আনন্দহে কৰে, অলপো বেয়া নাপায়, বা বেয়া নোবোলে। ক'ৰবাত কিবা কৰিব লগা হ'লে, কিবা সুধিব লগা হ'লে ক'ব,—ৰজাৰ লগত কোনো কথা নাই। মই যি কৰোঁ, মই যি কওঁ, সেয়ে ৰজাৰ কৰ্ম্ম আৰু কথা বুলি জানিবা, ময়েই সৰ্ব্বেসৰ্ব্বা। ৰজাৰ লগত কোনো কথা নাই। ময়েই ৰাজ্যৰ আচল ঘাই মালিক।

যি ৰজা অতিশয় শান্তমতি হ'ব আৰু ভৃত্যৰ লগত সদাই পৰিহাস কৰি থাকে, তেনে ৰজাৰ বিপত্তিৰ সীমা সংখ্যা নোহোৱা হয়। তেনে ৰজাই নিজৰ ৰাজ্য কেতিয়াও ৰাখিব নোৱাৰে। প্ৰজাবো বিলাই-বিপত্তি নোহোৱা হয়।

ৰাজ্যত মহা প্ৰলয় মিলিব। প্ৰজাবিলাকো আতঙ্কগ্ৰস্থ হ'ব। কিছুমান লোক অতিশয় সুখী হ'ব আৰু কিছুমান ভীতিগ্ৰস্থ হৈ উচ্ছেদ হ'ব। তেনে শাসনকৰ্ত্তাক বা ৰজাক প্ৰজাই কেতিয়াও মনেৰে ভাল নাপায়। ভৃত্যৰ মনত তেনে ৰজা বৰ ভাল। কিন্তু লোকালোকৰ বাবে সাক্ষাৎ যমকাল।

শুনা বুধ জন অথিৰ জীৱন
জানিয়া কৰা যতন।
অন্যক গমন সবে অকাৰণ
চিন্তাহা কৃষ্ণ চৰণ॥
যত অন্য দেৱ সুহৃদ বান্ধৱ
পিতা-মাতা পুত্ৰচয়।
সবে অকাৰণ ভাবি চোৱা মন
মিছা সবে ভ্ৰমময়॥
এৰিয়া মায়াক কৃষ্ণত বিশ্বাস
কৰিয়া ধৰা ভকতি।
সংসাৰ সাগৰ তৰিবা হেলায়
হাতন্তে পাইবা মুকুতি॥

———

## পুনঃ ৰজাৰ লক্ষণ কথন

ভীষ্মই ক'লে,—হে ধৰ্ম্মৰ নন্দন! ৰজাৰ লক্ষণৰ বিষয়ে আৰু কিছু কওঁ শুনা। ৰজা সদাই দানী আৰু সৰ্ব্বকাৰ্য্যত সুনিপুণ হ'ব লাগে। পথ কাক বোলে, বিপথ কাক বোলে, তাকো ভালদৰে জানিব লাগে। তেতিয়া হ'লে তেনে ৰজাক বা শাসনকৰ্ত্তাক সমস্ত লোকে প্ৰশংসা কৰিব।

কুৎসিত ৰজাৰ বিষয়ে কিছু কথা কওঁ শুনা। যিজন ৰজা উদ্যম ৰহিত, এলেহুৱা, তেনে ৰজা তিৰোতাতকৈও অধিক। তেনে ৰজাৰদ্বাৰা সকলো প্ৰজাৰে সৰ্ব্বনাশ হয়। এই বিষয়ে এটি পূৰ্ব্বৰ কাহিনী কওঁ শুনা, যিটো কাহিনী মই দৈত্য গুৰু শুক্ৰৰ মুখে শুনিছিলোঁ। ৰজা হৈয়ো যিজনে হিংসা শূন্য হৈ থাকে, ব্ৰাহ্মণ হৈয়ো যিজনে জন্মৰে পৰা ঘৰৰ পৰা বাহিৰ নোলায়,—এই দুয়োৰে অৱস্থা সাপে গিলা ভেকুলীৰ নিচিনা হয়। কালসৰ্পই কেতিয়া গ্ৰাস কৰে, গমকে নেপায়। শুনা ধৰ্ম্মৰাজ যুধিষ্ঠিৰ! এটা কথা কওঁ ভালদৰে মনত ৰাখিবা। যিজনে তোমাক সদাই হিংসা কৰি থাকে, সেইজনক তুমি কেতিয়াও ক্ষমা নকৰিবা। সেইজনক তুমি অৱশ্যে হিংসা কৰিবাই।

যিবিলাকে যুজিবৰ বাবে তোমাক খেদি আহে, সিবিলাকৰ লগত তুমি যুজিবই লাগিব। এয়ে শুক্ৰৰ নিশ্চিত বাক্য। ৰজাৰ, প্ৰজাৰ যেয়ে দ্ৰোহ আচৰণ কৰে, তেনেজন যদি গুৰু, মিত্ৰও হয়, তথাপি ৰজাই তেনেজনক বধ কৰিবই লাগিব। পূৰ্ব্বত এগৰাকী মৰুত নামে ৰজা আছিল। তেওঁ দেৱগুৰু বৃহস্পতিৰ ওচৰত অনেক নীতি শিক্ষা কৰিছিল। তেওঁ, কোৱা এটা অতি উত্তম কথা তোমাক কওঁ, মন দি শুনা,—যিসকল গুৰুৱে কাৰ্য্য অকাৰ্য্য একো নাজানে, অথচ মই বৰ ভাৱ কৰি নিজকেই সবাতোকৈ শ্ৰেষ্ঠ বুলি ভাবে, যি গুৰুৱে কুপথে বিপথে গমন কৰে, তেনে গুৰুক অৱশ্যে দণ্ড বিধান কৰিব লাগে। সগৰৰ এজন অসমঞ্জস নামে প্ৰধান পুত্ৰ আছিল। তাৰ সমান দুৰ্জ্জন কোনো নাছিল। নগৰত সমস্ত বালককে ধৰি ধৰি আনি সৰযুত পেলাই দিয়ে। তাকে দেখি মহা মহন্ত ধৰ্ম্মিষ্ঠ সগৰে তেওঁৰ সেই প্ৰথম পুত্ৰক ত্যাগ কৰিছিল। পূৰ্ব্বত উদ্দালক ঋষিৰ শ্বেতকেতু নামে এজন পুত্ৰ আছিল। তেওঁ তপস্যাত ৰত আছিল। মিছা কাৰণত ব্ৰাহ্মণ সকলক জোকোৱাৰ অপৰাধতে উদ্দালকে সেই পুত্ৰক ত্যাগ কৰিছিল। যি কৰিলে প্ৰজাৰ হিত হয়, তাকে ৰজা বা শাসনকৰ্ত্তাসকলে কৰিব লাগে।

প্ৰজাৰ সুখ দুখৰ কথা সদাই নিৰীক্ষণ কৰি প্ৰজাৰ মন সদাই সন্তোষিত কৰি ৰখাই ৰজাৰ বা শাসনকৰ্ত্তাসকলৰ সনাতন ধৰ্ম্ম বুলি নিশ্চয়কৈ জানিবা। বাক্ ব্যৱহাৰ আৰু সত্য কোনো ক্ষেত্ৰতে ৰজাই এৰিব নালাগে। প্ৰজাৰ পৰা অন্যায় কৰি ধন নল'ব। পুণ্যকালত সাধু-ব্ৰাহ্মণক দান দিব। তেতিয়াহে ৰজাৰ ৰাজ্যৰ আৰু সমস্ত প্ৰজাৰ পৰম কল্যাণ সাধন হ'ব। ৰজা অতিকৈ ক্ষমাৱন্ত, শান্ত, মহাবলৱন্ত, মহাধৈৰ্য্যৱন্ত আৰু সমস্ত শাস্ত্ৰত নিতান্তই পাৰ্গত হ'ব লাগে। ধৰ্ম্ম-অৰ্থ, মোক্ষ-কাম, এই বিষয়ত সদাই মন থাকিব লাগে। কেতিয়াও কুপথে বিপথে পৰিচালিত হ'ব নালাগে। পথৰপৰা বিচলিত হ'ব নালাগে। চাৰিও বৰ্ণৰ ধৰ্ম্ম ৰজাই ৰক্ষা কৰিব লাগিব। ৰজাই কাকো অতিশয় বিশ্বাস কৰিব নালাগে। গুণ-দোষ বিচাৰ কৰি চলিব লাগে। সদাই শত্ৰুৰ ছিদ্ৰ চাই থাকিব। তেনে ৰজাই সকলোৰে প্ৰশংসাৰ পাত্ৰ হয়। অৰ্থ সঞ্চয়ৰ ক্ষেত্ৰত কুবেৰৰ নিচিনা হ'ব লাগে। দণ্ডৰ সময়ত যমৰ নিচিনা হ'ব লাগে। দোষ কাক বোলে, গুণ কাক বোলে ৰজাই ভালদৰে জানিব লাগে। কোন স্থানত বুদ্ধি হয় আৰু কোন স্থানত বুদ্ধি ক্ষয় হয়, ৰজাই এই কথা ভালমতে জানিব লাগে। দুখিত জনক ৰজাই পালন-পোষণ কৰিব লাগে।

ভৃত্যসকলক সদাই ৰক্ষা কৰিব লাগে। অল্প হাস্য, প্ৰসন্ন বদন, অমায়িক, মৃদু মৃদু সুন্দৰ বাক্য সদাই মুখত বিৰাজমান হৈ থাকিব লাগে। বৃদ্ধজনক সৰ্ব্বক্ষণে আশ্ৰয় দিব। ৰজা অতিশয় নিদ্ৰালু হ'ব নালাগে। লোভ-মোহ এৰি সন্তৰ লক্ষণ, সাধুৰ আচাৰ নিয়ম সদাই পালন কৰিব। কেতিয়াও সাধু-সন্তৰ অৰ্থ গ্ৰহণ নকৰিব। দুৰ্জ্জনৰ পৰা আনি সন্তকহে দিব লাগে। দান দি পুনঃ ঘূৰাই ল'ব নালাগে। ৰজা সদাই স্বতন্ত্ৰ হৈ থাকিব লাগে। হে বাপু ধৰ্ম্মৰাজ যুধিষ্ঠিৰ! ৰজাই কেনে মানুহ সঙ্গত ৰাখিব লাগে, তাৰ লক্ষণ কওঁ শুনা,—যিজন ৰজাৰ একান্ত ভক্ত, অতি পৰাক্ৰমী, আপদ কালতো যিজনে নেৰে, যিজনৰ জন্ম সদ্ কুলত, যাৰ শৰীৰত কোনো ৰোগ নাই, শিশুৰ নিচিনা সদাই অতিকে শান্ত মূৰ্ত্তি আৰু শিষ্ট, অভিমান, গৰ্ব্ব অহঙ্কাৰ আদি যাৰ নাই, অমায়িক, সকলো শাস্ত্ৰত যিজন পাৰ্গত, পৰলোকত স্বৰ্গ-নৰ্কৰ কথা যিজনে নিতান্তই জানে, সদাই ধৰ্ম্মত একান্ত মতি যাৰ, যিজন পৰ্ব্বতৰ নিচিনা অচল ধীৰ,—এনে লোকেহে ৰজাক সহায় কৰিব। বুজিছা ধৰ্ম্মৰাজ! যিজন ৰজাৰ ভোগত অতি আসক্তি আছে; মাত্ৰ লম্ফ-দম্ফ কৰি বৰ বৰ কথা কয়, বাচ-বিচাৰ নকৰি যাকে তাকে সঙ্গত লয়, সিজন ৰজা আপদত মজিল

বুলি নিশ্চয় জানিবা। নিজৰ মানুহৰ দ্বাৰাই মহাভয় পাব। এই কথা তুমি দৃঢ় চিত্তে বিশ্বাস কৰিবা। যি ৰজাই প্ৰজাৰ যথা সৰ্ব্বস্ব ছলেবলে হৰণ কৰি আনে, যদি অতিশয় কুটিল আৰু অত্যন্ত লুভীয়া হয়, কাকো একো কথা সোধ-পোচ নকৰে, নিজৰ ইচ্ছামতে চলে; আৰু যদি মহা উন্মত্ত হয়; তেন্তে তেনে ৰজা প্ৰজাৰ হাততেই আগতে মৰিব লগা হয়। যিজন ৰজা অতিশয় শুচিমন্ত, ধৰ্ম্মৰন্ত হয়, কেতিয়াও অধৰ্ম্মত মতি নোপজে, সদাই লোকৰ স্বভাৱ-চৰিত্ৰ ভালদৰে বুজি খুজি লয়, তেনে ৰজাৰ মিত্ৰৰ পৰাতো কোনো ভয় নায়েই, আনকি শত্ৰুৰ পৰাও কোনো অপায় অমঙ্গল নহয়।

বৈশম্পায়নে ক'লে—শুনা মহাৰাজ জন্মেজয়! এইদৰে কথা হৈ থাকোঁতে সূৰ্য্য অস্ত যোৱাৰ সময় হ'ল। তাকে দেখি যুধিষ্ঠিৰে মনৰ দুখত চকুপানী মচি মচি পিতামহ ভীষ্মৰ চৰণত ধৰি ক'লে,— পিতামহ! মোৰ সমস্ত সংশয় তোমাক সুধিম। তুমি অবিহনে কোনে মোৰ সংশয় ছেদ কৰিব? যিদৰে সূৰ্য্যই সমস্ত পৃথিবীৰ ৰস পান কৰি অস্তাচলত গৈ অন্তৰ্দ্ধান হয়, ঠিক তেনেদৰে হে পিতামহ! তুমি অস্ত গ'লে সমস্ত সত্ত-ধৰ্ম্মনীতি মানে তোমাৰ লগতে যাব।

এনেতে শ্ৰীহৰিয়ে ব্ৰাহ্মণ-সজ্জন সকলক প্ৰণাম জনালে। তাৰ পাছত যাদৱ-পাণ্ডৱ সবেও গাঙ্গেয়ক প্ৰদক্ষিণ কৰি চৰণত প্ৰণাম জনাই ৰাতিটোৰ কাৰণে বিদায় ল'লে। ব্যাস, বাসুদেৱ, কৃপ, সাত্যকি, সঞ্জয় আদি সবেও ভীষ্মক নানা ভাবে স্তুতি-নতি কৰি প্ৰশংসা কৰিলে। তাৰ পাছত সবেও ৰথত উঠি হস্তিনাপুৰলৈ বুলি যাত্ৰা কৰিলে। ৰাতিটো থাকি পিচদিনা আকৌ কুৰুক্ষেত্ৰলৈ আহি ভীষ্মদেৱৰ ওচৰ পালেহি।

—x—

## ৰজা কাক বোলে? ৰজা আৰু মানুহৰ প্ৰভেদ

পিছদিনা দয়াময় শ্ৰীকৃষ্ণ আৰু ধৰ্ম্মৰাজ যুধিষ্ঠিৰ কুৰুক্ষেত্ৰ পাই প্ৰথমে ব্যাস আদি ঋষি-মুনিসকলক নমস্কাৰ জনাই ভীষ্ম পিতামহকো প্ৰণাম জনালে। তাৰ পিছত কৃতাঞ্জলী কৰি ধৰ্ম্মৰাজ যুধিষ্ঠিৰে মিনতি কৰি সুধিলে,—হে পিতামহ! পৃথিবীত ৰজা বোলা কথাষাৰ ক'ৰ পৰা আহিল? এই বিষয়ে জানিবৰ বাবে মোৰ ইচ্ছা হৈছে। ৰজা বুলি

বিশেষ একো চিন্ দেখা পোৱা নাই। সকলো মানুহৰ লগত একে যেন লাগে। অঙ্গ-প্ৰত্যঙ্গ, ক্ষুধা-তৃষ্ণা, লোভ-মোহ সকলোবিলাক একে নিচিনা। ইন্দ্ৰিয় বৃত্তিবিলাকো একে নিচিনা। জন্ম-মৃত্যুও একে নিচিনা। মাত কথা আদিও একে নিচিনা। সকলোবিলাক একে মানুহ। এনেস্থলত কেনেকৈ ৰজা সকলোৰে অধিকাৰী হ'ল। এই আধিপত্য ক'ৰপৰা পালে? ৰজাতকৈ বুদ্ধিৱন্ত বলৱন্ত লোক আছে। এনে স্থলত ৰজাই এই অধিকাৰ পালে কেনেকৈ? জ্ঞানী, সাধু, ব্ৰাহ্মণবিলাক ইমান পৰাক্ৰমী যে তেওঁলোকে সমগ্ৰ পৃথিবীকে আক্ৰমণ কৰি আছে। সেই পৃথিবীখন ৰজাই অকলে কেনেকৈ পালন কৰি আছে, মোক ভালদৰে বুজাই কোৱা পিতামহ! কেনে মানুহে ৰজাৰ প্ৰসাদ পাবলৈ বাঞ্ছা কৰে? ৰজা তুষ্ট হ'লেই সকলো তুষ্ট হয় আৰু ৰজা যদিহে কেনেবাকৈ ব্যাকুল বা ৰুষ্ট হয়, তেন্তে সমস্ত লোক দেখোন আকুল হৈ পৰে। এই কথাটোত মোৰ সংশয় হৈছে, দয়া কৰি মোৰ সংশয় দূৰ কৰি দিয়া পিতামহ!

ভীষ্মদেৱে মাত লগালে,—শুনা ধৰ্ম্ম নৰপতি! তুমি যি কথা সুধিছা, এই কথা অতিকৈ ৰুচিকৰ। মন দি শুনা। মই এই কথা তোমাক ভালদৰে ভাঙি-পাতি বুজাই ক'ম।

পূৰ্ব্বত সত্য যুগৰ আদিতে ৰজা-ৰাজ্য বুলিবলৈ এই পৃথিৱীত একোৱেই নাছিল। দণ্ড বা দণ্ডকৰ্ত্তাও কোনো নাছিল। সমস্ত লোকক ধৰ্ম্মই সদাই ৰাখি আছিল। ধৰ্ম্মত থাকিয়েই প্ৰত্যেকে প্ৰত্যেকক ৰক্ষা কৰি আছিল। তাৰ পাছত কি হ'ল শুনা ধৰ্ম্মৰাজ! সেইদৰে থাকোঁতে তেওঁবিলাকত মোহ প্ৰবেশ কৰিলে। বুজিছা যুধিষ্ঠিৰ! শেষত সকলোৱেই মোহ ৰসত ডুব গ'ল। তাতে থাকি দান ধৰ্ম্ম সকলো নষ্ট হ'ল। সেই ছেগতে সকলোকে লোভে আহি আক্ৰমণ কৰিলে। লোভৰ বশৱৰ্ত্তী হোৱাত আক্ৰোশ বাঢ়ি গ'ল। তাৰ পাছত কাম শোক আৰু সম্মোহে লাগ দিলে। সম্মোহৰ পৰা ৰাগ অৰ্থাৎ যিমান পালেও আৰু লগা হ'ল। ৰাগযুক্ত হৈ কাৰ্য্য কি, অকাৰ্য্য কি একো নজনা হ'ল। অগম্যাগমন আদি পাপ বুলি মনে নামানা হ'ল। মুখত যি আহে তাকে ক'ব ধৰিলে। মনেৰে যাকে ভাল পায়, তাকে কৰিব ধৰিলে। ভক্ষ্য-অভক্ষ্য কি একো বিচাৰ নোহোৱা হ'ল। দোষ কি, অদোষ কি, একো নাজানা হ'ল। বেদৰ আচাৰ নিয়ম সকলো এৰিলে। যাৰ যি মন যায়, তাকে বলেৰে কৰিব ধৰিলে। ইত্যাদি কাৰণত সমস্ত ধৰ্ম্ম নষ্ট হ'ল। তাকে দেখি দেৱতাসকলৰ মনত কষ্ট হ'ল। মহা ভয়ে ভীতে দেৱতাসকল ব্ৰহ্মাৰ

গুচৰলৈ গৈ চৰণত শৰণ পশি বিনয় নম্ৰ স্বৰে গোচৰ দিলে যে হে পিতামহ সৃষ্টিকৰ! আমাৰ ঘোৰ অথন্তৰ মিলিল। সমস্ত প্ৰজাকে লোভে মোহে আক্ৰমণ কৰি সমস্ত ধৰ্ম্মকে ছাৰখাৰ কৰি পেলালে। একেবাৰে উচ্ছন্ন কৰিলে। তাকে দেখি আমাৰ মহা ভয় হৈছে। বেদধৰ্ম্ম সকলোবিলাক নষ্ট হৈ গ'ল। এতিয়া আমি সবেও মানুহৰ লগত একে নিচিনা মানুহ হ'লোঁ। সেই বাবে হে পিতামহ! কিবা এটা বিহীত বিধান কৰা।

---

## নীতি শাস্ত্ৰ কথন

ব্ৰহ্মাদেৱে ক'লে,—'হে দেৱতাসকল! ভয় নকৰিবা। তোমালোকৰ কল্যাণ সাধন কৰিম।' এইবুলি ব্ৰহ্মাদেৱে নীতিশাস্ত্ৰবিলাক ৰচনা কৰিলে। তাত ধৰ্ম্ম অৰ্থ কাম ভক্তিৰ কথাই বিশেষভাবে আছে। তাৰোপৰি মোক্ষৰো ব্যৱস্থা বৰ্ণনা কৰিলে। সত্ত্ব ৰজ তম— এই তিনি গুণৰো কথা বৰ্ণনা কৰিছে। এই শাস্ত্ৰত মন, বুদ্ধি, ক্ষমা, দণ্ড,

ৰাজনীতি, আৰু নানা ধৰ্ম্মৰ কথাও বৰ্ণনা কৰিছে। এই শুভ শাস্ত্ৰ ৰচনা কৰি দেৱতাসকলক ক'লে,—"লোক উপকাৰ, তিনি বৰ্গ সংস্থাপন, দণ্ডনীতি আদি সমস্ত ধৰ্ম্ম-কৰ্ম্ম আদি ইয়াত নিৰূপন কৰা হ'ল। অনুগ্ৰহ নিগ্ৰহ আদিও দণ্ডত আছে। এই দণ্ড ধৰি সমস্ত ব্ৰহ্মাণ্ড নিয়ন্ত্ৰণ কৰিবা।" ইয়াকে কৈ ব্ৰহ্মা মৌন হৈ ৰ'ল। সেই দণ্ডনীতি শাস্ত্ৰ প্ৰথমে মহাদেৱে গ্ৰহণ কৰিলে। সদাশিৱে অতিশয় মনোযোগেৰে সেই শাস্ত্ৰ ভালদৰে চালে। দেখিলে যে পাপ কাৰ্য্য কৰি প্ৰজাবিলাকৰ আয়ুস তেনেই কম হ'ব। এই শাস্ত্ৰ অধ্যয়ন বা পালন কৰিবলৈ সময় নাপাব। তাকে ভাবি শঙ্কৰে ব্ৰহ্মাই কৰা শাস্ত্ৰ অতিকে সংক্ষেপ কৰি বিশালাক্ষ নামেৰে আন এখন শাস্ত্ৰ নিৰ্ম্মাণ কৰিলে। এই বিশালাক্ষ শাস্ত্ৰত দহ হাজাৰ অধ্যায় আছে পিছত সেই শাস্ত্ৰ পুৰন্দৰে পালে। দেৱৰাজ ইন্দ্ৰই তাকো চমু কৰি বাহুদণ্ড নামে অন্য এখন অতি ৰুচিকৰ গ্ৰন্থ ৰচনা কৰিলে। ইয়াত পাঁচ হাজাৰ অধ্যায় আছে। সেই শাস্ত্ৰ দেৱ গুৰু বৃহস্পতিয়ে পাই, তাকো সংক্ষিপ্ত কৰি মতি অনুসৰি তিনি হাজাৰ অধ্যায়ত সমাপ্ত কৰিলে। এই গ্ৰন্থ অতি মনোহৰ কৰি, নাম সেই একেই ৰাখিলে বাহুদণ্ড। পিছত দৈত্যগুৰু শুক্ৰচাৰ্য্যই পাই তাকো চমুৱাই এহেজাৰ অধ্যায় কৰিলে। মহাঋষি মুনিসকলে দেখিলে

যে মানুহৰ আয়ুস তেনেই কম হৈ আছিল। গতিকে তেওঁলোকেও সেই শাস্ত্ৰ পুনঃ সংক্ষিপ্ত কৰিলে।

পিতামহ ভীষ্মদেৱে ক'লে,—হে বাপু যুধিষ্ঠিৰ! এতিয়া ৰজাৰ বিষয়ে কওঁ শুনা। দেৱতাবিলাকে আলোচনা কৰি ব্ৰহ্মা বিষ্ণুক প্ৰাৰ্থনা জনাই ক'লে,—"হে প্ৰভু! মানুহৰ ভিতৰত যিজন শ্ৰেষ্ঠ, তেওঁকেই প্ৰজা পালন কৰিবৰ বাবে আদেশ কৰা।" দেৱতাসকলৰ কথা শুনি লক্ষ্মীপতি শ্ৰীভগৱন্তই ধ্যান কৰি চিন্তিব ধৰিলে। এনেতে বিষ্ণুৰ মানস পুত্ৰ এটিৰ আবিৰ্ভাৱ হ'ল। নাম হ'ল বিৰক্ত। দেখাত অতিকে পৰম শোভন। কিন্তু পৃথিবীৰ ভোগত লেখমানো ইচ্ছা নুতাহ নাই। সন্ন্যাস ধৰ্ম্মতহে বুদ্ধি নিবিষ্ট হ'ল। বিৰক্তৰ এটি সন্তান জন্ম পালে। নাম হ'ল কীৰ্ত্তিমন্ত। কীৰ্ত্তিমন্তই ইন্দ্ৰিয় মনক সম্পূৰ্ণ দমন কৰিলে। কীৰ্ত্তিমন্তৰ পুত্ৰ হ'ল কৰ্দ্দম। কৰ্দ্দম মহা ধৰ্ম্মৱন্ত আৰু তপস্যাতহে সদাই নিমগ্ন চিত্ত হ'ল। কৰ্দ্দমৰ পুত্ৰ হ'ল অনঙ্গ। প্ৰজা পালনত অনঙ্গৰ মতি উপজিল। তেওঁ ৰজা হৈ, অৰ্থ আৰু ইন্দ্ৰিয়ৰ বশবৰ্ত্তী হ'ল। কিন্তু প্ৰজা প্ৰতিপালনত যশ কীৰ্ত্তি বাঢ়িব ধৰিলে। ৰজাৰ অৰ্থাৎ অনঙ্গৰ এটি সূৰ্য্যৰ নিচিনা কন্যা জন্ম পালে। কন্যাটি অতিকে ৰূপৱতী আৰু গুণৱতী বুলি তিনিওলোকতে

খ্যাত হ'ল। নাম সুনীথা। সুনীথাৰ গৰ্ভত বেণৰ জন্ম হ'ল। বেণ ৰজা হ'ল হয়; পিছে সাক্ষাৎ অধৰ্ম্ম প্ৰায়। ইন্দ্ৰিয়ৰ বশৱৰ্ত্তী, ৰাগ-দ্বেষ পৰিপূৰ্ণ। অতিকৈ দুৰ্জ্জন। সাধু-ব্ৰাহ্মণসকলক অৱজ্ঞা কৰিব ধৰিলে। তাকে দেখি বিপ্ৰসকলৰ মনত অতিশয় ক্ৰোধ উপজিল আৰু মন্ত্ৰপূত কুশেৰে বেণক মাৰি পেলালে। বেণক মাৰি পেলোৱাত ৰজা নোহোৱা হ'ল। অৰাজক হোৱা দেখি ঋষিসকলে ভাবি-চিন্তি পুনঃ বেণৰ সোঁফালৰ উৰু মথিব ধৰিলে। মথোঁতে মথোঁতে এটি পুৰুষৰ উৎপত্তি হ'ল। দেখিবলৈ অতিকৈ বিকৃত আৰু আধাপোৰা কাঠৰ নিচিনা কুৰূপ হ'ল। ৰক্তবৰ্ণ চকু দুটা যেন অন্ধকূপহে যেনিবা। মূৰৰ চুলিবোৰ জুটুলা জুটুলি। শৰীৰৰ অঙ্গ-প্ৰত্যঙ্গবিলাক সাক্ষাৎ ভীষণ পাপৰ আকাৰ, চণ্ডালহে যেনিবা। লগতে হাজাৰ হাজাৰ ম্লেচ্ছও উৎপন্ন হ'ল। সিহঁতক বিন্ধ্যাচল পৰ্ব্বতত স্থান দিলে। তাৰ পিছত ঋষিসকলে পুনঃ বেণৰ সোঁ বাহুটো মথিব ধৰিলে। তাৰপৰা এগৰাকী দিব্য পুৰুষৰ আবিৰ্ভাৱ হ'ল। গাত কৱচ কুণ্ডল, যেন পুৰন্দৰহে। এখন হাতত অতি তীক্ষ্ণতৰ খড়্গ। আনখন হাতত দিব্য ধনুৰ্ব্বাণ। কণ্ঠত চাৰিখন বেদ স্থিতি হ'ল। ধনুৰ্ব্বেদ শাস্ত্ৰ ভালদৰে জানি ল'লে। দণ্ডনীতিবিলাক তৎক্ষণাৎ হৃদিগত হ'ল।

নাম পৃথু। পৃথুই কৃতাঞ্জলি কৰি ঋষিসকলক ক'লে,—শুনা ঋষিসকল! তোমালোকৰ আশীৰ্ব্বাদত মোৰ সূক্ষ্ম বুদ্ধি লাভ হ'ল। ধৰ্ম্ম অৰ্থ কাম মোক্ষ ভক্তিতত্ত্ব আদি সমস্তই হৃদয়ত জ্ঞাত হ'লোঁ। এতিয়া মই কি কৰিব লাগিব আদেশ কৰা। তোমালোকে যি আদেশ কৰা মই তাকে নতশিৰে গ্ৰহণ কৰি যত্ন সহকাৰে তাক পালনো কৰিম।

পৃথুৰ বিনয় নম্ৰ ভক্তিপূৰ্ণ বাক্য শুনি বিপ্ৰসকলে ধন্য ধন্য বুলি প্ৰশংসা কৰিলে; আৰু ক'লে,—কাম ক্ৰোধ লোভ মোহ সমস্ত দূৰতে পৰিহাৰ কৰা। বিধিৰ বিধান ধৰ্ম্ম সদাই আচৰণ কৰা। সমস্ত ধৰ্ম্মকে তুমি আচৰণ কৰি প্ৰজাবিলাককো এই শাশ্বত ধৰ্ম্মৰ শিক্ষা দিবা। যদিহে প্ৰজাবিলাকে তুমি আচৰণ কৰা শাশ্বত ধৰ্ম্ম পালন নকৰে, তেন্তে যমৰ দৰে তুমি দণ্ড বিধান কৰিবা। প্ৰাণীবিলাকক অৰ্থাৎ প্ৰজাক ভালদৰে প্ৰতিপাল কৰি ৰাখিবা। যেন অধৰ্ম্মত কেতিয়াও মন নাযায়, তাৰ বাবে সদাই সাৱধান হ'বা। সাধু-ভক্ত-ব্ৰাহ্মণসকল য'ত থাকে, সেয়ে অদণ্ড ভূমি বুলি জানিবা।

বেণৰ পুত্ৰ পৃথুই সকলো শুনি মাত লগালে,—"হে ব্ৰহ্ম ঋষি-মুনিসকল! সংসাৰত যিমানবিলাক ভক্ত-বৈষ্ণৱ সাধু-ব্ৰাহ্মণ আছে, সমস্তই যেন মোৰ নমস্য হয়। তাকে কৃপা কৰা।" ঋষিসকলেও "তোমাৰ সমস্ত বাসনা

সিদ্ধি হওক” বুলি সকলোৱে এক বাক্যে আশীৰ্ব্বাদ দিলে।

বেণৰ পুত্ৰ পৃথুৰ পুৰোহিত হ’ল শুক্ৰচাৰ্য্য। বালিখিল্য্য আদি ঋষিসকল হ’ল মন্ত্ৰী। জ্যোতিষ পাঠক গৰ্গ। বেণপুত্ৰ পৃথুৰ সুত আৰু মাগধ নামে দুটি পুত্ৰ উৎপন্ন হ’ল। পৃথুই দুয়োজনকে ক’লে যে তোমালোক দুয়োজনে পৃথিবীক ভিন্ন কৰি সদাই পালন কৰিবা। পিছত পৃথিবী বিষম হোৱা যেন দেখি মনত এটি উপাই চিন্তা কৰি ধনুৰ আগেৰে শিলবিলাক কোচাই আনি স্থানে স্থানে পৰ্ব্বত স্থাপন কৰিলে। তাকে দেখি ব্ৰহ্মা-বিষ্ণু, পুৰন্দৰ, প্ৰজাপতিসকল আৰু দেৱ ঋষিসকল আদি কৰি সকলো-বিলাকে অতি আনন্দমনে আহি পৃথু নৃপতিক মহানন্দে ৰাজ্য সমৰ্পণ কৰিলে। সপ্তদ্বীপা বসুমতীয়ে মহানন্দে পৃথুক স্বামী ভজিলে। ইন্দ্ৰই অপৰ্য্যাপ্ত ধন দিলে। কুবেৰেও ভাণ্ডাৰে ভাণ্ডাৰে ধন ৰত্ন দিলে। এইবিলাক পাই ৰজাই মহা আনন্দ লাভ কৰিলে। অসংখ্য হাতী-ঘোঁৰা, ৰথ, ভৰা মাত্ৰে যিমান লাগে তাতোকৈ অধিক পায়। ৰোগ-শোক আদি একো নাইকিয়া হ’ল। সকলো প্ৰজা সৰ্ব্ব সুখে সুখী হ’ল। আনকি সৰ্প আদিৰ পৰাও কাৰো ক’তো ভয় নোহোৱা হ’ল। পৃথু নৃপতিৰ শাসনত দেশত চোৰ ডকাইত আদি কাৰো প্ৰতি কাৰো ভয় শঙ্কা নোহোৱা

হ'ল। যাক দেখি নদীবিলাকেও ভয়ত স্তব্ধ হৈ থাকে। পৰ্ব্বত-পাহাৰবিলাকে যাক দেখি বাট এৰি দিয়ে। আজ্ঞা ভঙ্গ কেতিয়াও কোনেও নকৰে। শিলবিলাকেও ভয়ত ফাট মেলে। পৃথিবীক দোহণ কৰি নানাবিধ শস্য নানাবিধ ৰত্ন উপাৰ্জ্জন কৰিলে। যক্ষ-ৰাক্ষসৰ য'ত একো উৎপাত নাছিল, সেইবিলাকো বশ হৈ থাকিল। যিহেতু প্ৰজাবিলাকে ধৰ্ম্মৰে মনোৰঞ্জন কৰিলে, সেইবাবে "ৰজা" বুলি কয়। বিষ্ণুৰ কপালৰ মলৰ পৰা সোণৰ উৎপত্তি হ'ল আৰু তেঙ্গৰ পৰাই লোহাৰ উৎপত্তি হ'ল।

নমো নমো নাৰায়ণ পশিলোঁ শৰণ।
দাস বুলি উদ্ধাৰ কৰিয়ো জনাৰ্দ্দন॥
ভকত-বৎসল তুমি পতিতপাৱন।
পতিততাৰণ তযু দুখানি চৰণ॥
তুমি বিনে পাপ হন্তে নিস্তাৰন্তা নাই।
যাৰ নাম শুনি যম কিঙ্কৰ পলায়॥
তোমাক জানয় যিটো বুধ নৰচয়।
গো-খোজ সমানে ইটো সংসাৰ তৰয়॥
তথাপিতো মই কিনো অজ্ঞানী পামৰ।
তোমাত নজন্মে মতি কি ভৈলোঁ বৰ্ব্বৰ॥

সদা পৰদ্ৰব্যে মন ভৈলেক বিকল ।
হে কৃষ্ণ সাঙ্গে মই পাপে গৈলোঁ তল ॥
পুত্ৰ ভাৰ্য্যা পুষিবে সদায়ে মোৰ মন ।
কেন মতে অৰ্থচয় হুইবে উৎপন্ন ॥
দিবা-ৰাতি সদা মন ভ্ৰময় ইহাত ।
তোমাক নাজানি কৰিলোঁহো আত্মাঘাত ॥
হে জয় জগন্নাথ পশিলোঁ শৰণে ।
কৰিয়ো উদ্ধাৰ মোক অৰুণ চৰণে ॥
তাতো ভ্ৰম কৰা দূৰ মোহোৰ মনৰ ।
কৰোঁহো প্ৰাৰ্থনা মই দেৱ দামোদৰ ॥
শয়নে ভোজনে মোৰ ভ্ৰমন্তে পথত ।
তযু নাম সদা যেন স্ফুৰুচে মুখত ॥
তোমাৰ চৰণে মোৰ সদা হৌক ৰতি ।
এহিসে প্ৰাৰ্থনা মোৰ সাধা লক্ষ্মীপতি ॥
মহাভাৰতৰ কথা শুনা সভাসদ ।
বোলা ৰাম হৰি হৌক পাতক উচ্ছেদ ॥

———

## ধৰ্ম্ম সম্পৰ্কে যুধিষ্ঠিৰৰ প্ৰশ্ন

বৈশম্পায়নে ক'লে,—হে মহাৰাজ জন্মেজয়! তাৰ পাছত কি হ'ল কওঁ শুনা। ধৰ্ম্মৰাজ যুধিষ্ঠিৰে কৰযোৰে পিতামহ ভীষ্মক বিনয় নম্ৰ স্বৰে ক'লে,—নৃপতিৰ আদি কথা সকলোবিলাক মোক ক'লা তোমাৰ কৃপাত সকলো শুনিলোঁ। এতিয়া সকলো ধৰ্ম্মৰ ভিতৰত শ্ৰেষ্ঠ ধৰ্ম্ম কি? চাৰিও বৰ্ণৰ ধৰ্ম্ম কেনেকুৱা? ৰজাৰ ধৰ্ম্মই বা কেনেকুৱা? প্ৰত্যেক ধৰ্ম্মৰ মৰ্ম্ম কথা কি? কি ধৰ্ম্মত প্ৰজা বাঢ়ে? কি ধৰ্ম্মত ৰজা বাঢ়ে? অনুগ্ৰহ কৰি সকলো ধৰ্ম্মৰ কথা কৈ মোৰ অন্তৰৰ সংশয় ছেদ কৰা। নগৰত বাস কৰা নৰ বা ভৃত্য আদি যি যি থাকে, তেওঁলোকৰ অৰ্থৰ ভাণ্ডাৰ কেনেকৈ বৃদ্ধি হ'ব? সংশয় ছেদ কৰি কোৱা। শুনি মনত তৃপ্তি লাভ কৰোঁ। দণ্ড, দুৰ্গ, ৰজাৰ সহায়কাৰী যিমানবিলাক থাকে মন্ত্ৰী, ঋত্বিজ, পুৰোহিত, আচাৰ্য্যসকল কেনেকুৱা হ'লে ৰজাই ত্যাগ বা বৰ্জ্জন কৰিব? আপদ সময়ত কাক বিশ্বাস কৰিব? বা নিজে কিদৰে দৃঢ় হৈ থাকিব পাৰিব? এইবিলাক কথা ভাঙি পাতি কোৱা পিতামহ! আনন্দমনেৰে শুনি থাকোঁ।

যুধিষ্ঠিৰৰ প্ৰশ্নবিলাক শুনি মহামানী ভীষ্মদেৱে মনে মনে

ধৰ্ম্মক নমস্কাৰ জনালে। পুনুবাৰ শ্ৰীকৃষ্ণৰ চৰণতো প্ৰণিপাত কৰিলে। তাৰপাছত ভক্ত-বৈষ্ণৱ, সাধু-ব্ৰাহ্মণৰ চৰণতো নমস্কাৰ জনালে। তাৰ পিছত মন স্থিৰ কৰি, হৃদয়ত শ্ৰীকৃষ্ণক ধাৰণ কৰি ধৰ্ম্মৰ কথা ক'বলৈ সাজু হ'ল; আৰু সংসাৰৰ সমস্ত সাধু-ভক্ত-বৈষ্ণৱক মনে মনে নমস্কাৰ কৰি, ধৰ্ম্মৰ বিষয়ে ক'ব ধৰিলে।

---

## চাৰি বৰ্ণৰ ধৰ্ম্ম কথন

ভীষ্মদেৱে ক'লে,— হে ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰ বাপ! বৰ্ণাদিৰ ধৰ্ম্মৰ কথা কওঁ শুনা। ক্ৰোধ বৰ্জ্জন কৰি সদাই সত্য কথা ক'ব। প্ৰত্যেকেই স্বধৰ্ম্মত থাকিব। স্ব-ভাৰ্য্যাত পুত্ৰ জন্ম দিব। সকলো প্ৰজাৰ প্ৰতি ক্ষমাৱন্ত হ'ব। নিজৰ শৰীৰ সদাই শুচি ৰাখিব। কেতিয়াও কোনো কাৰণতে কোনেও কাৰো দ্ৰোহ নিচিন্তিব। কুটিল স্বভাব প্ৰত্যেকেই এৰিব। এই গুণবিলাক সকলো বৰ্ণৰ ধৰ্ম্ম। এতিয়া চাৰিও বৰ্ণৰ ধৰ্ম্ম কথা কওঁ শুনা।

প্ৰথমতে ব্ৰাহ্মণৰ ধৰ্ম্ম সম্পৰ্কে কওঁ শুনা। ইন্দ্ৰিয় দমন কৰি মন নিশ্চল কৰি ৰাখিব। প্ৰতিদিনে বেদ অভ্যাস কৰিব। এয়া হৈছে ব্ৰাহ্মণৰ কৰ্ম্ম। স্বধৰ্ম্মত যি দ্ৰব্য বস্তু উৎপন্ন হয়, তাকেহে বিপ্ৰসকলে গ্ৰহণ কৰিব। কুৎসিত ধৰ্ম্ম সদাই বৰ্জ্জন কৰিব। সদাই চিত্ত শান্ত হৈ থাকিব লাগিব। আশ্ৰম কৰি পুত্ৰ জন্মাব। নিতৌ সদৰ্থত দান কৰিবই লাগিব নিশ্চিত। যি অৰ্থ থাকে, তাক তিনিভাগ কৰি দুভাগ বিপ্ৰ আৰু দেৱতাত সমৰ্পণ কৰি, বাকী এভাগ নিজে ভুঞ্জিব। এই গুণবিলাকেই হ'ল ব্ৰাহ্মণৰ ধৰ্ম্ম।

এতিয়া ক্ষত্ৰিয়ৰ ধৰ্ম্মৰ কথা কওঁ শুনা। লোকক দান কৰিব। কিন্তু আনৰ দান নল'ব। নিজে নযজি আনক যজাব। সদাই পঢ়িব, কেতিয়াও আনক নপঢ়াব। শত্ৰু আৰু ডকাইতক বধিবলৈ উদ্যত হ'ব লাগে। যুদ্ধৰ সময়ত অতিকৈ পৰাক্ৰমী হ'ব লাগে। ধনুৰ্ব্বেদ আৰু যুদ্ধৰ কৌশল ভালদৰে জানিব লাগে। কঠোৰ পৰিশ্ৰমী হ'ব লাগে। অনেক শত্ৰুৰ লগত সমৰ কৰি, শত্ৰু জিনি নীৰুজ শৰীৰেৰে আহিব লাগে। বুজিছা ধৰ্ম্মৰাজ! তেনেজনকে মহাবীৰ বলিয়াৰ বুলি প্ৰশংসা কৰিব লাগে; আৰু সেইজনেই প্ৰকৃত ক্ষত্ৰিয় বুলি মই নিশ্চিত কৰি ক'লোঁ। বেদ অধ্যয়ন, যজ্ঞ, দান সদাই কৰিব। অতিশয় শান্ত চিত্ত-মনবদ্ধাৰা ক্ষমাযুক্ত

হৈ ৰজাই প্ৰজা প্ৰতিপাল কৰিব লাগে। সদাই যুদ্ধ কৰা আৰু ক্ষত্ৰিয়ৰ ধৰ্ম্মত ৰত থকা জনেই মহাজ্ঞানী আৰু বুদ্ধিত চতুৰ বুলি জানিবা। তেনে নৃপতি অৰ্থাৎ শাসক প্ৰজাসকলৰ মহা মিত্ৰ। বুজিছা যুধিষ্ঠিৰ! এয়া একো আচৰিত কথা বুলি নাভাবিবা।

ইয়াৰ পিছত বৈশ্যৰ ধৰ্ম্মৰ বিষয়ে কওঁ শুনা। সদাই দান, বেদ অধ্যয়ন কৰিব। যজ্ঞ যজিব। ধৰ্ম্ম ধন উপাৰ্জ্জন কৰিব। সেই শুদ্ধ বিত্তধন সঞ্চয় কৰিব। পশুবিলাকক পিতৃতুল্য কৰি পালন কৰিব। বিশেষকৈ গৰু-প্ৰতিপাল কৰাতোহে উচিত ধৰ্ম্ম। বৈশ্যই পশু প্ৰতিপাল কৰিয়েই মহাসুখ পায়। সেইবাবে পশু পালনেই বৈশ্যৰ মুখ্য ধৰ্ম্ম। কেনেকৈ জীৱিকা নিৰ্ব্বাহ কৰিব, ভাঙি-পাতি কওঁ শুনা। যদি দুগ্ধৱতী গাই ছয়জনী ৰাখে, তাৰে এজনী গাইৰ গাখীৰ খাব পাৰিব যদি এশজনী গাই ৰাখে, তেন্তে তাৰে এজনী গাই বৈশ্যই ল'ব পাৰিব। এইদৰে পশু ৰক্ষা কৰি তাৰতম্য মূল্য লৈ জীৱন ধাৰণ কৰিব। বৈশ্যৰ ব্যতিৰেকে আনে কেতিয়াও পশু ৰক্ষা নকৰিব। বৈশ্য ধৰ্ম্মৰ কথা ইয়াতে সমাপ্ত কৰিলোঁ।

এতিয়া শূদ্ৰ ধৰ্ম্মৰ কথা শুনা। পূৰ্ব্বত ব্ৰহ্মাদেৱে ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্যৰ পৰিচৰ্য্যাৰ বাবে শূদ্ৰৰ সৃষ্টি

কৰিছিল। এই পৰিচৰ্য্যাৰ ফলত শূদ্ৰেই অতিশয় সুখ সমৃদ্ধি লাভ কৰিব। শূদ্ৰেই অৰ্থ সম্পদ সঞ্চয় কৰিব নালাগে। বুজিছা বাপ যুধিষ্ঠিৰ! অৰ্থৰ পৰা শূদ্ৰৰ অনৰ্থ অৰ্থাৎ মহাপাপ মিলিব নিশ্চয়। তিনি বৰ্ণৰ আজ্ঞা অনুসৰি শূদ্ৰেই প্ৰবৰ্ত্তন কৰিব লাগিব। তিনিও বৰ্ণই শূদ্ৰক পালন পোষণ কৰিব লাগিব। থকা-মেলা, পিন্ধা-ওৰা, যি য'ত লাগে তিনিও বৰ্ণই শূদ্ৰক দিব লাগিব। ভোগ কৰিলেহে যিটো জীৰ্ণ হয়, তেনে খাদ্যহে তিনিও বৰ্ণই শূদ্ৰক দিব। সেই দ্ৰব্য বস্তুৰদ্বাৰাই শূদ্ৰেই জীৱন ধাৰণ কৰি থাকিব লাগিব। তাত বাহিৰে শূদ্ৰৰ অন্য গতি নাই। সমস্ত বৰ্ণৰ ধৰ্ম্ম সম্পৰ্কে তোমাক ইমানেই ক'লোঁ। এতিয়া চাৰি আশ্ৰমৰ কথা কওঁ শুনা।

নমো নমো হৰিপদ পঙ্কজত দিয়া মাথ
কৰোঁ মই লক্ষ কোটি সেৱ।
দুৰ্ব্বাদল সম শ্যাম সুন্দৰ শৰীৰ গুটি
যাক সম নাহি আন দেৱ॥
অন্তৰ্য্যামী ৰূপে তুমি সবাৰো হৃদিত থাকা
শুভাশুভ কৰ্ম্ম প্ৰৱৰ্ত্তাই।
ধৰ্ম্মাধৰ্ম্ম পাপ-পুণ্য সমস্তে জানোহো আমি
প্ৰৱৰ্ত্তাৱে তভো শক্তি নাই॥

তথাপি অনুগ্ৰহ লেশ মিলয় যাহাক প্ৰতি
তাৰ বাকী কিঞ্চিতো নৰৈলা ।
হৃদয়ত থাকি তাক শুভ উপদেশ দিয়া
আনন্দে সংসাৰে পাৰ পাইলা ॥
যিসব জনক প্ৰতি তোমাৰ নিগ্ৰহ ভৈল
দিনে দিনে বাঢ়িব কুমতি ।
কৰয় অন্যায়চয় পাপ হোৱে অভ্যুদয়
একোৰূপে নাহিকে নিষ্কৃতি ॥

হে প্ৰভু হৃষীকেশ কৰা অনুগ্ৰহ লেশ
মই মহা পতিতক প্ৰতি ।
তোমাৰ চৰণ তলে মজিয়া ৰহোক মন
এহি কৃপা কৰা লক্ষ্মীপতি ॥

শুনা সভাসদ লোক পুণ্য কথা ভাৰতৰ
ইসে জানা তৰণ উপায় ।
সবেও আনন্দ মনে ৰাম বোলা ঘনে ঘনে
জানা নাম বিনে গতি নাই ॥

---

## চাৰি আশ্ৰমৰ কথা

গঙ্গাসুত ভীষ্মদেৱে ক'লে,—হে মোৰ প্ৰিয় নাতি, বাপু যুধিষ্ঠিৰ! প্ৰথমে বাণপ্ৰস্থী ধৰ্ম্মৰ বিষয়ে কওঁ শুনা। সত্য কৰ্ম্ম কৰি নিজক সংস্কাৰ কৰিব। তাৰপিছত বেদ অধ্যয়ন কৰিবই লাগিব। তেতিয়াহে মনোনীত ভাৰ্য্যা বিবাহ কৰিব। যদি ভাৰ্য্যা বিবাহ নকৰে, তেন্তে গৃহাশ্ৰম ধৰ্ম্ম যিবিলাক আছে, সেই সমুদায় সমাপ্ত কৰি শিৰত দিব্য জটা ধৰি গৃহাশ্ৰম ধৰ্ম্মত কৃতকৃত্য হৈ বাণপ্ৰস্থ আশ্ৰমত উপস্থিত হ'ব গৈ। অৰণ্যত বেদ অধ্যয়ন কৰিব। তাৰ পিছত উৰ্দ্ধৰেতা (জিতেন্দ্ৰিয়) হৈ ব্ৰত কৰি সন্ন্যাস গ্ৰহণ কৰিব। তেতিয়া তেওঁ ব্ৰহ্মভাব প্ৰাপ্ত হ'ব। সমস্ত আশা-কামনা ত্যাগ কৰিব। সদাই অলপ নিদ্ৰা আচৰণ কৰিব। একেবাৰে নিদ্ৰামগ্ন হৈ নাথাকিব। একে ঠাইতে কেতিয়াও সদাই নাথাকিব। দৈব্যক্ৰমে যি মিলে তাকে ভোজন কৰিব। এয়া বাণপ্ৰস্থী ধৰ্ম্মৰ কথা ক'লোঁ।

এতিয়া গৃহাশ্ৰমী ধৰ্ম্মৰ কথা কওঁ। একমনে শুনা। প্ৰথমতে বেদ অধ্যয়ন কৰিব। বিধিমতে সমস্ত শুভকৰ্ম্ম কৰিব। কন্যা বিবাহ কৰি পুত্ৰ অৰ্জ্জন কৰিব। সমস্ত সুখকে ভোগ কৰিব। ঋতু সময়তহে ভাৰ্য্যাত গমন কৰিব।

সদাই নিয়মিত ভোজন কৰিব। দুৰ্জ্জন কুটিল ( কপটীয়া ) কেতিয়াও নহ'ব। দেৱতা পিতৃত সদাই তৰ্পণ কৰিব। সদাই পৰৰ উপকাৰ কৰিব। সত্য ব্যতিৰেকে কেতিয়াও মিছা কথা নক'ব. সদাই বিনয় নম্ৰ হৈ চলিব। কাকো হিংসা নকৰিব। আনকি মনেৰেও কাৰো প্ৰতি হিংসা ভাব নানিব। ক্ষমাবন্ত হ'ব। ইন্দ্ৰিয় দমন কৰিব। সাধু-বৈষ্ণৱ, ভক্ত-সজ্জনক সদাই অন্ন নিবেদন কৰিব। সদাই নিজৰ ঘৰত হৰি-গুৰুৰ কথা শ্ৰৱণ কৰিব। নিজৰ ভাৰ্য্যাতহে ৰতি-প্ৰীতি কৰিব। গৃহবাসীয়ে সদাই অতিথি শুশ্ৰূষা কৰিব। যি লোকে এইদৰে গৃহধৰ্ম্ম কৰে, তেওঁ অন্তকালত গৈ স্বৰ্গভোগ কৰিব পাৰিব।

ব্ৰহ্মচাৰীৰ লক্ষণ কওঁ শুনা। প্ৰথমে সন্ত-গুৰু ক'ত আছে, সুধি-পুচি বিচাৰি চাই, তাত গৈ দীক্ষা গ্ৰহণ কৰিব। তাৰ পিছত গুৰু ভক্তি অনুষ্ঠান কৰিব। প্ৰতিদিনে বেদ অভ্যাস কৰিব। স্বভাৱতে ব্ৰহ্মচৰ্য্য ব্ৰত ধৰিব। সদাই নিয়মিত আহাৰ বিহাৰ কৰিব। ব্ৰহ্মচৰ্য্যব্ৰত ধৰ্ম্ম সুসম্পন্ন কৰি, ইন্দ্ৰিয় সম্পূৰ্ণ দমন কৰি, ভালে ভালে থাকিব। এয়ে ব্ৰহ্মচৰ্য্য আশ্ৰমৰ কথা।

ভিক্ষুকৰ ধৰ্ম্ম কথা কওঁ শুনা। আগতে ব্ৰাহ্মণৰ সংস্কাৰ কৰিব। পাছত কন্যা বিবাহ কৰিব। যিজনে সদাই ইন্দ্ৰিয় দমন কৰিব পাৰিছে, তেওঁ ভিক্ষা কৰি আনি প্ৰথমে

কৃষ্ণত অন্ন নিবেদন কৰিব। তাৰ পাছত অৱশেষ অন্ন ভাৰ্য্যাসহ মহানন্দে ভোজন কৰিব আৰু কৃষ্ণৰ চৰণত সদাই মন প্ৰাণ অৰ্পণ কৰিব। যদি হঠাৎ কোনো অতিথি আহি উপস্থিত হয়, তেন্তে নিজে নাখাই অতিথিক সৎকাৰ কৰিব। পিছলৈ বুলি কোনো দ্ৰব্য সাঁচি নথ'ব। পুনঃ মাগি আনি অন্ন ভুঞ্জিব। এয়ে ভিক্ষুকৰ ধৰ্ম্ম।

হে ধৰ্ম্ম যুধিষ্ঠিৰ! চাৰিবিধ আশ্ৰমৰ কথা ক'লোঁ। আৰু কিবা শঙ্কা আছে যদি সোধা। মই তোমাৰ সকলো শঙ্কা দূৰ কৰিব পাৰিম। যিহেতু দয়াময় শ্ৰীকৃষ্ণই মোক অনুগ্ৰহ কৰিছে।

ধৰ্ম্মৰাজ যুধিষ্ঠিৰে বিনয়েৰে ক'লে,—হে পিতামহ! মোৰ সুধিব লগা কথা আছে। শুনক। মোৰ নিচিনা হিংসুক প্ৰাণীবিলাকৰ কেনেকৈ কল্যাণ সাধন হব? কেনেকৈ সকলো প্ৰাণীতে হিংসাশূন্য হ'ব পাৰি, তাৰে উপায় দিয়া। আন হাতে অন্য আৰু কি কি ধৰ্ম্ম আছে, সকলো মোক বুজাই দিয়া।

ভীষ্মদেৱে ক'লে—হে বাপ যুধিষ্ঠিৰ! তুমি যি সুধিলা, সেই সমস্ত কথা ভালদৰে তোমাক বুজাই কওঁ শুনা। ব্ৰাহ্মণৰ চাৰিও আশ্ৰমৰ কথা ক'ম। কিন্তু বাকী তিনি বৰ্ণৰ তাত অধিকাৰ নাই। ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰৰ

ধৰ্ম্ম ভিন্নে ভিন্নে ক'ম। স্বধৰ্ম্মত প্ৰত্যেকেই প্ৰবৰ্ত্তিব। সকলো কথা তোমাক বিৱৰি কওঁ শুনা। যি ব্ৰাহ্মণে ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰৰ ধৰ্ম্ম গ্ৰহণ কৰে, তেনে ব্ৰাহ্মণে ইহলোকত অসহনীয় দুখ ভুঞ্জিব লাগিব আৰু সমস্তৰে নিন্দাৰ পাত্ৰ হ'ব। পৰলোকতো গৈ তেনেজনে অসহনীয় নৰক ভুঞ্জিব লাগিব। সমস্ত প্ৰাণীৰ ভিতৰত কুকুৰকে নীচ বোলা হয় যদিও নিন্দিত ব্ৰাহ্মণ তাতোকৈ নীচ আৰু নিন্দনীয় হয়। বুজিছানে বাপ যুধিষ্ঠিৰ! এয়া তোমাক ইয়াৰ তত্ত্ব কথা ক'লোঁ। ব্ৰাহ্মণ সদাই সদ্কৰ্ম্মত ৰত হ'ব লাগে। গৃহাশ্ৰম ধৰ্ম্ম সদাই পালন কৰি গৃহত থাকিয়েই কৃতকৃত্য হৈ শেষত অৰণ্যত বাস কৰিব লাগে। তেনেজনকে উত্তম ব্ৰাহ্মণ বুলি কোৱা হয়।

হীন ব্ৰাহ্মণৰ কথা কওঁ শুনা। যি ব্ৰাহ্মণ ৰজাৰ আজ্ঞামতে চলে, যি ব্ৰাহ্মণে বেপাৰ বাণিজ্য কৰি ধন উপাৰ্জ্জন কৰে, যি ব্ৰাহ্মণে ধাৰে দি সুত লয়, তেনে ব্ৰাহ্মণক হীন বা নীচ ব্ৰাহ্মণ বুলি কোৱা হয়। তেনে ব্ৰাহ্মণে স্বধৰ্ম্মত হীন আৰু শূদ্ৰানীত যিজন পতিত হয়, যিজন দুষ্টচিত্ত, সদাই হীন কৰ্ম্ম কৰে, নৃত্য কৰি ফুৰে, গায়েঁ ভুঞ্জেঁ যাজক হৈ যজমান যজি ফুৰে দেৱৰ কৰ্ম্মত, দানত, পূজা-সেৱাত তেনে ব্ৰাহ্মণক বৰ্জ্জন কৰিবা।

ক্ষত্ৰিয়ই সদাই প্ৰজা পালন কৰিব। ৰাজসূয় আদি যজ্ঞ কৰিব। সাধু-সন্ত-ব্ৰাহ্মণক ইচ্ছামতে অসংখ্যাত ধন-ৰত্ন দান দক্ষিণা দিব। যুদ্ধত শত্ৰুক জিনি জয়যুক্ত হ'ব। দেৱ-পিতৃ, সাধু-বৈষ্ণৱ, ভক্ত-ব্ৰাহ্মণক পূজা অৰ্চ্চনা কৰিব। অৱশেষত প্ৰজা পালনৰ বাবে পুত্ৰক দায়িত্ব দি ঋষি-মুনি সন্ত-বৈষ্ণৱৰ আশ্ৰমত থাকি ভাবত পুৰাণ আদি শাস্ত্ৰ নিতৌ শুনিব। ভিক্ষা কৰি জীৱন নিৰ্ব্বাহ কৰিব। ৰাজ-ঋষি ধৰ্ম্ম ধৰি সংগতি লাভ কৰিব।

× × ×

[ইয়াৰ পিছত চতুৰ্থ খণ্ড চাওক]

# মহাভাৰতৰ প্ৰাণ-সঙ্গীত

## চতুৰ্থ খণ্ড

### ৰাজধৰ্ম্ম কথন

সকলো ধৰ্ম্মতকৈ ৰাজধৰ্ম্মই প্ৰধান। যেনেকৈ হাতীৰ খোজত অন্য খোজ লয় যায়; তেনেকৈ সমস্ত ধৰ্ম্ম, ৰাজধৰ্ম্মৰ ভিতৰত নিবাস কৰে। এই ৰাজধৰ্ম্মতেই সকলো ধৰ্ম্ম অপ্ৰয়াসে সিদ্ধি হয়। যিমানবিলাক নীতিধৰ্ম্ম আছে, সেই সমস্ত ধৰ্ম্মৰ ফল এই ৰাজধৰ্ম্মতেই লাভ হয়। যি শাসনকৰ্ত্তাই বা ৰজাই এই ৰাজধৰ্ম্ম এৰে, তেনে শাসকৰ বা ৰজাৰ সমস্ত ধৰ্ম্মৰ ফল নষ্ট হয়।

ভীষ্মদেৱে ক'লে,— আৰু এটা কথা কওঁ মন দি শুনা। পূৰ্ব্বত দানৱসকলে সমগ্ৰ পৃথিবী পৰ্য্যটন কৰি চাৰিও আশ্ৰমৰ সমস্ত ধৰ্ম্ম নষ্ট কৰিলে। সেই সময়তে মান্ধাতা নামে এজন মহা ধৰ্ম্মৱন্ত পুৰুষ ৰজা হ'ল। সমস্ত প্ৰজাকে নিজৰ পুত্ৰসম দেখে। প্ৰজাসকলেও তেওঁক পিতৃ যেন ভাবে। তেওঁ অনেক যজ্ঞ যজিলে। বিষ্ণুত একান্তে শৰণ

পশি, দেহ-মন-প্ৰাণ সকলো বিষ্ণুতে অৰ্পণ কৰিলে। তেওঁৰ অচলা ভক্তিত তুষ্ট হৈ দেৱ দয়াময় লক্ষ্মীপতি শ্ৰীভগৱন্তই ইন্দ্ৰৰ বেশত আহি দেখা দিলে, আৰু মান্ধাতাৰ লগত কথা বতৰা হ'ল। শেষত ইন্দ্ৰৰূপী শ্ৰীভগৱন্তই ক'লে,—শুনা মান্ধাতা নৃপবৰ! ধৰ্ম্মৱন্ত সকলৰ ভিতৰত তুমি শ্ৰেষ্ঠতম। তুমি যাক দেখা পাবলৈ মনত বাঞ্ছা কৰিছা, সেই নাৰায়ণ সমস্তৰে আদিদেৱ। যাক লক্ষ্মী সৰস্বতীয়ে মহাপ্ৰেমে সদাই সেৱা শুশ্ৰূষা কৰি থাকে। যাৰ আদি অন্ত নাই, অতৰ্ক মহিমা। যিজন অনন্তবীৰ্য্য। যাৰ বীৰ্য্যৰ কথা কৈ কোনেও অন্ত কৰিব নোৱাৰে। তেওঁ আমাৰ দৃষ্টি গোচৰ নহয়। যাক ব্ৰহ্মা আদি কোনেও দেখা নাপায়। সেই পৰমেশ্বৰ শ্ৰীভগৱন্তক কেনেকৈ দেখা পাবা? আচলতে তুমি কি বাঞ্ছা কৰিছা মোৰ আগত কোৱা। তুমি মহা পৰাক্ৰমী আৰু সদাই সদধৰ্ম্মত ৰত। শ্ৰীকৃষ্ণৰ চৰণত সদাই ভক্তি কৰিবা। যি বৰ লাগে তেওঁ নিজেই দিব। এতেকে হে নৃপতি! তুমি ভাবি গুণি চাই ল'বা।

মান্ধাতাই ক'লে,—হে দেৱৰাজ! মোৰ মনৰ বাঞ্ছা কওঁ শুনা। এই মহাঘোৰ সংসাৰত হৰিসম আন কোনো বন্ধু বিচাৰি নাপাওঁ। সেইবাবে এই সমস্ত ৰাজ্য সুখ ভোগ এৰি প্ৰাণৰ বান্ধৱ সেই শ্ৰীহৰিকেই চিন্তি থাকিম

গৈ বুলি ভাবিছোঁ। সমস্ত ধৰ্ম্মৰ ভিতৰত যিটো শ্ৰেষ্ঠ ধৰ্ম্ম সেয়ে হৈছে ৰাজধৰ্ম্ম। এই ৰাজধৰ্ম্ম আচৰণ কৰি অনেকে পুণ্য স্থান পাইছে। শ্ৰীনাৰায়ণে এই ৰাজধৰ্ম্ম প্ৰৱৰ্ত্তন কৰিলে। মই মহা মূঢ়মতিয়ে সেই ৰাজধৰ্ম্মৰ একো তত্ত্ব মৰ্ম্ম নাজানো।

ইন্দ্ৰৰূপী শ্ৰীভগৱন্তই ক'লে,—শুনা নৰেশ্বৰ! তোমাৰ আগত মই পূৰ্ব্বৰ বৃত্তান্ত কওঁ। ৰাজধৰ্ম্মনীতি পূৰ্ব্ব কালত কিঞ্চিত্মান আছিল। সেয়ে সমস্ত প্ৰাণীকে অধৰ্ম্মই গ্ৰাস কৰিলে। পাছে আদিদেৱে ক্ষত্ৰিয়ধৰ্ম্ম সৃষ্টি কৰিলে। সেই ধৰ্ম্ম ৰজাবিলাকে আচৰণ কৰিলে। অন্য ধৰ্ম্মবিলাকো ভিন্ন ভিন্ন কৰি সৃজিলে। সেই ধৰ্ম্ম আচৰণ কৰি সকলোৱে গতি পায়। সকলো ধৰ্ম্মতকৈ ৰাজধৰ্ম্মনীতি শ্ৰেষ্ঠ। এই ধৰ্ম্মত থাকি শাসক বা ৰজাসকলে মোক্ষ সাধন কৰিব পাৰে। যি নৃপতিয়ে এই ৰাজধৰ্ম্মনীতি গ্ৰহণ কৰি প্ৰজা প্ৰতিপাল কৰে, তেনে শাসক বা নৃপতিয়েই প্ৰধান বুলি নিশ্চয়কৈ জানিবা। নৃপতিয়ে প্ৰথমতে দিগ্বিজয় কৰিব লাগে। হে মহা মতিমান! তাকে ভূমি সংস্কাৰ বুলি কয়। তাৰ পিছত আহি ৰাজ্য অভিষেক কৰিব লাগে। এয়ে ৰাজসংস্কাৰ বুলি লোকালোকে কয়। কেতিয়াও ভিক্ষা কৰিব নালাগে। সদাই প্ৰজা পালনত ৰত থাকিব লাগে। সকলো প্ৰাণীতে অতিশয় দয়াৱন্ত হ'ব লাগে। সংগ্ৰাম

যজ্ঞত প্ৰাণ সমৰ্পণ কৰিবলৈ ভয় কৰিব নেলাগে। এই কথা মই ঋষিসকলৰ মুখত শুনিছিলোঁ। তাকে তোমাক ক'লোঁ। আৰু এটা কথা কওঁ শুনা, নৰেশ্বৰ! যিলোকে ধৰ্ম্ম শাস্ত্ৰবিলাক নপঢ়ে, নুশুনে, তেনে লোকৰ কেতিয়াও ধৰ্ম্মত ৰতি নোপজে। তোমাক এয়া অতিকৈ সাৰ কথা ক'লোঁ। যিবিলাকে নৃপতিক অৱজ্ঞা কৰে, সিবিলাকৰ হাতে দেৱ পিতৃয়ে পানী এটোপাও নলয়। যি নৃপতিক দেৱগণে সন্মান কৰে, তেনেজনক মানুহে নামানে, কিযে পৰম অজ্ঞানী বৰ্ব্বৰ! পূৰ্ব্বত ব্ৰহ্মাদেৱে যেতিয়া জগত স্ৰজন কৰিলে, তেতিয়াই ধৰ্ম্মৰ ৰক্ষক হিচাপে ৰজাকো স্ৰজন কৰিলে। যিজনে অপ্ৰচাৰ ধৰ্ম্ম প্ৰচাৰ কৰে, তেওঁৱেই ধৰ্ম্মৱন্ত ৰজা বুলি জানিবা। তাতেই ক্ষত্ৰিয়ধৰ্ম্ম সৰ্ব্বদায়ে স্থিতি লাভ কৰে। তেনেজনক মই প্ৰণাম জনাওঁ।

ভীষ্মই ক'লে,—শুনা বাপ যুধিষ্ঠিৰ! এই কথা স্বয়ং নাৰায়ণে ছদ্মৰূপে মান্ধাতাক ক'লে। তাৰ পিছত ইন্দ্ৰৰূপী দেৱগদাধৰ স্বস্থানে প্ৰস্থান কৰিলে। এতিয়া কথা হ'ল,— এনেহেন ক্ষত্ৰিয়ধৰ্ম্ম অৰ্থাৎ ৰাজধৰ্ম্ম প্ৰৱৰ্ত্তি থকা স্বত্ত্বেও যি অজ্ঞজনে উলঙ্ঘা কৰি একেবাৰেই নামানে, তেনেজনে প্ৰবৃত্তি নিবৃত্তি কৰ্ম্ম একো নাজানে। অন্যায় কৰ্ম্মত প্ৰবৃত্ত হৈ তেনেলোক নৰকত পৰিব গৈ। হে ধৰ্ম্মৰাজ

যুধিষ্ঠিৰ! তুমি এই ক্ষত্ৰিয় ধৰ্ম্ম অৰ্থাৎ ৰাজধৰ্ম্ম সদাই আচৰণ কৰা। মই তোমাক অন্তৰৰ কথা ক'লোঁ।

যুধিষ্ঠিৰে মাত লগালে,—হে পিতামহ! চাৰি বৰ্ণৰ, চাৰি আশ্ৰমৰ আৰু ৰাজধৰ্ম্ম সম্পৰ্কে মোক ক'লা। কিন্তু মোৰ শঙ্কা তথাপি নুগুচিল। দয়া কৰি অলপ বিস্তাৰিত ভাবে ভাঙি পাতি বুজাই দিয়া।

যুধিষ্ঠিৰৰ কথা শুনি মনত আনন্দ পাই ভীষ্মদেৱে ক'লে,—হে মোৰ হৃদয়ৰ বাপ ধৰ্ম্মৰ নন্দন! ঋষিৰ মুখত যিবিলাক শুনিছিলোঁ, সেই সকলো কথা তোমাক কলোঁ। এতিয়া প্ৰজা পালন কেনেকৈ কৰিব লাগে, তাকে কওঁ শুনা। পণ্ডিত-ব্ৰাহ্মণ, সাধু-বৈষ্ণৱসকলক পৰম যত্ন সহকাৰে প্ৰতিপাল কৰিবা। দুখী-ভিক্ষী আদি যত প্ৰাণী আছে, সকলোকে আত্মসম দেখি সবাকো সম্মান জনাই প্ৰতিপাল কৰিবা। এয়ে সবাতোকৈ উত্তম ৰাজধৰ্ম্ম। ঋষি-মুনি, সন্ন্যাসী আৰু আশ্ৰমীসকলে যি যি ধৰ্ম্ম পালন কৰি, যি ফল লাভ কৰে, ৰজাই ৰাজধৰ্ম্ম ঠিকমতে পালন কৰি, তাৰ শতগুণ ধৰ্ম্মৰ ফল পায়। বিবিধ ধৰ্ম্মৰ কথা তোমাক ক'লোঁ। গতিকে তুমি যত্ন সহকাৰে সেই ধৰ্ম্ম আচৰণ কৰা।

যুধিষ্ঠিৰে পুনঃ অৱনত হৈ ক'লে,—হে পিতামহ!

তোমাৰ মুখত অসংখ্য ধৰ্ম্মৰ কথা শুনিলোঁ। আৰু অলপ সোধোঁ। দয়া কৰি কোৱা,—প্ৰজাবিলাকে প্ৰতিদিনে ৰজাক কেনেকৈ উপাসা কৰিব ? কোৱা পিতামহ ! মই একমনে শুনো।

ভীষ্মদেৱে ক'লে—তুমি যি সুধিলা, সেই বিষয়ে কওঁ শুনা। প্ৰজাসকলে প্ৰতিদিনে ৰজাক উপাসনা কৰিব লাগে। তেতিয়া হ'লে শত্ৰুৱে একো কৰিব নোৱাৰে। সদাই শান্তিত থাকিব পাৰিব। কোনো বেদনা দুখে নাপায়। শত্ৰু পৰাভৱ হ'ব। ৰজা নাথাকিলে অৰ্থাৎ অৰাজক হ'লে, দেশত কাকো কোনেও নমনা হয়। ইটোৱে সিটোৱে মাৰা মাৰি কৰিব। নানা প্ৰকাৰ বিপত্তি মিলিব। বলীয়ে দুৰ্ব্বলীক সদাই পীড়া দুখ দিব। দেশত নাথাকো নাথাকো লাগিব। শান্তি সুখ নোহোৱা হ'ব। সদাই ভয় ত্ৰাস নুগুচিব। সেইবাবে সকলো প্ৰজাই ৰজাক সদাই মান্য সতকাৰ কৰিব লাগে। যেনেকৈ দেৱতাবিলাকে ইন্দ্ৰক সদাই উপাসা কৰি বেঢ়ি থাকে। দেৱতাসকলে ইন্দ্ৰক উপাসা কৰাৰ দৰে প্ৰজাবিলাকেও একাগ্ৰ চিত্তে ৰজাক মান্য সতকাৰ কৰি সদাই পূজা উপাসনা কৰি থাকিব লাগে। শুনা মহাৰাজ যুধিষ্ঠিৰ ! ৰজা বিবৰ্জ্জিত দেশত থাকিলে অপায় অমঙ্গল মিলিবই। যদি কোনো বলৱন্ত ৰজা আহি বলেৰে দেশ জয় কৰি লয়, তেন্তে সেই বলৱন্ত ৰজাক প্ৰজা-

বিলাকে মান্য সতকাৰ কৰি উপাসা কৰিব। এয়ে সুমন্ত্ৰণা বুলি তোমাক ক'লোঁ। যি দেশত ৰজা নাথাকে (অৰ্থাৎ অৰাজক), সেই দেশত নিতৌ পাপ হৈ থাকে। সন্ত-সাধুসকলৰ অৰ্থ, পত্নী, পাপীষ্ঠ দুৰ্জ্জনসকলে বলেৰে হৰণ কৰি নিব। একো একো জনক বহুতে লগ লাগি ধৰি-বান্ধি, মাৰি-পিতি নিব। দাস নহ'লেও দাস কৰি ল'ব আৰু ভাৰ্য্যা-কন্যাকো বলৎকাৰ কৰিব। এই কাৰণে দেৱে প্ৰজা পালনৰ বাবে প্ৰথমে ৰজাকে স্ৰজন কৰিলে। অৰাজক হ'লে কি হয়, এটা উদাহৰণ দিওঁ শুনা, বাপ যুধিষ্ঠিৰ! পাখী নোহোৱা চৰাইক যেনেকৈ কুকুৰে ধৰি মাৰি খায়, ডাঙৰ ডাঙৰ মাছবিলাকে যেনেকৈ পানীত সৰু সৰু মাছ-বিলাকক খেদি খেদি মাৰি খায়, ৰজা নোহোৱা দেশৰ প্ৰজাবিলাকৰো অৱস্থা ঠিক তেনেকুৱাই হয়। বিলাই বিপত্তিৰ সীমা সংখ্যা নোহোৱা হয।

ভীষ্মদেৱে আকৌ ক'লে,—হে মোৰ প্ৰিয় নাতি! এটা ইতিহাসৰ উদাহৰণ দিওঁ শুনা। বসুমান নামে কোশল দেশৰ এজন ৰজা আছিল। তেওঁ দেৱ গুৰু বৃহস্পতিক এই কথা সোধাত গুৰু বৃহস্পতিয়ে কি কৈছিল, সেই কাহিনী তোমাক বুজাই ক'ম। কথাৰ অভিপ্ৰায় ভালদৰে তুমি বুজি ল'বা।



## ৰজা নোহোৱা দেশৰ লক্ষণ

দেৱগুৰু বৃহস্পতিক ৰজা বসুমানে সুধিলে,— হে মহামানী গুৰুদেৱ ! প্ৰজাৰ সম্পদ আৰু আপদ কিয় হয় ? কাক পূজিলে সুখ-শান্তি লাভ কৰিব পাৰি ? দয়া কৰি ইয়াৰ অভিপ্ৰায় কোৱা গুৰুদেৱ !

বসুমান ৰজাৰ কথা শুনি দেৱগুৰু বৃহস্পতিয়ে প্ৰশংসা কৰি ৰজাক ক'লে,—ধন্য ধন্য ৰজা, মহা ধন্যৱান তুমি ৰজা প্ৰধান। তুমি উত্তম প্ৰশ্নকে কৰিছা। উত্তৰ দিওঁ শুনা। সকলো লোকৰ ৰজাই হৈছে মূলধৰ্ম্ম। ৰজাৰ পৰাই প্ৰজাৰ সম্পদ আৰু সুখ-শান্তি হয়। কাৰো প্ৰতি কোনেও হিংসা নকৰে। কাকো কোনেও অহিত চিন্তা নকৰে। যদিহে দেশত ৰজা নাথাকে, তেন্তে কি হয় শুনা। গোৱাল বা গৃহস্থ নোহোৱা গৰুৰ যি অৱস্থা হয়। গৰখীয়া নোহোৱা গৰু যেনেকৈ বাঘে খালেও বা আন কোনোৱে মাৰি কাটি খালেও নাইবা কৰবাৰ গাঁতত বা বোকাত পৰি থাকিলেও খবৰ লওঁতা কোনো নাথাকে, ঠিক তেনেকুৱাই হয়, মহা আপদত পৰে। পিতৃ, মাতৃ, গুৰু কাকো নমনা হয়। অতিথি, সাধু-সন্ত, বৈষ্ণৱ-ভক্ত, জ্ঞানী-গুণী-ব্ৰাহ্মণক কেনে ব্যৱহাৰ কৰিব লাগে, একো নাজানে, চিনি নাপায়।

সমস্ত ধৰ্ম্মকে ব্যাঘাত কৰে। প্ৰজাবিলাক কেৱল অধৰ্ম্মত ৰত হয়। অকালতে প্ৰজাৰ মৃত্যু হ'ব ধৰে। চোৰ ডকাইত দুষ্ট দুৰ্জ্জন হৈ প্ৰজাবিলাক ঘোৰ নৰকৰ ফালে গমন কৰিব। সদাই সকলো যোনিতে ভ্ৰমি ফুৰিব। প্ৰজাৰ কৃষি আদিও উৎপন্ন নোহোৱা হ'ব। বেপাৰ বাণিজ্য বিক্ৰিও বন্ধ হ'ব। বেদধৰ্ম্ম লুপ্তপ্ৰায় হ'ব। যজ্ঞ পূজা সেৱা নোহোৱা হ'ব। সকলো প্ৰজাৰ হৃদয় উদ্বিগ্ন হ'ব। সমস্ত দেশ হাহাকাৰময় হ'ব। ক্ষণমাত্ৰ যদি ৰজা নোহোৱা হয়, তেন্তে প্ৰজা নষ্ট হ'ল বুলি নিশ্চিতৰূপে জানিবা। বাট-পথ, দলং, সেতু-সাকো সকলো নষ্ট হৈ যাব। ভাল কৰোঁতা কোনো নোলাব। সমস্ত প্ৰজাৰ মনত কষ্ট হ'ব। মহা ঘোৰ আপদে সবাকো গ্ৰাস কৰিব। অৰাজক হ'লে এইবিলাক লক্ষণ দেখা পোৱা যাব।

— — ———

## ৰাজাৰ লক্ষণ কথন

দেৱগুৰু বৃহস্পতিয়ে ক'লে,—হে মহাৰাজ বসুসেন! ৰজাৰ লক্ষণৰ বিষয়ে কওঁ শুনা। যিজন প্ৰকৃত ৰজা হ'ব, তেওঁ সমস্তকে সুখত ৰাখিব। ধৰ্ম্ম-অধৰ্ম্ম বিষয়ে ভালদৰে জানিব। ৰজা সমস্ত প্ৰাণীৰ অৰ্থাৎ সমস্ত প্ৰজাৰ সুখৰ কাৰণ। ৰজাক কেতিয়াও মানুহ বুদ্ধি কৰিব নালাগে। মহন্ত দেৱ আহি নৰৰূপে অৱতীৰ্ণ হয়। কালে কালে পঞ্চ লক্ষণ ধৰে। ইয়াৰ কাৰণ হ'ল,—(১) মিছা কথা কৈ যিজনে পাপ আচৰণ কৰে, ৰজাই সেই কথা মনে মনে জানি উচিত দণ্ড বিধান কৰি সেই পাপৰ পৰা প্ৰজাক উদ্ধাৰ কৰে। তেতিয়াই তেওঁ অগ্নিৰ নিচিনা হ'ল বুলি জানিবা। (২) যিজন ৰজা জ্ঞানী গুণী হ'ব তেওঁ চোৰাংচোৰাৰ দ্বাৰা প্ৰজাৰ ভাল-বেয়া সকলো কাৰ্য্য জানি থাকে। তেতিয়াই তেওঁ সূৰ্য্যৰদৰে হয়। (৩) অশুদ্ধ লোকক মনেদি জানি পুত্ৰ-মন্ত্ৰী-ভাতৃ হ'লেও ক্ৰোধত ঠাই ঠাই কৰিব, জানিবা তেতিয়াই তেওঁ কালান্তক মৃত্যুৰ নিচিনা হ'ল। (৪) অধৰ্ম্মী লোকবিলাকক মাতি আনি ছল কৰি সবাকো উচিত দণ্ড বিধান কৰিব। সদাই ক্ৰোধত মন নিদিব। ধাৰ্ম্মিকজনক সদাই ৰক্ষা কৰিব। যিজনে ক্ৰোধত থাকি অজ্ঞানাচ্ছন্ন হয়, তেতিয়াই জানিবা তেওঁ

সাক্ষাৎ যমহে যেনিবা। (৫) ৰজাই সদাই শান্তমতি হ'ব। সমস্ত প্ৰজাক নীতিধৰ্ম্ম অনুসৰি পালন কৰিব। শত্ৰুৰ ধন সম্পত্তি হৰণ কৰি আনিব। সাধু-বৈষ্ণৱ-ব্ৰাহ্মণক দান দিব। উপকাৰীজনকো ঐশ্বৰ্য্য-বিভূতি দিব। যি স্থানত ৰজাৰ আদেশ থাকে, তেনে স্থানত পণ্ডিতলোক থাকিব নালাগে।

পিতামহ ভীষ্মদেৱে ক'লে,—দেৱগুৰু বৃহস্পতিয়ে বসুমানৰ আগত ৰজাৰ মহিমা লক্ষণৰ কথা যি কৈছিল, তাকে তোমাক ক'লোঁ। আৰু কিবা সোধা যদি সোধা।

যুধিষ্ঠিৰে মাত লগালে,—হে পিতামহ! মোৰ মনৰ সংশয় আৰু অলপ সুধিব খুজিছোঁ। যিজন শ্ৰেষ্ঠ ৰজা হ'ব, প্ৰথমতে তেওঁ কি কাৰ্য্য কৰিব? কেনেকৈ ৰাজ্য ৰক্ষা কৰিব? শত্ৰুক কেনেকৈ জিনিব? কেনেকুৱা চোৰাং-চোৱা নিয়োজিত কৰিব? কোন বৰ্ণৰ লোকক বিশ্বাসৰ পাত্ৰ কৰি ল'ব? কেনেকুৱা লোকক ৰাজভৃত্য কৰি ল'ব? ৰাজভাৰ্য্যা আৰু ৰাজপুত্ৰ কেনেকুৱা হোৱা উচিত? হে পিতামহ! যদি মই এই অধমৰ প্ৰতি তোমাৰ অনুগ্ৰহ আছে, তেন্তে দয়া কৰি এই সংশয়বিলাক ভালদৰে বুজাই দিয়া।

ভীষ্মদেৱে ক'লে,—হে মোৰ প্ৰিয় বাপ ধৰ্ম্মৰাজ! ৰজাসকলে কেনেকৈ প্ৰৱৰ্ত্তন কৰিব লাগে, সেই সমস্ত কথা মোৰ মতি অনুসৰি তোমাক কওঁ, মন দি শুনা,—ৰজা-

বিলাকে প্ৰথমতে নিজক জিনিব লাগিব। তেতিয়াহে শত্ৰুক জিনিব পাৰিব। যি ৰজাই নিজকে জিনিব পৰা নাই, তেনে ৰজাই শত্ৰুক জিনিব কেনেকৈ? যি ৰজাই কাম-ক্ৰোধ, লোভ-মোহ, দম্ভ-অহঙ্কাৰ আদি জিনিব পাৰিছে, তেনে ৰজাই সমস্ত ইন্দ্ৰিয়কে নিশ্চয় জয় কৰিলে বুলি জানিবা। ৰিপু জয়কাৰী, জিতেন্দ্ৰিয় ৰজাই শত্ৰুক জিনিবলৈ কি কথা লাগিছে। হেলাৰঙ্গে সমস্ত শত্ৰুকে জিনিব পাৰিব। স্থানে স্থানে দুৰ্গ পাতি ৰাজ্য ৰক্ষা কৰিব আৰু ৰজাই সদাই ধন সঞ্চয় কৰিব লাগে।

---

## চৰৰ লক্ষণ

ভীষ্মদেৱে ক'লে,— শুনা বাপ যুধিষ্ঠিৰ। ৰজাই কেনেকুৱা চৰ অৰ্থাৎ চোৰাংচোৱা লগত ল'ব লাগে, তাৰ লক্ষণ কওঁ শুনা। ইঙ্গিততে আনৰ চিত্ত-বুদ্ধি-মনৰ কথা বুজি পাব লাগিব। শাস্ত্ৰ-জ্ঞান ভালদৰে জনা হ'ব লাগিব। ক্ষুধা-তৃষ্ণা সৰ্ব্বক্ষণে সহ্য কৰিব পৰা হ'ব লাগে। অত্যন্ত দুখ-কষ্ট পালেও, কঠোৰ পৰিশ্ৰম কৰিলেও, দুখ পোৱা বুলি বা শ্ৰম কৰা বুলি অনুভৱ নকৰা হ'ব লাগে। এনে

লক্ষণযুক্ত চৰবিলাকক ৰজাই নিয়োগ কৰিব লাগে। দেশে-দেশে, নগৰে-চহৰে, গাঁৱে-ভুঞে, নানা প্ৰকাৰৰ উদ্যানত, ৰাজ-অভ্যন্তৰত, এই চৰবিলাক যত্ন সহকাৰে ফুৰিব লাগে। যাতে চৰ বুলি কোনেও চিনিব নোৱাৰে। জড়, অন্ধ, বোবা, কলা আদি নানা ভেশ ধৰি ফুৰিব। মন্ত্ৰীবিলাকৰ ঘৰত সদাই থাকিব। যিমানবিলাক মিত্ৰ আছে, সেই-বিলাকৰো অভিপ্ৰায় ল'ব। পুত্ৰৰ লগত চৰ সদাই থাকিব লাগে। ভাৰ্য্যাৰ মন সদাই বুজিবলৈ যত্ন কৰিব লাগে। ৰজাৰ বশ্য যিবিলাক তলতীয়া ৰজা আছে, সেই ৰজাৰ অভ্যন্তৰত চৰ থাকিব লাগে। যাতে আন ৰজাই কোনো-মতেই চিনিব বা জানিব নোৱাৰে। যিজন বুদ্ধিমন্ত ৰজা হ'ব, তেওঁ এইদৰে চৰ নিয়োগ কৰিব।

অন্যৰ কোনোবা চৰ আছে নেকি ? এই বিষয়ে ৰজাই বিচাৰ কৰি ভালদৰে জানি ল'ব লাগিব। ধজাৰত, সমাজত, সন্ন্যাসী-সাধু-সন্ত ভক্তৰ সঙ্গত, পণ্ডিতৰ সভাত, উদ্যানত, নিজৰ দেশত, ৰাজধানীত, নিজৰ ঘৰত, শোৱনি-ঘৰত আৰু শোৱা-পাটীৰ ওচৰত চোৰাংচোৱাৰ বিচাৰ কৰি চাব লাগে। যদি আনৰ কোনোবা চৰ বুলি ৰজাই ভাবে। এনে ৰজাৰ কোনো প্ৰকাৰৰ ভয় নাথাকে। সুখে-শান্তিৰে থাকিব পাৰিব।



## মন্ত্ৰীৰ লক্ষণ

যদি কোনো ৰজাৰ চোৰাংচোৱা নাথাকে, তেন্তে মন্ত্ৰীৰ লগত মন্ত্ৰণা কৰিহে সকলো কাৰ্য্য কৰিব লাগে। যি ৰজাৰ ওচৰত থাকিলে উপকাৰ হয়, তেনে ৰজাৰ লগতহে মিত্ৰতা কৰিব লাগে। যি হীন ৰজাই ভাল কথা ক'লে নুশুনে বা নামানে, তেনে ৰজাৰ লগত মিত্ৰতা কৰিব নালাগে। দ্ৰব্য লাভ কৰিবৰ বাবে যি ৰজাৰ অত্যন্ত উৎসাহ, যিজন মহামতি ৰজা অতি গুণৱন্ত আৰু ধৰ্ম্ম ভালদৰে জানে, যিজন বেদ-বেদাঙ্গত সদায়ে পাৰ্গত, স্বধৰ্ম্মত থাকি প্ৰজা প্ৰতিপাল কৰে, তেনে ৰজাৰ লগত মিত্ৰতা কৰিব লাগে। তেতিয়াহ'লে তেওঁ সমস্ত বিপদ দুৰ্গতি হেলাৰঙ্গে তৰিব পাৰিব। পূৰ্ব্বৰ কোনোবা অপকাৰী শত্ৰু যদি ৰাজ্যত থাকে, তেন্তে সেই শত্ৰুৰ দ্বাৰা ৰজাৰ বিপদ হ'ব বুলি মনেৰে ভাবি, ছলে বলে কৌশলে যি কোনো প্ৰকাৰে সেই শত্ৰুক মাৰি পেলাব লাগে। তেনে ৰজাই সদায় সুখতে কাল কটাব পাৰিব। বল বীৰ্য্যহীন কোনোবা ৰজা থাকিলে, যিকোনো উপায়েৰে সেই ৰাজ্য নিজৰ দখলত ৰাখিব। যিজন ৰজাই মন্ত্ৰীৰ লগত অতিশয় প্ৰীতিযুক্ত হৈ থাকে, তেনেস্থলত যিকোনো উপাই কৰি দুয়োকে

মাজত মতানৈক্য কৰাৰ ব্যৱস্থা কৰিব। অতি বুদ্ধিৱন্ত যিজন ৰজা হ'ব, তেনে ৰজাৰ লগত ৰাজ্যৰ নিমিত্তে কেতিয়াও যুদ্ধ নকৰিব। সাম, দান, ভেদ,—এই তিনিটা উপাই অৱলম্বন কৰি যুদ্ধ বৰ্জ্জন কৰিব। স্বভাৱতে ৰজাই অৰ্থ গ্ৰহণ কৰিব। নানাভাবেৰে মনোমোহা সাম্যতা কথা ক'ব,—ইয়াকে জ্ঞানীসকলে সাম বুলি কয়।

নানা প্ৰকাৰ সুন্দৰ বস্তু দিব। শত্ৰুৰ মনত যেন প্ৰীতি ওপজে। ইয়াকে দান বুলি পূৰ্ব্বৰ মহাবীৰসকলে কৈছিল।

যদি কোনো প্ৰৱল পৰাক্ৰমী ৰজাই সুবুদ্ধি সুজান মন্ত্ৰীৰ লগত মিত্ৰতা স্থাপন কৰে, তেন্তে তেওঁলোকৰ ভিতৰত যিকোনো উপায়েৰে বিৰোধ ভেদ সৃষ্টি কৰিব। তাকে ভেদ বুলি কয়। বল বীৰ্য্যহীন ৰজাই এই তিনিটা উপাই আগতে অৱলম্বন কৰিব। তথাপি যুদ্ধ ইচ্ছা কৰিব নালাগে। নিজ বাহুবল আৰু পৰাক্ৰমৰ দ্বাৰা যি ৰজাই অৰ্থ উপাৰ্জ্জন কৰিব, সেই ধন-ঐশ্বৰ্য্যেৰে সাধু-সন্ত-ভক্ত-বৈষ্ণৱক পৰিতুষ্ট কৰিব।

———————

## ৰজাৰ লক্ষণ

যি নৃপতিয়ে প্ৰজাৰপৰা উচিত কৰ লয়, তেনে নৃপতিক কোনো দুখ দুৰ্গতিয়ে নাপায়। যি ৰজাই অকাৰণে কেতিয়াও প্ৰজাক দণ্ড বিধান নকৰে, সমস্ত প্ৰজাকে নিজৰ পুত্ৰসম ভাবি পালন কৰে, যি কোনো বিবাদ বিসংবাদ বিচাৰ কৰিব লগা হ'লে সদাই জ্ঞানী-গুণী পণ্ডিত আগত ৰাখি, ধৰ্ম্মাধৰ্ম্ম আদি সুধি পুচি লয়, তেনে ৰজাৰ প্ৰতিষ্ঠা যশ-কীৰ্ত্তি দশোদিশে বিয়পি যায়। যি স্থানত ধন-ঐশ্বৰ্য্য আদি নানা মূল্যৱান ৰত্ন উৎপন্ন হয়, তেনে স্থানত মন্ত্ৰী, সত্যবাদী আৰু হিতকাৰী লোকসকলক নিয়োগ কৰিব। মানুহে যি যি দোষ কৰে, নৃপতিয়ে তেনে লোকক দোষ চাই উচিত দণ্ডেৰে দণ্ড বিধান কৰিব। সদাই উচিত বিচাৰ কৰি, উচিত দণ্ড বিধান কৰা ৰজাৰ, গুণ-যশ চাৰিওফালে বিয়পি যায়। যি দুৰ্জ্জন ৰজাই উচিত বিচাৰ, উচিত দণ্ড বিধান কৰিব নাজানে; তেনে ৰজাৰ নিতৌ মহাপাপ হয় আৰু শেষত ৰাজ্যও নষ্ট হয়। ইয়াৰ কাৰণ কওঁ মন দি শুনা। কিছুমান মানুহে সিন্ধিৰ মুখতে এটা চোৰক ধৰি বান্ধি আনি ৰজাৰ আগত গোচৰ দিলে। তাকে দেখি ৰজাৰ দয়া উপজিল আৰু উচিত বিচাৰ কৰি, উচিত দণ্ড বিধান কৰি এৰি দিলে।

যদি সেইজন পুত্ৰ-ভাৰ্য্যা বন্ধু-বান্ধৱ-সুহৃদ আদিও হয়, তথাপি ৰজাই উচিত দণ্ড দিবই লাগিব। যদি তাকে নকৰি, আত্মীয় বুলি, নিজৰ বুলি কোনো দণ্ড নিদিয়ে, তেন্তে সেই ৰজা সমূলঞ্চে পাপত তল যাব। সমস্ত সৌৰ্য্য-বীৰ্য্য, বল-বুদ্ধি লোপ পাব আৰু দেশত নানা প্ৰকাৰ অপায় অমঙ্গল ঘটিব। সেইবাবে ৰজা সদাই অতিশয় শুদ্ধমতি হ'ব লাগে। মহা পণ্ডিত আৰু তপস্যাযুক্ত হ'ব লাগে। দান-দক্ষিণা আদিৰে দেৱতা-ব্ৰাহ্মণ, সাধু-বৈষ্ণৱক সদাই সন্তোষিত কৰিব লাগে। সদাই যজ্ঞ-পূজা-সেৱাদিত মন নিবিষ্ট ৰাখিব লাগে। তেতিয়াহ'লে তেনে ৰজাৰ দেশত কেতিয়াও অপায় অমঙ্গল, বিপদ বিঘিনি একোৱে দেখা নিদিয়ে। চিৰকাল ৰাজভোগ ভুঞ্জিব পাৰিব। তেনে ৰজাৰ মন সদাই ধৰ্ম্মৰ পৰা বিচলিত নহ'ব। দান ধৰ্ম্ম তপস্যাত যি ৰজাৰ মন নাই, তেনে ৰজাৰ যশ-কীৰ্ত্তি সমস্ত লোপ পাব আৰু অধঃপতন হ'ব।

যদি কোনোবা বলৱন্ত ৰজাই আক্ৰমণ কৰে বুলি ভাবে, তেন্তে অতিশয় দুৰ্গম স্থানত আশ্ৰয় গ্ৰহণ কৰিব। যাতে কোনো শত্ৰুৱে আক্ৰমণ কৰিব নোৱাৰে। অতি উচ্চ কৰি সযত্নে গড় বান্ধিব নাইবা একেবাৰে ভূগৰ্ভত নগৰ পাতি তাতে আশ্ৰয় ল'ব। কোনো শত্ৰুপক্ষ যাতে

প্ৰবেশ কৰিব নোৱাৰে, তাৰবাবে বাট-পথ অতিকে দুৰ্গম কৰিব। সেই দুৰ্গত নিজৰ আত্মীয় স্বজন, বন্ধু-বান্ধৱ, ধনৱন্ত, বলৱন্ত, জ্ঞানী-গুণী, সাধু-সজ্জন আদিক ৰাখিব। সুমধুৰ বাক্য বচনেৰে সবাকো আপ্যায়িত কৰি ৰাখিব। অসংখ্য ভাণ্ডাৰে ভাণ্ডাৰে ধন-ধান যত্ন সহকাৰে পৰিপূৰ্ণ কৰি ৰাখিব। যিবিলাক শস্য নিব নোৱাৰি, সেইবিলাক শত্ৰু বুলি গণ্য কৰিব। যদি খেতি পথাৰত কিবা শস্য থাকে, সেইবিলাক সমূলি নষ্ট কৰি পেলাব। নদীবিলাকত বান্ধ দি তাত জনবসতিপূৰ্ণ কৰিব। তাকে জলদুৰ্গ বোলা হয়। সেই জলেৰে গৰখাৰৈবিলাক পূৰ্ণ কৰিব। যাতে তাত কোনো যাব নোৱাৰে। যিজন অতিকে বুদ্ধিমন্ত ৰজা হ'ব, তেওঁ সদাই লোক হিতকৰ কাৰ্য্য নিশ্চিতৰূপে কৰিব। অৰণ্যৰ দুৰ্গত যদি থাকিবলৈ ভয় পায়, তেন্তে সাধাৰণ ক্ষুদ্ৰ ক্ষুদ্ৰ গছবোৰ কাটি পেলাব। ভাল মূল্যৱান গছবিলাক যত্ন কৰি ৰাখিব। বৃহৎ বৃহৎ গছবিলাকৰ ডালবোৰ কাটি দিব। সকলো স্থান সুন্দৰ কৰি ৰাখিব, যাতে নিজৰ সৈন্য-সামন্তবিলাক স্বচ্ছন্দে ঘূৰা-পকা কৰিব পাৰে। সমস্ত নগৰৰ প্ৰবেশদ্বাৰ সমূহ সঙ্কটপূৰ্ণ কৰিব। যাতে কোনো প্ৰবেশ কৰিব নোৱাৰে। দেখিলেও যেন ক'ব নোৱাৰে, তাত যে এখন নগৰ আছে। এনেদৰে থাকিলে শত্ৰুৰ

পৰা কোনো ভয় পোৱা আশঙ্কা নাথাকে। প্ৰৱেশ দ্বাৰত এনে কিছুমান যন্ত্ৰপাতি, অস্ত্ৰ-শস্ত্ৰ ৰাখিব লাগিব, যাতে একো একোটা যন্ত্ৰৰ দ্বাৰা বা অস্ত্ৰৰ দ্বাৰা হাজাৰ হাজাৰ শত্ৰুসৈন্য ধ্বংস কৰিব পাৰি। এই যন্ত্ৰ আৰু অস্ত্ৰবিলাক ইমান সযত্নে ৰাখিব লাগিব, যাতে শত্ৰুৱে কোনোপধ্যে বিচাৰি নাপায়। ডাঙৰ ডাঙৰ গছৰ কুণ্ডা, ডাঙৰ ডাঙৰ শিল, পথৰ মাজে মাজে পথালি কৰি ৰাখিব লাগে। যাতে শত্ৰুসৈন্য আহিলে, সেই শিল বা গছৰ কুণ্ডাবোৰ বগৰাই দিলে যাতে হাজাৰে হাজাৰে একেবাৰে নিঃশেষ হৈ যায়। ঠায়ে ঠায়ে দ গাঁত খান্দি খান্দি চিনি নোপোৱা কৰি থব লাগে। সেই গাঁতৰ ভিতৰত সুতীক্ষ্ণ শূল ওপৰৰ ফালে মুখ কৰি পুতি থব লাগে। ভৰি দিয়াৰ লগে লগে যাতে গাঁতত সোমায় পৰে আৰু শূল বিদ্ধ হৈ পৰি থাকে।

ভিক্ষুক, উন্মত্ত, দুষ্টচিত্তৰ লোক ৰাজগৃহত ৰখা উচিত নহয়। তেনেলোকক বাহিৰত সাৱধানে ৰাখিব লাগে। আৱশ্যক হ'লে তীৰ্থ ভ্ৰমণৰ বাবে পঠাব লাগে। যিজন সভা-সমিতিত থকা উচিত, যিজন শয়ন কক্ষতো যাব পাৰে, তেনেজনকহে গুপ্তচৰ নিয়োগ কৰিব লাগে। তেতিয়াহ'লে ৰজাৰ কোনো দুৰ্গতি নহয়। ৰাজপথ আহল বহল কৰিব লাগে। উপযুক্ত স্থানত হাট-ঘাটৰ সুব্যৱস্থা কৰিব লাগে।

যুদ্ধৰ আহিলাপাতি অৰ্থাৎ অস্ত্ৰ-শস্ত্ৰ আৰু ধন-ৰত্ন ভাণ্ডাৰে ভাণ্ডাৰে পৰিপূৰ্ণ কৰি ৰাখিব লাগে। প্ৰশিক্ষণ প্ৰাপ্ত উপযুক্ত দৃঢ় বিশ্বাসী সৈন্য-সামন্তসকলক ভাল সা-সুবিধা দি মহা যত্নে ৰাখিব লাগে। যুদ্ধৰ বাবে প্ৰশিক্ষণপ্ৰাপ্ত হাতী, ঘোঁৰা, কুকুৰ আদি এনেভাবে ৰাখিব লাগে, যাতে সেইবিলাকৰ দিনে দিনে বল বৃদ্ধি হয়। গৰখাৰৈবিলাক যথেষ্ট দ আৰু বহল কৰি ৰাখিব। আৱশ্যক হ'লে তাত সৈন্য-সামন্ত লুকাই থাকিব। আৱশ্যক হ'লে বিপক্ষক বাধা দিবৰ বাবে পানীৰে পূৰ্ণ কৰি দিব। যিবিলাক ৰজাই পৰৰ পীড়া পায় থাকে; তেনেবিলাক ৰজাই অতি যত্ন কৰি ধন-ৰত্ন সাঁচি থব লাগে। অকল সেয়ে নহয়, যুদ্ধৰ সম্ভাৰ অস্ত্ৰ-শস্ত্ৰ, খাদ্য-সামগ্ৰী, কাপোৰ-কানি, ঔষধ-পাতি, ফল-মূল, যিমান পাৰে মজুত কৰি ৰাখিব লাগে। মানুহ আৰু পশুৰ চিকিৎসাৰ বাবে ভাল ভাল ডাক্তৰ যত্ন সহকাৰে ৰাখিব। অস্ত্ৰ-শস্ত্ৰ বনোৱা, যান-বাহন বনোৱা কল-কাৰখানাবোৰ সঠিক ভাৱে ৰাখিব লাগে আৰু ভাল অভিজ্ঞ লোকৰদ্বাৰা পৰিচালনা কৰিব লাগে। ভাল ভাল নামজ্বলা কবি-সাহিত্যিক, সাংবাদিক, নৃত্য-গীতত পাৰ্গত, নট-নৰ্ত্তকী আদিক যত্ন সহকাৰে নিজৰ কৰি ৰাখিব লাগে। যাতে সেইবিলাকৰদ্বাৰা ৰাজকাৰ্য্য সুকলমে সাধন হয়।

আৱশ্যক হ'লে প্ৰচুৰ ধন-ৰত্ন দিবলৈও কুণ্ঠিত নহ'ব। তেনেবিলাকক যি কোনো প্ৰকাৰে নিজৰ কলীয়া কৰি ল'বলৈ যত্ন কৰিব লাগে। যিজনে সাধু-জ্ঞানী, গুণী-মান্যৱন্তক সন্মান কৰিব নাজানে, সৎজনৰ মোল নুবুজে, চিনি নেপায়, নাইবা তেনে লোকক দান বা পুৰস্কাৰ আদি নিদিয়ে; যিজনৰ কথাৰ ৰস-পম নাই, নম্ৰ বা মৃদুভাৱ নাই; যিজন দাম্ভিক, মদগৰ্ব্বী, অহঙ্কাৰী; যিজনে নিজৰ গুণ নিজে বখানি ভা'ল পায়; কামেৰে হ'লে একো নাই; ধন-টকা বা মান-সন্মানৰ আশাত আনৰ হিংসা আচৰণ কৰি থাকে, যিজনে ছল পালে আনৰ অহিত সাধন কৰিব খোজে,—তেনেলোকক কেতিয়াও ৰজাই সঙ্গত নাৰাখিব। তেনেজনৰ দোষৰ বাবে ৰজাৰ ধৰ্ম্ম হানি হ'ব আৰু প্ৰজাৰ পৰাও আদৰ সন্মান নাপাব। মুখত মানিলেও অন্তৰেদি তেনে ৰজাক বা নেতাক বা সংগঠনক কেতিয়াও কোনো লোকে ভাল নাপাব।

যদি পূৰ্ব্বৰ কোনো ভৃত্য বা মন্ত্ৰীৰ দ্বাৰা ৰজা বা নেতাৰ কিবা ভয় ওপজে, তেন্তে তেনে ভৃত্য বা মন্ত্ৰীক যিকোনো উপায়ে যথাযোগ্য ধন-ৰত্ন বা কিবা এটা পদ মৰ্য্যদা দি নিজৰ অধীন কৰি ৰাখিবলৈ যত্ন কৰিব। নানা প্ৰকাৰ সান্ত্বনা বাক্যেৰে যুক্তি সহকাৰে আৱশ্যক

হ'লে নিজেই সক হৈ তাৰ মন বুজিবলৈ যত্ন কৰিব। তথাপিতো যদি তাৰ মন-চিত্ত ভাল নেদেখে, তেন্তে তেনেজনক উপায়েৰে বধ কৰি জঞ্জাল গুচায় থব।

ৰজা বা দেশৰ নেতাৰ লক্ষণৰ বিষয়ে আৰু অলপ কোৱা হওক,— ৰজা বা দেশ সেৰকসকলে কাক কাক অতি যত্ন সহকাৰে ৰাখিব লাগে কওঁ শুনা,—(১) ৰজা বা দেশ সেৰকে প্ৰথমতে নিজক অতি যত্ন কৰি ৰাখিবলৈ সৰ্ব্বক্ষণে চেষ্টা কৰিব লাগে। (২) উপদেষ্টা বা পাত্ৰ-মন্ত্ৰীক যত্ন কৰি ৰাখিব লাগে। (৩) ধনৰ ভাণ্ডাৰ, অস্ত্ৰ-শস্ত্ৰৰ ভাণ্ডাৰ, খাদ্য-সামগ্ৰীৰ ভাণ্ডাৰ, ঔষধ-পাতিৰ ভাণ্ডাৰ, সৈন্য-সামন্ত আদি অতিশয় যত্ন সহকাৰে পৰিপূৰ্ণ কৰি ৰাখিবলৈ যত্ন কৰিব লাগে। (৪) মিত্ৰক ৰাখিব লাগে অতি যত্ন কৰি, যাতে তেওঁলোকৰ চিত্ত বিচলিত নহয়। (৫) দেশৰ সমস্ত জনসাধাৰণক সদাই সন্তুষ্ট কৰি ৰাখিব লাগে। (৬) নিজৰ নগৰখনো ভালদৰে ৰাখিব লাগে। (৭) যি সকলে সহায় কৰে, তেনে লোকক বা তেনে দেশক যত্ন সহকাৰে ৰাখিব লাগে। বুজিছা যুধিষ্ঠিৰ, এই সাতোটাক যি ৰজাই অতিশয় যত্ন সহকাৰে ৰক্ষা কৰে, তেনে ৰজা অতিকৈ সুখিৰ বুলি জানিবা।

ৰজাৰ আৰু ছয়টা গুণৰ কথা কওঁ সাৱধান মনে

শুনা,—(১) বহা আসন সদাই অনুসন্ধান কৰিব লাগে। (২) পথত চলা-ফুৰা কৰোঁতে বা ক'ৰবাত যাব লগা হ'লে, খুব সাৱধান হ'ব লাগে, যাতে কোনো শত্ৰুৱে পীড়া কৰিব নোৱাৰে। (৩) কোনো শত্ৰুই বহিব দিয়া আসন বা যানবাহন, ভালদৰে পৰীক্ষা নিৰীক্ষা কৰিহে বহিব বা আৰোহন কৰিব লাগে। (৪) কোনো ৰজাই যদি যুদ্ধ কৰিব লগা হয়, তেন্তে প্ৰয়োজনীয় সমৰ উপযোগী নানা বিধ অত্যাধুনিক যান-বাহন, অস্ত্ৰ-শস্ত্ৰ, বলৱন্ত সুশিক্ষিত ঘোঁৰা, সমৰ কৌশলজ্ঞ সুনিপুণ সৈন্য-সামন্ত যথেষ্ট পৰিমাণে ল'ব লাগিব। (৫) সকলোৰে মন বিলাক ভালদৰে বুজি ল'ব লাগে, যাতে কোনো দ্বিধাভাৱ নাহে, যাতে ৰজাৰ সকলো কাৰ্য্য সিদ্ধি হয়। (৬) যুদ্ধ ক্ষেত্ৰত ৰজা যদি থাকিব লগা হয়, তেন্তে অতিশয় গোপন ভাবে ঘাটি প্ৰস্তুত কৰি থাকিব লাগে। যাতে বিপক্ষৰদ্বাৰা কোনো প্ৰকাৰে বিপদ হ'ব নোৱাৰে।

এই ছয়টা গুণ ভিনে ভিনে ক'লোঁ, ভালদৰে মনত ৰাখিবা। আৰু তিনি বৰ্গৰ কথা কওঁ শুনা,—ধৰ্ম্ম, অৰ্থ আৰু কাম—এই তিনিবৰ্গ, কলিকালত বৃদ্ধি আৰু ক্ষয় হয় বুলি জানি সাৱধানে চলিবা। এই তিনিবৰ্গ, সপ্তগুণ আৰু ছয় গুণৰ কথা ক'লোঁ। যিজন সুমতি ৰজাই এই

কথা মনত ৰাখি ৰাজ্য চলাই, তেওঁ এই পৃথিৱীত এজন সিংহ পুৰুষ বুলি জানিবা। তেনেজনে মহাসুখে পৃথিৱীৰ ভোগ ভুঞ্জিব পাৰিব বুলি জানিবা।

প্ৰজা পালনত বাহিৰে ৰজাৰ আন ধৰ্ম্ম নাই। স্বধৰ্ম্মত থাকি যেয়ে প্ৰজা প্ৰতিপাল কৰে, তেনে ৰজাই চিৰকাল ৰাজ্য ভোগ কৰিব পাৰে। এই বিষয়ে অঙ্গিৰাই কি কয় শুনা,— যিজনে ধৰ্ম্মকাৰ্য্য কৰি ৰাজ্য শাসন কৰে, সেইদৰে ৰাজ্যৰ সমস্ত প্ৰজাকো পালন কৰিব লাগে। তেনে ৰজাই তপ-ব্ৰত-অনশন, যজ্ঞ আদি কৰিবৰ কোনো প্ৰয়োজন নাই। ঠিকমতে অৰ্থাৎ পুত্ৰক যিদৰে পিতৃয়ে পালন কৰে, ৰজায়ো সেইদৰে প্ৰজা পালন কৰিলে, তেনে ৰজাৰ সৰ্ব্বসিদ্ধি লাভ হয়। এই কথা তুমি ভালদৰে মনত ৰাখিবা আৰু প্ৰজা পালনত কেতিয়াও অৱহেলা নকৰিবা। পুত্ৰৱতকৈও প্ৰজাৰ প্ৰতি অতিশয় মৰম স্নেহ ৰাখিবা। তেতিয়াহ'লে তোমাৰ ক'তো ভয় শঙ্কা নুপজে।

হে মোৰ মৰমৰ নৰ-নাৰীসকল, পৰম বৈষ্ণৱ, মহাভক্ত ভীষ্মদেৱে শৰশয্যাত শয়ন কৰি, পৰম সুন্দৰ, অতিকে ৰুচিকৰ ৰাজধৰ্ম্মৰ কথা যুধিষ্ঠিৰৰ আগত কৈছে। দয়াময় শ্ৰীকৃষ্ণ, ভীম, অৰ্জ্জুন, নকুল-সহদেৱে ভীষ্মদেৱৰ কাষতে মাটিত বহি, প্ৰতিদিনে দৃঢ়চিত্তে একান্তমনে শুনিছে। যাক

শুনিলে, মানুহৰ সমস্ত যাতনা দুখ আতৰি যায়, আৰু শুদ্ধ সত্ত্ব পৰম পৱিত্ৰ হ'ব পাৰে। দয়াময় শ্ৰীকৃষ্ণক হৃদয়তে পাই, শৰৰ জ্বালা যন্ত্ৰণা, ক্ষুধা-তৃষ্ণা আদি সমস্ত পাহৰি গৈ, যুধিষ্ঠিৰৰ সমস্ত প্ৰশ্নৰ উত্তৰ দি জগতৰ অশেষ কল্যাণ সাধন কৰিলে। সেইবাবে হে বন্ধু-বান্ধৱীসকল, মহাভাৰতৰ প্ৰাণ-সংগীত একান্তমনে শুনি, দুস্তেজ্য সংসাৰৰ নিকাৰ হেলাৰঙে পাৰ হোঁৱা। মূঢ়মতি শ্ৰীসোণাৰাম তালুকদাৰে হাতযোৰ কৰি সবাৰো পাৰত মিনতি বচনেৰে কয়, যাতে এই পৰমবৈষ্ণৱ, মহাভক্তৰ মুখপদ্মহন্তে নিঃসৃত অমৃতময় বাণী একান্ত মনে পঢ়ি বা শুনি মনুষ্য জীৱন সাৰ্থক কৰা। হে দয়াময়! সবাকো সুমতি দি দয়া কৰা দয়াময় ॥

---

## যুগ ধৰ্ম্ম লক্ষণ

ধৰ্ম্মৰাজ যুধিষ্ঠিৰে বিনয় নম্ৰস্বৰে ভীষ্মক সুধিলে,—হে পিতামহ! দণ্ড আৰু নীতি প্ৰৱৰ্ত্তন কৰি, ৰজাই কি সিদ্ধি লাভ কৰিব পাৰে? যদি মোৰ প্ৰতি দয়া আছে, তেন্তে এই বিষয়ে ভালদৰে বুজাই কোৱা!

যুধিষ্ঠিৰৰ কথা শুনি পিতামহ ভীষ্মই হাঁহি হাঁহি ক'ব ধৰিলে,—হে মোৰ প্ৰাণৰ বাপ ধৰ্ম্ম যুধিষ্ঠিৰ! তুমি যি কথা সুধিলা, সেই বিষয়ে মোৰ মতি অনুসৰি তোমাক বুজাই কওঁ শুনা,—বুজিছা ধৰ্ম্মৰাজ, দণ্ড আৰু নীতিৰ দ্বাৰাই অৰ্থাৎ ৰাজ্য শাসনৰ নিয়ম অনুযায়ী মহা ভাগ্যৰ উদয় হয়। স্বধৰ্ম্মত থাকি চাৰিও বৰ্ণৰ প্ৰতি দণ্ডনীতি বিধান কৰিব। যিজন মহামানী ৰজাই অধৰ্ম্মত থাকি দণ্ডনীতি বিধান কৰে, তেনেজনৰ নিশ্চয় মহাপাপ হ'ব বুলি জানিবা। যি বুদ্ধিমান ৰজা বা শাসনকৰ্ত্তাই নিজে স্বধৰ্ম্ম পালন কৰি দণ্ডনীতি বিধান কৰিব, তেনে ৰজা বা শাসকৰ প্ৰজাসকলে কেতিয়াও অধৰ্ম্মত প্ৰৱৰ্ত্তন নকৰে আৰু তেনে ৰজাৰ, প্ৰজাৰদ্বাৰা কেতিয়াও কোনো ভয় নোপজে বুলি নিশ্চয় জানিবা; আৰু তেওঁৰ দেশৰ সমস্ত প্ৰজাৰ সদায় সুখতে দিন যাব। আৰু শুনা ধৰ্ম্মৰ নন্দন বাপ যুধিষ্ঠিৰ! এই যে চাৰি যুগ অৰ্থাৎ সত্য, ত্ৰেতা, দ্বাপৰ আৰু কলি —এই যুগ চাৰিটা কেতিয়াও স্বতন্ত্ৰ নহয় বুলি নিশ্চিতকৈ জানিবা; ৰজাহে একমাত্ৰ যুগ-ধৰ্ম্ম। সত্য, ত্ৰেতা, দ্বাপৰ আৰু কলি একমাত্ৰ ৰাজাহে ইয়াৰ মূল কাৰণ। ৰাজাৰ পৰাই এই চাৰি যুগ প্ৰৱৰ্ত্তন কৰে। যেতিয়া অৰ্থাৎ যি কালত ৰজাই স্বধৰ্ম্মত থাকি দণ্ডনীতি আচৰণ কৰিব,

তেতিয়াই "সত্য যুগ" বুলি জানিবা। তেতিয়া সেই সত্য যুগত চাৰিওফালে ধৰ্ম্মময় হ'ব। কিঞ্চিতমানো অধৰ্ম্ম নাথাকিব। জাতি-ধৰ্ম-বৰ্ণ নিৰ্ব্বিশেষে সকলোৱে ধৰ্ম্মতেই প্ৰৱৰ্ত্তন কৰিব। কাৰো মনত অধৰ্ম্মৰ উদয় নহ'ব। তেতিয়া ৰজা-প্ৰজা সকলোৱে যাগ, যোগ, সত্য, ক্ষমা, দয়া, অহিংসা আদিত ৰত থাকিব। ক'তো বিপদ-বিঘিনি নুপজিব। ছয়োটা ঋতুতে সকলোৱে সকলো সুখকে পাব। সকলোৰে মন-চিত্ত সুপ্ৰসন্ন হৈ থাকিব। ৰোগ-শোক, ভয়-শঙ্কা, মাৰি মৰকত, দুৰ্ভিক্ষ, মহামাৰী, বানপানী, অতিবৃষ্টি, অনাবৃষ্টি, ভূমিকম্প আদি প্ৰাকৃতিক দুৰ্য্যোগ কোনোমতে নহ'ব। সকলোৱে নীতি ধৰ্ম্ম জানিব। সকলোৰে মাত-কথা অমায়িক আৰু প্ৰাণস্পাৰ্শী হ'ব। পৰস্পৰে পৰস্পৰক আত্মাসম দেখিব। অকাল মৃত্যু কেতিয়াও নহ'ব। কোনো নাৰী বিধবা নহ'ব। লেখমানো দুখ কোনেও নেপাব। খেতি নকৰিলেও পৃথিবীত অপৰ্য্যন্ত খেতি হ'ব। ফল-মূল-ধন-ধান উপচি থাকিব। সমস্ত প্ৰজা কেৱল ধৰ্ম্মতহে অনুৰক্ত হ'ব। লেশমানো অধৰ্ম্ম মনত নাহিব। সমস্ত নৰ-নাৰীয়ে নিজৰ নিজৰ স্বধৰ্ম্মত থাকি ধৰ্ম্ম আচৰণ কৰিব। এয়া তোমাক সত্যযুগত আচৰণ কৰা ধৰ্ম্মৰ কথা ক'লোঁ।

এতিয়া ত্ৰেতাযুগৰ কথা কওঁ শুনা,—যেতিয়া ৰজা

বা শাসনকৰ্ত্তাই দণ্ডনীতিৰ চাৰি ভাগৰ এভাগ ত্যাগ কৰে, তিনি অংশহে প্ৰৱৰ্ত্তন কৰে, তেতিয়াই জানিবা ত্ৰেতা-যুগৰ ধৰ্ম্ম আচৰণ হৈছে। সেই সময়তে অধৰ্ম্মৰ চাৰি ভাগৰ এভাগ প্ৰবেশ কৰে। তেতিয়া খেতি-বাতি আদিত বহু পৰিশ্ৰম কৰিলেও সত্য যুগৰ দৰে ফল নেপাব। শস্যৰ উৎপাদন কমি আহিব।

এতিয়া দ্বাপৰ যুগৰ লক্ষণ কওঁ শুনা,— যেতিয়া ৰজাই বা শাসনকৰ্ত্তাই দণ্ডনীতিৰ আধা ত্যাগ কৰিব, তেতিয়াই দ্বাপৰ যুগ প্ৰৱৰ্ত্তিত হ'ব। অধৰ্ম্মৰ চাৰি ভাগৰ দুভাগ লগে লগে প্ৰবেশ কৰিব। খেতিয়কে অতিশয় পৰিশ্ৰম কৰিও যথেষ্ট ফল নাপাব। অশেষ শ্ৰম কৰিও আধাহে উপাৰ্জ্জন কৰিব পাৰিব। দিনে দিনে অধৰ্ম্ম বাঢ়ি যাব। নাম মাত্ৰহে ধৰ্ম্ম থাকিব।

এতিয়া কলি যুগৰ কথা কওঁ শুনা,—ৰজাই যেতিয়া দণ্ডনীতি এৰি নিজৰ ইচ্ছামতে বলেৰে হিংসা-দ্বেষ আদি কৰি প্ৰজাক উৎপীড়ন কৰিব ধৰিব, তেতিয়াই জানিবা কলিযুগৰ আবিৰ্ভাব হ'ল। সকলোৰে মন কেৱল অধৰ্ম্মত ৰত হ'ব। কদাচিতহে কোনোবাই কেতিয়াবা ধৰ্ম্ম আচৰণ কৰিব। সকলো বৰ্ণৰ মন ধৰ্ম্মৰ পৰা স্খলিত হ'ব। বামুণে শূদ্ৰৰ পৰিচৰ্য্যা কৰিব ধৰিব। শূদ্ৰৰ ঘৰত গৈ

ভিক্ষা কৰি আনি তিৰী-চলি পুহিব। বামুণৰ সন্ধ্যা-গায়ত্ৰী, যাগ-যোগ, ক্ষমা-দয়া, বেদ-অধ্যয়ন সকলো গুচিব। বৰ্ণত সঙ্কৰ হ'ব অৰ্থাৎ বৰীয়াৰ উৎপত্তি হ'ব। ঋতু অনুযায়ী অৰ্থাৎ সময়মতে কৰা খেতি-বাতিত অপৰ্য্যন্ত ৰোগে ধৰিব। সকলোৰে মনৰ আনন্দ সুখ নোহোৱা হ'ব। মাত-কথাৰ সুৰ কঠুৰা-কঠিন হ'ব। নানা প্ৰকাৰ বেমাৰ ব্যাধিয়ে মানুহক পীড়া কৰিব। আয়ুস কমিব। অকালতে অৰ্থাৎ অলপ বয়সতে মৃত্যু মুখত পৰিব। বিধবাৰ সংখ্যা বাঢ়িব। স্নেহ-প্ৰীতি, দয়া-ক্ষমা, অহিংসা আদি সৎগুণ নোহোৱা হ'ব। নিষ্ঠুৰ, নিৰ্দ্দয়, গুপ্তভাৱে বধ কৰোঁতা, হিংসুক স্বভাৱে মানুহৰ হৃদয় ভৰি পৰিব। মানুহৰ অন্তৰ সম্পূৰ্ণ নিৰস, কঠোৰ হ'ব। মানুহৰ সমস্ত ৰস নোহোৱা হ'ব। বলৱন্ত, বীৰ পুৰুষৰ শৃঙ্গাৰত, অদ্ভুত কৰ্ম্ম কৰোঁতা, কৌতুক আৰু বিভৎস গীত মাত আদিত পৃথিবীৰ সমস্ত ৰস ক্ষয় হ'ব। বুজিছা ধৰ্ম্মৰাজ! সত্য আদি চাৰিটা যুগৰ সৃষ্টি একমাত্ৰ ৰজাৰ দ্বাৰাই হয়। যি ৰজাই সত্য ধৰ্ম্ম প্ৰৱৰ্ত্তন কৰে, সেই ৰজাই আৰু তেওঁৰ প্ৰজাসকলে স্বৰ্গ সুখ ভোগ ভুঞ্জে। যি ৰজাই ত্ৰেতাযুগ প্ৰৱৰ্ত্তন কৰে, তেনে ৰজাই তাৰতম্য অনুসৰি স্বৰ্গ সুখ ভোগ ভুঞ্জে, দ্বাপৰ যুগৰো ঠিক তেনেকুৱাই হ'ব। কলিৰ যুগ প্ৰৱৰ্দ্ধন কৰা ৰজাৰ কথা কওঁ শুনা,—

প্ৰজাৰ পাপত মগ্ন হৈ যমৰ যাতনা ভুঞ্জিব লাগিব। যম ৰজাই সেই ৰজাক উচিত দণ্ড বিধান কৰিব। শ্ৰুতিহত হৈ নৰকত পচি থাকিব লাগিব। সেই ৰজাৰ বা শাসন কৰ্ত্তাৰ মন্ত্ৰী বা উপদেষ্টা সকলৰো অৱস্থা ঠিক ৰজাৰ-দৰেই হ'ব। সময়ত অসহনীয় যমৰ যাতনা-নিকাৰ ভোগ কৰিব লাগিব। মৃত্যুৰ পিছৰ কথা বাদেই, জীয়াই থকা দিনতে চাৰিওফালে অকীৰ্ত্তি বিয়পি পৰিব। ক'তো সুখ-শান্তি নোপোৱা হ'ব। নানা প্ৰকাৰ ভয়ে-ভীতে কাল কটাব লাগিব। আয়ু ক্ষয় হৈ অকালতে প্ৰাণ ত্যাগ কৰিব লগাও হ'ব। এতেকে হে ধৰ্ম্মৰাজ! আগতে দণ্ডনীতি ভালদৰে শিকি ল'ব লাগে। পিছত প্ৰজা প্ৰতিপাল কৰিব লাগে। বুজিছা ধৰ্ম্মৰ নন্দন! তেতিয়াহ'লে ধৰ্ম্মই সমস্ত প্ৰজাকে ৰক্ষা কৰিব আৰু সদায় যশ কীৰ্ত্তি পুণ্য বাঢ়িব। মনত নিতে নিতে মহা আনন্দ মিলিব আৰু অখণ্ড স্বৰ্গও লাভ কৰিব পাৰিব।

শুনা নৰ নাৰী কথা পুণ্যকাৰী
শ্ৰৱণে পাপৰ ক্ষয়।
মহা পুণ্যতৰ কথা ভাৰতৰ
সাক্ষে পুণ্য অভ্যুদয়॥

হৰি চৰণত ভকতি সতত
মিলে হোৱে সৰ্ব্বসিদ্ধি।
মনে যত মল গুচাৱে সকল
ই সে জানা নৰনিধি॥
নাপাত্তা জঞ্জাল পাইলে কলিকাল
ধৰ্ম্মত ভৈল বিঘাত।
অধৰ্ম্মে গ্ৰাসিল পাপে পৰ্য্যটিল
দেখিয়ো আক সাক্ষাত॥
সদা বিষয়ত ভ্ৰমে মাত্ৰ চিত্ত
মুখত নাসয় নাম।
পুত্ৰ ভাৰ্য্যাচয় কুটুম্ব পোষয়
সদা চিন্তে এহি কাম॥
অধৰ্ম্ম আচৰে হিংসা চুৰি কৰে
বেশ্যা কৰ্ম্মে কৰে ৰতি।
কামিনীত মন কৰে সৰ্ব্বক্ষণ
ধৰ্ম্মতো নাহিকে মতি॥
বোলে মোত পৰ নাহি আন নৰ
ৰূপত নাহি সমান।
সম্প্ৰতি আগতে মৰয় সাক্ষাতে
দেখিয়ো নিদিয়ে কাণ॥

ইহাত আসক্তি এৰিৰো সতত
যমে আছে দণ্ড ধৰি।
জানা বুধজন অল্পতে মৰণ
মিলিবেক ভজা হৰি ॥
হৰিৰ চৰণ চিন্তা সৰ্ব্বক্ষণ
আন চিন্তা পৰিহৰি।
মিলিবে ভকতি সাধিবাহা গতি
তেবেসে যাইবা নিস্তৰি ॥
কৃষ্ণে পিতা মাতা কৃষ্ণে গতি দাতা
কৃষ্ণে সংসাৰৰ সেতু।
কৃষ্ণৰ নামত সদা কৰা ৰতি
নামেসে তৰণ সেতু ॥

———————

## শাসনকৰ্ত্তা বা ৰজাৰ আচৰণ বিধি

যুধিষ্ঠিৰে সুধিলে,— হে পিতামহ! ৰজাৰ আচৰণ বিধি কেনে হোৱা উচিত? কেনেকৈ চলিলে মহা সুখে জীৱন ধাৰণ কৰিব পাৰিব?

যুধিষ্ঠিৰৰ কথা শুনি গঙ্গাপুত্ৰ ভীষ্মদেৱে ক'লে,— বাপ যুধিষ্ঠিৰ! তোমাৰ প্ৰশ্নৰ উত্তৰ দিওঁ, মন দি শুনা। ৰজাত একুৰি যোল্লটা গুণ থাকিব লাগে। তেতিয়াহ'লে ৰজা বা শাসনকৰ্ত্তাই অসংখ্য সুখ ভোগ কৰি জীৱন ধাৰণ কৰিব পাৰে। তাত কোনো সংশয় নাই। এতিয়া কি কি একুৰি যোল্লটা গুণ থাকিব লাগে কওঁ, মন স্থিৰ কৰি শুনা। ৰজা বা শাসনকৰ্ত্তাই সদাই ধৰ্ম্মত থাকি প্ৰজা পালন কৰিব লাগে। কেতিয়াও কঠুৱা, কৰ্কশ, কুবাক্য মুখত আহিব নালাগে। যি অৰ্থ দি ধৰ্ম্ম অৰ্জ্জন কৰিব, সেই অৰ্থৰ প্ৰতি কোনোমতে মোহ উৎপত্তি হ'ব নালাগে। কোনো লোকে যাতে মনত কষ্ট নেপায়, ঠিক তেনেদৰে ধন অৰ্জ্জন কৰিব। লোভ, মোহ, কাম, ক্ৰোধ আদিয়ে যদিও মনক আবৃত কৰি ৰাখে, তথাপি কেতিয়াও বিচলিত হ'ব নালাগে। অচঞ্চল, প্ৰশান্ত চিত্তেৰে থাকিব লাগে। সদায় নম্ৰ আৰু প্ৰিয়বাক্য ক'ব লাগে। মহা দানী মানী

হ'ব লাগে। কেতিয়াও কৃপণ হ'ব নালাগে। দেৱতাৰ নিচিনা মহা পৰাক্ৰমী হ'ব লাগে, কিন্তু অকাৰ্য্যত কেতিয়াও সেই পৰাক্ৰম দেখুৱাব নেলাগে। কেতিয়াও অপাত্ৰক দান দিব নেলাগে। বৰ কথকু হ'ব নেলাগে। বহু বাক্য সদাই ত্যাগ কৰিব। সদায় শান্তমূৰ্ত্তি, দয়াযুক্ত, মহাধীৰ হৈ চলিব। কেতিয়াও নিষ্ঠুৰ দয়াহীন হ'ব নেলাগে। অসমৰ্থ ৰজাৰ লগত মিত্ৰতা আচৰণ নকৰিব। বন্ধু-বান্ধৱৰ অৰ্থ লোৱা উচিত নহয়। আজ্ঞাকাৰী, বিশ্বাসী চোৰাংচোৰা নিয়োগ কৰিব, যাতে সেই চোৰাংচোৰাৰদ্বাৰা প্ৰজাৰ কোনো অনিষ্ট সাধন নহয় বা কোনো প্ৰকাৰ দুখ-কষ্ট ভোগ কৰিব লগা নহয়। দুৰ্জ্জন, অবিশ্বাসীজনৰ হাতত কোনো অৰ্থ নিদিব। কেতিয়াও নিজৰ মহত্ত্ব ব্যাখ্যা নকৰিব। কেতিয়াও সাধু-লোকৰ পৰা কোনো প্ৰকাৰৰ ধন-বিত নল'ব। দুৰ্জ্জন, কপটীয়া, প্ৰবঞ্চক বন্ধু-বান্ধৱৰ আশ্ৰয় কেতিয়াও নল'ব। সোধ-পোচ কৰিও যদি কোনো স্থিৰ সিদ্ধান্ত কৰিব নোৱাৰে, তেতিয়াহ'লে তেনেজনক দণ্ড দিয়া উচিত নহয়। লোকৰ মনৰ কথা ভালদৰে বুজি নেপালে, কেতিয়াও মন্ত্ৰণাৰ কথা কাৰো আগত প্ৰকাশ নকৰিব। লুভীয়াজনক কেতিয়াও ভৰালীৰ দায়িত্ব নিদিব। যদি পূৰ্ব্বৰ কোনোবা অপকাৰী হয়, তেনেলোকক কেতিয়াও বিশ্বাসৰ পাত্ৰ কৰি নল'ব।

তিৰোতাত অতিকৈ বিশ্বাস নকৰিব। যদি কৰে, তেন্তে অনিষ্ট সাধন হোৱাৰ সম্ভাৱনাই অধিক। ভাল অন্ন যিমান পালেও, উদৰ পূৰ কৰি খাব নেলাগে। মান্যৱন্ত জনক দেখিলে, স্তব্ধ হৈ নেথাকি, বুদ্ধিমান ৰজাই শীঘ্ৰে পূজা-অৰ্চ্চনা কৰিব। আত্মা গুৰুৰ চৰণত সদায় সেৱা নমস্কাৰ কৰিব। তেতিয়া হ'লে দম্ভ-মদ মায়া অহঙ্কাৰ আদি বৰ্জ্জন হ'ব। খলুৱা, দুৰ্জ্জন কপটীয়া লোকক কেতিয়াও প্ৰিয়বাক্য ক'ব নেলাগে। কোনো লোকক ৰাখিব লগা হ'লে, প্ৰথমেই চাই-চিতি ৰাখিব। আগে ৰাখি, পাছত ত্যাগ নকৰিব। ভালদৰে চিন্তা-চৰ্চ্চা কৰিহে অস্ত্ৰ প্ৰহাৰ কৰিব। শত্ৰুক বধ কৰিলে কোনো দোষ নহয়। অকাৰণে কেতিয়াও ৰজাই ক্ৰোধ নকৰিব। পূৰ্ব্বৰ শত্ৰুক কেতিয়াও প্ৰিয়বাক্য নক'ব। হে মোৰ বাপ যুধিষ্ঠিৰ! যদি মনত নিজৰ কল্যাণ কামনা কৰা, তেন্তে তুমি ৰাজ্যত এই স্বধৰ্ম্ম আচৰণ কৰা। এই কথা অমান্য কৰি, যিসকল ৰজাই বা শাসনকৰ্ত্তাই স্বেচ্ছাচাৰী হৈ ৰাজ্য চলাই, সেইসকল ৰজাৰ বা শাসনকৰ্ত্তাৰ মনত কোনো কালে ভয়-শঙ্কা নুগুচিব। যিবিলাক গুণৰ কথা তোমাক ক'লোঁ, এই গুণ সম্পন্ন ৰজাই ইহলোকত সৰ্ব্বপ্ৰকাৰ সুখ-ভোগ ভুঞ্জিব আৰু পৰলোকতো অক্ষয় স্বৰ্গসুখ লাভ কৰিব।

---

**ৰজাৰ প্ৰজা পালনৰ নিয়ম। ৰজা কেনেকুৱা হ'লে প্ৰজা সদায় ধৰ্ম্মত থাকিব আৰু অপৰাধী নহ'ব।**

বৈশম্পায়নে ক'লে,—শুনা মহাৰাজ জন্মেজয়! ভীষ্মদেৱৰ অমৃতবৰষা কথা শুনি পাণ্ডৱৰ পাঁচো ভায়েকে পিতামহ ভীষ্মৰ চৰণত প্ৰণাম কৰিলে আৰু তেওঁ কোৱা ৰজাৰ আচৰণ বিধি মানি চলিবলৈ দৃঢ় প্ৰতিজ্ঞ হ'ল। তাৰ পিছত পুনঃ যুধিষ্ঠিৰে সুধিলে,—হে পিতামহ! কেনেকৈ প্ৰজা পালন কৰি ভাল দৰে ৰাখিব লাগিব? কি কৰিলে প্ৰজা সদায় ধৰ্ম্মত চলিব আৰু অপৰাধী নহব? যদি এই অধমৰ প্ৰতি দয়া আছে, তেন্তে অনুগ্ৰহ কৰি বুজাই কোৱা।

যুধিষ্ঠিৰৰ বিনয়-নম্ৰ কথা শুনি, ভীষ্মদেৱে লাহে লাহে সংক্ষিপ্ত কৰি ক'ব ধৰিলে,—শুনা বাপ যুধিষ্ঠিৰ! তোমাক মই শাশ্বত (চিৰকলীয়া) ধৰ্ম্মৰ কথা ক'ম। যি কথা জানিলে, তুমি ঘৰত থাকিয়ে নানা বিধ কৰ্ম্মৰ ফল লাভ কৰিব পাৰিবা। যি সাধু-জ্ঞানী-ভক্তই নানা ধৰ্ম্মৰ কথা ভালদৰে জানে, ব্ৰত উপবাসত যুক্ত থাকে, আৰু সকলো বেদত পাৰ্গত, ঠিক তেনে জ্ঞানী-গুণী, সাধু-ভক্ত বাচি বাচি ঘৰলৈ আনি সেৱা-পূজা-অৰ্চ্চনা আদি কৰিব। তেনে সাধু-ভক্ত দেখা মাত্ৰে পলম নকৰি শীঘ্ৰে

সেৱা জনাব আৰু চৰণৰ ধূলি শিৰত ল'ব। সকলো কাৰ্য্যতে সাধু-ভক্ত বৈষ্ণৱ-মহন্তৰ আশীৰ্ব্বাদ লৈ সমস্ত কৰ্ম্ম কৰিব। এয়ে শাশ্বতিক ধৰ্ম্ম। যিজন মহাবুদ্ধিমন্ত ৰজা হ'ব তেওঁ সদায় অহিংসা আচৰণ কৰিব। কাম-ক্ৰোধ-লোভ-মোহ বৰ্জ্জিত হ'ব। এইদৰে ধৰ্ম্মত থাকি অৰ্থ সংগ্ৰহ কৰিব। যিজনে মোহাবৃত হৈ অৰ্থ-গ্ৰহণ কৰে, তেওঁ পৰম অজ্ঞানী বুলি জানিবা। যিজন মূৰ্খ, কামুক, পৰম নিৰ্দ্দয়, অতিকে লুভীয়া, তেনেজনক কোনো কাৰ্য্যতে নিয়োগ কৰিব নেলাগে। যদিহে নিয়োগ কৰে, তেন্তে ৰজাৰ সমস্ত গুণ-যশ-কীৰ্ত্তি লুপ্ত হ'ব, আৰু অপযশ, অকীৰ্ত্তি দিনে দিনে বাঢ়ি যাব। সেইবাবে যিজন সমস্ত বিষয়তে পাৰ্গত, বুদ্ধিত চতুৰ, লোভহীন অৰ্থাৎ ধন-ৰত্ন, ঐশ্বৰ্য্য-বিভূতি, কোনো বিষয়তে বা কোনো বস্তুতে লোভ নেথাকে, তেনে লোকক কৰ্ম্মত নিযুক্ত কৰিব লাগে। অধৰ্ম্ম আচৰণ কৰি যদি বহু ধন-সম্পত্তি অৰ্জ্জন কৰেও, সেই ধন-সম্পত্তিৰ-দ্বাৰা কোনো সদ্কাৰ্য্যত জয় হ'ব নোৱাৰে। কাৰণ সেই ধন-সম্পত্তি চোৰে বা ডকাইতে লুটি নিব, অগ্নিয়ে পুৰিব নাইবা অনন্তজনে সদায় ব্যয় কৰি হ'লেও সেই ধন-সম্পত্তি শেষ কৰিব। যি ৰজাই কেৱল সদায় ধন-সম্পত্তিতহে আশা কৰি থাকে, তেনে ৰজাই নিজেই নিজক হিংসা

কৰে বুলি জানিবা। অধৰ্ম্মত থাকি অধিক কৰ সংগ্ৰহ কৰি প্ৰজাক কষ্ট দি ৰাজ্যতো নষ্ট কৰেই, তাৰোপৰি নিজেও ধ্বংসৰ পথত অগ্ৰসৰ হয়, অৰ্থাৎ মৃত্যুৰ মুখত পৰে। যেনেকৈ এজন পৰম অজ্ঞানী মহামূৰ্খ লোকে দেখিলে যে এজনী গায়ে বহুত গাখীৰ দিয়ে। সি ভাবিলে, গাইজনীৰ ওহাৰত বহুত গাখীৰ আছে, ওহাৰটো কাটি নিলে বহুত গাখীৰ পাম। তাকে ভাবি সি গাইজনীৰ ওহাৰটো কাটি লৈ গ'ল। ফল-স্বৰূপে সি গাখীৰতো নেপায়েই আনহাতে গাইজনীও মৰি থাকিল। যি ৰজাই বা শাসনকৰ্ত্তাই প্ৰজাক শোষণ কৰি, নিজে মহা সুখে থাকিব ইচ্ছা কৰে, তাৰো এই একে দশাই হয়। প্ৰজাৰ দুখ দুৰ্গতিয়ে সেই ৰজাকো স্পৰ্শ কৰে। সেইবাবে হে ধৰ্ম্মৰাজ! তুমি স্বধৰ্ম্মত থাকি ৰাজ্যভোগ কৰা। কৰ্ম্মৰ কৌশল ভালদৰে বুজি খুজি উপায়েৰে ৰাজ্য ভোগ কৰা আৰু প্ৰজাকো পালন কৰা। যি শাসনকৰ্ত্তা বা ৰজাই স্বধৰ্ম্মত থাকি প্ৰজা পালন কৰে, তেনে ৰজাৰ বা শাসনকৰ্ত্তাৰ সমস্ত ধৰ্ম্ম-কৰ্ম্ম সিদ্ধি হয়, ধন-ৰত্ন, ঐশ্বৰ্য্য-বিভূতিও অপৰ্য্যন্ত হয়। প্ৰজাৰো ধন-ধান, ঐশ্বৰ্য্য-সম্পদ নিতৌ বাঢ়ি থাকে। যেনেকৈ মালাকৰে তেওঁৰ ফুলনি বাগিছা নিতৌ চাফ চিকুণ কৰি ৰাখে। সাৰ-গোবৰ আদি দিয়ে। নিয়মিত ভাবে গুৰিত পানীও দিয়ে।

বেমাৰ আজাৰ হ'লে বা কিবা পোক-পৰুৱাই নষ্ট কৰিলে চাই-চিতি সেইবোৰ উপায়েৰে ধ্বংস কৰি সুন্দৰ কৰি ৰাখে। ভাল ভাল ফুলবোৰ আনি মালা গাঁথি বিক্ৰি কৰে। কলি ফুল কেতিয়াও নিছিঙে বা স্পৰ্শও নকৰে। মালাকৰে যেনেকৈ বাগিচাৰ ফুলবোৰ মহা যত্ন কৰি পালন কৰি বাগিচাখনকো সুন্দৰকৈ চিকোণাই ৰাখে, ঠিক তেনেদৰে ৰজা বা শাসনকৰ্ত্তায়ো দেশ শাসন কৰোঁতে বা প্ৰজা পালন কৰোঁতে মালাকৰৰ নিচিনা হ'ব লাগে। যিলোকে দোষযুক্ত কৰ্ম্ম কৰে অৰ্থাৎ দোষী বুলি গণ্য হয়, তেনে লোকৰ ক্ষেত্ৰত ৰজা অগ্নিতুল্য হ'ব লাগে। এইদৰে যি ৰজাই ৰাজ্য আৰু প্ৰজা পালন কৰে, তেনে ৰজাৰ অসংখ্যাত পুণ্য হয় আৰু যশ-কীৰ্ত্তি চাৰিওফালে বিয়পি যায়। যদি কোনো ৰজাৰ অজ্ঞানৰ চক্ৰান্তত পৰি কেনেবাকৈ ধন-অৰ্থ হানি হয়, তেন্তে সেই ক্ষতি হোৱা ধন কেনেকৈ পূৰণ কৰিব লাগে, সেইবিষয়ে কওঁ শুনা,—সাধু-বৈষ্ণৱ-ভক্তক বাদ দি ৰাজ্যৰ ধনৱন্ত লোক সকলক মাতি আনি সুমধুৰ কথাৰে বুজাই বঢ়াই ধন সংগ্ৰহৰ ব্যৱস্থা কৰিব। সাধু-মহন্ত, বৈষ্ণৱ-ভক্তৰ পৰা ধন ল'বলৈ মনত ভাবিব নেলাগে। মহাসাধু বৈষ্ণৱৰ ধন যিজনে গ্ৰহণ কৰে, তেওঁৰ সমস্ত কাৰ্য্য নষ্ট হব আৰু নানা প্ৰকাৰ বিপদ-বিঘিনিয়ে লাগ দিয়ে। সেই-

বাবে সদায় সাধু-সন্ত, ভক্ত-বৈষ্ণৱক দানহে কৰিব লাগে। তেতিয়া হ'লে তেওঁলোকৰ আশীৰ্ব্বাদত ইহলোকত সৰ্ব্ব-প্ৰকাৰ সুখ-ভোগ ভুঞ্জিব আৰু পৰলোকতো অক্ষয় স্বৰ্গ পাব। হে বাপ যুধিষ্ঠিৰ! তুমি এই ধৰ্ম্মত থাকি ৰাজ্য চলাবা আৰু প্ৰজাও পালন কৰিবা। তেতিয়াহ'লে তোমাৰ সমস্ত ধৰ্ম্ম সিদ্ধি হ'ব আৰু প্ৰচুৰ যশ-কীৰ্ত্তিও বাঢ়িব। সকলো প্ৰাণীতে সদায় দয়া ৰাখি চলিবা। তেতিয়াহ'লে তোমাৰ সমস্ত অভিলাস পূৰ্ণ হ'ব। ইয়াতকৈ ৰজাৰ বা শাসন কৰ্ত্তাৰ আন ধৰ্ম্ম আৰু নাই। যি ৰজা বা শাসকে প্ৰজাক ভয়ৰ পৰা পৰিত্ৰাণ কৰিব নোৱাৰে, তেনে ৰজা বা শাসক অনন্ত কাল নৰক ভোগ ভুঞ্জি থাকিব। যি ৰজাই বা শাসকে সমস্ত প্ৰজাক নিৰ্ভয় দি ৰক্ষা কৰে, তেনে শাসক বা ৰজাই ইহলোকত নানা সুখ-ভোগ ভুঞ্জিব আৰু পৰলোকতো গৈ অক্ষয় স্বৰ্গ সুখ ভোগ কৰিব। তপ-জপ, ব্ৰত-উপবাস, যাগ-যজ্ঞ, যোগ-ধ্যান আদি কৰি যি ফল পায়, ৰজা বা শাসকে প্ৰজা পালন কৰিয়েই সেই সমস্ত ফল অনায়াসে লাভ কৰে। অৰাজক হ'লে দেশত ধৰ্ম্ম-কৰ্ম্ম একো নহয়। ধৰ্ম্মিষ্ঠ ৰজা বা শাসক থাকিলে সৰ্ব্বসিদ্ধি হয়। সেইবাবে ৰজা বা শাসনকৰ্ত্তা সকলে জ্ঞানী-গুণী, সাধু-পুৰোহিত চাই চিতিহে লগত

ৰাখিব। যিজনে ধৰ্ম্মাধৰ্ম্ম আদি শাস্ত্ৰৰ তত্ত্ব ভালদৰে জানে, তেনে সাধু-মহন্ত গুৰু-পুৰোহিতক লগত ৰাখিব। হে ধৰ্ম্মৰাজ যুধিষ্ঠিৰ, এটি ইতিহাস কওঁ, বায়ু আৰু ঐল নৃপতিৰ সম্বাদ। মনদি শুনা।

---

## চাৰি বৰ্ণৰ উৎপত্তি ক'ৰপৰা হ'ল ? কৰ্ম্মৰ ভিতৰত শ্ৰেষ্ঠ কৰ্ম্ম কি ?

এদিনাখন ঐল নৃপতিয়ে বায়ুক ক'লে—হে বায়ু দেৱতা! চাৰি বৰ্ণৰ উৎপত্তি ক'ৰপৰা হ'ল আৰু কৰ্ম্মৰ ভিতৰত শ্ৰেষ্ঠ কৰ্ম্ম কি? মোৰ মনত সংশয় হৈছে। দয়া কৰি মোৰ এই সংশয় গুচাই দিয়া।

ঐল নৃপতিৰ কথা শুনি বায়ুৱে ক'লে,—শুনা ঐল! ঈশ্বৰৰ মুখৰপৰা ব্ৰাহ্মণৰ জন্ম হয়, বাহুৰ পৰা ক্ষত্ৰিয়ৰ জন্ম হয়, উদৰত বৈশ্যৰ জন্ম হয়। এই তিনি বৰ্ণৰ পৰিচৰ্য্যাৰ কাৰণে শূদ্ৰৰ জন্ম চৰণত হয়। সকলোৰে ধৰ্ম্ম ৰক্ষাৰ কাৰণেই দয়াময় শ্ৰীকৃষ্ণই ব্ৰাহ্মণক প্ৰথমতে সৃষ্টি কৰিলে। সকলোকে দণ্ড ধৰি নিয়মিত কৰি ৰাখিবৰ বাবে ক্ষত্ৰিয়ক জন্ম দিলে। তিনিও বৰ্ণক ধন-ধান আদি দিবৰ বাবে বৈশ্যৰ সৃষ্টি কৰিলে

আৰু সকলো বৰ্ণকে পৰিচৰ্য্যা কৰিবৰ নিমিত্তে শূদ্ৰৰ সৃষ্টি কৰিলে। এয়ে চাৰিও বৰ্ণৰ উৎপত্তিৰ স্থল আৰু চাৰিও বৰ্ণৰ ধৰ্ম্ম। প্ৰত্যেক বৰ্ণই নিজ নিজ ধৰ্ম্ম অনুসৰি কৰ্ম্ম কৰাটোৱেই শ্ৰেষ্ঠ কৰ্ম্ম। ব্ৰহ্মাদেৱে পূৰ্ব্বতে এই নিয়ম কৰি দিছে।

পুনঃ ঐল নৃপতিয়ে সুধিলে,—হে বায়ু মহাশয়! হে জগতৰ আয়ু! আৰু এটা কথা সোধো, দয়া কৰি জানিব দিয়া। ব্ৰাহ্মণ আৰু ক্ষত্ৰিয় এই দুই বৰ্ণৰ ভিতৰত ৰত্নগৰ্ভা বসুমতী কাৰ হ'ব ?

বায়ুদেৱে ক'লে,—এইটো অতিশয় গুৰুতৰ কথা। তথাপি সঙ্কেত কৰি কওঁ, ভালদৰে বুজি ল'বা। ধাৰ্ম্মিক আৰু জ্ঞানী গুণী লোকসকলে কয়,—যিহেতু জ্যেষ্ঠ আৰু সদ্‌কুলত ব্ৰাহ্মণৰ জন্ম হৈছে, সেইবাবে জগতৰ সমস্ত দ্ৰব্যৰে অধিকাৰী স্বভাৱতে ব্ৰাহ্মণ বুলি জানিবা। সেই নিমিত্তে ব্ৰাহ্মণে যি খায়, যি স্থানত থাকে, যি দ্ৰব্য-বস্তু, ধন-ৰত্ন ব্ৰাহ্মণক দিয়া যায়, সেইবিলাক আনৰ বুলি ধৰা নহয়। যিহেতু ব্ৰাহ্মণ জ্যেষ্ঠ হৈ জন্ম লাভ কৰিলে, সেইবাবে ব্ৰাহ্মণ শ্ৰেষ্ঠ আৰু সকলো বৰ্ণৰ বিশিষ্ট গুৰু হৈ আছে। হে মহাৰাজ, মোৰ মতি অনুসৰি তোমাৰ প্ৰশ্নৰ উত্তৰ দিলোঁ। আৰু শুনা,—স্বামীৰ বিয়োগ হ'লে,

বিধবাসকলে যেনেকৈ দেৱৰকে স্বামী মানি মহা কৌতুহলে থাকে, সেইদৰে বসুমতীয়েও ক্ষত্ৰিয়ক স্বামী মানি ল'লে। এয়া প্ৰথম কল্পৰ কথা ক'লোঁ। হে মহাৰাজ! আৰু অলপ কওঁ, মনদি শুনা; যদি তুমি যশ-কীৰ্ত্তি আৰু অখণ্ডিত স্বৰ্গ লাভ কৰিব খোজা। শাস্ত্ৰজ্ঞ-বেদজ্ঞ, সদাচাৰ সম্পন্ন মহা জ্ঞানী-গুণী, ভক্ত-বৈষ্ণৱ, ব্ৰাহ্মণ বিচাৰ কৰি আনি যথোচিত ভূমি, বিধিমতে দান কৰা। তেতিয়া হ'লে তোমাৰ যশ-কীৰ্ত্তিও বাঢ়িব আৰু অক্ষয় স্বৰ্গও লাভ কৰিব পাৰিবা। ৰজাৰ সঙ্গত কেনেকুৱা ব্ৰাহ্মণ থকা ভাল, সেই বিষয়ে কওঁ শুনা,—স্বধৰ্ম্মত ৰত, নম্ৰ, অমায়িক, সুমধুৰ বাক্য-বচন, ধন-ঐশ্বৰ্য্য, মান-সন্মান, সুখ-ভোগ আদিত সম্পূৰ্ণ আশা শূন্য অৰ্থাৎ আসক্তিশূন্য হ'ব লাগে। কৰ্ম্ম-অকৰ্ম্মৰ বিষয়ে ভালদৰে জনা হ'ব লাগে, আৰু অতিকে বিনয়ী হোৱা উচিত। এনেকুৱা সৎ গুণ সম্পন্ন ব্ৰাহ্মণে নৃপতিক বুদ্ধি অনুসৰি ধৰ্ম্ম প্ৰৱৰ্ত্তন কৰাব। তেনে নৃপতিৰ সৰ্ব্ব কৰ্ম্ম পৰিপূৰ্ণ হ'ব। তেনে ৰজাকে পণ্ডিত বুলি কয়। তেওঁৰ নিশ্চয় সৰ্ব্বপ্ৰকাৰ মঙ্গল সাধন হ'ব। ক্ষত্ৰিয়ৰ ধৰ্ম্মত ৰত হ'ব। সৎগুণসম্পন্ন, লোভ-মোহ বৰ্জ্জিত, সৰ্ব্ব-শাস্ত্ৰত পাৰ্গত, ক্ষমাশীল, দয়াশীল, পৰম অহিংস, সৰ্ব্ব-ভূতেহিতেৰত সেই ব্ৰাহ্মণে ধৰ্ম্ম শিকাব বা দেখুৱাই

দিব আৰু নৃপতিয়ে পালন কৰিব। তেনে জ্ঞানৱন্ত, গুণৱন্ত ৰজা আৰু পুৰোহিতে এই পৃথিৱীত সমানে সমানে ফল ভোগ কৰিব। ৰজাক দেখি প্ৰজায়ো সেইদৰে ধৰ্ম্ম আচৰণ কৰিব। সেই ধৰ্ম্মৰ চাৰি ভাগৰ এভাগ ফল ৰজায়ো পাব। দেৱতা, পিতৃ, মানুহ, গন্ধৰ্ব্ব, কিন্নৰ, সৰ্প, ৰাক্ষস আদি সমস্ত প্ৰাণীৰে, যজ্ঞই একমাত্ৰ জীৱন। হে মহাৰাজ! মোৰ এই কথা শ্ৰদ্ধাৰে মানিবা। নৃপতিয়ে ভালদৰে এই ধৰ্ম্ম পালন কৰিব লাগে। তেতিয়া হ'লে তেনে নৃপতিয়ে বা শাসনকৰ্ত্তাই সদায় সৰ্ব্বপ্ৰকাৰ সুখ-ভোগ কৰি থাকিব পাৰিব। গৰমৰ দিনত সুখ গছৰ ছায়া, পানী আৰু বতাহে গা-মন শীতল কৰে। জাৰৰ দিনত সুখ,—সূৰ্য্যৰ তাপ আৰু অগ্নি। নানা ছন্দেৰে সুমধুৰ গীত গাই সুন্দৰী ৰমণীয়ে যদি শৰীৰত স্পৰ্শ কৰে, যাৰ ৰূপ দেখাত অতিকে শোভন, সকলোৰে মন মোহে, মনোহৰ গন্ধই সকলোতে প্ৰাণীবিলাকৰ মন ৰমন কৰে, ভোগ কৰিব পাৰিলে অত্যন্ত সুখী হয়। এই সমস্ততে যদি কেনেবাকৈ ভয় উপস্থিত হয়, তেন্তে এই সমস্ত উপভোগ কৰিলেও কিঞ্চিৎ মানো সুখ নেপায়। সেইবাবে অভয় দানৰ সমান শ্ৰেষ্ঠ একো নাই। প্ৰাণদানেই হৈছে সবাতো কৰি গৰিষ্ঠ। হে ঐল নৰপতি! তিনিওলোকত ইয়াতকৈ

আন একো দানেই নাই বুলি জানিবা। তোমাক মই সকলো কথা ক'লোঁ, তুমি ভালদৰে জানি ল'বা।

ভীষ্মদেৱে ক'লে,—হে মোৰ প্ৰিয় নাতি যুধিষ্ঠিৰ বাপ! এয়া তোমাক বায়ু আৰু ঐল নৃপতিৰ সম্বাদ ক'লোঁ। এতিয়া মই অলপমান কথা বুজাই কওঁ শুনা। ৰজা আৰু পুৰোহিত সদায় একেলগে থাকিব লাগে। তেতিয়া হ'লে ৰজাই বহু শাস্ত্ৰৰ কথা জানিব পাৰে আৰু ধৰ্ম্ম কি বস্তু, তাকো ভালদৰে পৰিচয় হ'ব পাৰে। তেতিয়া সেই গুণবোৰৰ বাবে ৰজাৰ মহা মঙ্গল সাধন হ'ব। দেৱতা পিতৃক সদায় অৰ্চ্চনা কৰিব। ব্ৰাহ্মণ আৰু ৰজা পৰস্পৰে দুয়োজনে সৰ্ব্বক্ষণে সমবুদ্ধি আৰু সুহৃদ হ'ব লাগে। ব্ৰাহ্মণ আৰু ক্ষত্ৰিয়ক প্ৰজাবিলাকে সদায় মানিব লাগে। তেতিয়া-হ'লে দেশৰ সৰ্ব্বপ্ৰকাৰ মঙ্গল হয় আৰু সকলোৱে সুখেৰে জীৱন যাপন কৰিব পাৰিব। ব্ৰাহ্মণ-ক্ষত্ৰিয়ক অপমান কৰিলেহে প্ৰলয় মিলিব। প্ৰজাসকলো সমূলঞ্চে ক্ষয় হ'ব বুলি নিশ্চয়কৈ জানিবা। সকলো বৰ্ণৰ মূল হ'ল,—ব্ৰাহ্মণ আৰু ক্ষত্ৰিয়। ইয়াৰ কাৰণ কওঁ শুনা।

* * *

## ঐল ৰজা আৰু কাশ্যপ মুনিৰ সম্বাদ

ঐল নৃপতিয়ে সুধিলে,—হে ব্ৰহ্ম ঋষি কাশ্যপ! এটি কথা তোমাক সোধোঁ, দয়া কৰি বুজাই দিয়া। যেতিয়া ব্ৰাহ্মণে ক্ষত্ৰিয়ক ত্যাগ কৰে আৰু ক্ষত্ৰিয়য়ো ব্ৰাহ্মণক এৰে, তেতিয়া ক্ষত্ৰিয়ৰ বিয়োগত প্ৰজাই কাক ভজিব? আন বৰ্ণৰ লোক সকলে কাক গুৰু মানিব?

ঐলৰ কথা শুনি ব্ৰহ্মঋষি কাশ্যপে ক'লে,—হে মহামতি ঐল মহাৰাজ! তোমাৰ প্ৰশ্নৰ উত্তৰ দিওঁ একচিত্তে শুনা। নৃপতিয়ে যেতিয়া ব্ৰাহ্মণক ত্যাগ কৰে অৰ্থাৎ ব্ৰাহ্মণৰ লগত বিৰোধ কৰে, তেতিয়া সেই নৃপতিৰ ৰাজ্য নষ্ট হ'ল বুলি নিশ্চিয়কৈ জানিবা। ৰাজপুত্ৰসকল নীতিশাস্ত্ৰত বৰ্জ্জিত হ'ব। দেৱতাৰ পূজা-সেৱা, যাগ-যজ্ঞ আদি বন্ধহৈ যাব। সেই সময়তে মহা ভাগ্যৱন্ত নৃপতিয়ে ব্ৰাহ্মণ ত্যাগী নৃপতিৰ ৰাজ্য আক্ৰমণ কৰি জিনি ল'ব। যদি নৃপতিক ব্ৰাহ্মণে ত্যাগ কৰে, তেন্তে কি হ'ব কওঁ শুনা,—তেতিয়া প্ৰচণ্ড চোৰ দুৰ্জ্জন ডকাইতে সেই ব্ৰাহ্মণক ধৰি খণ্ড-ভণ্ড কৰি পেলাব। সেইবাবে এই কথা নিশ্চিতৰূপে জানিবা যে ব্ৰাহ্মণ আৰু ক্ষত্ৰিয় উভয়ে উভয়ৰ ৰক্ষক। উভয়ৰ মিত্ৰতাত শ্ৰী, যশস্যা, কীৰ্ত্তি দিনে দিনে বাঢ়ি যায়। যদিহে উভয়ৰ মাজত শত্ৰুতাহে হয়, তেন্তে দুয়ো সম্পদ বৰ্জ্জিত হয়।

যেনেকৈ অজ্ঞানীলোকে ভঙা ফুটা নাৱত উঠি অগাধ জল পাৰ হ'ব খোজে; ফলস্বৰূপে পাৰ নেপায়, মাত্ৰ মৰণৰ সমান ভয়হে পায়, ঠিক সেইদৰে ব্ৰাহ্মণ আৰু ক্ষত্ৰিয়ৰ এৰাএৰি হ'লে, ক'তো কোনো সিদ্ধি লাভ কৰিব নোৱাৰে। জানিবা দুয়োৰে প্ৰীতি বিধি পথালি দিলে। লগতে চাৰিও বৰ্ণৰ মহা অপায় অমঙ্গল মিলিব। ক্ৰমে ক্ৰমে প্ৰজাও ক্ষয় হ'ব ধৰিব। যিজন মহাজ্ঞানী-গুণী নৃপতি হ'ব তেওঁ সদায় ব্ৰাহ্মণক ৰক্ষা কৰি নানা মতে পূজা-সেৱা কৰিব। তেনে ৰজাই সদায় মহা সুখে কাল কটাব আৰু প্ৰজাৰো হিতসাধন হ'ব। যি দেশত ব্ৰাহ্মণৰ আচাৰ ধৰ্ম্ম সকলো লোপ পায়, বেদপাঠ, যজ্ঞ-পূজা সেৱা আদি নহয়, সাধু-ভক্ত, গুণী-জ্ঞানী লোকক সন্মান কৰিব নেজানে, সেই দেশত সদায় পাপ বৰিষণ হৈ থাকে। বুজিছা মহাৰাজ! তাৰ ফলত সেই দেশত অদ্ভুত কৰ্ম্ম বিলাক হৈ থাকে। অতি বৃষ্টি, অনাবৃষ্টি, ভূমিকম্প, মহামাৰী আদি প্ৰাকৃতিক দুৰ্যোগ হৈ থাকে। তিৰোতায়ো ব্ৰাহ্মণক মাৰি, সেই দেশৰ ৰাজসভাত প্ৰসংশা লাভ কৰে। ব্ৰাহ্মণ এৰাৰ ফলত, সাধু-বৈষ্ণৱ, সন্ত-ভক্তক সন্মান কৰিব নজনাৰ ফলত, দুৰ্জ্জনকো দণ্ড বিধান কৰিব নোৱাৰিব। দুৰ্জ্জনেই সজ্জন আৰু সজ্জনেই দুৰ্জ্জন বুলি ধৰি ল'ব। সদায় সত্য ধৰ্ম্ম

এৰি, অসত্যত প্ৰৱৰ্ত্তন কৰিব। প্ৰত্যেকেই একো একোজন মহামানী, মহাজ্ঞানী বুলি পৰিচয় দিব। ইত্যাদি কাৰণত ৰজা মহাভয়ৰ সন্মুখীন হ'ব। পাপীয়ে যদি সদায় পাপকে আচৰণ কৰি থাকে, তেতিয়া হিংসাৰূপ মহাৰুদ্ৰৰ আবিৰ্ভাব হৈ সাধু-অসাধু যিমানবিলাক আছে সকলোকে নানা মতে হিংসা কৰিব ধৰিব।

ঐল নৃপতিয়ে মাত লগালে,—হে গুৰুদেৱ! এই ৰুদ্ৰৰ উৎপত্তি কেনেকৈ হ'ল? ইয়াৰ ৰূপ কেনেকুৱা? মানুহেৰে মানুহক কেনেকৈ মাৰে? এই কথাটো ভালদৰে বুজাই দিয়া গুৰুদেৱ!

ব্ৰহ্মঋষি কাশ্যপে ক'লে,—মানুহৰ হৃদয়ত যিটো অহঙ্কাৰ আছে, তাৰ পৰাই এই ৰুদ্ৰৰ উৎপত্তি হয়। সেই ৰুদ্ৰেই নিজকেই মহা কষ্ট দিয়ে আৰু আনকো নানা প্ৰকাৰে হিংসা কৰি মহা কষ্ট দিয়ে। বায়ুৰদ্বাৰা যেনেকৈ মহা উৎপাত হয়, ৰুদ্ৰৰ স্বৰূপ ঠিক তেনেকুৱা বুলি বুজিবা। মেঘে যেনেকৈ নানা ৰূপ ধৰি বৰষুণ দিয়ে, বুজিছা মহাৰাজ, ৰুদ্ৰও তদ্ৰূপ।

মহাৰাজ ঐলই আকৌ সুধিলে,—হে গুৰুদেৱ! মোৰ মনত এটা সংশয় উপস্থিত হ'ল। মেঘে নানা বৰ্ণ ধৰি যি কোনো এঠাইত গৈ প্ৰচণ্ড বৃষ্টি দিয়ে। সেইদৰে কাম-ক্ৰোধ-

অহঙ্কাৰ থকাৰ স্বত্বেও কত মানুহ মুক্ত আৰু কত মানুহ বন্ধ হোৱা দেখা যায়।

ঐলৰ প্ৰশ্ন শুনি ব্ৰহ্মঋষি কাশ্যপে মাত লগালে। শুনা বজা ঐল মহাশয়! যেনেকৈ এখন গাঁৱৰ এটা ঘৰত জুই লাগিলে, গোটেই গাওঁখনকে পুৰি ভস্ম কৰিব পাৰে, সেইদৰে সকলোৰে চুৰ্ত্তি হত কৰি দিয়ে। পাপ আৰু পুণ্যও তেনেকুৱা বুলি জানিবা।

পুনুৰাৰ ঐলই ক'লে,—হে গুৰুদেৱ! আৰু এটা কথা সোধোঁ। দয়া কৰি বুজাই দিয়া। যিজনে সন্তৰ সঙ্গত থাকি পাপ আচৰণ কৰে, তেনেজনক যিজন মহন্ত নৃপতিয়ে দণ্ড বিধান কৰে, সেই দুয়োজনকে ধৰি আনি অন্য এজন নৃপতিয়ে কিয় দণ্ড বিধান কৰে? এই সংশয় মোৰ গুচোৱা গুৰুদেৱ!

কাশ্যপ ব্ৰহ্মঋষিয়ে ক'লে,—শুকান অৰণ্যত জুই লাগিলে, যেনেকৈ সেই অৰণ্যত থকা কেঁচা বনকো অৰণ্যৰ জুয়ে দহি-পুৰি নিয়ে, সেইদৰে পাপীৰ লগত থাকিলে, সাধুকো পাপে স্পৰ্শ কৰে। দুষ্টৰ সঙ্গত সাধু-ভক্তয়ো দুখ-কষ্ট পাব লগা হয়।

ঐলই আকৌ সুধিলে,—হে গুৰুদেৱ! সাধু অসাধুৰ দেখোঁন একো তাৰতম্য নাই। কাৰণ সাধু অসাধু দুয়োকো

পৃথিবীয়ে ধৰি ৰাখিছে। সূৰ্য্যই তাপ দিয়ে, বায়ুৱেও স্পৰ্শ কৰে, জলেও সাধু-অসাধু দুয়োকে পৱিত্ৰ কৰে। হে ব্ৰহ্মঋষি মহাশয়! এই কথা মই একো বুজি পোৱা নাই। ভালদৰে বুজাই দিয়া।

ঐলৰ কথা শুনি কাশ্যপ ঋষিয়ে ক'লে,— তুমি ঠিকেই কৈছা। পিছে, ইহলোকত যদিও এইদৰে প্ৰবৰ্ত্তন কৰা দেখিছা, কিন্তু পৰলোকত সুখ-দুখ, মহাভয় নিশ্চয় আছে। সাধুলোকে শৰীৰ এৰাৰ পিছত বিষ্ণুদূতে লৈ যায়। পুণ্য অনুসৰি দেৱভোগ্য পঞ্চামৃত, ষড়ৰস আদি ভোগ কৰি, মহানন্দে সৰ্ব্বসুখ লাভ কৰি স্বৰ্গপুৰত থাকে। ভোগৰ অন্তত পুনঃ সাধুৰ ঘৰত জন্ম লাভ কৰে। তাৰ পাছত শ্ৰীহৰিৰ চৰণত একান্ত ভক্তি কৰি জন্ম-মৃত্যুৰ হাত সাৰি বিষ্ণুগতি পায়। পাপ কৰ্ম্ম কৰা পাপীলোকে ইহলোকতেই দেহ-মনত অনেক যাতনা ভুগিবলগীয়া হয়। হাতে-গলে ঠিক্‌চে বান্ধি অসংখ্যাত মৰিয়াই মাৰিব। মাৰৰ চোটত হাড়-হাৰ ভাঙি হাহাকাৰ লগাব। এইদৰে নানা উগ্ৰশাস্তি দি যমদূতে লৈ যাই, ধৰ্ম্ম ৰজাৰ আগত পেলাই দিব। যমৰজাৰ ঘোৰতৰ মূৰ্ত্তি দেখি মহা ভয়ে ভীতে দেহমুণ্ড স্তম্ভ প্ৰায় হৈ থাকিব। তাৰ প'ছত ৰৌৰৱ আদি নৰকত স্থান দিব। পাপ অনুৰূপে নৰক ভোগ কৰি,

শেষত নীচ মানুহত জন্ম গ্ৰহণ কৰি সাধু-ভক্ত গুৰু-ব্ৰাহ্মণ কাকো নমনা হ'ব। কেৱল সদায় সকলোকে নিন্দা তিৰস্কাৰ কৰিব ধৰিব। ঈশ্বৰ-গুৰু-বৈষ্ণৱৰ নাম তাৰ মুখত নাহিব। কেৱল সদায় কঠুৰা কৰ্কশ বাক্য-বচন মুখত সুগুচা হ'ব। সৎকৰ্ম্ম, সৎ বাক্য, ঈশ্বৰ-গুৰু-ভক্ত-বৈষ্ণৱৰ সঙ্গ নল'ব। ভক্তি, ধৰ্ম্ম, কৰ্ম্ম কাক বোলে, নাজানিব। নিজকেই নিজে বহুত জনা বুজা বুলি ভাবি, পাষণ্ড গুৰুৰ মত লৈ চাৰিওফালে অপকৰ্ম্ম কৰি ফুৰিব। ব্ৰাহ্মণ আৰু ক্ষত্ৰিয়ৰ বিৰোধত এইদৰে প্ৰজাৰ বিপত্তি মিলিব। বহুত শোকে-তাপে, দুঃসহ দুখত প্ৰজা ক্ষয় হ'ব। সেইবাবে ব্ৰাহ্মণক পুৰোহিত হিচাপে লৈ তেওঁলোকৰ মতে সদায় ধৰ্ম্ম আচৰণ কৰিবা। অগ্ৰপূজা, অগ্ৰভোক্তা, অগ্ৰসম্মান, ব্ৰহ্মাদেৱে পূৰ্ব্বতে ইয়াৰ বিধান দিছে। ব্ৰাহ্মণতকৈ আন কোনো দেৱতা নাই বুলি জানিবা। হে মোৰ যুধিষ্ঠিৰ বাপ! এয়া তোমাক মই আচল কথা ক'লোঁ। যিজনে অৰ্থাৎ যি নৃপতিয়ে ভাল বস্তু পালে, পৰম আদৰ সাদৰ কৰি, ভক্তিভাৱে প্ৰথমে ব্ৰাহ্মণক সমৰ্পণ কৰি, পূজা-সেৱা কৰে, তেনেজনে অৰ্থাৎ তেনে নৃপতিয়ে সদায় সুখতে কাল কটায়।

শুনা সৰ্ব্বজন ইটো ভাৰতৰ কথা।
হেন পুণ্য নৰতনু নকৰিবা বৃথা॥
দেখা জন্মেজয় পাণ্ডুকুলত বিশিষ্ট।
ব্ৰহ্মবধ কৰি সৰ্ব্বগাৰে ভৈলা কুষ্ঠ॥
ব্যাস উপদেশে বৈশম্পায়নক আনি।
প্ৰযত্নে শুনিলা ইটো ভাৰত কাহিনী॥
ইহাৰ শ্ৰৱণে পাপ গুচিল সকল।
কুষ্ঠ গুচি সৰ্ব্বগাৰ ভৈলেক নিৰ্ম্মল॥
হেন পুণ্য কথা ইটো মহাভাৰতৰ।
আলাস এৰিয়া শুনা যত বুধ নৰ॥
গুচিবেক পাপ-মল হুইবেক নিৰ্ম্মল।
জানা চিত্ত দৃঢ় হৈব গুচিব বিকল॥
পাছে উপজিব কৃষ্ণ চৰণত মতি।
তাত হন্তে মিলে যাই হৰিত ভকতি॥
ভক্তি হেতু অপ্ৰয়াসে সংসাৰ তৰিবা।
পাছে বৈকুণ্ঠত গৈয়া নিবাস কৰিবা॥

হে দয়াময় শ্ৰীকৃষ্ণ! বাল্য কাল গ'ল, মিছা ধং-ধেমালি কৰি ফুৰোঁতে। ডেকা কাল গ'ল, ধন-ঐশ্বৰ্য্য, পত্নী-পুত্ৰৰ চিন্তাত। এতিয়া বৃদ্ধ অৱস্থাই হাত বাউল দি মাতিব লাগিছে। দিনে দিনে বল-বীৰ্য্য সমস্ত ভুতি আহিছে।

তথাপি চেতন অহা নাই। মাথোঁ, আৰু লাগে। আসক্তি বাঢ়িবহে লাগিছে। কেতিয়া, কোন মুহূৰ্ত্তত, এই দেহ পৰে, তাৰ কোনো নিশ্চয়তা নাই। হে মোৰ প্ৰাণৰ বান্ধৱ! হে মোৰ হৃদয়ৰ দেৱতা শ্ৰীকৃষ্ণ মুৰাৰি! হে দীনবন্ধু পতিত পাৱন! মই এই অজ্ঞানীৰ প্ৰতি কিঞ্চিৎ দয়া কৰা স্বামী! তুমি বিনে মোৰ ত্ৰাণকৰ্ত্তা আন কোনো নাই। মই শ্ৰীসোণাৰাম তালুকদাৰে কাতৰে প্ৰাৰ্থনা জনাইছোঁ। প্ৰাণ নাথ! হে দীন দুখহাৰী শ্ৰীমধুসূদন! দয়া কৰা, দয়া কৰা অহে দয়াময়!

---

## মুচুকুন্দ-কুবেৰ সংবাদ কথন

পিতামহ ভীষ্মদেৱে ক'লে,— শুনা বাপ যুধিষ্ঠিৰ। ব্ৰাহ্মণৰ লগত ৰজাই সদায় ধৰ্ম্ম চৰ্চ্চা কৰিব লাগে। তেতিয়াহ'লে ৰজাৰ ধৰ্ম্মত ৰতি-প্ৰীতি হ'ব। যি ৰজাৰ ধৰ্ম্মত ৰতি-প্ৰীতি হ'ব, তেনে ৰজাই নিজৰ বাহু বলেৰে সমগ্ৰ দেশকে ৰক্ষা কৰিব পাৰে। সৈন্য-সামন্ত, প্ৰজা, সকলোৱেই মহা সুখে শান্তিয়ে কাল কটায়। বিপদ-বিঘিনি একো হ'ব নোৱাৰে। এই বিষয়ে মুচুকুন্দ আৰু কুবেৰৰ

এটি ইতিহাস কওঁ মন দি শুনা।

এদিনাখন মহাৰাজ মুচুকুন্দই সৈন্য-সামন্ত লগত লৈ যমে খেদি যোৱাৰ দৰে কুবেৰক খেদি গৈ আক্ৰমণ কৰিলে। মুচুকুন্দৰ কাৰ্য্যত কুবেৰ গৰ্জ্জি উঠিল আৰু মুহূৰ্ত্তৰ ভিতৰতে মহা বলৱন্ত বীৰ্য্যৱন্ত অসংখ্য ৰাক্ষসৰ সৃষ্টি কৰি ৰজাৰ সৈন্যক মাৰি কাটি হাহাকাৰ লগালে। ৰজা মুচুকুন্দই সৈন্যৰ বিলাই-বিপত্তি দেখি অন্তৰৰ দুখে বেজাৰে কোনোমতে ৰাজ্যলৈ ঘূৰি আহিল। ৰাজধানী পাই পুৰোহিত বশিষ্ঠক মতাই আনি নানা প্ৰকাৰ দোষাৰোপ কৰি ক'ব ধৰিলে,— হে গুৰুদেৱ! তুমি মোৰ লগত কিয় আছা? যিহেতু তুমি মোৰ পুৰোহিত, মোৰ হিত সাধন কৰাতো তোমাৰ নিতান্তই কৰ্ত্তব্য। এনেস্থলত তুমি হেন পুৰোহিত থাকোঁতে কুবেৰে মোৰ সৈন্য-সামন্ত সকলো মাৰিলে। তাৰোপৰি মই মৰ্ম্মান্তিক লাজ আৰু অপমান পালোঁ। সমস্ত জগতৰ লোকে মোক দেখি নিন্দা তিৰস্কাৰ কৰি হাঁহিব ধৰিলে। এতিয়া মোৰ ৰাজ্যও কুবেৰে নিব। আনহাতে তোমাকো সমস্ত ৰজাই হাঁহিব। কাৰণ তুমি থাকোঁতে কুবেৰে ইমান শক্তি পালে ক'ত? মোৰ দুখৰ কাহিনী তোমাক জনালোঁ। এতিয়া তুমি যি ভাল দেখা তাকে কৰা। তোমাকে সকলো সমৰ্পণ কৰিলোঁ।

মহাৰাজ মুচুকুন্দৰ দুখজনক কথা শুনি ঋষিৰাজ বশিষ্ঠই মনত ভাবি গুণি অতিশয় গুৰুতৰ তপ আচৰণ কৰিলে। সেই তপৰ প্ৰভাৱত কুবেৰৰ সমস্ত ৰাক্ষস সেনা মৰি শেষ হ'ল।

সৈন্য মৰা দেখি মনৰ দুখত শিৰৰ সাঁথিয়েক কুবেৰ, মুচুকুন্দৰ ওচৰলৈ আহি ক'ব ধৰিলে,—শুনা ৰজা মুচুকুন্দ! তোমাৰ নিচিনা বলৱন্ত ৰজা পূৰ্ব্বতো আছিল আৰু পুৰোহিতো আছিল। কিন্তু তুমি যি মত আচৰণ কৰিলা, পূৰ্ব্বত এনে আচৰণ কোনেও কৰা নাছিল। অস্ত্ৰ-শস্ত্ৰৰ দ্বাৰা ঘোৰতৰ সমৰ কৰি শত্ৰুক জিনিছিল। কতজনে নিজ বাহু-বলেৰে বা অন্য নানা প্ৰকাৰ উপায়েৰে শত্ৰুক পৰাভৱ কৰি খেদি পঠাইছিল। পূৰ্ব্বত যিমানবিলাক অতি বলৱন্ত ৰজাই অস্ত্ৰ-শস্ত্ৰ ধৰি বাহুবলেৰে তোমাক সদাই উপাসনা কৰি আছিল, সেই সকলোৱেই সুখ-দুখ দি আছে। এতিয়া ব্ৰাহ্মণক গহ কৰি, যি বাহাদুৰি দেখুৱালা, সেই বাহাদুৰি পৰিত্যাগ কৰি, যদি বাহুবল আছে, তেন্তে মোৰ লগত যুদ্ধ কৰা। চাওঁ তোমাৰ বাহুবল কিমান!

কুবেৰৰ কথা শুনি মুচুকুন্দ ক্ৰোধত জ্বলি উঠিল আৰু মহাক্ৰোধভৰে ক'ব ধৰিলে,— শুনা হেৰা ধনপতি! তুমি মোক যি কথা ক'লা, সেয়া তোমাৰ আচলতে ভ্ৰম।

ব্ৰাহ্মণ আৰু ক্ষত্ৰিয়ক উভয়ৰ সাহায্যৰ কাৰণে ব্ৰহ্মাদেৱে পূৰ্ব্বতে স্ৰজিলে। যদি দুয়ো স্বতন্ত্ৰ হিচাপে থাকিব খোজে, তেন্তে উভয়ৰে বিসঙ্গতি হোৱাৰ উপৰিও প্ৰজাৰো বিমঙ্গল হ'ব। তপ-বল, মন্ত্ৰ-বল হৈছে ব্ৰাহ্মণৰ আৰু অস্ত্ৰ-বল, বাহু-বল হৈছে ক্ষত্ৰিয়ৰ। দুয়ো বলৰ সমন্বয়ৰ দ্বাৰা নিজক আৰু প্ৰজাক ৰক্ষা কৰিব লাগে, এয়ে ব্ৰহ্মাৰ বিধান। হে অলকাৰ অধিপতি! পূৰ্ব্বাপৰ নাজানি, কিয় মোক মিছাতে নিন্দা তিৰস্কাৰ কৰিছা?

মুচুকুন্দৰ কথা শুনি কুবেৰে ক'লে,— শুনা হেৰা মুচুকুন্দ আৰু পুৰোহিত মহাঋষি বশিষ্ঠ! এই পৃথিবীখন মই সকলো ৰজাকে ভগাই দিছোঁ।

মুচুকুন্দই তৎক্ষণাৎ প্ৰত্যুত্তৰ দি ক'লে,—তুমি দিয়া ৰাজ্যত মোৰ কোনো কাৰ্য্য নাই। মোৰ মনত ভাল নেলাগে। মই নিজ বাহুবলেৰে যি ৰাজ্য আৰ্জি ল'ম, সেই ৰাজ্যহে মহা সুখে ভোগ কৰিম। তোমাৰ কথা মোৰ একেবাৰে মনে ধৰা নাই। সেই কাম মোৰ বাবে সম্পূৰ্ণ অযোগ্য। মুচুকুন্দৰ কথা শুনি কুবেৰৰ ভ্ৰম দুৰ হ'ল আৰু পৰম বিস্ময় হৈ ক্ষত্ৰিয় ধৰ্ম্মত স্থিৰ হৈ ৰ'ল। ভীষ্মদেৱে ক'লে,—শুনা যুধিষ্ঠিৰ, নিজ বাহুবল-বীৰ্য্যৰদ্বাৰা অৰ্জ্জন কৰিহে ৰজাই সততে ৰাজ্য ভোগ কৰিব লাগে।

নামধাৰী ব্ৰাহ্মণ হ'লেই নহ'ব, শুচি, শুদ্ধমতি, দ্বাদশ গুণ সম্পন্ন ব্ৰাহ্মণ পুৰোহিতক সঙ্গত ৰাখি ক্ষত্ৰিয়ৰ ধৰ্ম্মত ৰত নৃপতিয়ে এই পৃথিবীত সদায় সকলো বিষয়তে বিজয়ী হৈ থাকিব পাৰিব আৰু তেওঁৰ গুণ-যশ, কীৰ্ত্তি-শ্ৰী, দশোদিশ নিশ্চয় বিয়পি যাব। হে মোৰ প্ৰিয় ধৰ্ম্মৰ নন্দন! আৰু শুনা,—ৰজা বা শাসনকৰ্ত্তা সদায় দান-যজ্ঞ, উপবাস, তপস্যা আদিত আৰু প্ৰজা পালনত ৰত হ'ব লাগে। ধৰ্ম্মত থাকি সদায় প্ৰজা পালন কৰিব লাগে। ব্ৰাহ্মণ-সজ্জন, গুণী-জ্ঞানী, ভক্ত-বৈষ্ণৱক দেখা মাত্ৰে সসন্মানে সেৱা-পূজা কৰিব লাগে। প্ৰতিদিনে দান পুণ্য আদি কৰিব লাগে। তাকে দেখি প্ৰজাবিলাকেও সেই ধৰ্ম্ম পালন কৰিব। ৰজা বা শাসনকৰ্ত্তাই যি ধৰ্ম্ম পালন কৰে, প্ৰজাবিলাকেও তাকে দেখি সেই ধৰ্ম্মকে পালন কৰে। দণ্ডবিধানৰ সময়ত, শত্ৰুৰ বিষয়ত যমৰ নিচিনা হ'ব লাগে। চোৰ বা ডকাইতক কেতিয়াও ক্ষমা কৰিব নেলাগে। মৃত্যু দণ্ড দিয়াই শ্ৰেষ্ঠ। ৰজা বা শাসনকৰ্ত্তাই সকলোবে ধৰ্ম্ম ৰক্ষা কৰাত বেছি মনোনিবেশ কৰিব লাগে। কাৰো ধৰ্ম্মত কোনেও যাতে বিঘিনি ঘটাব নোৱাৰে, তাৰবাবে অতিশয় গুৰুত্ব দিব লাগে। প্ৰজাই নিজ নিজ ধৰ্ম্ম পালন কৰিলে, তাৰ চাৰি ভাগৰ এভাগ ফল ৰজায়ো পায়। সেইদৰে প্ৰজাই যদি পাপ আচৰণ

কৰে, তেন্তে সেই পাপৰ চাৰি ভাগৰ এভাগ ফল ৰজায়ো ভোগ কৰিব লাগিব। যদি মিছা কথা কৈ সাধু ব্ৰাহ্মণৰ ধন কাঢ়ি আনে, যদি চোৰ কৰি কোনোবাই সৰ্ব্বস্ব হৰণ কৰে, দুৰ্জ্জন ডকাইতে যদি প্ৰজাক হত্যা কৰে, তেন্তে এই পাপৰ ফল ৰজা বা শাসনকৰ্ত্তাই সমানে ভোগ কৰিব লাগিব। হে ধৰ্ম্মৰাজ, এই পাপৰ পৰা কেনেকৈ উদ্ধাৰ হ'ব, সেই বিষয়ে কওঁ শুনা,—ব্ৰাহ্মণ-সজ্জন, সাধু-ভক্তৰ ধন-সম্পত্তি অপহৰণ কৰাৰ সমান পাপ আন একো নাই। মহাপাপ স্বৰূপ ব্ৰাহ্মণ-সজ্জন, বৈষ্ণৱ-ভকতৰ ধন-সম্পত্তি ৰক্ষা কৰাতো শাসনকৰ্ত্তা বা ৰজাৰ কৰ্ত্তব্য। দুৰ্জ্জন-চোৰ-ডকাইতে যদি কেতিয়াবা সেই ধন-ঐশ্বৰ্য্য অপহৰণ কৰি নিয়ে, ৰজাই সেই ধন-ঐশ্বৰ্য্য তত্তালিকে বিচাৰ কৰি দিব লাগে। যদি বিচাৰ কৰি দিব নোৱাৰে, তেন্তে নিজৰ ভাণ্ডাৰৰ পৰা সেই ধন-ঐশ্বৰ্য্য দিব লাগে। সেই ধন দিলে ৰজা কৃতকৃত্য হ'ব আৰু ব্ৰহ্মস্ব পাপে স্পৰ্শ কৰিব নোৱাৰে। সজ্জনজনৰ ধন-সম্পত্তি ৰক্ষা কৰাতো, সকলো বৰ্ণৰে ধৰ্ম্ম। সকলো প্ৰজাই বিশিষ্ট ৰজা বা শাসনকৰ্ত্তা বাঞ্ছা কৰে। তাৰ ফলত সকলোৱে মহা সুখ-শান্তিত জীৱন যাপন কৰিব পাৰে। যেনেকৈ সমস্ত প্ৰাণীয়ে সময়মতে বৰষুণ বাঞ্ছা কৰে, পক্ষীয়ে যেনেকৈ ডাঙৰ ওখ গছ ভাল পায়, সেইদৰে

ধৰ্ম্মৱন্ত-গুণৱন্ত বিশিষ্ট নৃপতি সকলো প্ৰজাই বাঞ্ছা কৰে। হে বাপু ধৰ্ম্ম যুধিষ্ঠিৰ! যি ৰজা বা শাসনকৰ্ত্তাক কাম-ক্ৰোধ-লোভ-মোহ আদিয়ে সদায় আগুৰি থাকে, প্ৰাণী হিংসাত যাৰ চিত্ত সদায় নিমগ্ন, তেনে ৰজাই প্ৰজা পালন কৰিব কেতিয়াও নোৱাৰে। সদায় প্ৰজাৰ দুখ-দুৰ্গতিৰ সীমা সংখ্যা নোহোৱা হ'ব বুলি জানিবা।

ভীষ্মদেৱৰ কথা শুনি যুধিষ্ঠিৰে মাত লগালে,—হে পিতামহ! ৰাজধৰ্ম্ম অৰ্থাৎ ৰজা বা শাসনকৰ্ত্তাৰ লক্ষণ সম্পৰ্কে তুমি যিবিলাক কথা ক'লা, সেই কথা শুনি মোৰ অত্যন্ত ভয় লাগিছে। মোক আৰু ৰাজ্যভাৰ নালাগে। সকলো এৰিলোঁ। ধৰ্ম্মৰ কাৰণেহে ৰাজপদৰ আৱশ্যক। ধৰ্ম্ম সিদ্ধি নহ'লে, তেনে ৰাজপদৰ বাবে মোৰ অকণো ইচ্ছা নাই। এতেকে হে পিতামহ! তোমাৰ চৰণত মোৰ নিবেদন এই যে মই এতিয়া বনলৈ যাওঁ। অনুমতি দিয়া। ৰাজ্যভাৰ সমস্ত এৰিলোঁ। বনত গৈ ঋষিধৰ্ম্ম ধৰি ফল-মূল, শাক-অন্ন খাই, শ্ৰীনাৰায়ণক আৰাধনা কৰোঁগৈ।

যুধিষ্ঠিৰৰ কথা শুনি ভীষ্মদেৱে ৰ'ব নোৱাৰি খল্ খলাই হাঁহিব ধৰিলে আৰু হাঁহি হাঁহিয়েই ক'ব ধৰিলে,—হে মোৰ প্ৰাণৰ নাতি ধৰ্ম্ম যুধিষ্ঠিৰ! মই এতিয়াই নহয়, আগৰ পৰাই তোমাৰ মনৰ আশা আৰু নীতি

ভালদৰে বুজি আহিছোঁ। হিংসাশূন্য, অতিশয় জ্ঞানী-গুণী তুমি। তোমাৰ সমান মহা ধৰ্ম্মৱন্ত, জ্ঞানৱন্ত আন কোনো নাই। তোমাৰ চিত্ত সদায় ধৰ্ম্মত ৰত। মৃদু বাক্য-বচন মুখত কোনো দিনেই নুগুচে। হে মোৰ প্ৰিয় বাপ যুধিষ্ঠিৰ! তুমি যি কথা ক'লা বা মনেৰে ভাবিছা, সেই কথা মই উচিত বুলি নাভাবোঁ। লাজ, ভয় এৰি দৃঢ় চিত্ত হোৱা। তোমাৰ পিতৃ পিতামহসকলে যেনেকৈ ৰাজ্য ভোগ কৰি গৈছে, তুমিও সেই স্বভাবেৰে ৰাজ্য ভোগ কৰা। হিংসাশূন্য হৈ প্ৰজা পালন কৰা। তেতিয়া ৰাজ্য পালন কৰিয়েই ধৰ্ম্ম সিদ্ধি লাভ কৰিব পাৰিবা আৰু যশ-কীৰ্ত্তিও বাঢ়িব। বনলৈ যোৱাৰ বাবে যিটো মন কৰিছা, সেই বিষয়ত তোমাৰ পিতৃ পাণ্ডু আৰু মাতৃ কুন্তীৰ সম্মত কেতিয়াও নহয়। এয়া তোমাৰ নিজা মত। তুমি তোমাৰ মত পৰিহাৰ কৰা। তোমাৰ পিতৃৰ লক্ষণৰ কথা কওঁ শুনা,—মহাবলৱন্ত, শৌৰ্য্য-বীৰ্য্যত প্ৰধান আছিল। সদায় সত্যত চলিছিল। বাক্য-বচন সদায় মৃদু আছিল। দেৱতা-পিতৃক সদায় তৰ্পণ কৰিছিল। স্বধৰ্ম্মত থাকি পুত্ৰৱতে প্ৰজা পালন কৰিছিল। ব্ৰাহ্মণ-সজ্জনক প্ৰতিদিনে দান-দক্ষিণা দিছিল। উচ্চৈস্বৰে নিতৌ বেদ পঢ়িব দিছিল। জন্মাৱধি সদায় ধৰ্ম্মকে আচৰণ কৰিছিল। অধৰ্ম্মত কিঞ্চিতমানো

মন নগৈছিল। বসন্ত আদি ছয় ঋতুত যিসকলে যাগ-যজ্ঞ, তপ-ব্ৰত-উপবাস আদি কৰে, তেওঁলোকৰ মনত সদায় কষ্ট সুগুচে। তাৰোপৰি যশ-কীৰ্ত্তিও একো নহয়। বুজিছানে বাপ যুধিষ্ঠিৰ! এই কথাত তুমি অলপো সন্দেহ নকৰিবা। ৰজা বা শাসনকৰ্ত্তাৰ অভয় দানতকৈ আন একো ডাঙৰ ধৰ্ম্ম নাই। এয়া তোমাক আচল কথা ক'লোঁ। সাধাৰণ কথা বা অল্প ধৰ্ম্ম বুলি সংশয় নকৰিবা। ইয়াৰ কাৰণ কওঁ শুনা,—যিজনে সম্পূৰ্ণ নিৰ্দ্দোষ ভাবে অলপ হ'লেও ধৰ্ম্ম পালন কৰে, তেওঁৰ বহু ফল লাভ হয় আৰু সৰ্ব্বকাৰ্য্য সিদ্ধি হয়।

যুধিষ্ঠিৰে ক'লে—হে পিতামহ! মোৰ মনৰ সংশয় গুচিল। কিন্তু আন এটা সংশয় উপস্থিত হ'ল। কেনে লক্ষণযুক্ত ব্ৰাহ্মণক পুৰোহিত মানি নৃপতিয়ে সঙ্গত ৰাখিব দয়া কৰি এই সংশয় দূৰ কৰি দিয়া।

ভীষ্মদেৱে ক'লে,—যি ব্ৰাহ্মণক অবিদ্যা মায়াই মুগ্ধ কৰিব নোৱাৰে, যিজন সৰ্ব্বশাস্ত্ৰ বিশাৰদ, সম্পূৰ্ণ বিদ্যা লক্ষণযুক্ত, সদাই ধৰ্ম্মত মন, তেনে ব্ৰাহ্মণ ব্ৰহ্মাৰ সমান বুলি জানিবা। ঋক্, যজুৰ্ব্বেদ আৰু সামবেদ যিজনে ভালদৰে জানে, স্বকৰ্ম্মত সদায় নিযুক্ত থাকে, তেনে ব্ৰাহ্মণ দেৱতাৰ সমান বুলি জানিবা। অসম্ভৱ কুলত জন্ম গ্ৰহণ কৰি

ব্ৰাহ্মণৰ কৰ্ম্ম এৰি অন্য কৰ্ম্ম কৰে, তেনে জনক কদৰ্য্য ( কুৎচিত, জঘন্য, নীচ ) অধম ব্ৰাহ্মণ বুলি জানিবা। তেনে-জনৰ কিঞ্চিৎমানো জ্ঞান নাই। সেই লক্ষণযুক্ত ব্ৰাহ্মণ শূদ্ৰৰ সমান হয়। যিজন ব্ৰাহ্মণ পৰৰ আজ্ঞাত চলে, যিজনে পূজা কৰি ফুৰে, যি দুৰ্ম্মতি ব্ৰাহ্মণে দৈৱজ্ঞ বৃত্তি অৱলম্বন কৰি ফুৰে, যিজন মন্দমতি ব্ৰাহ্মণে যজমান যজি গাৱেঁ-ভূঞেঁ ঘূৰি ফুৰে, তেনে ব্ৰাহ্মণে মৃত্যুকো নগণি হাতী, শিং থকা জন্তু, বাঘ, আৰু সৰ্পৰ পথত প্ৰৱৰ্ত্তি থাকে। এই পাঁচ বিধ ব্ৰাহ্মণ চণ্ডালৰ তুল্য বুলি জানিবা। হে ধৰ্ম্ম নৃপতি! মই কোৱা কথাবিলাক তুমি মনেৰে চিন্তা কৰি চোৱা। যিজন ব্ৰাহ্মণ পুৰোহিত হ'ব, তেওঁ সদায় ৰাজ মন্ত্ৰণাত লাগি থাকিব। যিজন ব্ৰাহ্মণ বাৰ্ত্তাবহ হৈ সদায় দূত কৰ্ম্ম কৰি ফুৰে, তেনে ব্ৰাহ্মণে ক্ষত্ৰিয়ৰ নিচিনা বুলি জানিবা। যি ব্ৰাহ্মণে হাতী, ঘোঁৰা, আৰু পদাতিকৰ কৰ্ম্ম কৰি ফুৰে, তেনে ব্ৰাহ্মণ বৈশ্যৰ সমান হয়। প্ৰজাৰ যোগ্য দ্ৰব্যত ৰতি-প্ৰীতি হ'লে ৰজা অৰ্থহীন হ'ব বুলি জানি থবা।

যুধিষ্ঠিৰে আকৌ সুধিলে,—হে পিতামহ! ৰজাই কেনেকুৱা ব্ৰাহ্মণৰ অৰ্থ ল'ব? কেনেকৈ ৰজা প্ৰৱৰ্ত্তি থাকিব?

ভীষ্মদেৱে ক'লে—শুনা ধৰ্ম্ম নৰপতি! যিবিলাক অব্ৰাহ্মণৰ কথা তোমাৰ আগত ক'লোঁ, সেইবিলাকৰ যদি বহু ধন থাকে, সেই ধনৰ গৰাকী একমাত্ৰ ৰজাহে হ'ব। অন্য গৰাকী হ'ব নোৱাৰে। যদি ব্ৰাহ্মণ হৈ অন্য কৰ্ম্ম কৰে, তেনে ব্ৰাহ্মণক ৰজাই কেতিয়াও ত্যাগ নকৰিব। বৃত্তিহীন হৈ যদি চোৰ-ডকাইত আদি হয়, তাৰ বাবে ব্ৰাহ্মণৰ দোষ হ'ব নোৱাৰে। ৰজা বা শাসনকৰ্ত্তাৰহে হ'ব। তেনে ব্ৰাহ্মণক ৰজাই কিবা নহয় কিবা এটা বৃত্তি দিবই লাগিব। যাতে তেওঁৰ মনত সন্তোষ হয়। তথাপিতো যদি চোৰ বৃত্তি নেৰে তেন্তে সেই ব্ৰাহ্মণক সবংশে দেশৰ পৰা বাহিৰ কৰি দিব। সেই কাৰণে ৰজাই ব্ৰাহ্মণৰ লক্ষণ ভালদৰে বুজি চাই-চিতিহে সদায় প্ৰতিপাল কৰিব লাগে।

হে প্ৰভু দামোদৰ মই দীন অধমৰ
তযু পাৱে কৰোঁহো গোচৰ।
বিষয়ত সদা ৰতি তোমাত নোপজে মতি
কোন গতি হ'ব অধমৰ॥
বিষয় বিষম পাক যেন কুমাৰৰ চাক
তাতেসে সদায়ে ভ্ৰমে মতি।

হে কৃষ্ণ কৃপাসিন্ধু জানো তুমি দীনবন্ধু
কেনে মোৰ সাধিবাহা গতি ॥
মই বৰ অজ্ঞজন জন্ম ভৈল অকাৰণ
ইটো পুণ্য ভাৰত ভূমিত।
প্ৰাণবন্ধু মাধৱক নাজানিলোঁ কদাচিত
জ্ঞানী বেদে কহিছে সতত ॥
কৃষ্ণ বিনে গতি নাই অন্যথা নৰকে যাই
তথাপি তোমাত নাহি মতি।
কিনো মই আত্মঘাতী বিষয়ত দিনে ৰাতি
সদায়ে আসক্ত মাত্ৰ ৰতি ॥
ইটো মহা মোহচয় গুচায়োক কৃপাময়
তেবেসে গোচৰ মোৰ সিদ্ধি।
তুমিসি কৃপাৰ সিন্ধু তুমি দুখিতৰ বন্ধু
তুমি ভকতৰ নৱনিধি ॥
কৰিয়োক কৃপালেশ দিয়া ভক্তি উপদেশ
জন্মে জন্মে হৈবো তযু দাস।
পতিত পাৱন তুমি মই পতিতক স্বামী
ভক্তি ৰস দিয়া পূৰা আশ ॥

———

## কেকয় নৃপতি আৰু ৰাক্ষস সম্বাদ কথন

ভীষ্মদেৱে ক'লে,—হে ধৰ্ম্মৰাজ যুধিষ্ঠিৰ! এটি পুৰণা কথা কওঁ, মনদি শুনা। কেকয় নামে এজন ৰজা আছিল। তেওঁ তপ-ব্ৰত আদিত সদায় ৰত আছিল। অৰণ্যত গৈ সদায় ঈশ্বৰক আৰাধনা কৰি থাকে। এদিনাখন ঘোৰ অৰণ্যৰ মাজত সেই তপস্বী ৰজাই তপস্যা কৰি থাকোঁতে দৈৱৰ বিপাকত এটা বিঘিনি ঘটিল। হঠাৎ ক'ৰবাৰ পৰা এটা ভয়ঙ্কৰ ৰাক্ষস উপস্থিত হ'ল। ৰজাক দেখি ৰাক্ষসৰ আনন্দৰ সীমা নোহোৱা হ'ল। ৰজাক খাবৰ বাবে মনে মনে ভাবি আগবাঢ়ি আহিল। তাকে দেখি মহাৰাজ কেকয়ৰ মনে মনে ভয় লাগিল আৰু ৰাক্ষসক শুনাই ক'ব ধৰিলে,—শুন হেৰ নিশাচৰ! মোৰ দেশত কিঞ্চিৎমানো পাপ নাই। চোৰ, ডকাইত, কৃপণ, দুৰ্জ্জন, দুৰ্নীতি পৰায়ণ মদপী, ভাঙুৰী, কানিয়া, জুৱাৰী, ঠগ, প্ৰৱঞ্চক, কৰ্কশ কুবাক্য-বচন, হিংসা, দ্বেষ, আদি একো নাই। মোৰ দেশত যিমান ব্ৰাহ্মণ আছে, সকলোৱেই বেদ-বেদাঙ্গত পাৰ্গত। প্ৰতিদিনে স্থানে স্থানে নানা প্ৰকাৰ যাগ-যজ্ঞ, তপ-ব্ৰত আদি কৰি থাকে। প্ৰতি ঘৰে ঘৰে বেদ-শাস্ত্ৰ পঢ়ে বা পঢ়ায়ে আৰু শুনে, ব্যাখ্যা কৰে। যজন, যাজন আদি ষড়কৰ্ম্মৰ অধিষ্ঠান সদায় কৰে। মোহযুক্ত দ্ৰব্যহে ব্ৰাহ্মণ

সজ্জনক দান দিয়ে। সত্যবাদী গুৰুসকল স্থানে স্থানে আছে। ব্ৰাহ্মণসকলেও পূজা-উপাসনা কৰি আছে। কাকো কোনো দ্ৰব্য-বস্তু নোখোজে আনক দিয়েহে। সকলোৱেই সত্যধৰ্ম্মত বিশাৰদ, মুখত মৃদু বাক্য সদায় থাকে। আৰু শুন,—মোৰ দেশত যিমানবিলাক ক্ষত্ৰিয় আছে, ব্ৰাহ্মণক কেতিয়াও বেদ-শাস্ত্ৰ নপঢ়ায়, নিজেহে সদায় পঢ়ে। কেতিয়াও পৰক যজিব নিদিয়ে, নিজেহে যজে। সদায় ব্ৰাহ্মণ-সজ্জনক ৰক্ষা কৰি ফুৰে। সংগ্ৰামত সুনিপুণ, কেতিয়াও পিছভৰি নকৰে। স্বধৰ্ম্মত থাকি শত্ৰুক সংহাৰ কৰে। সেইবাবে তোক মই ক'লোঁ,—মোৰ কথা শুন। মোক খাবৰ বাবে যি ইচ্ছা হৈছে, সেই ইচ্ছা পৰিত্যাগ কৰি, অতি শীঘ্ৰে ইয়াৰ পৰা আঁতৰ হ। আৰু শুন,—মোৰ দেশত যিমান বিলাক বৈশ্য আছে, প্ৰত্যেকেই স্বধৰ্ম্মত থাকি সদায় কৃষি বাণিজ্য কৰে। গৰু প্ৰতিপালন কৰে। তাৰ গাখীৰ, মাখন, ক্ৰীম, ঘি আদি বেচা-বিক্ৰি কৰে। সদায় সত্যবাদী, কেতিয়াও অসত্য বাক্য নকয়। মহা শুচি ধৰ্ম্ম-অধৰ্ম্মৰ ভেদ ভালদৰে জানে। সকলোকে সমভাবে সুহৃদ বুলি ভাবে। মোৰ দেশৰ শূদ্ৰ সকলে তিনিও বৰ্ণৰ শুশ্ৰূষা সদায় কৰে। সদায় স্বধৰ্ম্মত থাকে। কেতিয়াও অধৰ্ম্মত মন নেযায়। এতেকে হে নিশাচৰ, তই মোৰ কথা শুন, আৰু সোনকালে

অন্য স্থানলৈ গুচি যা। মই কোনো দিনে কেতিয়াও আগতে ভোজন নকৰোঁ। সবাকো আগতে খাবলৈ দি হে, শেষত মই ভোজন কৰোঁ। পৰস্ত্ৰীত কেতিয়াও মোৰ মন নেযায়। ইন্দ্ৰিয়ৰ সুখ ভোগৰ কাৰণে নিজৰ তিৰোতাৰ লগতো মই সঙ্গ নকৰোঁ। সন্তানৰ কামনা কৰিলেহে নিজৰ ভাৰ্য্যাৰ সঙ্গ হওঁ। গুণী-জ্ঞানী, সাধু-সজ্জনক, বৃদ্ধ, বৈদ্য আৰু সৰ্ব্বত্যাগী (সন্ন্যাসী) সকলক মোৰ ৰাজ্যত সকলোৱে পূজা-উপাসনা কৰে। এনেবিলাক কৰ্ম্ম মই কোনো কালে অবজ্ঞা কৰা নাই। ৰাতি হ'লে ৰাজ্যৰ সমস্ত প্ৰজা যেতিয়া নিদ্ৰামগ্ন হৈ শুই থাকে, তেতিয়া সুতীক্ষ্ণ তৰোৱাল লৈ নিদ্ৰা এৰি দেশত ঘূৰি ফুৰোঁ। সমস্ত জ্ঞানেৰে পৰিপূৰ্ণ, তপ-ব্ৰত-ধৰ্ম্মত ৰত পুৰোহিত মোৰ আছে। শুদ্ধ-শুচি-সৰ্ব্বগুণ সম্পন্ন ব্ৰাহ্মণক মই সদায় যত্ন সহকাৰে প্ৰতিপাল কৰোঁ। প্ৰতিদিনে গুৰু শুশ্ৰূষা, সেৱা কৰি থাকোঁ। ৰাক্ষসৰ প্ৰতি মোৰ অলপো ভয় নাই। মোৰ দেশত বিধবা একেবাৰে নাই। দুষ্ট চোৰ ডকাইত সমূলি নাই। মোৰ দেশৰ ব্ৰাহ্মণসকলে অযাজ্যক কদাপি নযজে। সেইবাবে মোৰ ক'তো ভয় নোপজে। আৰু হে নিশাচৰ ৰাক্ষস! মোৰ শৰীৰৰ ফালে ভালদৰে চাই ল। অস্ত্ৰৰ আঘাতত সমস্ত শৰীৰ মোৰ ক্ষত বিক্ষত হৈ আছে। স্বধৰ্ম্মত থাকি

মই ঘোৰ সমৰ কৰোঁ। যাৰ সাৰথি নোহোৱা হয়, যাৰ অস্ত্ৰ-শস্ত্ৰও নোহোৱা হয়, যিজনে প্ৰাণৰ কাতৰে মোত শৰণ পশে, তেনেজনক মই কেতিয়াও হত্যা নকৰোঁ। দয়াৰে ক্ষমাহে কৰোঁ। মোৰ দেশত যিমানবিলাক ব্ৰাহ্মণ-গুৰু-বৈষ্ণৱ, সাধু-সন্ত-মহন্ত আছে, সকলোৱে মোক আশীৰ্ব্বাদ দিয়ে। মই তোক আচল কথা ক'লোঁ। তই মোক ভয় নেদেখুৱাবি। শীঘ্ৰে অন্য স্থানলৈ গুচি যা।

মহাৰাজ কেকয়ৰ কথা শুনি ৰাক্ষসে ক'লে,—শুনা মহাৰাজ! তুমি সৰ্ব্বকালে বিস্তৰ ধৰ্ম্ম-কৰ্ম্ম কৰিলা। যি নৃপতি বা শাসনকৰ্ত্তাই গো-ব্ৰাহ্মণ, সাধু-সজ্জনক, স্বধৰ্ম্মত থাকি সদায় প্ৰতিপাল কৰি, ৰক্ষা কৰি থাকে; ব্ৰাহ্মণ-সজ্জনক অগ্ৰপূজা, অগ্ৰদ্ৰব্য, অগ্ৰসন্মান, অগ্ৰদান সদায়ে কৰি থাকে; সাধু-ব্ৰাহ্মণ, ভক্ত-বৈষ্ণৱত যাৰ এনে বুদ্ধি হ'ল, তেওঁ হেলাৰঙে স্বৰ্গও জিনিলে বুলি জানিবা। তেওঁ মৰ্ত্ত্যলোকত অৰ্থাৎ মৃত্যুলোকত থাকিলেও জীৱন্তে মুক্তি লাভ কৰিলে, তেওঁ অমৰত্ব অৰ্থাৎ অমৃতত্ব লাভ কৰিলে। তেওঁৰ আৰু পুনৰাগমন কেতিয়াও নহয়। এতেকে হে নৃপবৰ! তুমি কল্যাণে থাকা। এতিয়া মই আহিলোঁ।

ভীষ্মদেৱে ক'লে,—হে বাপ যুধিষ্ঠিৰ! যি ৰজা বা শাসনকৰ্ত্তাই সাধু-জ্ঞানী, ব্ৰাহ্মণ-সজ্জন, গুৰু-ভক্ত-বৈষ্ণৱক

সেৱা-শুশ্ৰূষাৰে ৰক্ষা কৰি থাকে, তেনে ৰজা বা শাসনকৰ্ত্তাই তেওঁলোকৰ আশীৰ্ব্বাদ সদায় পায়। ঈশ্বৰে তেনে ৰজা বা শাসনকৰ্ত্তাক সমগ্ৰ দেশসহ ৰক্ষা কৰে। যদি ব্ৰাহ্মণ-সকল বিপথে পৰিচালিত হয়, তেনে ব্ৰাহ্মণক নিয়মিত কৰি সুপথে পৰিচালিত কৰিব লাগে। তেতিয়া হ'লে প্ৰজাসকল ভালে কুশলে থাকিব আৰু নৃপতি নিজেও পৰম মঙ্গলে থাকিব পাৰিব। এইদৰে যি শাসনকৰ্ত্তা বা ৰজাই প্ৰবৰ্ত্তন কৰে, তেনে ৰজাই ইহলোকত অসংখ্যাত সুখ ভোগ কৰিব পাৰিব আৰু পৰকালতো অক্ষয় স্বৰ্গ সুখ লাভ কৰিব।

যুধিষ্ঠিৰে সুধিলে,—হে পিতামহ! কেকয় ৰজাৰ কথা যি ক'লা, শুনি সুখী হৈছোঁ। আৰু এটা কথা সোধোঁ, দয়া কৰি কোৱা,—বৃত্তিহীন ব্ৰাহ্মণসকলে যদি বৈশ্য ধৰ্ম্মত পৰিচালিত হয়, তেন্তে তাত কিবা দোষ হ'ব নেকি?

ভীষ্মদেৱে ক'লে,—দুখিত ব্ৰাহ্মণৰ অৰ্থাৎ যিসকল ব্ৰাহ্মণে জীৱিকা নিৰ্ব্বাহৰ পথ একো নেপায়, সেই সকল ব্ৰাহ্মণে ক্ষত্ৰিয়ৰ ধৰ্ম্ম ধৰি হাতত অস্ত্ৰ-শস্ত্ৰ ল'ব। যিসকলে ক্ষত্ৰিয়ৰ ধৰ্ম্ম ধৰিবলৈ অক্ষম হয়, তেওঁবিলাকে বৈশ্যৰ ধৰ্ম্ম ধৰি কৃষি-বাণিজ্য বা গৰু পালন কৰিব।

যুধিষ্ঠিৰে পুনঃ বিনয় বচনেৰে সুধিলে,—হে পিতামহ!

ব্ৰাহ্মণসকলে কেনেকুৱা দ্ৰব্য বস্তু বিক্ৰি কৰিব ?

ভীষ্মদেৱে ক'লে,—তুমি প্ৰকৃতপক্ষে সুধিব লগা কথাকে সুধিছা। বৰ ভাল পালোঁ। উত্তৰ দিওঁ, মনোযোগেৰে শুনা,—গুড়, নিমখ, তিল, ঘোঁৰা, গৰু, পশু, সিদ্ধ অন্ন, মধু, মাংস, এইবিলাক যিমান বিপদত পৰিলেও ব্ৰাহ্মণে বিক্ৰি নকৰিব, তথাপিতো যদি এইবিলাক বিক্ৰি কৰে, তেন্তে সেই ব্ৰাহ্মণ গোবৰৰ কৃমি-কীট হৈ থাকিব লাগিব।

যুধিষ্ঠিৰে মাত লগালে,—যি কথা ক'লে, সেই কথাৰ অভিপ্ৰায় মই বুজিলোঁ। এতিয়া আন এটি কথাই মোক বৰ চিন্তাত পেলাই আছে। হে পিতামহ! মোৰ চিন্তা দূৰ কৰা। কথাটো হৈছে এই যে,—যেতিয়া ক্ষত্ৰিয়ৰ বল শক্তি নোহোৱা হব, তেতিয়া প্ৰজাবিলাকে ধৰ্ম্ম-কৰ্ম্ম উলঙ্ঘা কৰি অধৰ্ম্ম আচৰণ কৰিলে, দেশৰ ধৰ্ম্মৰত লোক সকলে ৰজাৰ অভাৱত কাৰ আশ্ৰয় ল'ব? যদি মোৰ প্ৰতি তোমাৰ দয়া আছে, তেন্তে এই সংশয় দূৰ কৰি দিয়া পিতামহ!

ভীষ্মদেৱে ক'লে,—তুমি যি কথা সুধিলা, সেই বিষয়ে মোৰ মতি অনুসৰি তোমাক কওঁ শুনা,—যেতিয়া দেখা গ'ল যে ৰজা বা শাসনকৰ্ত্তাৰ বল-বীৰ্য্য সমূলি নোহোৱাঁ হৈছে, তেতিয়া ব্ৰাহ্মণ আদি চাৰিও বৰ্ণৰ লোকে যদি নিজৰ কুশল কামনা কৰে, তেন্তে ইন্দ্ৰিয় দমন কৰি

সকলোৱেই হিংসা-দ্বেষ আদি এৰিব লাগিব। দান-যজ্ঞ, তপস্যা আচৰণ কৰিব লাগিব। তেতিয়া হ'লে সকলোৰে পৰম মঙ্গল হ'ব। এই কথা মই নিশ্চয় কৰি ক'লোঁ। তাৰ ভিতৰত যিবিলাক বলৱন্ত-শক্তিশালী লোক থাকিব, তেওঁলোক সকলোৱেই ৰজাৰ ওচৰলৈ গৈ নিজৰ পৰাক্ৰম দেখুৱাই ক'ব যে "আমি থাকোঁতে, তুমি কিহলৈ ভয় কৰিব লাগে?" এইদৰে ৰজাৰ বল বঢ়াব লাগে। যেনেকৈ সমস্ত দেৱতাই লগ লাগি ইন্দ্ৰৰ বল বঢ়ায়। পিছত ৰজায়ো কি কৰিব লাগে কওঁ শুনা,—যিমানবিলাক ব্ৰাহ্মণ-সজ্জন, গুৰু-বৈষ্ণৱ আছে, সবাকো মতাই আনি, ঈশ্বৰ মানি সেৱা-শুশ্ৰূষা কৰি, বিনয় নম্ৰ বাক্যে ক'ব—"তোমালোক সাক্ষাৎ নাৰায়ণ। তোমালোকৰ পৰাহে ক্ষত্ৰিয়ৰ উৎপত্তি হৈছে। সেইবাবে তোমালোকে চোৱা, এতিয়া মই দুৰ্ব্বল হৈ পৰিছোঁ। তপ-জপ, যজ্ঞ-হোম, সকলোৱে কৰা। য'ত যিমান দ্ৰব্য-বস্তুৰ আৱশ্যক হয়, মই সকলো সম্ভাৰ যোগান ধৰিম। দান-দক্ষিণা যিমান লাগে মন তুষ্ট কৰি দিম।" ইত্যাদি কথা কৈ ৰজাই নিজৰ বল বঢ়াব। তেতিয়া হ'লে শত্ৰুক সোনকালে জিনিব পাৰিব। শত্ৰুক পৰাভৱ কৰি, যিকোনো উপায়েৰে প্ৰজাক ধৰ্ম্মৰ ফালে আনিবলৈ যত্ন কৰিব। যদি সমস্ত প্ৰজাৰ ধৰ্ম্মত মতি

হয়, তেন্তে ৰজা-প্ৰজা সবাৰো মঙ্গল হ'ব বুলি নিশ্চিতৰূপে জানিবা। মৰ্য্যদা উলঙ্ঘা কৰি শত্ৰুবিলাকে যদি উন্মত্ত হৈ আহি যুদ্ধ কৰেহি, তেনেহ'লে প্ৰজায়ো ৰজাৰ সপক্ষে অৰ্থাৎ শত্ৰুৰ বিৰুদ্ধে অস্ত্ৰ ধৰিব। কাৰণ প্ৰজায়ো তেতিয়া আঘাত পাব। বুজিছা ধৰ্ম্মৰাজ, ইয়াত কোনো দোষ নহয়।

ভীষ্মৰ কথা শুনি যুধিষ্ঠিৰে আকৌ সুধিলে,—যদি ব্ৰাহ্মণৰ প্ৰতি ক্ষত্ৰিয়ৰ কোপ হয়, তেন্তে ব্ৰাহ্মণক কোনে ৰক্ষা কৰিব? কেনেকৈ ধৰ্ম্ম ৰক্ষা পৰিব? ব্ৰাহ্মণসকল গৈ কাৰ ওচৰত আশ্ৰয় ল'ব?

পিতামহ ভীষ্মদেৱে ক'লে,—শুনা মহামতি ধৰ্ম্মৰাজ! ব্ৰাহ্মণসকলে তেতিয়া তপ, ব্ৰহ্মচৰ্য্য আদি কৰি ধৰ্ম্ম আচৰণ কৰিব। কেতিয়াবা হাতত অস্ত্ৰ লৈ শক্তি দেখুৱাব লাগিব। নানা প্ৰকাৰ মায়াবী বাক্য, নানা প্ৰকাৰ নীতি বাক্য যথোচিত ভাবে ক'ব লাগিব। তেতিয়া অৱশ্যে ক্ষত্ৰিয়বিলাক ব্ৰাহ্মণত ভকত হ'ব। এই বিষয়ে এটা উদাহৰণ দিওঁ শুনা,—যেনেকৈ জলৰ পৰা অগ্নিৰ উৎপন্ন হৈছে, শিলৰপৰা লোহাৰ উৎপন্ন হৈছে, তেনেকৈ ব্ৰাহ্মণৰ পৰাও ক্ষত্ৰিয়ৰ জন্ম হৈছে বুলি বুজিবা। উৎপত্তি স্থানত প্ৰধান বল নোহোৱা হয়। যেনেদৰে জলত অগ্নিৰ বল

নোহোৱাঁ হয়, শিলত মাৰিলে অস্ত্ৰ ভাঙি যায় ; সেইদৰে ব্ৰাহ্মণ-সজ্জন, গুৰু-ভক্তক দেখিলেও ক্ষত্ৰিয়বিলাকো নম্ৰ হয়। কিন্তু জননীত কাৰোঁ বল নাখাটে। আৰু অলপ কথ কওঁ শুনা,—যদি কেতিয়াবা ব্ৰহ্মবীৰ্য্য মৃদু হয়, ক্ষত্ৰিয়ৰ বীৰ্য্যও যদি দুৰ্ব্বল হয়, তাকে দেখি দুৰ্জ্জনসকলে অস্ত্ৰ-শস্ত্ৰ ধৰি ব্ৰাহ্মণ-সজ্জনক মাৰিবলৈ খেদি যায়, তেনে সময়ত যিলোকে নিজৰ জীৱনকো তুচ্ছজ্ঞান কৰি, সেই সাধু-সন্ত, ব্ৰাহ্মণ-সজ্জন, ভক্ত-বৈষ্ণৱক ৰক্ষা কৰে, তেনে লোক মহা তেজৱন্ত, মহাবলৱন্ত। তেনেলোকে সৰ্ব্বকালে মহা সুখ-ভোগ কৰিব পাৰে আৰু অন্তকালতো মহা পুণ্যলোক পায়। ব্ৰাহ্মণ-সজ্জন, সাধু-সন্ত, ভক্ত-বৈষ্ণৱৰ ৰক্ষাৰ নিমিত্তে যিলোকে অস্ত্ৰ ধৰে, তেনে লোকে বেদ অধ্যয়নৰ ফল লাভ কৰে। হে বাপ যুধিষ্ঠিৰ ! মহা কষ্ট তপ-ব্ৰত, যাগ-যজ্ঞ, মহাদান-পুণ্য আচৰণ কৰি যি ফল পায়, সেই ফলো তেনে লোকে অনায়াসে পায়। সকলো বৰ্ণৰ লোকে ব্ৰাহ্মণ-সজ্জনৰ ৰক্ষাৰ বাবে অস্ত্ৰ ধাৰণ কৰিব লাগে। ব্ৰাহ্মণ-সজ্জনক ৰক্ষা কৰোঁতে, যদি প্ৰাণ পৰ্য্যন্তও যায়, তাৰ সমান ধৰ্ম্ম আন একোৱেই নাই। শুনা ধৰ্ম্মৰাজ ! ব্ৰাহ্মণ-সজ্জন, সাধু-ভক্তক ৰক্ষা কৰোঁতে যদি কোনো লোকে শৰীৰ এৰে, তেনেলোকক মই নমস্কাৰ কৰোঁ।

তেওঁলোকতকৈ মোৰ আন কোনো প্ৰিয় নাই। তেওঁ-লোক লগে লগে বিষ্ণুলোকলৈ গৈ শ্ৰীবিষ্ণুৰ লগত থাকে। যি দুৰ্জ্জন লোকে ব্ৰাহ্মণসজ্জনক দ্বেষ কৰে, তেনেলোকে ইহলোকতে অসহনীয় শোক তাপ পায় আৰু পৰলোকতো নৰকত বাস কৰিব লগা হয়। পাপী হৈয়ো যদি কোনোবাই ব্ৰাহ্মণ-সজ্জনক ৰক্ষাৰ নিমিত্তে যুদ্ধ কৰি প্ৰাণ এৰে, সেই পাপীলোকে গঙ্গাস্নান, অশ্বমেধ যজ্ঞৰ ফল লাভ কৰে। তেওঁ মহা পুণ্যৱন্ত বুলি পৰিগণিত হ'ব আৰু পূৰ্ব্বৰ সমস্ত পাপ নষ্ট হৈ যাব।

* * *

হে মোৰ প্ৰিয় ভাই-ভনী, বন্ধু-বান্ধৱী সকল, বৈষ্ণৱ প্ৰধান ভীষ্মদেৱৰ কথা সকলোৱে মন দি শুনা। কোনেও যেন ব্ৰাহ্মণ-সজ্জন, সাধু-ভক্ত, বৈষ্ণৱ-মহন্তক কষ্ট নিদিয়ে। চাৰিও বেদত গুৰু-ব্ৰাহ্মণকে শ্ৰেষ্ঠ বুলি কৈছে। সাধু-ব্ৰাহ্মণ, ভক্ত-বৈষ্ণৱকে ঈশ্বৰৰ তনু বুলি কয়। গুৰু-ব্ৰাহ্মণ, ভক্ত-বৈষ্ণৱৰ শুশ্ৰূষাত মনোনীত ফল পায়। ইক্ষ্বাকু, মান্ধাতা আদি সপ্ত দীপেশ্বৰ সকলে গুৰু-ব্ৰাহ্মণ, সন্ত-মহন্ত সকলৰ সেৱা-শুশ্ৰূষা কৰিয়েই মহা সুখে ৰাজ্য

পালন কৰি, নানা প্ৰকাৰ ভোগ ভুঞ্জিলে। দৈৱকী নন্দন শ্ৰীকৃষ্ণই যাক সদায় সেৱা কৰে, তেনে লোকক আমি মহা মূঢ়মতি হৈ কিয় নিন্দা তিৰস্কাৰ কৰিব লগা হ'লোঁ ? জ্ঞান শূন্য হৈ নিন্দা তিৰস্কাৰ কৰিলে, যমদূতে ধৰি জিহ্বা কাটি পেলাব বুলি কোৱা আছে। গুৰু-ব্ৰাহ্মণ, সন্ত-ভক্ত, বৈষ্ণৱ-মহন্তৰ সেৱা-শুশ্ৰূষাত যিজন সুনিপুণ, তেওঁৰ জন্ম আৰু জীৱন সাফল হ'ব বুলি জানিবাইক।

— × —

কেনে লোকক ৰজাই বিশ্বাস কৰিব।
মন্ত্ৰীৰ লক্ষণ কেনে হোৱা উচিত।

ধৰ্ম্মৰাজ যুধিষ্ঠিৰে সুধিলে—হে পিতামহ ! মোৰ এটি কথা জানিবৰ ইচ্ছা হৈছে। দয়া কৰি জানিব দিয়া। ৰজা বা শাসনকৰ্ত্তাই কেনে লোকক বিশ্বাসত ল'ব আৰু কেনে লোকক বিশ্বাসত নল'ব। কেনে লক্ষণযুক্ত মন্ত্ৰীক লগত ৰাখিব।

ভীষ্মদেৱে ক'লে,—শুনা বাপ যুধিষ্ঠিৰ ! প্ৰথমতে ৰজাৰ চাৰিবিধ মিত্ৰৰ কথা কওঁ শুনা। যিজনে ধন-ঐশ্বৰ্য্যৰ আশাত একচিত্ত মনে ৰজাৰ হিত চিন্তা কৰে,

তেনেজনক সদর্থ মিত্র বুলি জানিবা। সদায় অনুৰক্ত হৈ মনেৰে গুৰু বুদ্ধি কৰে, তেনেজনক ভজমান মিত্র বুলি জানিবা। যিজনে পুৰুষানুক্ৰমে প্ৰতি শুদ্ধভাবে ভক্তি কৰি ৰজাৰ হিতসাধন কৰে, তেনেজনক সহজ মিত্র বুদ্ধি কৰিবা আৰু যিজনে সখি, মিতা, বান্ধৱ সাজি ৰজাৰ হিত সাধন কৰে, তেনে জনক কৃত্রিম মিত্র বুলি নিশ্চয়কৈ জানিবা। এয়া চাৰিবিধ মিত্রৰ কথা ক'লোঁ। এতিয়া পঞ্চমবিধ মিত্রৰ কথা কওঁ শুনা। যিজন অতিকৈ পুণ্যৱন্ত, ধৰ্ম্মৱন্ত, যাৰ দেহ মনো অতি পৱিত্র, তেনেজন কেৱল ৰজাৰেই যে মিত্র, এনে নহয়, তেওঁ সকলোৰে মিত্র। তেনেজনকে ৰজাই মিত্র বুলি সদায় ভাবিব। যিজন ৰজাৰ নিশ্চযতা নাই, তেনে ৰজাৰ ইষ্ট মিত্রও নাই বুলি জানিবা। বুজিছা ধৰ্ম্মৰাজ! তেনে ৰজাৰ সদাই প্ৰমাদ সুগুচে। তেনে ৰজাই সাধুক অসাধু, অসাধুক সাধু বুলি মানে। মিত্রক শত্রু বুদ্ধি কৰে, শত্রুক মিত্র যেন দেখে। তেনেজনক কুৎচিৎ ৰজা বুলি নিশ্চিতকৈ জানিবা। যিজন ৰজাই সমস্ত কাৰ্য্য সবাকো সুধি-পুছি কৰে, তেনে ৰজাক প্ৰধান বুলি জানিবা। কেৱল এজনক সুধি-পুছি যি কোনো কাম নকৰিব। যদি কৰে, তেন্তে ধৰ্ম্ম-অৰ্থ সকলো নাশ হ'ব। যিজনে কাকো বিশ্বাস নকৰে,

তেনেজনৰ মহা বিপত্তি মিলিব বুলি জানিবা। যদি সকলোকে বিশ্বাস কৰে, তেন্তে মৃত্যুৰ মুখত পৰিল বুলি জানি থবা। যিবিলাকে বিশ্বাস কৰে, সিবিলাককো সন্দেহ কৰিব লাগে। যি ৰজাই এই নীতি মানি চলিব, তেনে ৰজাক ৰাজলক্ষ্মীয়ে কেতিয়াও এৰি নাযায়। ৰজাৰ দেহটোক, যিজনে নিজৰ দেহ যেন ভাবে, নিজৰ দেহক কৰাৰ দৰে অতিকে স্নেহ-প্ৰীতি কৰে, যিজনে ৰজাৰ বিশ্বাসৰ কথা প্ৰাণ গলেও ব্যক্ত নকৰে, তেনেজনকো ভালদৰে পৰীক্ষা-নিৰীক্ষা কৰি, চাই-চিতি লৈ সদাই বিশ্বাস কৰিব লাগে। যেনেকৈ পুত্ৰেই সদাই পিতৃত বিশ্বাস কৰে, তেনেকুৱা জনকহে ৰজাই বিশ্বাসৰ কথা ক'ব লাগে বা সুধিব লাগে। যিজনে ৰজাৰ ব্যসন* দেখি সদাই অনুতাপ কৰে, আৰু ৰজাৰ উন্নতি দেখিলে মহানন্দ পায়; তেনেজনেই ৰজাৰ পৰম সুহৃদ বুলি ভালদৰে জানিবা।

এতিয়া মন্ত্ৰীৰ লক্ষণ সম্পৰ্কে কওঁ, মনদি শুনা—ৰূপৱন্ত, মহা পৰাক্ৰমী, বিচাৰত অতি বিচক্ষণ আৰু প্ৰশস্ত হ'ব লাগিব, সমস্ত প্ৰাণীতে হিংসাশূন্য হ'ব লাগিব, সদকুলত জন্ম গ্ৰহণ কৰা, বুদ্ধিত অতিশয় চতুৰ, মহা জ্ঞানৱন্ত সমস্ত

* ব্যসন দহ বিধ। যেনে—মৃগয়া, পাশা খেলা, দিনত শোৱা, লোকনিন্দা, বেশ্যাগমন, মদ খোৱা, অত্যাচাৰ, প্ৰতাৰণা, পৰশ্ৰীকাতৰ, হিংসা।

কাৰ্য্যত সুদক্ষ আৰু সকলো কাৰ্য্যতে ৰজাৰ পক্ষ সাধন কৰিব পৰা হ'ব লাগে। প্ৰজাই মানক বা নামানক তথাপি তেনে লক্ষণযুক্ত মন্ত্ৰী শ্ৰেষ্ঠতৰ হ'ব। তেনে মন্ত্ৰী কেতিয়াও দুষ্ট চিত্ত হ'ব নোৱাৰে। তেনেলোক ৰজাৰ প্ৰতিনিধি হোৱা উচিত। যাৰ যশ-কীৰ্ত্তি চাৰিওফালে বিয়পি যায় যাৰ কথাৰ অলপো লৰ-চৰ নহয়, যিজনে সমৰ্থ জনকো দ্বেষ নকৰে, কাম-ক্ৰোধ, লোভ-মোহ আদিৰ বশবৰ্ত্তী হৈয়ো যিজনে ধৰ্ম্ম কেতিয়াও নেৰে, বাক্য যাৰ সবাতো সমান, তেওঁ মন্ত্ৰীৰ যোগ্য আৰু সেয়ে মন্ত্ৰীৰ কৰ্ম্ম। যদিও জ্ঞাতিসকলে ৰজাৰ ঐশ্বৰ্য্য দেখি সহ্য কৰিব নোৱাৰে, তথাপি জ্ঞাতিসকলক ৰজাই সদাই ৰক্ষা কৰিব লাগে। কাৰণ জ্ঞাতি নাথাকিলে, শত্ৰুৱে ৰজাক পীড়া কৰিবলৈ সুবিধা পায়। যেনেকৈ দুখিত লোকৰ জ্ঞাতিহে একমাত্ৰ আশ্ৰয়, ৰজাৰো ঠিক তেনেকুৱাই। যদি অন্য কোনো লোকে বেদনা দুখ দিয়ে, বান্ধৱে কেতিয়াও সহ্য কৰিব নোৱাৰে। বন্ধুৰ বেদনা, বন্ধুৱে সহ্য কৰে, সেয়া নিজৰ বেদনা বুলি।

শুনা সৰ্ব্বজন কেদিন জীৱন
দেখা সবে মায়াময়।
নভজি কৃষ্ণক আন চেষ্টা কৰা
মিছাতে আয়ুস বয়॥

কৃষ্ণ হেন বন্ধু নাহি নাহি আন
জানা আক নিষ্ট কৰি।
যেহেন মাতৃয়ে আপুন পুত্ৰক
সদা ফুৰে ৰক্ষা কৰি॥
অগ্নি সৰ্পে জলে নতু কণ্টকত
পৰিয়া মৰয় জানো।
এহি বুলি মাতৃ ফুৰে পাছে পাছে
কৈতৱা মৰয় পুত্ৰ॥
সেহি মতে হৰি ৰাখে যত্ন কৰি
নিৰন্তৰে প্ৰাণীচয়
হেনয় কৃষ্ণক নভজিয়া কেনে
থাকাহা নিলাজ নয়॥
এতেকে কৃষ্ণত কৰিয়া ভকতি
কৃষ্ণসে বন্ধু সবাৰ।
তাহান চৰণে চিন্তা সৰ্ব্বক্ষণে
হৈব ভৱসিন্ধু পাৰ॥
সাধুসঙ্গ লৈয়া সুখে থায়া দায়া
পূৰ্ণ কৰা মনস্কাম।
শুদ্ধ চিত্ত হুয়া ভকতি কৰিয়া
ডাকি বোলা ৰাম ৰাম॥

—— × ——

## জ্ঞাতি-মিত্ৰ শত্ৰুৰ লগত কেনে ব্যৱহাৰ কৰা উচিত
## নাৰদ-শ্ৰীকৃষ্ণ সম্বাদ

যুধিষ্ঠিৰে সুধিলে,—হে পিতামহ ! এটা কথাই মোৰ মনত সন্দেহ লগাইছে, দয়া কৰি সন্দেহ দূৰ কৰি দিয়া। জ্ঞাতি, মিত্ৰ, শত্ৰুৰ লগত কেনে ব্যৱহাৰ কৰা উচিত ! তেওঁলোকৰ লগত কেনেদৰে চলিম ?

ভীষ্মদেৱে ক'লে,—তুমি যি কথা সুধিলা, সেই কথা এদিনাখন নাৰদেও শ্ৰীকৃষ্ণক সুধিছিল। এতিয়া সেই নাৰদ আৰু শ্ৰীকৃষ্ণৰ সংবাদ কওঁ, চিত্ত দৃঢ় কৰি শুনা ! পৰম মঙ্গল হ'ব। এদিন দ্বাৰকাত হৃষীকেশ শ্ৰীকৃষ্ণ আনন্দ মনে আসনত বহি আছে। এনেতে দেৱৰ্ষি নাৰদ তাত উপস্থিত হ'ল। নাৰদক দেখিয়েই জগতৰ নাথ দয়াময় শ্ৰীকৃষ্ণ আসনৰ পৰা উঠি আহি পাদ্য অৰ্ঘ্য লৈ আঠুকাঢ়ি সেৱা জনাই সুধিলে,—হে দেৱ ঋষি ! কি কামত ইয়ালৈ আহিলা ? কি কাৰ্য্য সাধিম তোমাৰ ? আদেশ কৰা মুনিৰাজ !

নাৰদে ক'লে,—তোমাক দেখা কৰোঁ বুলিয়েই আহিলোঁ। আৰু এটা কথা, হে যদুৰাজ ! জ্ঞাতি মিত্ৰসকলক মাতি আনি, কিবা মন্ত্ৰণা কৰা যেন দেখিছোঁ।

কিবা কিবি সোধা-পোছা কৰা যেন অনুভৱ কৰিছোঁ। তাকে দেখি-শুনি, মোৰ মনত অলপ সংশয় হৈছে। হে যদুপতি! কিহৰনো মন্ত্ৰণা কৰিছা? কিনো সুধিব লগা হ'ল?

দেৱৰ্ষি নাৰদৰ কথা শুনি দয়াময় শ্ৰীকৃষ্ণই ক'লে,—শুনা ঋষিৰাজ! জ্ঞাতি-গোত্ৰৰ সমান মিত্ৰ আন কোনো নাই। সেইবাবে মই প্ৰতিদিনে জ্ঞাতিসকলক মাতি আনি নানা প্ৰকাৰ মন্ত্ৰণা কৰোঁ। বুজিছা দেৱৰ্ষি! জ্ঞাতি 'গোত্ৰৰ' সমান সুহৃদ এই সংসাৰত আন কোনো নাই। জ্ঞাতি-গোত্ৰত যি ভাব, আনত সেই ভাব কেতিয়াও নাপাবা। শুনা নাৰদ! এই বিষয়ে অলপ বহলাই কওঁ,—বুদ্ধি আৰু বলত মোৰ সমকক্ষ আন কোনো নাই। তথাপি জ্ঞাতিসকলক মই সমস্ত কথা ভালদৰে সুধি-পুচি লওঁ। জ্ঞাতিৰ মানত মই ভৃত্য যেন হৈ থাকোঁ। মই যিমান ভোগ ভুঞ্জোঁ, মোৰ জ্ঞাতি বৰ্গই তাৰ আধাহে ভুঞ্জে। কিবা দুৰ্ব্বাক্য বুলিলে, তাকো মই সহি থাকোঁ। বলৱন্ত সকলৰ ভিতৰত দাদা বলোৰামৰ সমান কোনো নাই। গদা যুদ্ধত তেওঁৰ সমান কোনো নাই। কামদেৱৰ সমান ৰূপৱন্ত কোনো নাই। আচল কথা তোমাক ক'লোঁ। এই কথাৰ অভিপ্ৰায় ভালদৰে বুজি ল'বা। অৱশ্যে তুমি নিশ্চয় জানা যে মোক কাৰো সহায়ৰ আৱশ্যক নাই।

তথাপি হে মুনিৰাজ, জ্ঞাতি মোৰ সহায় বুলি জানিবা। বুজিছা তপোধন! বৃষ্ণিবংশ, কুৰুবংশ আৰু ভোজবংশৰ জ্ঞাতিবৰ্গ মোৰ বল বুলি জানিবা। যি ৰজাৰ বা শাসকৰ জ্ঞাতি-মিত্ৰ নাই, তেনে নৃপতি বা শাসনকৰ্ত্তাৰ জীৱন নিষ্ফল। শত্ৰুৱে তেনেজনক সদাই পীড়া কৰি থাকিব।

নাৰদে ক'লে,—হে জনাৰ্দ্দন, তুমি জ্ঞাতিৰ কথা বৰ বেছিকৈ কোৱা যেন লাগিছে। কিয়নো, জ্ঞাতিসবে মনত বহুত কামনা কৰে নানা প্ৰকাৰ কটু প্ৰীতি বাক্যৰদ্বাৰা চিত্তত সন্তোষ দিব খোজে। হে ভগৱন্ত! মই জনাত, কাৰো কোনো সহায় হ'ব নোৱাৰে! তুমিয়েই সকলোৰে আত্মা আৰু প্ৰধান আশ্ৰয়। অনন্তকোটি ব্ৰহ্মাণ্ডৰ সমস্ত মহাভাৰ তুমিয়েই ধৰি আছা। হে স্বামী! বৰাহ স্বৰূপে তুমিয়েই ভূমি উদ্ধাৰ কৰা নাই নে? যেনেকৈ দুঃসহ ভাৰ গাধই বহন কৰে, তেনেদৰে আন কোনোবাই তেনে ভাৰ সহিব পাৰিবনে? গণমুখ্য অৰ্থাৎ সমস্তকে যিজনে ধৰি আছে, সমস্তকে যিজনে চলাই আছে, তেনেজনক যি লোকে ভিন্ন কৰি দেখে বা মানে, তেনে লোক বা জ্ঞাতি-গোত্ৰ সমূলঞ্চে ছন্ন হৈ যায়। এতেকে হে মাধৱ! তুমি জ্ঞাতি-গোত্ৰ সমস্তকে ৰক্ষা কৰা। যদু, বৃষ্ণি, ভোজ, কুৰু আদি বংশধৰ সকল, ব্ৰহ্মা, ৰুদ্ৰ আৰু

দেৱতাসকলকে আদি কৰি সকলো তোমাৰেই অংশ। তোমাৰ বুদ্ধি অনুসৰিয়েই সবেও প্ৰবৰ্ত্তি আছে। চৰাচৰ জগতৰ তুমিয়ে সবাৰো আশ্ৰয়। আৰু চোৱা দামোদৰ! তোমাৰ বলতে যদুবীৰ সকল সদায় বাঢ়িব লাগিছে।

ভীষ্মদেৱে ক'লে,—শুনা বাপ যুধিষ্ঠিৰ! প্ৰথম বৃত্তান্ত সকলো তোমাক ক'লোঁ। এতিয়া দ্বিতীয় বৃত্তান্ত কওঁ, একচিত্তে শুনা। যিসকলে ৰজাৰ ধন উপাৰ্জ্জন কৰে, তেনেবিলাকক ৰজাই সদাই ভালদৰে ৰাখিব লাগে। যদি কোনো ভৃত্য বা মন্ত্ৰীয়ে ৰজাৰ ধন-ৰত্ন হৰণ কৰে, ৰাজ ভাণ্ডাৰৰ ধন যদি আন কোনোবায়ো চুৰি কৰে, তেনেহ'লে সুদক্ষ লোকক ৰখীয়া কৰি সেই ধন-ঐশ্বৰ্য্য ৰক্ষা কৰাৰ ব্যৱস্থা কৰিব লাগে; লগতে ৰখীয়াকো ভালদৰে ৰাখিব লাগিব। যদি ৰজাই ৰখীয়াক ভালদৰে নাৰাখে বা ৰাখিব নোৱাৰে, তেন্তে তেনে ৰজাৰ মৃত্যু অনিবাৰ্য্য বুলি জানিবা। এই সম্পৰ্কে এটা ইতিহাস কওঁ ভালদৰে শুনিবা।

( ইয়াৰ পিচত পঞ্চম খণ্ড চাওক )

# মহাভাৰতৰ প্ৰাণ-সঙ্গীত

## পঞ্চম খণ্ড

### কাকবৃত্তি মুনিৰ ইতিহাস

পূৰ্ব্বত এজন কাকবৃত্তি নামে মুনি আছিল। এদিন পিঞ্জৰাৰ ভিতৰত এটি কাক হাতত লৈ কোশল ৰজাৰ দেশত সোমাল গৈ। মুনিয়ে কাক হাতত লৈ ৰজাৰ পাত্ৰ-মন্ত্ৰী-ভৃত্য সকলোকে শুনাই ক'ব ধৰিলে,—"মই কাক বিদ্যা ভালদৰে জানোঁ। কাৰোবাৰ কিবা সুধিব বা জানিবলগীয়া থাকিলে, সুধি ল'ব পাৰে বা জানিবও পাৰিব।" মুনিৰ কথা শুনি পাত্ৰ-মন্ত্ৰী-ভৃত্য সকলোৱে মুনিৰ সঙ্গ ল'লে। এইদৰে মুনিয়ে সমগ্ৰ ৰজাৰ দেশৰ প্ৰজাৰ, কৰ্ম্মচাৰীৰ মতি-গতি ৰজাৰ প্ৰতি কেনে ভাব বুজিলে আৰু চিনি ল'লে। তাৰ পিছত এদিন ৰজাৰ ওচৰলৈ গৈ ক'লে,—"মই সৰ্ব্বজ্ঞ। তোমাৰ ৰাজ্যৰ কাৰ কেনে ভাব তাকো মই ভালদৰে ক'ব পাৰোঁ।" সেই সময়ত পাত্ৰ-মন্ত্ৰী আদি সহ ৰজা সিংহাসনত বহি আছিল। মুনিৰ কথা শুনি ৰজাই মাত লগালে,—"মোৰ লগত যিমানবিলাক

লোক আছে, তেওঁলোকৰ কাৰ কি হৈছে, আৰু কোনে কি ভাবে, ঠিক কৰি কোৱা।"

তেতিয়া ৰজাৰফালে চাই কাকে ক'লে,—"এই দুৰ্জ্জনে তোমাৰ ধন হৰণ কৰিছে। এওঁলোক দুয়োজনেই এই কথা জানে। আৰু এই সকলোবিলাকে লগ-লাগি তোমাৰ ভাণ্ডাৰ লুটি-পুটি তলি উদং কৰিছে।"

কাকৰ কথা শুনি ৰজাই ক'লে,-"কাকৰ কথা সত্য বুলি সকলোৱে বুজিবা। মই আৰু এতিয়া একো নকওঁ।" এইবুলি ৰজা মনে মনে থাকিল।

হে ধৰ্ম্মৰাজ! তাৰ পিছত কি হ'ল কওঁ শুনা,—গধূলি হ'ল। ৰাতি ঘোৰ অন্ধকাৰ। ৰজাৰ ধন হৰণ কৰা, সকলোবিলাক এঠাইত মিলিত হৈ আলোচনা কৰিলে যে এই কাকৰ পৰা আমাৰ সৰ্ব্বনাশ হ'ল। গতিকে এই কাকক শেষ কৰিব লাগে। যেনে আলোচনা তেনে কাম। সেই ৰাতিয়েই সকলোবিলাক ওলাই গ'ল আৰু নিদ্ৰামগ্ন অৱস্থাত ধনুৰ্ব্বান মাৰি কাকক যমপুৰীলৈ পঠালে। ৰাতিপুৱা শুই উঠি মুনিয়ে দেখে যে পিঞ্জৰাৰ ভিতৰত শৰবিদ্ধ অৱস্থাত কাক মৰি, ভৰি দুখন ওপৰৰ ফালে কৰি পৰি আছে। তাকে দেখি ভয়ে-ত্ৰাসে ত্ৰাসিত হৈ মুনিৰাজ ৰজাৰ ওচৰলৈ গ'ল আৰু সকলো বৃত্তান্ত ভাঙি পাতি ক'ব ধৰিলে,—

হে মহাৰাজ! আজ্ঞা কৰা। মোৰ অলপ কথা আছে।

ৰজাই ক'লে,—কোৱা মুনিৰাজ! কি ক'ব খুজিছা!

মুনিয়ে ক'লে,—শুনা মহাৰাজ! কালি কাকে তোমাৰ আগত যি কথা কৈছিল, তাৰ পৰিণাম কি হ'ল কওঁ। তোমাৰ হিতৰ বাবে যিবিলাক কথা কাকে কৈছিল, সেই কথা নামানি, কোনো বিচাৰ নকৰি, কি কাৰণে কাকৰ প্ৰাণ নাশ কৰিব দিলা?

ৰজাই ক'লে,—হে মুনিৰাজ! কাক বধ কৰা কথা মই সঁচাকৈয়ে নাজানো। এতিয়া তুমি যি ক'ব খুজিছা কোনো শঙ্কা নকৰাকৈ মোৰ আগত সকলো কথা কোৱা।

মুনিয়ে ক'লে,—হে মহাৰাজ! তোমাৰ সমগ্ৰ দেশ মই পৰিভ্ৰমণ কৰি চালোঁ। লগতে তোমাৰ লগত থকা পাত্ৰ-মন্ত্ৰী সকলোৰে মন বুজি পালেঁা। অতি আচৰিত কথা এই যে এজনকো তোমাৰ হিতকাৰী লোক বিচাৰি নাপালোঁ। চল্ পালে কোনেও তোমাক কুশলে নেৰিব। ধন-প্ৰাণ সমস্ত শেষ কৰি দিব। এয়া তোমাক সত্য কথা ক'লোঁ। আৰু এটা কথা কওঁ শুনা মহাৰাজ! ৰাজদ্ৰব্য হৰণ কৰি নি যিলোকে প্ৰবৰ্ত্তন কৰে, তেনে লোকৰ সমান পাপী এই সংসাৰত কোনো নাই বুলি জানিবা। সেই লোক যদি ৰজাৰ লগত থাকে, তেন্তে মহা বিষধৰ সৰ্পৰ

লগত থকাৰ নিচিনা হ'ব। তাৰ পৰা মহাভয় নিশ্চয় মিলিব। তোমাৰো ঠিক তেনেকুৱাই হৈছে। হে মহাৰাজ! কাক বাক্য বুলি নিশ্চিন্ত হৈ মন নিদি বহি থাকিলা। কোনো বিচাৰ কৰি নাচালা। কাক বাক্য বুলি তুমি অৱহেলা কৰিলা। মই অতিশয় আচৰিত মানিছোঁ। ফলস্বৰূপে কাক মৰিল। আনহাতে মোৰো প্ৰাণৰ সংশয় হ'ব। মোকো সকলোৱে লগ হৈ মাৰি পেলাব। গতিকে মহাৰাজ! আজ্ঞা কৰা, মই আৰু ইয়াত তিলাৰ্দ্ধ সময়ো নাথাকোঁ, অন্য স্থানলৈ গুচি যাওঁ। পৃথিবীত পৰম দুস্তৰ নদী থাকে। তাতে তিমি মাছ, মগৰ ( জলহস্তী ), নক্ৰ ( ঘৰিয়াল ), গোধিকা ( গুঁই ), জলগ্ৰাহ আদি থাকে। আচোক তৰিব, দেখিলেই ভয়ত বুকু কঁপি উঠে, জীৱ যাওঁ যাওঁ হয়। সেই নদীৰ দুয়ো-পাৰে অসংখ্য ভয়ানক সিংহ, বাঘ, ভালুক, গাহৰি, হাতী, ম'হ আদি হিংস্ৰ জন্তুই বাস কৰি থাকে। তথাপি তাকো তৰিবৰ উপায় আছে। কিন্তু ৰাজদুৰ্গ তৰিব কাৰো শক্তি নাই। তোমাৰ ৰাজ্য দেখিলোঁ পৰম গহন। সৰ্ব্বক্ষণে তমোগুণে আৱৰি আছে। সেই তমো অন্ধকাৰে সমগ্ৰ দেশকে আৱৰি আছে। বিশ্বাসৰ পাত্ৰ মই বিচাৰি নাপালোঁ। এনেকুৱা দেশত তোমাৰ জীৱনৰ অলপো বিশ্বাস নাই। মই নিশ্চিতৰূপে ভালদৰে জানোঁ। হে মহাৰাজ! এই দেশৰ সকলো-

বিলাক অসৎ। এই দেশ বসতি কৰাৰ যোগ্য নহয়। এই দেশত বসতি কৰিলে নিশ্চয় মৰণ মিলিব। এই দেশৰ লক্ষণৰ কথা তোমাক ক'লোঁ। দুষ্কৰ্ম্ম কৰিলে মৃত্যুৰ যোগ্য হয়। কিন্তু এই দেশত সদকৰ্ম্ম যেয়ে কৰে, তেওঁৰহে মৰণ মিলে। এই দেশৰ ৰজা-মন্ত্ৰী, উচ্চপদস্থ বিষয়া, কৰ্ম্মচাৰী, কৃষিজীৱী, ব্যৱসায়ী, শ্ৰমজীৱী, ঠিকাদাৰ আদি সৰু-ডাঙৰ, ধনী-নিধনী সকলোবিলাক একে ঘাটৰ পানীৰ নিচিনা। মহা ম্লেচ্ছ, জুৱাৰি, মদপী, মহাদুষ্ট, দুৰ্জ্জনসকলে আৱৰি থকা ব্ৰাহ্মণ-সজ্জন, মহা জ্ঞানী-গুণী লোকৰ নিচিনা। সীতা নামেৰে এখন পৰম দুস্তৰ নদী আছে। তাত অদ্ভুত খৰতৰ জল বৈ থাকে। সৰ্পৰ নেজহে যেনিবা। কোনোমতে তৰিবৰ উপাই নাই। নাৱত পাৰ হ'ব খুজিলে সমুদায় তল যাব লাগে। সেই নদী পৰম গহন, জীৱন মৰণ। তোমাৰ দেশৰো সেই একেই লক্ষণ। সদাই সুমধুৰ বাক্য সৃষ্টি কৰি থাকা। কিন্তু পাত্ৰ-মন্ত্ৰী, বিষয়া-কৰ্ম্মচাৰী, উপদেষ্টা সকলোবিলাক কালান্তক বিষেৰে মিশ্ৰিত। আৰু মহাপাপীষ্ঠ, দুৰ্জ্জন পামৰ সকলে এই দেশত মহানন্দে তিঘিল-ঘিলাই থাকে। সাধু-সন্তসকলৰ এই দেশত স্থান নাই। এই স্থান জ্ঞানী-গুণী, সাধু-সজ্জনৰ বাবে নহয়। হে মহাৰাজ! ইয়াৰ এটা উদাহৰণ দিলে

ভাল হ'ব যেন পাইছোঁ। মন দি শুনা,—পথৰ দাঁতিত এটা কূঁৱা আছে। সেই পথেৰে যোৱা বাটৰুৱা সকল ৰ'দত থাকিব নোৱাৰি বিকল হৈ পৰিল। জিৰাবৰ বাবে ক'তো গছ-গছনিও নাই। ভোকে-পিয়াহেও আতুৰ কৰিছে। ইফালে সিফালে চাই ক'তো পানীও এটুপী নাপালে। জল অবিহনে প্ৰাণ যাওঁ যাওঁ অৱস্থা। এনেতে অলপ দূৰত এটি কূঁৱা দেখি সবাৰো যেন জীৱ আহিল। ভাবিলে উদৰ পূৰ কৰি জল পান কৰিম। এই ভাবি সকলোৱে মহা আনন্দেৰে কূঁৱাৰ ওচৰলৈ বেগা বেগিকৈ গ'ল। গৈ দেখে যে কূঁৱাটোত জল এটোপাও নাই। সৰ্পেৰে পৰিপূৰ্ণ হৈ লেউলুৱাই আছে। তাকে দেখি ভয়ে ত্ৰাসে তৃষ্ণা কেনিবাদি গ'ল। প্ৰাণ ৰক্ষাৰ নিমিত্তে আগেবেথে মহা ভয়ে তাৰপৰা আঁতৰি গ'ল। বাটৰুৱাসকলৰ যি অৱস্থা হ'ল, মোৰো অৱস্থা তেনেকুৱাই হ'ল। যেনেকৈ দাওৰ নদী দেখাত পৰম সুন্দৰ। তাৰ জল অতি সুমধুৰ আৰু সুধাৰ নিচিনা। কিন্তু পাৰ দুটা কাঁইটেৰে ভৰা বেত, বাঁহ আদিয়ে আগুৰি আছে। বুজিছা মহাৰাজ! তোমাৰো অৱস্থা ঠিক তেনেকুৱাই হৈছে। যেনেকৈ এটা ৰাজহাঁহ কুকুৰ, শিয়াল, শগুনৰ মাজত থাকিলে যি অৱস্থা হ'ব, তোমাৰো দশা ঠিক তেনেকুৱাই হ'ব। বুজিছা মহাৰাজ!

এডাল ডাঙৰ গছৰ কোটৰত যেনেকৈ অগ্নি থাকিলে, সেই অগ্নি লাহে লাহে বৃদ্ধি হৈ সেই বৃক্ষ বৃক্ষকো পুৰি ছাই কৰে, তোমাৰো অৱস্থা ঠিক তেনেকুৱাই হৈছে। তুমি হ'লা এডাল ডাঙৰ বৃক্ষ। মন্ত্রীসকল হ'ল অগ্নিৰ নিচিনা। ইয়াকে বিচাৰ কৰি, তুমি যি ভাল দেখা, তাকে কৰা। এই পাত্র-মন্ত্রীসকল তোমাৰেই পালিত নহয়নে? এনেস্থলত তোমাৰ হিতৰ বাবে কৰ্ম্ম নকৰি, তোমাৰ অহিত কৰ্ম্ম হে দিনে নিশাই কৰিব লাগিছে। ইয়াকে বিচাৰ কৰিবলৈ তোমাৰ ওচৰলৈ আহিলোঁ। মই যি দেখিছোঁ, যি বুজিছোঁ, সকলো তোমাক ক'লোঁ। তুমি সমগ্র দেশৰ মালিক। এতিয়া ভাবি চিন্তি চাই যি ভাল দেখা তাকে কৰা।

কোশল নৃপতিয়ে ক'লে—হে মুনিৰাজ! তুমি যি কথা ক'লা, সকলো কথা যুক্তিপূর্ণ আৰু সঁচা বুলি মানিছোঁ। এতিয়া এটা কথাৰ বাবে মই সহ্য কৰিব নোৱাৰা হৈছোঁ। তুমি যে যাওঁ বুলি ক'লা, এই কথাটি মই একেবাৰে সহিব নোৱাৰোঁ। আৱশ্যক হ'লে সমস্ত পাত্র-মন্ত্রী এৰিব পাৰোঁ। তোমাক মই কেতিয়াও এৰিব নোৱাৰোঁ। এতেকে হে মুনিৰাজ! তুমি মোৰ ওচৰত সদাই থাকিবা। কোন মানুহে তোমাক ইচ্ছা নকৰাকৈ থাকিব পাৰে। মোৰ দেশত যদি তেনে কোনো লোক থাকে, তেন্তে তেনে

লোক মোৰ দেশত থকাতো উচিত ন'হব। তেনে লোকক মই তৎকালেই বিদায় দিম। মই তোমাৰ আগত সত্য কৰি ক'লোঁ।

ৰজাৰ কথা শুনি কাকবৃত্তি মুনিৰ মনত ভাল লাগিল আৰু ক'ব ধৰিলে,—শুনা মহাৰাজ! তোমাৰ কেনেকৈ কুশল হ'ব বুজাই কওঁ। তোমাৰ যিমানবিলাক দুৰ্জ্জন পাত্ৰ-মন্ত্ৰী আছে, প্ৰথমতে সেই সকলোকে বিচাৰ কৰি আনি দুৰ্ব্বল কৰি থোৱা। পাছত লাহে লাহে দায়-দোষ বিচাৰ কৰি, যাক যেনেকুৱা দণ্ড বিধান কৰিব লাগে, সেই হিচাপে কৰিবা। একেটা দোষকে যদি অনেক লোকে কৰে, বা সকলোৱে কৰে, তেনেহ'লে তুমি একো কৰিব নোৱাৰিবা। সকলোৱে মিলি কাঁইটকো কোমল কৰিব পাৰে। বিষকো অমৃত বনাব পাৰে। বুজিছা মহাৰাজ! মন্ত্ৰণাতো ভেদ আছে। সেইবাবে সিহঁতক শিৰচ্ছেদ কৰা। যিহেতু তোমাৰ পিতৃৰ লগত মোৰ মহা মিত্ৰৱতি আছিল। সেয়ে তোমাৰ মঙ্গলৰ বাবে এই যুক্তি দিলোঁ।

ঋষিৰ কথা শুনি ৰজাই এটা এটাকৈ মাতি আনি বিচাৰ কৰি, সমস্ত দুৰ্জ্জনকে একেবাৰে নিঃশেষ কৰি পেলালে। পাত্ৰ-মন্ত্ৰী, শত্ৰু-মিত্ৰ বুলি কোনো কথা নাই। বিচাৰত দোষী বুলি প্ৰমাণিত হ'লেই তাৰ যথাযথ শাস্তি বিধান

অৰ্থাৎ শিৰচ্ছেদ কৰি, সমগ্ৰ কোশল ৰাজ্য কণ্টক শূন্য কৰিলে। শেষত ঋষিৰ আজ্ঞা অনুসৰি ৰজাই মহা যজ্ঞও কৰিলে। এই ব্ৰাহ্মণ ঋষিৰ প্ৰসাদত ৰজা সমস্ত মহাভয়ৰ পৰা উদ্ধাৰ হ'ল। সমস্ত পৃথিবী জিনি একছত্ৰী হৈ পৃথিবীৰ সমস্ত ভোগকো ভুঞ্জিলে। কাকবৃত্তি মুনিৰ কথামতে চলি কোশল নৃপতিৰ চাৰিওফালে জয় জয় ময় ময় হ'ল।

ধৰ্ম্মৰাজ যুধিষ্ঠিৰে সুধিলে,— হে পিতামহ! ৰজাৰ সভাসদ, সুহৃদ, পাত্ৰ-মন্ত্ৰী আৰু ৰাজগৃহত থকা পৰিচাৰিকা, এইসকলৰ লক্ষণ কেনে হোৱা উচিত। একচিত্ত মনে শুনিবলৈ বৰ ইচ্ছা হৈছে। দয়া কৰি কোৱা পিতামহ!

ভীষ্মদেৱে ক'লে,—ভাল কথাকে সুধিলা। মই নিশ্চয় ক'ম। শুনা, প্ৰথমতে সভাসদৰ লক্ষণকে কওঁ। যিবিলাকে লাজ-কাজ এৰি হ'লেও যুক্তিপূৰ্ণ কথা কয়। মুখত এটা, পেটত এটা অৰ্থাৎ যাৰ স্বভাৱ কুটিল নহয়, মনে মুখে সম্পূৰ্ণ সাধুৰ লক্ষণ। যিসকলে সদায় সমুচিত সত্য কথাহে কয়, তিলমাত্ৰও অসত্য, মিছা, ফাকি-ফুকা কথা নকয়, শাস্ত্ৰৰ সম্মতে ইয়াকে সভাসদ বোলে। এনে লক্ষণ-যুক্ত মানুহকে বিচাৰি আনি সভাত ৰাখিব লাগে। মন্ত্ৰীৰ লক্ষণৰ কথা কওঁ শুনা,—সুমধুৰ প্ৰিয় ভাষী, ৰূপৱন্ত, গুণৱন্ত, বলতো প্ৰধান, যি পাই তাতে সন্তুষ্ট, একো

নাপালেও সন্তুষ্ট ব্ৰাহ্মণ, মহা শাস্ত্ৰজ্ঞানী, যিজনে ধৰ্ম্ম পথ কেতিয়াও নেৰে, তেনেজনকে বিপদে সম্পদে সহায় ল'বা। এতিয়া পৰিচাৰিকাৰ লক্ষণ কওঁ শুনা,—নিজৰ দেশত সদকুলত জন্ম লাভ কৰা, যিজনে সকলোৰে অন্ন-পানীৰ বিচাৰ লয়, আনকি কাৰাগাৰত বন্দী হৈ থকা লোকৰো থক-খোৰাৰ বিচাৰ কৰি ব্যৱস্থা লয়, ৰূপৱন্তও হ'ব লাগে। সদাই বাক্যত চতুৰ। কাৰ্য্য অকাৰ্য্য বুলি যিজনে মধুৰ বাক্য ক'ব জানে। এনে লক্ষণযুক্ত পৰিচাৰক ৰজাই সঙ্গত ৰাখিব লাগে। তেতিয়া হ'লে জীয়াই থকা দিনত মহাসুখে নানা প্ৰকাৰ ভোগ ভুঞ্জিব পাৰিব আৰু অন্ত কালতো মুক্তি লাভ কৰিব পাৰিব।

নীচৰ বংশত যিজনৰ জন্ম হয়, সিজনৰ চিত্ত সদাই দ্ৰব্য দেখিলেই মুগ্ধ হয় আৰু অতিশয় লুভীয়া। যিজনে সদাই প্ৰাণী হিংসা কৰে, যাৰ স্বভাৱ সদাই নিলাজ, তেনেজনক কেতিয়াও সঙ্গত ৰাখিব নালাগে। তেনেজনক সঙ্গত ৰাখিলে, আয়ু শ্ৰী যশ কীৰ্ত্তি সমস্ত হৰণ কৰি নিব বুলি জানিবা।

সদকুলত যাৰ জন্ম হয়, তেনেজন জ্ঞানেৰে পৰিপূৰ্ণ হয়। কেতিয়াও আজ্ঞা ভঙ্গ নকৰে। দেশৰ স্বভাৱ আৰু কালৰ ব্যৱস্থা সকলো জানিব। সদাই ৰজাৰ হিত কাৰ্য্য

কৰিব। তেনেজনকহে ৰজাই মন্ত্ৰী কৰি ল'ব। তেতিয়া-হ'লে তেনে ৰজাৰ সুখ ভোগ সহজে মিলিব।

যিজনে কাৰ্য্য-অকাৰ্য্য একো নাজানে, যিজনত শাস্ত্ৰজ্ঞান কিঞ্চিৎমানো নাই। যি ৰজাই তেনেজনক মন্ত্ৰী কৰি লয়, সেই ৰজাৰ কুযশ দিনে দিনে বাঢ়ি যাব। শেষত দেশকো ধ্বংস কৰি দিব।

সুন্দৰ মন্ত্ৰীৰ লগত নীতিযুক্ত হৈ যি ৰজাই প্ৰবৰ্ত্তন কৰে, সেই ৰজাৰ কেতিয়াও ক'তো শত্ৰু নাথাকে। যদি ক'ৰবাত থাকেও, সিও শেষত মিত্ৰতাহে কৰিব। আৰু অলপ মন্ত্ৰীৰ লক্ষণৰ কথা কওঁ শুনা,— কোনো এজন লোকক মন্ত্ৰী কৰি ল'ব খুজিলে প্ৰথমে কেইটামান কথা ৰজাই ভালদৰে জানি ল'ব লাগে। তাৰ ভিতৰত লোকজন স্বদেশী হ'ব লাগে। সুন্দৰ কুলত জন্মিব লাগে। কোনোমতে বেশ্যা কৰ্ম্মত ষোৱা হ'ব নালাগে। শৰীৰত অলপো অহঙ্কাৰ থাকিব নালাগে। তেনে লোকক মন্ত্ৰী কৰি ল'ব পাৰে। মন্ত্ৰীৰ চৰিত্ৰ সম্পৰ্কে আৰু অলপ কওঁ শুনা,— শৰীৰ অতিকে পবিত্ৰ, বুদ্ধিত তৰুণ, মহা গুণৱন্ত, সুন্দৰ চৰিত্ৰ, সমস্ত প্ৰাণীৰ সুখ-দুখ বুজা, চিত্ত সদাই ধৰ্ম্মত ৰত, —এনে চৰিত্ৰৰ লোকে ৰাজ্যভাৰ লোৱা উচিত আৰু তেনে জনকে ৰজাই মন্ত্ৰী কৰি ল'ব লাগে। তেতিয়া

হ'লে, সেই ৰজাৰ যশ কীৰ্ত্তি চাৰিওকালে বিয়পি যাব।

যিজনে জাতি-কুল নীতি সম্পৰ্কে একো নাজানে, যিজনে গুৰু-ব্ৰাহ্মণ, সাধু-সজ্জন, ভক্ত-বৈষ্ণৱক সন্মান কৰিব নাজানে, নামানে, দূৰদৰ্শী নহয়, তেনেজনক মন্ত্ৰী কৰিলে ৰাজ্য নষ্ট হয় আৰু ৰজাৰো যশ-কীৰ্ত্তি লোপ পায়। যি মন্ত্ৰীৰ চিত্তৰ কথা কোনোমতে জানিব নোৱাৰি, সেই মন্ত্ৰীৰ লগত কোনো প্ৰকাৰ হিত মন্ত্ৰণাৰ কথা ক'ব নালাগে আৰু কোনো প্ৰকাৰ মন্ত্ৰণাও কৰিব নালাগে। যদি মন্ত্ৰণাৰ কথা কয় বা হিত মন্ত্ৰণা কৰে, তেন্তে ৰাজ্যত নিশ্চয় বিপত্তি মিলিব আৰু ৰজায়ো মহা ভয় পাব। যেনেকৈ সুন্দৰ বৃক্ষৰ বহ্নি অভ্যন্তৰত থাকে, বায়ুৰ সংযোগত সেই বহ্নিয়ে বৃক্ষ ছাই কৰে; ঠিক তেনেকৈ দুষ্ট মন্ত্ৰীয়েও ৰজাক দহি পুৰি মাৰিব বুলি নিশ্চিতৰূপে জানিবা।

ৰাজমন্ত্ৰণা কাৰ লগত কৰিব লাগে, ৰাজমন্ত্ৰণা কাক ক'ব লাগে আৰু কাক ক'ব নালাগে বা কাৰ লগত ৰাজ মন্ত্ৰণা কৰিব নালাগে, সেই বিষয়ে কওঁ, মন দি শুনা। হিতকাঙ্খীলোকৰ লগত সদাই মন্ত্ৰণা কৰিব লাগে আৰু মন্ত্ৰণাৰ বিষয়ে ক'ব লাগে। যাৰ অন্তৰৰ কথা বুজি নাপায়, অতিশয় কুটিল স্বভাৱৰ, সদায় আৰ-চোৰ কৰি ৰজাৰ অহিত চিন্তা কৰি থাকে, অতিকে সাধাৰণ, নীচ স্বভাৱৰ, সৎগুণ

বিবৰ্জ্জিত, তেনে লোক ৰাজমন্ত্ৰণা শুনাৰ যোগ্য নহয়। এই কথা দৃঢ় কৰি মানিবা। শত্ৰুৰ লগত যদি কেতিয়াবা মিত্ৰৱতি হোৱা যায়, যিজনে উত্তম লোককো সদাই তুচ্ছজ্ঞান কৰে, পৰোক্ষভাবে ৰজাৰ অহিত চিন্তা কৰে, তেনে লোকে ৰাজমন্ত্ৰণা শুনা উচিত নহয়। যাৰ শাস্ত্ৰ জ্ঞান কিঞ্চিতো নাই, শুচি বা অশুচি একো বিচাৰ নকৰে, নামাতি সুবুলি যিজন কেৱল বহি থাকে, শত্ৰুৰ স্থানত যিজনে আশ্ৰয় লয়, সদাই ক্ৰোধযুক্ত, সাধু-সন্তক নিন্দা কৰি ফুৰে, অতি লুভীয়া মন্দমতি, যাৰ পিতৃক ডাঙৰ দণ্ড বা শাস্তি বিধান কৰিছে, তেনেজনৰ পুত্ৰক যদি ৰজাই আদৰ কৰিছে, বুজিছা ধৰ্ম্মৰাজ! এইবিলাকে ৰাজ মন্ত্ৰণা শুনা ভাল কথা নহয়। যিজন ৰজা পৰম পণ্ডিত হ'ব তেওঁ পূৰ্ব্বত এবাৰ দোষ কাম কৰিছে, তেনেজনক ৰজাই দয়াৰে আনি যদি ৰাখেও, কণা, কুঁজা, হ্ৰস্ব, নপুংসক আদিক, যদি কোনোজনী অতি আদৰৰ তিৰোতাও থাকে,— এনেবিলাকক নিশ্চয় মন্ত্ৰণা গুপ্ত কৰিব, কেতিয়াও মন্ত্ৰণাৰ কথা নক'ব।

যিজন সুবুদ্ধি সম্পন্ন, বাক্যত অতিশয় পটু, যিকোনো শঙ্কা-সন্দেহ ততালিকে ছেদ কৰিব পাৰে, দেশৰ সমস্ত লোকক ভালদৰে জানে, যাক সমস্ত লোকে দয়া-মৰম কৰে, যাৰ মন অতিকে শুদ্ধ শুচি, তেনেজনৰ সঙ্গত মন্ত্ৰণা কৰিব

লাগে। যাৰ মন সদাই সন্তুষ্ট, যিজন সত্যবাদী, হিংসা শূন্য, কেতিয়া কি মন্ত্ৰণা কৰিব লাগে, কেতিয়া নালাগে, এই কথা যিজনে ভালদৰে জানে আৰু সমস্ত কালৰ কথা বুজে, অতি পৰাক্ৰমী, সকলো কাৰ্য্যত পাৰ্গত,—এনেহেন লোকৰ লগত ৰজাই মন্ত্ৰণা কৰিব লাগে আৰু মন্ত্ৰণাৰ কথা সুধি-পুছি ল'ব লাগে। সৎগুণৰদ্বাৰা যিজনে সমস্ত প্ৰাণীকে বশ কৰিব পাৰে। যিজনৰ শাস্ত্ৰ, পৰমাৰ্থ জ্ঞান আছে, যিজনে সকলোৰে স্বভাৱৰ কথাও ভালদৰে জানে, সদাই ৰজাৰ হিত কাৰ্য্যত ৰত থাকে, সদাই ৰজাৰ ভাল-বেয়া লক্ষ্য কৰি থাকে, তেনেজনক ৰজাই বিচাৰ কৰি আনি, মন্ত্ৰণা কৰিব লাগে। যিজনে সত্য বিনে অসত্যত নচলে, যাৰ পিতৃ-পিতামহ সকলে মন্ত্ৰীত্ব কৰিয়েই গ'ল, দেশৰ, নগৰ-চহৰৰ লোকে যাক দৃঢ় বিশ্বাস কৰে, যুদ্ধৰ কূট-কৌশল যিজনে ভালদৰে জানে, তেনে লোকৰ লগত ৰজাই মন্ত্ৰণা কৰিব লাগে। এনে সৰ্ব্বগুণ সম্পন্ন মন্ত্ৰী, মাত্ৰ তিনিজনক বিশ্বাস কৰি সঙ্গত লৈ ৰজাই মন্ত্ৰণা কৰিব। এই মন্ত্ৰণা যাতে কোনেও নাজানে তাৰ বাবে যথেষ্ঠ সাৱধান হ'ব লাগে। যেনেকৈ কাছই নিজৰ অঙ্গ লুকায় ৰাখে, তেনেকৈ ৰজায়ো মন্ত্ৰণা সদাই লুকাই ৰাখিব লাগে। তেতিয়া হ'লে শত্ৰুক বৈশ্য কৰিবলৈ সহজ হয়।

বুজিছা ধৰ্ম্ম যুধিষ্ঠিৰ! ৰজাৰ মন্ত্ৰণাৰ মূল একমাত্ৰ মন্ত্ৰীহে। মন্ত্ৰীহীন হ'লে ৰজা সমূলি নিৰ্ম্মূল হ'ব বুলি বুজিবা। সদমন্ত্ৰী হ'লে, প্ৰজা বিলাক পৰম সুখী হয়। দেশৰো কল্যাণ হয়। ৰজাৰো সম্পত্তি বাঢ়ে আৰু শত্ৰুও ক্ষয় হয়। তিনিজন মন্ত্ৰীৰ লগত মন্ত্ৰণা কৰিব। তিনিও তিনি প্ৰকাৰে মন্ত্ৰণা কৰিব। তাৰ পিছত এটাহে স্থিৰ কৰিব। পণ্ডিত-ব্ৰাহ্মণ আৰু গুৰুত সুধি-পুছি ল'ব। যদি গুৰু-ব্ৰাহ্মণে সেই মন্ত্ৰণা ভাল হোৱা বুলি কয়, তেন্তে সেই মন্ত্ৰণাৰদ্বাৰা ৰজা-প্ৰজা সমস্ত দেশৰ কল্যাণ সাধন হ'ব বুলি জানিবা। হে ধৰ্ম্মৰাজ যুধিষ্ঠিৰ! এইদৰে তুমি মন্ত্ৰণা কৰিবা। তেতিয়াহ'লে সকলো কাৰ্য্য সিদ্ধি হ'ব আৰু মহা সুখে ৰাজ্য ভুঞ্জিব পাৰিবা। এটি ইতিহাস কওঁ মন দি শুনা।

### ইন্দ্ৰ আৰু বৃহস্পতিৰ সম্বাদ

দেৱৰাজ ইন্দ্ৰই সুধিলে,—হে গুৰুদেৱ, কেনেকুৱা স্বভাৱ হ'লে সকলো লোকৰ পূজ্য হ'ব পৰা যাব? কি কৰিলে সমস্ত প্ৰাণী বশীভূত হ'ব? কি যশ-কীৰ্ত্তি লাভ কৰিব পাৰি? দয়া কৰি ভালদৰে বুজাই কোৱা গুৰুদেৱ!

দের গুৰু বৃহস্পতিয়ে উত্তৰ দিলে,—শান্ত স্বভাৱৰদ্বাৰা সমস্ত লোকৰ হিত সাধন কৰিব পাৰি। তেতিয়া সকলোৱে অতিকে পূজনীয় হবও পাৰি। প্ৰিয় বাক্যৰদ্বাৰা পুৰুষৰ যশ-কীৰ্ত্তি বাঢ়ে। কটুবাক্যৰদ্বাৰা পৰম অকীৰ্ত্তি সাধন হয়। যাকে তাকে, প্ৰাণী দেখি ক্ৰোধ দৃষ্টি কৰি, মুখ কোচাই কঠুৱা কৰ্কশ মাত মাতিলে বা ক'লে লোকে মৰণতো কৰি অধিক দুখ পায়। যিজনে কাকো মাত বোল নকৰি, সদাই কোপ মনে থাকে, তেনে লোকক কোনেও ভাল নাপায়, তেনে লোকৰ প্ৰতি সকলোৰে বিৰক্তি হয়। যিজনে দেখা মাত্ৰে মৃদু মন্দ অল্প হাস্য কৰি বিনয় নম্ৰ সুৰে মাত বোল কৰে, তেনে লোকক সকলোৱে ভাল পায় আৰু তেনেলোকৰ প্ৰতি সকলোৱেই সুপ্ৰসন্ন হয়। আগত নক'লেও পিছত তেনেলোকৰ গুণ যশ সকলোৱে গায়। গৰ্ব্ব অহঙ্কাৰ নানা কটুবাক্য কৈ যদি বহু ধন-ৰত্ন দিয়ে, তথাপি তাত কোনো লোক তুষ্ট নহয়। ব্যঞ্জনহীন সুদা ভাত খায়, যেনেকৈ কোনো তৃপ্তি নেপায়, ঠিক তেনেকুৱা হয়। হে পুৰন্দৰ! কথাটো তুমি ভালদৰে বুজি চাবা। যদি কাকো একো দান দিব নোৱাৰা, তথাপি যদি অল্প হাস্য কৰি, বিনয় নম্ৰ সুৰে মৃদু মৃদু কথা কয়, তথাপি সকলো লোক বশবৰ্ত্তী হয়। লোক সমাজত সকলোৱে তেওঁৰ যশ গুণ গাব আৰু কীৰ্ত্তি বাঢ়িব। এই

কাৰণে যিবিলাক দণ্ডধাৰী পুৰুষ আছে, তেওঁলোকে সম্ভৱ লক্ষণ ধৰিব লাগে। তেনেজনে সমস্ত ধৰ্ম্মৰ ফল লাভ কৰে আৰু তেনেজনৰ পৰা কোনো লোকৰ ভয় নোপজে। তেওঁৰ সমান সুন্দৰ পুৰুষ আৰু কোনো হ'ব নোৱাৰে। হে দেৱৰাজ! এই কথা তোমাক ক'লোঁ।

হে ধৰ্ম্মৰাজ! এইদৰে দেৱগুৰু বৃহস্পতিয়ে দেৱৰাজ ইন্দ্ৰক শিকালে। গুৰুৰ শিক্ষা পায়, দেৱৰাজে সেই আচৰণ কৰিলে। হে মহাৰাজ! তুমিও সেইমতে আচৰণ কৰা। তেতিয়াহ'লে মনোমত সমস্ত কাৰ্য্য সিদ্ধি হ'ব। ইয়াত কোনো সংশয় নাই।

শুনা সৰ্ব্বজন ইটো কথা তত্ত্ব সাৰ।
খণ্ডয় আপদ সবে শ্ৰৱণে ইহাৰ॥
পৰম বৈষ্ণৱ ভীষ্ম সম নাহি আন।
যাহাৰ সাক্ষাত লক্ষ্মীপতি ভগৱান॥
তেহো কহি আছে ইটো ধৰ্ম্মৰ ব্যাখ্যান।
যত্ন কৰি শ্ৰৱণে সকলে কৰা পান॥
মুক্তিৰ পথকো সাধে জ্ঞান উপজয়।
প্ৰবৃত্তি নিবৃত্তি মাৰ্গ সবাকে জানয়॥
দূৰে যায় মনৰ থাকয় যত মল।
কৃষ্ণ-চৰণত ভক্তি মিলয় সকল॥

আন ধান্দা এৰি কৰা ইহাৰ শ্ৰৱণ ।
তেবেসে চলিয়া যাইবা বিষ্ণুৰ ভুৱন ॥
হেন দেখি কৃষ্ণৰ চৰণে কৰা সাৰ ।
আপুনিয়ো তৰা কৰা পুৰুষ উদ্ধাৰ ॥

---

### পৃথিবীৰ ৰজাসকলে কি ধৰ্ম্ম আচৰণ কৰি, যশ-কীৰ্ত্তি লাভ কৰিব পাৰিব ।

ধৰ্ম্মৰাজ যুধিষ্ঠিৰে সুধিলে,—হে মহামতি পিতামহ ! পৃথিবীৰ ৰজাসকলে কি ধৰ্ম্ম পালন কৰি কেনেকৈ যশ-কীৰ্ত্তি লাভ কৰে। এই সম্পৰ্কে তুমি পূৰ্ব্বত যদিও বহুত কথা কৈ আহিছা, তথাপি মোৰ মনৰ সংশয় গুচা নাই ।

যুধিষ্ঠিৰৰ কথা শুনি ভীষ্মদেৱে ভাবি চিন্তি চাই মাত লগালে,—হে মোৰ মৰমৰ নাতি ! সেই বিষয়ে কওঁ শুনা। শুদ্ধ ব্যৱহাৰ কৰি, প্ৰজা প্ৰতিপাল কৰি, অসংখ্য যশ-কীৰ্ত্তি লাভ কৰিব পাৰি। ইহলোকত সদায়

সুখ ভোগ ভুঞ্জি, পৰকালতো অনন্ত সুখ লাভ কৰিব পাৰে। ইয়াৰ ব্যতিক্ৰম হ'লে মহাপাপ সিদ্ধি হয় আৰু পৰলোকতো মহা দুখ ভোগ কৰিবলগীয়া হয়।

ভীষ্মদেৱৰ কথা শুনি যুধিষ্ঠিৰে মাত লগালে,—শুনা পিতামহ। পূৰ্ব্বত যিবিলাক গুণ সম্পন্ন লোকৰ কথা কৈ আছিলা, তেনেলোক বৰ্ত্তমান এজনো পাবলৈ নাই দেখোন! সকলো প্ৰজাৰ ভিতৰত বিচাৰ কৰি চাই দেখিলোঁ যে তেনে গুণশালী লোক নাই যেনেই লাগিছে। গতিকে মনত বৰ শঙ্কা উপজিছে। ৰজাসকলে কেনে লোকক লগত লৈ কি ধৰ্ম্ম পালন কৰি প্ৰজা প্ৰতিপাল কৰিব?

যুধিষ্ঠিৰৰ কথা শুনি মহামতি ভীষ্মই হাঁহি হাঁহি ক'লে,—হে মহামানী ধৰ্ম্মৰাজ যুধিষ্ঠিৰ। তুমি বুদ্ধিত বৰ চতুৰ। এনে গুণযুক্ত পুৰুষ, বৰ্ত্তমান কালত পাবলৈ নাই বুলি যে ক'লা, শুনি তোমাক অতিকৈ প্ৰশংসা কৰিলোঁ। কিন্তু কেনে মন্ত্ৰী সঙ্গত ৰাখিবা, সেই সম্পৰ্কে তোমাক সংক্ষিপ্ত কৰি কওঁ শুনা। চতুৰ্থ ব্ৰাহ্মণ আনি সদাই সঙ্গত ৰাখিব। যাতে বেদ-শাস্ত্ৰত অতিকৈ পাৰ্গত হয়। ব্ৰাহ্মণ-সজ্জনত অতিশয় ভক্তি কৰিব। তেতিয়াহ'লে ৰাজ্য প্ৰকাৰ নীতি শাস্ত্ৰ জানিবো আৰু লক্ষ্য ৰাখিব আৰু লোকে হিত সাধন হ'ব। তেতিয়া ৰজাৰ ধৰ্ম্ম কি তাকো:

জানিব আৰু প্ৰজাবো সমস্ত মৰ্ম্ম জানিব পাৰিব। এই নীতি শূদ্ৰ সকলকো জানিব দিব লাগে। উচ্চ-নীচ ভেদ ভাৱ কাৰো প্ৰতি থাকিব নালাগে। মোৰ এই কথাৰ সাৰতত্ত্ব তুমি ভালদৰে চিন্তা কৰি চাবা। যিজনৰ বয়স পঞ্চাশ বছৰৰ কম নহয়, যিজন বাক্যত চতুৰ, যাৰ মনত কাৰো প্ৰতি হিংসা-দ্বেষ, কপট নাই, যিজনে লোকৰ বাদ-বিসম্বাদ গুচাব পাৰে, যিজন অতিশয় লোভাবিষ্ট নহয়, যিজন মহা গুণৱন্ত, মহা জ্ঞানৱন্ত, যিজন অতিশয় শুদ্ধমতি, নীতিযুক্ত, যিজনে ধৰ্ম্মাধৰ্ম্ম সম্পৰ্কে ভালদৰে জানে, যিজন সকলোতে সমান, যিজন ব্যসন বৰ্জ্জিত ( অৰ্থাৎ সৰ্ব্বপ্ৰকাৰ দোষযুক্ত কৰ্ম্ম বৰ্জ্জিত ),—ইত্যাদি গুণবিশিষ্ট সাত জন লোক সঙ্গত ৰাখিব। তেওঁলোকৰ পৰা পুৰণি কথাবিলাক সদাই মনোযোগেৰে শুনিব। আঠজন মন্ত্ৰীৰ লগত মন্ত্ৰণা কৰি উঠাৰ পিছত পুনঃ আন সবাকো সুধি ল'ব। তেতিয়া প্ৰজাৰ বল বুদ্ধি লৈ কৰ্ম্ম কৰিলে, ৰজাৰ সকলো কাৰ্য্য সিদ্ধি হ'ব আৰু প্ৰজাবিলাকেও ভাল পাব। বুজিছা নাতি যুধিষ্ঠিৰ, সকলো কথা নানা ভাৱে প্ৰজাক ক'ব লাগে, তেতিয়া তেওঁলোকৰ মনৰ ভাব জানিব পাৰিবা আৰু সকলো কাৰ্য্যতে সিদ্ধি লাভ কৰিবও পাৰিবা। কিন্তু নিজৰ গোপন মন্ত্ৰণাবিলাক অতি গোপন কৰি ৰাখিবা। তেতিয়া হ'লে

সুখে ৰাজ্য ভোগ কৰিব পাৰিবা। দুখী দৰিদ্ৰক যদি কোনো লোকে দুখ-কষ্ট দিয়ে, সেই সম্পৰ্কে কিবা গোচৰ দিলে, যিকোনো প্ৰকাৰে ভাল-ভাল কিবা-কিবি দি হ'লেও দুয়ো পক্ষকে ওচৰলৈ আনি, অতি নম্ৰ আৰু মৃদু সুৰে সুধি পুছি গুণ-দোষ, বিচাৰ কৰি চাবা। দোষ-গুণ চাই, লগে লগে দোষীক উচিত দণ্ড বিধান কৰি তৎক্ষণাৎ পঠাই দিব লাগে। যদি সাক্ষীৰ প্ৰয়োজন হয় তেন্তে নিজে সেই সাক্ষীক সুধি-পুছি চাই, যিজন দোষী সাব্যস্ত হয়, সেইজনক ৰজাই নিজেই উচিত দণ্ড বিধান কৰিব। যদি দুয়োজনে সাক্ষী দিয়ে, সেই সাক্ষীকো ভালদৰে সুধি ল'ব। যদি কোনো সাক্ষীয়ে কথা লৰচৰ কৰে, তেনে সাক্ষীক উপযুক্ত দণ্ড দিব লাগে। যাতে আগলৈ কোনো সাক্ষীয়ে মিছা কথা নকয়। যদি কাৰো সাক্ষী নাথাকে তেন্তে পৰীক্ষা কৰি চাব। পৰীক্ষাত যিজন দোষী সাব্যস্ত হয়, তেওঁক দোষ অনুৰূপে যথোচিত শাস্তি দিব লাগে আৰু নিৰ্দ্দোষীজনক ধন-ৰত্ন আদিৰে পুৰস্কাৰ দিব লাগে। বুজিছা বাপ্ যুধিষ্ঠিৰ! দুৰ্ব্বৃত্ত, দুৰ্জ্জনসকলক প্ৰহাৰ কৰি নীতিমন্ত কৰিব লাগে। সন্ত-সাধু সকলক সৎগুণৰদ্বাৰা সদাই প্ৰতিপাল কৰিব। ৰজাক বধ কৰিবলৈ যিজনে ইচ্ছা কৰে, তেনেজনক নানা প্ৰকাৰ শাস্তি দি মৃত্যু দণ্ড দিব লাগে। যিজন অতি দুৰ্জ্জন, চুৰি-ডকাইতি কৰি ফুৰে, বেশ্যা কৰ্ম্ম কৰি

ক্ষুবে, তেনেবিলাকক ধৰি আনি নৃপতিয়ে যত্ন সহকাৰে দণ্ড বিধান কৰিব লাগে। এনে কৰিলে ৰজাৰ ধৰ্ম্ম বাঢ়ে। যিবিলাক ৰজাই অবিচাৰ কৰি, প্ৰজাক দুখ-কষ্ট দিয়ে, দণ্ড বিধান কৰে, তেনে ৰজাই ইহলোকত অপযশ-অকীৰ্ত্তি লাভ কৰে আৰু মৃত্যুৰ পিছতো নৰকলৈ যায়। সেইবাবে হে বাপ্ ধৰ্ম্মৰাজ! তুমি অকাৰণে কেতিয়াও কাকো কোনো প্ৰজাকে দণ্ড নিদিবা, দুখ নিদিবা। যিজন বুদ্ধিমন্ত ৰজা হ'ব তেওঁ কেতিয়াও পৰৰ দোষত, পৰক আনি দণ্ড নিদিয়ে। আৰু এটা কথা কওঁ শুনা বাপ্ যুধিষ্ঠিৰ! যদি কেতিয়াবা বিপদতো পৰা, তথাপি পৰৰ দূতক কেতিয়াও দণ্ড নিদিবা। এয়া শাস্ত্ৰৰ সন্মত কথা। দণ্ড বিধান কৰিলে অপযশতো হ'বই, তাৰোপৰি ৰজা-মন্ত্ৰী উভয়েই নৰকলৈ যাব লাগিব। এয়া তোমাক অন্তৰৰ কথা ক'লোঁ। মনত ৰাখিবা। আৰু শুনা, যদি ৰজাই কিবা দুৰ্ব্বাক্য ক'বলৈ দূতক শিকাই পঠিয়াই, তেন্তে দূতেও আহি ৰজাৰ মুখলৈ চাই, তেনে দুৰ্ব্বাক্য ক'ব। তথাপি ৰজাই তেতিয়া ধৈৰ্য্য ধৰি ৰব লাগিব আৰু কোনো দণ্ড কৰাৰ পৰা বিৰত থাকিব লাগিব। যদি অধৈৰ্য্য হৈ ক্ৰোধৰ বশৱৰ্ত্তী হৈ দূতক দণ্ড বিধান কৰে, তেন্তে সেই ৰজা নৰকলৈ যাবতো লাগিবই, তেওঁৰ পিতৃ-পিতামহসকলেও ভ্ৰূণহত্যা মহাপাপৰ ফল ভোগ কৰিব লাগিব। যিজন ক্ষত্ৰকুলত জাত হ'ব, তেওঁৰ

স্বভাৱ অতি সুন্দৰ হ'ব, মহা ধৈৰ্য্যৱন্ত আৰু বুদ্ধিতো অত্যন্ত চতুৰ হ'ব, তাৰোপৰি সমস্ত কাৰ্য্যতে দক্ষ হ'ব, সকলোৰে তেনেজনক প্ৰশংসা কৰিব আৰু সকলোৰে প্ৰিয়ও হব।

শুনিয়োক সৰ্ব্বজন ৰাজধৰ্ম্ম বিত্তোপন
শ্ৰৱণত মিলয় মুকুতি।
পাবা সকলোৰে মৰ্ম্ম সিদ্ধি হ'ব ধৰ্ম্ম-কৰ্ম্ম
অন্তে বৈকুণ্ঠত লৈবা থিতি॥

কত পুণ্য কৰি আসি পুণ্যভূমি ভাৰতত
লভি আছা ইটো নৰ তনু।
জন্ম নকৰিয়ো বৃথা শুনিয়ো কৃষ্ণৰ কথা
মহাসুখ লভিবাহা পুনু॥
ইষ্ট কুটুম্বক লাগি ঈশ্বৰ কৃষ্ণক ত্যাগী
মিছাতে আয়ুস কৰা পাত।
ধৰা মাধৱৰ নাম হন্তে কৰা তান কাম
নকৰা আপুনি আত্মঘাত॥
মনে মুখে অবিৰাম কেৱল কৃষ্ণৰ নাম
লোৱা সৱে হৰে কৃষ্ণ-নাম।
তৰিবা দুৰ্ঘোৰ দুখ লভিবা পৰম সুখ
ডাকি সবে বোলা ৰাম ৰাম॥

---

## কেনে লোক সেনাপতিৰ যোগ্য হয়

যুধিষ্ঠিৰে সুধিলে,—হে পিতামহ! কেনে লোকক সেনাপতি পাতিব লাগে? সেনাপতিৰ লক্ষণ সম্পর্কে কিছু কোৱা পিতামহ।

ভীষ্মদেৱে মাত লগালে,—ভাল কথাকে সুধিলা। জানি থোৱা উচিত। কওঁ শুনা,—যিজনে সদায় ৰজাৰ হিত চিন্তা কৰে, ৰজাৰ বাবে যেয়ে প্ৰাণ দিবলৈও প্ৰস্তুত, অতিকৈ বিশ্বাসী, মহা ধৈৰ্য্যৱন্ত, যিজন সকলোৰে প্ৰশংসাৰ পাত্ৰ, যিজনে শত্ৰুৰ চিন্তৰ কথাও ভালদৰে বুজিব পাৰে, যুদ্ধৰ সমস্ত কূট কৌশল ভালদৰে জানে, যুদ্ধৰ অস্ত্ৰ-শস্ত্ৰ, যন্ত্ৰ-পাতিৰ প্ৰয়োগৰ বিধি ব্যৱস্থা যিজনে নিৰ্ভুল কৰি জানে, তন্ত্ৰ-অন্তন্ত্ৰৰ সম্পূৰ্ণ জ্ঞান যিজনৰ আছে, যিজনে বাতবৃষ্টি, শীত-উষ্ণ সহিব পাৰে, যিজন বুদ্ধিত অতিশয় চতুৰ আৰু অতি পৰাক্ৰমী, তেনে লোক সেনাপতিৰ যোগ্য হয়।

———

## ৰজা ক'ত থাকিব লাগে

যুধিষ্ঠিৰে আকৌ সুধিলে,—কেনেকুৱা নগৰত ৰজা থাকিব লাগে ? হে পিতামহ ! ভালদৰে ভাঙি পাতি বুজাই কোৱা। শুনিবলৈ মোৰ বৰ ইচ্ছা হৈছে।

শান্তনু নন্দন ভীষ্মদেৱে ক'লে,—ৰজা থকা নগৰ বা ৰাজধানী কেনেকুৱা হ'ব লাগে, কওঁ শুনা,--এনেভাবে নগৰ বা ৰাজধানী নিৰ্ম্মাণ কৰিব লাগে, যাতে কোনো প্ৰকাৰে শত্ৰুই লঙ্ঘিব নোৱাৰে। বিশেষকৈ বাট-পথ আহল-বহল অতি বিতোপন হ'ব লাগে। তাৰোপৰি ছয় প্ৰকাৰ দুৰ্গ নিৰ্ম্মাণ কৰি তাৰ ভিতৰত ৰজা থাকিব লাগে। প্ৰথমতে নগৰৰ চাৰিওফালে শত্ৰুই ভেদ কৰিব নোৱাৰা পথদুৰ্গ বনাব লাগে। তাৰ ভিতৰত গিৰিদুৰ্গ, তাৰ ভিতৰত জলদুৰ্গ নিৰ্ম্মাণ কৰিব, জলদুৰ্গৰ চাৰিওফালে ডাঙৰ ডাঙৰ গছ দিব লাগে। শত্ৰুই দেখিলেই যেন ভয় পায়। তাৰ পিছত মাটিৰ দুৰ্গ বা গড় নিৰ্ম্মাণ কৰিব। এই সমস্ত দুৰ্গৰ ভিতৰত মানুহৰ দুৰ্গ থাকিব লাগিব। এই মানুহৰ দুৰ্গৰ ভিতৰতহে ৰজাৰ ৰাজভৱন নিৰ্ম্মাণ কৰিব। যেন আকাশমাৰ্গৰ পৰাও কোনো শত্ৰুৱে একো কৰিব নোৱাৰে, তাৰ সুদৃঢ় ব্যৱস্থা কৰিব লাগিব। বায়ু-পানী, যেন কোনো মতে দোষযুক্ত হব নোৱাৰে, তাৰ সুব্যৱস্থা থাকিব লাগে। ঔষধ-পাতি, সকলো

প্ৰকাৰ খাদ্য-সামগ্ৰী, বস্ত্ৰ আদি ভাণ্ডাৰে ভাণ্ডাৰে পৰিপূৰ্ণ থাকিব লাগে। বিভিন্ন প্ৰকাৰৰ অস্ত্ৰ-শস্ত্ৰ আদিও যথেষ্ট পৰিমাণে ৰাখিব লাগে। লগতে সেই অস্ত্ৰ-শস্ত্ৰ ব্যৱহাৰ কৰিব জনা সুনিপুণ সৈন্য সামন্তও যথেষ্ট ৰাখিব লাগে। অস্ত্ৰ-শস্ত্ৰ নিৰ্ম্মাণ কৰা কল-কাৰখানাবিলাক আৰু অস্ত্ৰৰ ভাণ্ডাৰ যেন কোনোমতে শত্ৰুৱে জানিব নোৱাৰে তাৰ সুদৃঢ় ব্যৱস্থা কৰিব লাগে। নগৰত সাধু-ব্ৰাহ্মণ, গুণী-জ্ঞানী লোকৰ সংখ্যা যিমান বেছি হয়, সিমানেই ৰজাৰ মঙ্গল হ'ব। সদাই শাস্ত্ৰ-ভাগৱত আদি ধৰ্ম্ম গ্ৰন্থ পাঠ কৰিব আৰু তাৰ আলোচনা কৰিব। যিলোকৰ দেহ-গেহ আদিত আসক্তি নাথাকে, যাক কাম-ক্ৰোধ-লোভ-মোহ আদি ৰিপুৱে লবাব নোৱাৰে, তেনে লোকে শাস্ত্ৰৰ ব্যাখ্যা কৰিব। যাৰ মান-সন্মান, ভোগ-বিলাস আদিৰ প্ৰতিও কিঞ্চিৎ-মানো স্পৃহা নাই, যাৰ দম্ভ-মদ আদি অলপো নাই, যিজনে সবাৰো হিত চিন্তা কৰে, আনকি শত্ৰুৰ প্ৰতিও যাৰ শত্ৰুভাৱ নাই, তেনে লোকে শাস্ত্ৰ ব্যাখ্যা কৰিব। দুখী-ভিক্ষী, সাধু-সজ্জনক পাৰ্য্যমানে দান দক্ষিণা কৰিব। দান কৰোঁতে যাতে আনৰ কষ্ট নহয়, তাৰবাবে লক্ষ্য ৰাখিব। আনক দুখ-কষ্ট দি দান দিলে, সেই দানৰ কোনো ফল নধৰে, মাত্ৰ নৰকতহে বাস কৰিব লাগিব। সেইবাবে অহিংসা স্বভাৱেৰে দান কৰিব। তেতিয়াহলে এগুণ দান কৰিলে, এশগুণ ফল লাভ কৰিব।

— × —

ৰাজ্য আৰু প্ৰজা কেনেকৈ প্ৰতিপাল কৰিব লাগে।

যুধিষ্ঠিৰে ক'লে—হে পিতামহ! ৰজা কেনে স্থানত থাকিব লাগে আৰু ৰাজধানী কেনে স্থানত হ'ব লাগে, ভাঙি পাতি ক'লা। এতিয়া ৰজাই কেনেকৈ ৰাজ্য চলাব আৰু প্ৰজা প্ৰতিপাল কৰিব, এই বিষয়ে জানিব খোজো। যদি মোৰ প্ৰতি দয়া আছে, তেন্তে অনুগ্ৰহ কৰি কোৱা, পিতামহ!

ভীষ্মই হাঁহি হাঁহি মাত লগালে,—নিশ্চয় কম বাপ্ যুধিষ্ঠিৰ! শুনা,– প্ৰতি গাৱঁতে একোজন অধিকাৰী ৰাখিবা। প্ৰতি দহজন অধিকাৰীৰ ওপৰত এজন, তেনে কুৰিজন অধিকাৰীৰ ওপৰত এজন, এনেকুৱা এশজনৰ ওপৰত এজন আৰু এনে হাজাৰ জন অধিকাৰীৰ ওপৰত একোজন অধিকাৰী ৰাখিব। এই নিয়ম পূৰ্ব্বৰ পৰাই চলি আছে। গাৱঁৰ দায়-দোষ, বিচাৰ আদি গাওঁ অধিকাৰীয়ে কৰিব। দোষ হিচাপে দণ্ডও দিব। যদি গাওঁ অধিকাৰীয়ে কোনো সিদ্ধান্ত ল'ব নোৱাৰে, তেন্তে দশ অধিপতিয়ে পৈ বিচাৰ কৰি দিব। যদি তেওঁ নোৱাৰে, তেন্তে সেই হিচাপে বিংশ অধিপতি, তাৰ পিছত শত, সহস্ৰাধিপতিয়ে বিচাৰ কৰি দিব। এইদৰে অধিকাৰী পাতি দিব। লগে লগে তোমাংতোৱাৰদ্বাৰা সেই

অধিকাৰীসকলৰ চৰিত্ৰে ভালদৰে ৰজাই বুজি ল'ব। যিজনে চল্ পালে প্ৰজাক অকাৰণে বা প্ৰতিশোধ ল'বৰ বাবে মাৰে বা অন্য কিবা অনিষ্ট সাধন কৰে, যাৰ মন সদাই পাপ কৰ্ম্মত লিপ্ত, পৰৰ দ্ৰব্য-বস্তু দেখা পালে বলেৰে আনে, যিজনে চোৰ-ডকাইতি কৰি পৰৰ ধন-বস্তু সৰ্ব্বস্ব হৰণ কৰি আনে, যিজন দুৰ্জ্জন-দুৰ্ব্বৃত্তৰ দৰে কৰ্ম্ম কৰি ফুৰে, যিবিলাক খলুৱা, কপটীয়া স্বভাৱৰ লোক হ'ব, সেইবিলাকৰ পৰা প্ৰজাক ৰক্ষা কৰাটোৱেই ৰজাৰ প্ৰধান কৰ্ত্তব্য আৰু দায়িত্ব। এই কৰ্ত্তব্য আৰু দায়িত্ব যি ৰজা বা শাসনকৰ্ত্তাই নিষ্ঠাৰে পালন কৰে, তেনে ৰজা বা শাসনকৰ্ত্তাৰ মহাধৰ্ম্ম সিদ্ধি হয় আৰু প্ৰজাৰো স্নেহভাজন হয়।

এতিয়া প্ৰজাৰ পৰা কৰ সংগ্ৰহ কৰা সম্পৰ্কে অলপ কওঁ শুনা। হাট-বজাৰ, পাৰঘাট, যান-বাহন, বেচা-কিনা, উদ্যোগ-প্ৰতিষ্ঠান আদিৰ পৰা ৰজাই কৰ সংগ্ৰহ কৰিব লাগে। এই কৰ সংগ্ৰহ কৰোঁতে যাতে প্ৰজাৰ মনত কোনো প্ৰকাৰ কষ্ট নহয়, তাৰ প্ৰতি ৰজাই সম্পূৰ্ণ দৃষ্টি ৰাখিব লাগে। আয়-কৰ, বিক্ৰি-কৰ, উৎপাদন কৰ, আদি যি যি ক্ষেত্ৰত কৰৰ ব্যৱস্থা কৰা হব, তাত যাতে কৰদাতা-সকল সন্তুষ্ট থাকে, মনত কোনো প্ৰকাৰ অসন্তুষ্টিৰ ভাব উদয় নহয়, সেই বিষয়ে ৰজাই সদাই সজাগ থাকিব লাগে।

যেনেকৈ ভোমোৰা বা মৌ-মাখিয়ে ফুলৰ মধু লৈ যায়, কিন্তু ফুলৰ কোনো প্ৰকাৰ হানি-বিঘিনি নহয়। গাইৰ পোৱালীয়ে মাকৰ গাখীৰ খায়। মাক অৰ্থাৎ গাইজনীয়ে কেতিয়াও কষ্ট অনুভৱ নকৰে, বৰং পোৱালীক গাখীৰ দিব নাপালে, হাহাকাৰ কৰি হেম্বেলিয়াইহে ফুৰে। সেইদৰে কৰ সংগ্ৰহৰ ক্ষেত্ৰত ৰজা সদাই মৌ-মাখি বা গাইৰ পোৱালীৰ নিচিনা হ'ব লাগে। তেতিয়া ৰজাৰ প্ৰতি প্ৰজাৰ ভাব গাইৰ নিচিনা হ'ব। যেনেকৈ গাইজনীয়ে পোৱালীক নেদেখিলে থাকিব নোৱাৰা হয়। তেতিয়া ৰজাৰ চাৰিওফালে জয় জয় ময় ময় হৈ যশ-কীৰ্ত্তি বাঢ়ি যাব। যদিহে ৰজাই অবিচাৰ, অত্যাচাৰ, অন্যায় কৰি বলপূৰ্ব্বক প্ৰজাৰপৰা কৰ সংগ্ৰহৰ ব্যৱস্থা কৰে, তেনে ৰজাৰ যশ-কীৰ্ত্তি সকলো নষ্ট হয়। প্ৰজাও বিদ্ৰোহী হৈ উঠে। তেনে ৰজা বা শাসক সোনকালে বিনাশপ্ৰাপ্ত হয়। সমস্ত প্ৰজাই হিংসা কৰিব ধৰিব। তেতিয়া সমস্ত ৰাজকাৰ্য্য নষ্ট হৈ যাব। বাঘিনীয়ে যেনেকৈ পোৱালী জন্মা মাত্ৰে খায় পেলাই, ৰজা তেনে হ'ব নালাগে। সদাই ভোমোৰা, মধুমাখী, গাইৰ পোৱালীৰ নিচিনা হ'ব লাগে। সাধু-সজ্জন ভকত-ব্ৰাহ্মণৰ কৰ কিঞ্চিৎমানো ল'ব নালাগে। তেওঁলোকক দানহে কৰিব লাগে। সাধু-ব্ৰাহ্মণ, সন্ত-ভক্তসকল তুষ্ট

হৈ থাকিলে, তেওঁলোকৰ আশীৰ্ব্বাদত ৰজাৰ অশেষ কল্যাণহে হ'ব। সেইবুলি নামত ব্ৰাহ্মণ-সজ্জন, সাধু-সন্ত, ভকত-বৈষ্ণৱ হ'লেই নহব। সাধু-ব্ৰাহ্মণৰ লক্ষণ, ভক্ত-বৈষ্ণৱৰ লক্ষণ, স্বভাৱ-চৰিত্ৰ ভালদৰে জানি ল'ব লাগে। নহ'লে ৰজাৰ বিপদ অনিবাৰ্য্য। সেইবাবে গুণী-জ্ঞানী, সাধু-ব্ৰাহ্মণ, সন্ত-ভক্তক কেতিয়াও মনোকষ্ট দিব নালাগে। ক্ষত্ৰিয়ৰ ধৰ্ম্ম পালন কৰি, গুৰু-বৈষ্ণৱ, সাধু-সজ্জনক সেৱা-শুশ্ৰূষা কৰি ভালদৰে প্ৰতিপাল কৰিব লাগে। শত্ৰুক সংহাৰ কৰাটো ক্ষত্ৰিয়ৰ ধৰ্ম্ম বুলি ভালদৰে জানি ল'বা। সদাই ঈশ্বৰৰ অৰ্থে যাগ-যজ্ঞ, পূজা-সেৱা কৰিব লাগে। সৎ আলাপ আলোচনা সদাই কৰিব লাগে। য'তে ত'তে নহয়। যিজনে তত্ত্ব জানে, তেওঁহে তত্ত্বজ্ঞান দিব পাৰে। কেৱল শাস্ত্ৰজ্ঞ-বেদজ্ঞ হ'লেই তত্ত্বজ্ঞানী হ'ব নোৱাৰে। গুপ্তচৰৰ দ্বাৰা শত্ৰু-মিত্ৰ, সাধু-অসাধু, সজ্জন-দুৰ্জ্জন ভালদৰে চিনি জানি ল'ব। সমগ্ৰ দেশত গাৱেঁ-ভূঞেঁ, নগৰে-চহৰে, চাৰিওফালে উপযুক্ত-দৃঢ় বিশ্বাসী গুপ্তচৰদ্বাৰা সাধু জ্ঞানী, গুণী, দুৰ্জ্জন, চোৰ চিনি-জানি ল'ব। কোনে ৰজাৰ সপক্ষে কয়, কোনে বিপক্ষে কয় আৰু কিয় কয়, ইত্যাদি সকলো কথা ৰজাই ঘৰতে থাকি সমগ্ৰ দেশৰ আৰু প্ৰজাৰ কথা ভালদৰে জানিব লাগে। তেতিয়াহ'লে ৰজাৰ কোনো কালে বিপদ

নহয়। গুপ্তচৰ বিহীন ৰজা অন্ধৰ নিচিনা। তেনে ৰজাক বিধাতাই দণ্ড বিধানৰ ব্যৱস্থা শীঘ্ৰে কৰে। এয়া তোমাৰ প্ৰশ্নৰ উত্তৰ দিলোঁ। আৰু অলপ কওঁ শুনা। উতথ্য ঋষিয়ে মান্ধাতাক কোৱা ৰাজনীতিৰ কথা।

## উতথ্য-মান্ধাতা সম্বাদ কথন

এদিনাখন ঋষি উতথ্যই মহাৰাজ মান্ধাতাক ক'লে—বুজিছা মহাৰাজ! ধৰ্ম্ম ৰক্ষাৰ নিমিত্তেহে ৰজা। ৰজা স্বেচ্ছাচাৰী হ'ব নালাগে। অতিশয় যত্ন কৰি প্ৰজা পালন কৰিব লাগে। ৰজাই সৰ্ব্বক্ষণে যদি ধৰ্ম্ম আচৰণ কৰে, তেনে ৰজা দেৱতাৰ সমতুল্য হয়। ৰজাই যদি অধৰ্ম্ম আচৰণ কৰে, তেন্তে সেই ৰজাই ইহলোকত মহাভয় আৰু নানা প্ৰকাৰ দুখ-দুৰ্গতি পাব, আৰু পৰলোকতো নৰকত বাস কৰিব লাগিব বুলি নিশ্চয়কৈ জানিবা। সমস্ত ধৰ্ম্মই ৰজাক আশ্ৰয় কৰি থাকে। সেই ধৰ্ম্মকে প্ৰজাসকলে পালন কৰে। সেই ধৰ্ম্ম যি ৰজাই ৰক্ষা কৰে, তেওঁ পৃথিবীৰ অধিপতি বুলি জানিবা। যদিহে ৰজা পৰম অধৰ্ম্মী হয়, তেতিয়া হ'লেও ৰজাৰ ধন-ঐশ্বৰ্য্য বহুত হ'ব পাৰে, কিন্তু দেৱতাসকলে তেনে ৰজাক সদাই গৰিহণা

দিয়ে। সকলো প্ৰজাই তেনে ৰজাক মহাপাপিষ্ঠ বুলি কয়। অধৰ্ম্মত বত হ'লেও ধন-বত্ন বহুত হ'ব হয়, কিন্তু ধৰ্ম্ম নষ্ট হোৱাৰ ফলত তাৰদ্বাৰা কেৱল অনৰ্থহে হ'ব। যদি ধৰ্ম্ম ভ্ৰষ্ট পাপৰ পৰা উদ্ধাৰৰ কোনো ব্যৱস্থা নকৰে বা পাপ দূৰ কৰিব নোৱাৰে, তেন্তে সেই পাপৰ ফলত মহা ভয় উৎপন্ন হ'ব। তেতিয়া সাধু-অসাধুত একে ব্যৱহাৰ কৰিব। যিমান দ্ৰব্য-বস্তু দেখে সকলোবিলাককে মোৰ মোৰ কৰিব। অপূৰ্ব্ব সুন্দৰী কন্যা দেখিলে, মোৰ ভাৰ্য্যা বুলি তাইৰো কাষ চাপিব গৈ। দেৱতা, অতিথি, পিতৃ কাক বোলে তাকো নাজানিব। নিজকে সকলোৰে অধিপতি বুলি মনত ভাবিব। ব্ৰাহ্মণ-সজ্জনসকলে বেদ-পাঠ, যজ্ঞ-পূজা-সেৱা সকলো এৰিব। ধৰ্ম্ম পথ এৰি সকলোৱে অধৰ্ম্ম আচৰণ কৰিব। বৃদ্ধ হ'লে যেনেকৈ দেহৰ তৎ নোহোৱা হয়, ঠিক তেনেদৰে সমস্ত প্ৰজাৰো দেহৰ তৎ নোহোৱা হ'ব। সেইবাবেই ইহকালৰ আৰু পৰকালৰ সুখৰ নিমিত্তে ইতিপূৰ্ব্বে ঋষিসকলে ৰজাৰ সৃষ্টি কৰিছিল। বুজিছা মহাৰাজ! যিসকল ৰজা সদাই ধৰ্ম্মত থাকে, সদাই ধৰ্ম্ম আচৰণ কৰে, তেনেজনহে প্ৰকৃত ৰজা শাসনকৰ্ত্তা বুলি জানিবা। দেশৰ সকলো লোক যদি পৰম ধৰ্ম্মনিষ্ঠ হয়, তেন্তে প্ৰজা বাঢ়িব আৰু ধৰ্ম্ম নষ্ট হ'লে অৰ্থাৎ প্ৰজাবিলাক

অধৰ্ম্মী হ'লে প্ৰজাৰ অপায় অমঙ্গল বাঢ়িব। মাৰি-মৰকত, প্ৰাকৃতিক দুৰ্য্যোগ, চোৰ-ডকাইত, দুষ্ট-দুৰ্জ্জনৰ সংখ্যা বৃদ্ধি পাব, কটা-কটি মাৰা-মাৰি কৰি প্ৰজাৰ মৰণ মিলিব। কাৰো মনত সুখ-শান্তি নোহোৱা হ'ব। এতেকে ৰজাই ধৰ্ম্ম ৰক্ষা কৰিব লাগে। সমস্তৰে ৰজা ধৰ্ম্ম বুলি নিশ্চিতৰূপে জানিবা। ধনৰ প্ৰতি যৰ বেছি আগ্ৰহ হ'লে ধৰ্ম্ম নষ্ট হয়। কিন্তু ন্যায়ৰূপে কৰ সংগ্ৰহ কৰিলে স্বধৰ্ম্ম বাঢ়িব। সেইবাবে ৰজাই উচিত অৰ্থাৎ ন্যায় সঙ্গতভাবে কৰ ল'ব লাগে। তাকেহে কৰ বোলা হয়। অন্যায় কৰি ল'লে নহ'ব। এই ধৰ্ম্মই সমস্ত অধৰ্ম্ম নষ্ট কৰে। সেইবাবে সৃষ্টিকৰে ধৰ্ম্ম সৃষ্টি কৰিলে। সেয়ে ৰজাই সদাই ধৰ্ম্ম বৃদ্ধি কৰিব লাগে। তেতিয়াহ'লে প্ৰজাও বৃদ্ধি হ'ব। ব্ৰাহ্মণ-সজ্জন, সাধু-বৈষ্ণৱ সন্ত-ভক্তৰ দ্বাৰা ধৰ্ম্ম সদাই উৎপত্তি হয়। সেইদেখি সাধু-ব্ৰাহ্মণ, সন্ত-ভক্তক ৰজাই সদাই পূজা-সেৱা কৰিব লাগে। ব্ৰাহ্মণ-সজ্জন, সন্ত-ভক্তৰ মনত খং উঠা কৰ্ম্ম কৰিলে সাধু-সন্তৰ ক্ৰোধত ৰজাৰ মহাভয় মিলে। সজ্জনৰ কোপত পৰা হেতুকে লক্ষ্মীদেৱীয়ে বলিক ত্যাগ কৰি, ইন্দ্ৰক ভজিলে। পিছত ইন্দ্ৰৰ ঐশ্বৰ্য্য সম্পত্তি দেখি বলিৰাজ দুঃসহ পীড়া পাই অসহ্য যাতনা-বিকাৰ ভুঞ্জিব লগা হ'ল। বুজিছা মহাৰাজ

মান্ধাতা! ব্রাহ্মণ-সজ্জনৰ, কোপত এনে দুৰ্গতি হয়। যদি তুমি কল্যাণ কামনা কৰা, তেন্তে কোনো সাধু-মহন্ত, ব্রাহ্মণ-সজ্জন, ভক্ত-বৈষ্ণৱে বেয়া পোৱা কৰ্ম্ম নকৰিবা। যাতে তেওঁলোকৰ মনত ক্রোধ উৎপত্তি নহয়।

[ "অশুভা চ শুভা চেতি দ্বিধা সা হেতুভেদতঃ।

অশুভা মহতাং কোপাৎ শুভা মহদনুগ্রহাৎ ॥

সন্তৰ কৃপাত সুবাসনা......

হোৱে দুৰ্ব্বাসনা সন্তৰ মন-কোপত।"—নাম-ঘোষা ]

তেতিয়াহ'লে তোমাক লক্ষ্মায়ে কেতিয়াও ত্যাগ নকৰে। হে মহাৰাজ! তোমাক মই আচল কথা ক'লোঁ। অধৰ্ম্মৰ এটি পুত্র জন্ম পালে। নাম তাৰ দৰ্প। যিজন ৰজাই ধৰ্ম্মত থাকি এই দৰ্পক জানিব পাৰিব, তেওঁহে আচল ৰজা বুলি জানিবা। এই অধৰ্ম্মৰ পুত্র দৰ্পক যিজনে জিনিব পৰা নাই, তেওঁ ৰজা হোৱাৰ যোগ্য নহয়। তেওঁ একমাত্র দোষৰহে ভাণ্ডাৰ বুলি জানিবা। যদি তুমি ৰাজলক্ষ্মী চিৰকালৰ বাবে বাঞ্ছা কৰা, তেন্তে এই অধৰ্ম্ম পুত্র দম্ভ-দৰ্পক প্রথমতে এৰা অৰ্থাৎ জয় কৰা। তেতিয়াহ'লে চিৰকাল ৰাজ্য-সুখ ভুঞ্জিব পাৰিবা। কোনো সন্দেহ নাই। আৰু এটা কথা কওঁ শুনা,—এই নাৰী ক'ত জন্ম পালে কোনেও নাজানে। বিজয়ী ন্নাৰী বেশ্যা

কৰ্ম্মত ৰত, যিবিলাক নাৰীৰ সতি সন্তান নাই, পৰৰ ভাৰ্য্যাক সদাই সুন্দৰী যেন যিজনে দেখে, এইবিলাকৰ সঙ্গত ৰজা-মন্ত্ৰী কেতিয়াও নাযাব। যদি বেশ্যা কৰ্ম্মত ৰজা-মন্ত্ৰী প্ৰৰৰ্ত্তন কৰে, তেন্তে তেনে লোকৰ বংশত ৰাক্ষসৰ জন্ম হয়। তেনে ৰজা-মন্ত্ৰীৰ কেতিয়াও পুত্ৰ জন্ম নহয়। বুজিছা মহাৰাজ! তেনে ৰজাৰ কন্যাহে জন্ম হ'ব।

ঋষি উতথ্যই আকৌ ক'লে—শুনা মহামতি মান্ধাতা! যিবিলাক ৰজাৰ একমাত্ৰ স্বধৰ্ম্মত ৰতি হ'ব, সেই ৰজাৰ দেশত কালে কালে বৃষ্টি হ'ব আৰু প্ৰজাসকল মহাসুখে থাকে। যদি ৰজা হৈ উৎপথত (কুপথত) গমন কৰে, তেন্তে সেই ৰজাৰ পুত্ৰ-ভাৰ্য্যা, বন্ধু-বান্ধৱ, হাতী-ঘোঁৰা আদি সকলোৰে মনত ভীষণ বিষাদৰ সৃষ্টি হ'ব। হে ৰজা, অন্যায়ৰ বল চোৰা। এইবাবেই বিধাতাই ৰজাৰ সৃষ্টি কৰিলে। মিছা অপবাদ যদি কোনোজনে দিয়েও, তথাপি ধৰ্ম্মৰক্ত ৰজাই তৰাব লাগে। কিবা এটা বিবাদত যদি কোনোবাই অন্যায় কৰি জিনেও, তথাপি স্বধৰ্ম্মত থাকি ৰজাই তেনে জনক তৰাব লাগে। যদি তেনে কাৰ্য্যত কোনোবাই অন্যায় কৰা বুলি কয়, বা মিছা কথাতে দুখ পাই কন্দা-কতা কৰে, তেওঁলোকৰ চকুলো মাটিত পৰে, তেতিয়াহ'লে জানিবা ৰজাৰ পুত্ৰ পশু আদি নিশ্চয়

মৃত্যু মুখত পৰিব। সেইবাবে হে নৰপতি! তুমি সদাই সত্য বাক্য নেৰিবা। সাধু-মহন্তক ভূমি দান কৰিবা। অতিথি শুশ্রূষা সদাই কৰিবা। সদাই ভৃত্যৰ মনত সন্তোষ দিবা। এয়ে ৰজাৰ ধৰ্ম্মৰ কথা ক'লোঁ। বুজিছা মহাৰাজ! মোৰ এই কথাত সংশয় নকৰিবা। মই নিশ্চয়কৈ ক'লোঁ। উতথ্য ঋষিৰ নীতি কথা শুনি, মহাৰাজ মান্ধাতাই সেইমতে ৰাজ্য আৰু প্ৰজা প্ৰতিপাল কৰিব ধৰিলে।

---

## ক্ষত্ৰিয়ৰ নীতি-ধৰ্ম্ম সম্পৰ্কে কথন

যুধিষ্ঠিৰে পুনঃ সুধিলে,—হে পিতামহ! ক্ষত্ৰিয়ৰ নীতি-ধৰ্ম্ম সম্পৰ্কে জানিব ইচ্ছা হৈছে। কেনেভাবে যুদ্ধ জয় কৰি, ধৰ্ম্ম লাভ কৰিব পাৰি, দয়া কৰি কোৱা।

মনে মনে হাঁহি ভীষ্মই ক'ব ধৰিলে। হে মোৰ বংশৰ নাতি! তোমাৰ কথাৰ উত্তৰ দিওঁ মন দি শুনা,—যদি কোনোৱে অস্ত্ৰ-শস্ত্ৰ ধৰি যুদ্ধ কৰিব খোজি আহে, তেন্তে আনটো পক্ষয়ো ঠিক সেইদৰে অস্ত্ৰ-শস্ত্ৰ লৈ খোজি গৈ

যুদ্ধ কৰিব লাগে। যদি কোনোজন অস্ত্ৰ-শস্ত্ৰহীন হয়, তেনেজনৰ লগত যুদ্ধ কৰিব নালাগে। এয়ে ক্ষত্ৰিয়ৰ ধৰ্ম্ম। যুদ্ধত মৃত্যু বৰণ কৰি কোনলোক পায়, কওঁ শুনা।

### ইন্দ্ৰ-অম্বৰীষ সম্বাদ

এদিনাখন নাভাগৰ পুত্ৰ মহাৰাজ অম্বৰীষ অমৰাৱতী পুৰলৈ গৈ দেখিলে যে সেনাপতি সুদেৱ, দেৱৰাজ ইন্দ্ৰৰ ওচৰতে অৰ্দ্ধাসনত মহানন্দে বহি আছে। বিচিত্ৰময় দিব্য সভাত সেনাপতি সুদেৱ তেনেদৰে বহি থকা দেখি, অম্বৰীষে মনে মনে বিস্ময় মানি দেৱৰাজক লাহে লাহে সুধিলে,— হে দেৱৰাজ! সসাগৰা এই পৃথিৱী, বিধিৰ বিধানমতে পালন কৰিলোঁ। নানা প্ৰকাৰ যাগ-যজ্ঞৰদ্বাৰা দেৱতাকো পূজা-সেৱা কৰিলোঁ। চাৰিও বৰ্ণৰ সমস্ত প্ৰাণী বেদধৰ্ম্ম মতে পালনো কৰিছোঁ। ব্ৰহ্মচৰ্য্য ব্ৰত আচৰণ কৰি স্বয়ং লক্ষ্মীপতিকো যজিছোঁ। সদায় ক্ষত্ৰিয়ৰ ধৰ্ম্ম পালন কৰি আছোঁ। তথাপি মই তোমাৰ অৰ্দ্ধাসন নাপালোঁ। এই যে সুদেৱ, তোমাৰ অৰ্দ্ধাসনত বহি আছে, তেওঁ কোনো দিনে তপ-জপ যজ্ঞ-দান আদি একো কৰ্ম্ম কৰা নাই। এনেস্থলত মোক অতিক্ৰম কৰি কেনেকৈ এই স্থান পালে?

অম্বৰীষৰ কথা শুনি দেৱৰাজ ইন্দ্ৰই ক'লে—শুনা মহাৰাজ অম্বৰীষ! এই যুদ্ধৰ পৰম সজ্জন। যুদ্ধ কৰি তাতে দেহ এৰি থৈ মোৰ ওচৰ পাইছেহি। যিজনে স্বধৰ্ম্মত থাকি শত্ৰুৰ সন্মুখ হৈ প্ৰাণটাকি ঘোৰতৰ ৰণ কৰে, সেই যুদ্ধযজ্ঞত পৰি যিজনে প্ৰাণ এৰে, তেনেজনে মোৰ অৰ্দ্ধাসন নিশ্চয় পাব। ইয়াত সংশয় কৰিবলগীয়া কথা একো নাই। আৰু শুনা মহাৰাজ অম্বৰীষ! যিজনে ৰণ এৰি পলাই যায়, তেনেজনৰ কুযশ দশোদিশে বিয়াপি যায় আৰু মৰিলেও নৰকত পৰে। যিজন সেনাপতিয়ে মহা পৰাক্ৰমেৰে যুদ্ধ কৰি প্ৰাণ এৰে, তেওঁ মোৰ এই স্থান লাভ কৰে। যিজনে সন্মুখ সংগ্ৰামত প্ৰাণ এৰে, তেনেজনৰ কাৰণে শোক কৰা উচিত নহয়। কাৰণ তেনে লোক মোৰ এই স্থানত মহানন্দে থাকে। যিজনে মহা পৰাক্ৰম দেখুৱাই মৃত্যু বৰণ কৰে, অন্ন জল শ্ৰাদ্ধ আদিতো যাৰ বাঞ্ছা নাই, তেনেজনৰ অশৌচ পালনৰো আৱশ্যক নাই। তেনে জনে কেনে স্থান পাই কওঁ শুনা,—তেনেজনক অপেস্বৰাসকলে আগবাঢ়ি আহি স্বামী বুলি আদৰ-সাদৰ কৰি অম্ৰাৱতীপুৰীলৈ লৈ যায়। স্ত্ৰী, বৃদ্ধ, বালক আৰু ব্ৰাহ্মণ যদি সমৰ প্ৰাঙ্গনত থাকেও, তথাপি বীৰ সকলে সেইবিলাকক কেতিয়াও বধ নকৰিব। সিবিলাকক

বধ কৰিলে মহা পাপ হয়। যদি কোনোজনে যুদ্ধত ভয় পাই, শৰণাপন্ন হয়, তেনেজনকো বধিব নালাগে। ভয়াতুৰ, শৰণাগতক বধিলে, ঘোৰতৰ পাপ হয়, তাৰোপৰি পূৰ্ব্বৰ আৰ্জ্জিত পুণ্যও ক্ষয় হয়।

ক্ষত্ৰিয়ৰ এই নীতি-ধৰ্ম্মৰ কথা পুৰন্দৰৰ মুখে শুনি মহাৰাজ অম্বৰীষে মনত মহা আনন্দ লাভ কৰিলে।

নমো দেৱ দামোদৰ শিৱ সনাতন।
চৰণ পঙ্কজে মই পশিলোঁ শৰণ॥
পতিতপাৱন নাম ভৈলেক তোমাৰ।
তোমাক স্মৰণে পাপী হোৱয় নিস্তাৰ॥
তুমিসি কৰাহা ভকতৰ মন পূৰ।
অনুগ্ৰহ কৰি কৰ্ম্মবন্ধ কৰা দূৰ॥
দীনবন্ধু দয়াময় কৰুণাসাগৰ।
কৃপানিধি কল্পতৰু তুমি ভকতৰ॥
তোমাতেসে হন্তে জন্মি আছে চৰাচৰ।
শুভাশুভ কৰ্ম্ম প্ৰবৰ্ত্তোৱা নিৰন্তৰ॥
নাহি শত্ৰু নাহি মিত্ৰ নাহি ভিন্ন পৰ।
নাহি পূৰ্ব্বাপৰ যাৰ বাহিৰ ভিতৰ॥
নাহিকে আপোন কেহো সবাতে সমান।
এহি গুণ চাৰি বেদে কৰিছে ব্যাখ্যান॥

সকলো শাস্ত্ৰতে আক বৰ্ণাইছে সম্প্ৰতি।
হে কৃষ্ণ মই কিছু দেখোঁ বিসঙ্গতি ॥
যদি সবাহাৰে তুমি ভৈলা বাপ-মাৰ।
তথাপিতো কেনে কৰা বিষম স্বভাৱ ॥
কাৰো হৃদয়ত থাকি কৰা অনুমতি।
তোমাৰ চৰণে কৰে নিৰ্ম্মল ভকতি ॥
ভক্তি হেতু হোৱে কোটি পুৰুষ উদ্ধাৰ।
গো খোজ সমান কৰি তৰয় সংসাৰ ॥
কাৰো হৃদয়ত থাকি বঢ়োৱা কুমতি।
তুমি হেন বন্ধু বুলি নাজানে সম্প্ৰতি ॥
সদকৰ্ম্ম কিঞ্চিতো নকৰে সিটো নৰে।
সদা পৰদ্ৰব্যে আশা পৰদাৰা হৰে ॥
সন্ত-গুৰু বৈষ্ণৱক সৰ্ব্বদা নিন্দয়।
কিঞ্চিতো নকৰে পুণ্য পাপক সাঞ্চয় ॥
এতেকে তোমাৰ প্ৰভু মহিমা অতৰ্ক।
সৃষ্টি ৰক্ষা হেতু কৰা টাটক নাটক ॥
তোমাৰ চৰণে মই কৰোঁহো প্ৰণতি।
মই অধমক কৃপা কৰা যদুপতি ॥

—✕—

## যুদ্ধ জয়ৰ কৌশল

ভীষ্মদেৱে ক'লে—হে মহামতি ধৰ্ম্মৰাজ! এটা পুৰণা কথা কওঁ, মন দি শুনা। এদিন প্ৰতৰ্দ্দন ৰজাই মহা মহা বলৱন্ত বীৰ্য্যৱন্ত বীৰবিলাকক লৈ অস্ত্ৰ-শস্ত্ৰ ধৰি মিথিলা জয় কৰিবৰ বাবে খেদি আহিল। তাকে শুনি মিথিলাৰ অধিপতি মহাৰাজ জনকেও বাচি বাচি মহা বলৱন্ত বীৰ্য্যৱন্ত বীৰসমূহক লগত লৈ নানা প্ৰকাৰ অস্ত্ৰ-শস্ত্ৰ ধৰি, মহা আড়ম্বৰ কৰি সাজি-কাচি যুদ্ধৰ বাবে ওলাল। মহাৰাজ জনকে সৈন্য সামন্তসকলক গোটাই লৈ ক'লে,—শুনা বীৰ যোদ্ধাসকল! শত্ৰুৰ বল যেন ঘোৰতৰ মেঘৰদৰে। তাকে দেখি কোনেও ভয় নকৰিবা যি যোদ্ধাই শত্ৰুবল দেখি ভয় কৰে, সিবিলাক বীৰযোদ্ধা নৰকত পৰে বুলি জানিবা। যিসকলে ৰণত কিঞ্চিতো ভয় নকৰে, শত্ৰু সৈন্য কচু কটা দি একালৰ পৰা সংহাৰ কৰে, সিবিলাক বীৰ পুৰুষে মহা পুণ্য অৰ্জ্জন কৰে আৰু অক্ষয় স্বৰ্গলৈ গৈ মহা সুখ ভোগ কৰি থাকে।

এইদৰে বীৰ যোদ্ধাসকলক বুজাই বঢ়াই লৈ গৈ মহাঘোৰতৰ যুদ্ধত অৱতীৰ্ণ হ'ল। অৱশেষত প্ৰতৰ্দ্দনৰ সমস্ত বীৰক কাটি মাৰি জনকে যুদ্ধত জয়লাভ কৰি, নিৰ্ভয় মনে ৰাজ্যলৈ ঘূৰি আহিল। বুজিছা বাপ্ যুধিষ্ঠিৰ!

তুমিও সেইদৰে যুদ্ধত সদাই উদ্যত হ'বা। তোমাক যুদ্ধৰ নীতি নিয়মৰ কথা ক'লোঁ। হে বাপ্ কুন্তীসুত! যুদ্ধ উপস্থিত হ'লে বীৰসকলে কি উপাই অৱলম্বন কৰিব লাগে আৰু কিছু কওঁ শুনা,—যদি কোনো শত্ৰু পক্ষৰ লগত কেতিয়াবা ৰণ কৰিবলগীয়াত পৰে, তেতিয়া সমস্ত সৈন্য-সামন্ত একগোট কৰি শত্ৰুক কেনেকৈ জিনিব লাগিব, সেই সকলোবিলাক উপায় তন্ন তন্ন কৰি ভালদৰে বুজাই দিবা। আৰু ক'বা যে যদি সমৰত ৰণভঙ্গ দি পলাবলগীয়া হয়, তেন্তে অতিশীঘ্রে আহি তোমাৰ আগত ক'ব লাগিব। কাৰণ সমুখ সংগ্ৰামত ভয় কৰি পলালে, সৈন্যবিলাক অচিৰে নিধন হ'ব। যত দ্ৰব্যবস্তু মানে নষ্ট হোৱাৰ উপৰি নিজেও মৰিব লাগিব। ৰণভঙ্গ দি পলায়ণ কৰিলে, অযশ-অকীৰ্ত্তি হ'ব। জাতি গোত্ৰ সবেও হাঁহিব। যদি কোনোবাজন নমৰি থাকেও, তথাপি জীয়ন্তে মৰা যেন হ'ব। সেইবাবে দাঁত-মূৰ কামুৰি উৎসাহিত হৈ ঘোৰতৰ যুদ্ধ কৰিব লাগে। তেতিয়াহ'লে শত্ৰুৰ মনত সংশয় মিলিব আৰু ৰণত জয়লাভ নিশ্চিত বুলি জানিবা। তাৰোপৰি যশস্যা কীৰ্ত্তিও বাঢ়িব। এইদৰে সমস্ত প্ৰজাকে ভালমতে বুজাই বঢ়াই উত্তেজিত কৰিব লাগে। তেতিয়া জয় অনিবাৰ্য্য বুলি জানিবা। যুদ্ধ জয়ৰ লক্ষণ সম্পৰ্কে আৰু আনন্দ

কওঁ শুনা,—যদি সৈন্য-সামন্তসকলৰ সমৰৰ বাবে উৎসাহ বাঢ়ে, লগতে নানা বিধ অস্ত্ৰ-শস্ত্ৰ, নানা প্ৰকাৰ যুদ্ধৰ বাবে প্ৰয়োজনীয় যান-বাহনো থাকে, তেন্তে যুদ্ধত জয় সুনিশ্চিত বুলি জানিবা। যুদ্ধ জয়ৰ লক্ষণ আৰু অলপ কওঁ ভালদৰে শুনিবা। শত্ৰুৰ সম্মুখ হৈ সৈন্যৰ লগত সদায় বায়ু বয়। তাৰ লগত অতি তীব্ৰবেগেৰে মেঘো দৌৰি যায়। অসংখ্য কুকুৰ, শিয়াল, কাউৰী, শগুন আদিও পালে পালে, দলে দলে মহা আনন্দত মতলীয়া হৈ শত্ৰুৰ ফালে মুখ কৰি দৌৰি দৌৰি, উৰি উৰি, মহাবেগে যায়। বুজিছা বাপ ধৰ্ম্মৰাজ! তেতিয়া যুদ্ধ জয় সুনিশ্চিত বুলি জানিবা। যাত্ৰাৰ সময়ত যদি স্নিগ্ধ পশু-পক্ষী আগেদি ইফালে- সফালে অহা যোৱা কৰা দেখা, তেন্তে এইবিলাক জয়ৰ ল ় বুলি বুজিবা।

নমো দামোদৰ দৈৱকী নন্দন
ভকত বৎসল জানি।
মই অনাথক নকৰিবা ত্যাগ
দয়াময় চক্ৰপাণি॥
পতিত পাৱন তব গুণ গান
সাক্ষাতে অমৃত প্ৰায়।
পৰলোক ধন মোক্ষৰ সাধন
কুৰে আক যিটো গাই॥

তাৰ পাছে পাছে ৰাখি থুবা তুমি
দেৱ হৰি কৃপাময় ।
হেনয় করুণা- সাগৰ জানিয়া
চৰণে গৈলোঁ৷ বিক্রয় ॥
কৰিয়ো উদ্ধাৰ দেৱ গদাধৰ
পাপত গৈলোহো তল ।
ত্রিতয় তাপত সদা মৰো পুৰি
ভৈলেক চিত্ত বিকল ॥
শুনা সভাসদ হৈয়া নিশবদ
শ্রৱণে পাপ পলায় ।
দুর্ব্বুদ্ধি গুচয় পুণ্যসে মিলয়
পাইবা বৈকুণ্ঠত ঠাই ॥
কৰিয়া যতন আত দিয়া মন
এৰা ভাষ-ভুম কাম ।
কায়-বাক্য-মনে শুনি সর্ব্বজনে
ডাকি বোলা ৰাম ৰাম ॥

——

## দুৰ্জ্জনক কেনেকৈ চিনিব

যুধিষ্ঠিৰে সুধিলে,—হে পিতামহ! বিপক্ষৰ বীৰৰ লগত ৰজাই কেনেকৈ, কি নীতি-ধৰ্ম্ম অনুসৰি প্ৰবৰ্ত্তিব লাগিব, দয়া কৰি কোৱা। মই একচিত্তে শুনো।

ভীষ্মদেৱে ক'লে,—শুনা মোৰ স্নেহৰ নাতি! এই সম্পৰ্কে এটি ইতিহাস তোমাৰ আগত ক'লেই যথেষ্ট হ'ব। ইন্দ্ৰ আৰু বৃহস্পতিৰ সংবাদ। এদিনাখন দেৱৰাজ ইন্দ্ৰই দেৱগুৰু বৃহস্পতিৰ ওচৰলৈ গৈ সুধিলে,—হে সৰ্ব্ববেদ বিশাৰদ গুৰু মহাভাগ! দুৰ্জ্জনক কেনেকৈ চিনিম? কি লয়-লক্ষণত চিনিব পৰা যাব? দয়া কৰি মোৰ সংশয় দূৰ কৰা গুৰুদেৱ!

দেৱৰাজ ইন্দ্ৰৰ কথা শুনি গুৰু বৃহস্পতিয়ে ক'লে—শুনা সুৰপতি! লক্ষণতে দুৰ্জ্জনক চিনিব পাৰি। শত্ৰু সৈন্যই খেদি আহিলেও যিজনে মুখেৰে একো নকয়। যুদ্ধলৈ বা কোনো কামলৈ পঠালেও একো নকৰি, ঘূৰি আহে। দাঁত-ওঠ কামুৰি, ভাল-বেয়া একো বিচাৰ নকৰি যা-তা কথা কয়। গা বেয়া লাগিছে বুলি বিচনাত পৰি থাকে। শৰীৰত কিন্তু একো বেমাৰ হোৱা নাই, কেৱল মিছা ফাকি-ফুকা দি থাকে। প্ৰীতিমন্ত লোককো অপ্ৰীতি বাক্য-বচন কয়। বুজিছা দেৱৰাজ, এইবিলাকেই দুৰ্জ্জনৰ নীতি।

## শ্ৰেষ্ঠতৰ ধৰ্ম্ম

ধৰ্ম্মৰাজ যুধিষ্ঠিৰে সুধিলে,—হে পিতামহ! সকলো ধৰ্ম্মৰ ভিতৰত ৰাজধৰ্ম্ম শ্ৰেষ্ঠ বুলি আগতে কৈ আহিছা। সেই কথা মই অন্তৰেৰে দৃঢ় বিশ্বাস কৰি মানি লৈছোঁ। কিন্তু ইহলোকৰ আৰু পৰলোকৰ বাবে যিটো ধৰ্ম্ম শ্ৰেষ্ঠতৰ হ'ব, সেই বিষয়ে দয়া কৰি ভালদৰে বুজাই কোৱা। যদি মোত, তোমাৰ দয়া আছে।

যুধিষ্ঠিৰৰ কথা শুনি ধীৰে ধীৰে গঙ্গাসুত ভীষ্মদেৱে ক'ব ধৰিলে,—শুনা মোৰ বংশৰ প্ৰদীপ! তুমি যি কথা সুধিলা, মোৰ মতি অনুসৰি কওঁ। একান্তমনে শুনা। যিলোকে পিতৃ-মাতৃ আৰু গুৰুক ভক্তি সহকাৰে সদাই পূজা সেৱা-শুশ্ৰূষা কৰি থাকে, তেনে লোকে ইহলোকত যশ-কীৰ্ত্তি আৰু নানা প্ৰকাৰ সুখ-ভোগ কৰিব পাৰে। পৰলোকতো অক্ষয় স্বৰ্গ লাভ কৰিব। ইয়াত কোনো শঙ্কা নকৰিবা। শ্ৰেষ্ঠজনে যি কৰ্ম্ম কৰিব দিয়ে, সেই কৰ্ম্ম তোমাৰ মনঃপুত নহ'লেও নিষ্ঠাৰে সম্পাদন কৰিবা। পিতৃ-মাতৃ-গুৰু,—এই তিনিওকে তিনিবিধ অগ্নি বুলি জানিবা। অকল সেয়ে নহয়, এই তিনিও-জনক তিনিবেদ আৰু তিনিলোক বুলি নিশ্চিতৰূপে জানিবা বুজিছা বাপ্ যুধিষ্ঠিৰ! এই কথা তুমি কিঞ্চিতো অৱহেলা নকৰিবা। এয়া মই তোমাক প্ৰকৃত সত্য কথা ক'লোঁ।

পিতৃক গাৰ্হপত্য অগ্নি বুলি জানিবা। মাতৃক দক্ষিণাগ্নি বুলি জানিবা আৰু গুৰুক হৱণীয় অগ্নি বুলি দৃঢ় কৰি মানিবা; আৰু পিতৃক ভূলোক, মাতৃক স্বলোক, গুৰুক ব্ৰহ্মলোক বুলি দৃঢ় কৰি বুজি ল'বা। ঋগ্‌বেদ, যজুৰ্ব্বেদ, সামবেদ,— এই তিনি বেদ, ভিন্নে ভিন্নে ক্ৰমান্বয়ে পিতৃ-মাতৃ-গুৰু বুলি জানিবা। সেইবাবে তিনিওৰে চৰণত কায়-বাক্য-মনে, একাগ্ৰ চিত্তেৰে ভক্তি কৰা। তেওঁলোকৰ বাক্য কদাপি লঙ্ঘন নকৰিবা। দৃঢ় চিত্তে মানিবা অৰ্থাৎ তেওঁলোকৰ কথামতে কৰ্ম্ম কৰা। তেতিয়াহ'লে তুমি তিনিলোক জিনি ধৰ্ম্ম আৰু যশস্য লাভ কৰিব পাৰিবা। সদাই তেওঁলোকৰ পৰিচৰ্য্যা কৰিবা। ইয়াকে সুকৃতি বুলি নিশ্চিতৰূপে জানিবা আৰু এয়ে বেদৰ বিহিত কৰ্ম্ম বুলি দৃঢ় চিত্তে মানিবা। এই তিনিজনক যিলোকে আদৰ-সন্মান কৰি সেৱা শুশ্ৰূষা কৰে, ভক্তি কৰে, তেনে লোকক সমস্ত নৰ-নাৰীয়ে আদৰ সন্মান কৰে। এই তিনি গৰাকীক অনাদৰ কৰি যিলোকে অকৰ্ম্ম আচৰণ কৰি ফুৰে, তেনে লোকৰ সকলো বিফল হ'ল বুলি জানিবা। বুজিছা নৰেশ্বৰ! তেনে লোকৰ ইহলোকত আৰু পৰলোকত ক'তো কল্যাণ নহয়। জীয়াই থকা কালতো তেনে লোকক কোনেও সন্মান নকৰে। দহ জন ব্ৰাহ্মণতকৈ সদাচাৰী শ্ৰেষ্ঠ, দহজন আচাৰ্য্যতকৈ উপাধ্যায় শ্ৰেষ্ঠ। তেনে দহজন সদাচাৰী আৰু

দহজন উপাধ্যায়তকৈ পিতৃ শ্ৰেষ্ঠ বুলি জানিবা। তেনেকুৱা দহজন পিতৃতকৈও মাতৃক শ্ৰেষ্ঠ বুলি মানিবা। সপ্তদ্বীপা বসুমতী মাতৃৰ সমান। তেনে মাতৃতকৈও অধিক গুৰুহে প্ৰধান বুলি জানিবা। পিতৃ-মাতৃ-গুৰুৱে যদি কিবা অপকাৰ কৰা বুলি ভাবাও, তথাপি, তেওঁলোকক হিংসা নকৰি, নমস্কাৰহে কৰিবা। যি গুৰুৰপৰা বিদ্যা লাভ কৰা হয়, সেই গুৰুক বাক্যৰদ্বাৰা, কৰ্ম্মৰদ্বাৰা বা মনেৰেও কোনোৰূপ অনাদৰ কৰিব নালাগে। যদি কোনোজনে অনাদৰ কৰে, তেন্তে গুৰু ৰুষ্ট হ'লে তেনেজনৰ সৰ্ব্বনাশ নিশ্চয় হ'ব। সেইবাবে হে মোৰ প্ৰিয় বাপ্ যুধিষ্ঠিৰ! তুমি কেতিয়াও, কোনো ক্ষেত্ৰতে গুৰুক অৱজ্ঞা নকৰিবা। যথাযোগ্য বিধানেৰে অৰ্চ্চন-বন্দন কৰিবা। তেতিয়াহ'লে তুমি শ্ৰী যশ কীৰ্ত্তি কল্যাণ সাধন কৰিব পাৰিবা। পিতৃ-মাতৃৰ সমান আন কোনো গুৰু হ'ব নোৱাৰে। যিহেতু পিতৃ-মাতৃৰ পৰাই এই দেহৰ উৎপত্তি হৈছে। তেওঁলোকেই নানা কষ্ট কৰি, নানা প্ৰকাৰে লালন-পালন কৰি,ডাঙৰ-দীঘল কৰিলে। পিতৃক তুষ্ট কৰিব পাৰিলে, প্ৰজাপতি এনেয়ে তুষ্ট হব। গতিকে তুমি পিতৃতে সম্প্ৰতি ভক্তি কৰা। যিজনে মাতৃৰ চৰণত একান্তে ভক্তি কৰে, মাতৃ তুষ্ট হ'লে সপ্তদ্বীপা বসুমতীও তুষ্ট হয়। যিজনে সদাচাৰী, উপাধ্যায়ক পূজা সেৱা কৰে; সিজনৰ প্ৰতি দেৱ

ব্ৰহ্ম সনাতন তুষ্ট হয়। কিন্তু গুৰু তুষ্ট হ'লে পিতৃ-মাতৃ, দেৱতা-ঋষি আদি সকলোৱেই তুষ্ট হয়। সেইবাবে হে মোৰ প্ৰিয় বাপ্ ধৰ্ম্মৰাজ! গুৰুৰ সমান আন কোনো দেৱতা হব নোৱাৰে। তোমাক মই সত্য কৰি ক'লোঁ। বুজিছানে বাপ্ যুধিষ্ঠিৰ! পিতা-মাতা আৰু গুৰু,—এই তিনিজনক মনেৰেই হওক বা কৰ্ম্মেৰেই হওক, নাইবা বাক্যৰদ্বাৰাই হওক,—যিজনে শৰীৰত বা মনত কষ্ট বেদনা দুখ দিয়ে, তেওঁক ভ্ৰূণহত্যা পাপে নিশ্চয় লগ দিব। এই কথা মই নিশ্চিত-ৰূপে ক'লোঁ। বৃদ্ধকালত পিতা-মাতা-গুৰুক পুত্ৰ বা শিষ্যই ভক্তি সহকাৰে যদি পালন-পোষণ নকৰে, তেন্তে তেনেজনতকৈ মহাপাপী এই সংসাৰত আন কোনো নাই বুলি জানিবা। এয়া তোমাৰ আগত মই আচল কথা ক'লোঁ। আৰু শুনা,—মিত্ৰদ্ৰোহী, কৃতঘ্ন ( অকৃতজ্ঞ, উপকাৰীৰ অপকাৰ কৰে বা উপকাৰ স্বীকাৰ নকৰে ), স্ত্ৰীবধী, খল ( লগনীয়া বা টুটকীয়া মানুহ, হিংসুক, দুৰ্জ্জন ), পৈশুন্য ( টুটকীয়া স্বভাৱ ), —এই চাৰিবিধ মানুহৰ কোনো কালে নিষ্কৃতি নাই। বুজিছা বাপ্ যুধিষ্ঠিৰ, সকলো ধৰ্ম্মকে আশ্ৰয় কৰি, এই কথা তোমাক ক'লোঁ। এয়ে শ্ৰেষ্ঠতৰ ধৰ্ম্ম। ইয়াতকৈ শ্ৰেষ্ঠতৰ ধৰ্ম্ম আৰু আন নাই বুলি নিশ্চয়কৈ জানিবা।

———

সত্য-অসত্য আৰু সনাতন ধৰ্ম্ম কাক বোলে।
সত্য আৰু অসত্য কেতিয়া, ক'ত কোৱা গোৱা কৰিব লাগে।

ধৰ্ম্মৰাজ যুধিষ্ঠিৰে পুনঃ সুধিলে,—হে পিতামহ! অ'ক অলপ কথাই মোক চিন্তাত পেলাইছে। যি মানুহে সদায় ধৰ্ম্ম আচৰণ কৰিব ইচ্ছা কৰে, তেনে মানুহে কেনেকৈ ধৰ্ম্ম পালন কৰিব? সত্য কাক বোলে? অসত্যনো কাক বোলে? সনাতন ধৰ্ম্ম বুলি কাক কয়? কেতিয়া, ক'ত সত্য কথা ক'ব লাগে? অসত্য কথানো ক'ত কেতিয়া কোৱা উচিত? কৃপা কৰি মোৰ মনৰ এই সংশয় দূৰ কৰি দিয়া। তোমাৰ চৰণত মই অলেখ প্ৰণাম জনাইছোঁ। দয়া কৰি ভালদৰে ভাঙি-পাতি কোৱা পিতামহ।

শান্তনু নন্দন ভীষ্মদেৱে ক'লে,— কোনো চিন্তা নকৰিবা। তোমাৰ সকলো সংশয় সন্দেহ দূৰ কৰিম। মাত্ৰ একচিত্তে শুনা। হে মহামতি ধৰ্ম্মৰাজ! সত্যই সাধুৰ জীৱন আৰু বাক্য বুলি নিশ্চিতৰূপে জানিবা। অসত্যতকৈ জগতত অন্য আৰু পাপ নাই বুলি বুজিবা। যি স্থানত সত্য কথা কিঞ্চিৎমানো নাই, তেনে স্থানত কেতিয়াও সত্য কথা নক'বা। যি স্থানত অসত্য লেশমানো

নাই তেনে স্থানত কদাপিও অসত্য কথা নক'ৰা। সত্য আৰু অসত্য ভালদৰে বুজি-থুজি, চাই-চিতিহে ধৰ্ম্ম ৰস্ত সকলে ধৰ্ম্ম প্ৰকাশ কৰিব লাগে। যিজনক চিনিব নোৱাৰি, বুজিবও নোৱাৰি, যিজনে সদাই মিছা ফাকি-ফুকা দি ফুৰে, সদাই অধৰ্ম্মত ৰতি-প্ৰীতি কৰি থাকে, তেনেজনক ধৰ্ম্মৰ বিষয়ে একো ক'ব নালাগে। কেতিয়াবা আকৌ অধৰ্ম্ম কৰিলেও ধৰ্ম্ম হয়। এই বিষয়েও ভালদৰে জানিব লাগে। এই সম্পৰ্কে কৌশিক মুনিয়ে কি কয় শুনা,—যি কৰ্ম্ম কৰিলে, যি বাক্য ক'লে ধৰ্ম্ম সিদ্ধি হয়, তেনে কৰ্ম্ম, তেনে বাক্য ক'ব লাগে। যি কথা ক'লে, যি কৰ্ম্ম কৰিলে, পাপ হয়, তেনে কথা বা কৰ্ম্মৰ পৰা বিৰত থাকিব লাগে। বাক্য আৰু কৰ্ম্ম সদাই অহিংসাস্বৰূপ হ'ব লাগে। এয়ে ধৰ্ম্মৰ লক্ষণ। যি ধৰ্ম্মৰদ্বাৰা প্ৰজা পালন হয়, প্ৰজাৰ কল্যাণ সাধন হয়, সেয়ে ধৰ্ম্ম। বেদৰ বিহিতকে ধৰ্ম্ম বুলি কিছুমান লোকে কয় আৰু কিছুমানে সেয়া ধৰ্ম্ম নহয় বুলিও কয়। কিন্তু যিজন দুৰাশয়, দুষ্টচিত্ত, অধৰ্ম্মী,-- তেনেলোকে আনৰ সৰ্ব্বস্ব লুটি-পুতি হৰণ কৰি আনি ভাল পায়। নিজৰ বৰ পেটটো ভৰাব পৰাটোৱেই সিবিলাকৰ কাৰণে ধৰ্ম্ম। আনৰ ধন প্ৰাণ ৰক্ষা কৰাটোহে প্ৰকৃতপক্ষে ধৰ্ম্ম বুলি জানিবা। সভাত থাকি কেতিয়াও

অসত্য নক'বা। হিংসাত, প্ৰতিশোধ ল'বৰ বাবে, ক্ৰোধত কেতিয়াও মিছা অসত্য কথা নক'বা। প্ৰাণৰ সংকট সময়ত, বিবাহৰ সময়ত, নিজৰ ধন-বস্তু ৰক্ষাৰ বাবে, পৰৰ ধৰ্ম্ম ৰক্ষাৰ বাবে মিছা ক'লে, দোষ নহয়। আৰু শুনা বাপ যুধিষ্ঠিৰ। যদি কোনোবাই আহি বলাৎকাৰ কৰে, তেতিয়া ভিয় বুলি অঙ্গীকাৰ কৰি, পিছত নিদিলে, তাতো একো দোষ নহয়। এই কথা তুমি ভালদৰে বুজি ল'বা।

---

## দুৰ্গতি তৰণৰ উপায়

যুধিষ্ঠিৰে সুধিলে,—হে মোৰ হৃদয়ৰ বাপ পিতামহ! মোৰ এটি মনৰ সংশয় সোধোঁ। দয়া কৰি শঙ্কা দূৰ কৰি দিয়া। সংসাৰৰ প্ৰাণী সমস্তৰ নানা প্ৰকাৰ দুখ দুৰ্গতি দেখি, মোৰ হৃদয়ে নসহে। এই দুখ দুৰ্গতি তৰণৰ কিবা উপায় আছে নে? যদি আছে, তেন্তে দয়া কৰি কোৱা পিতামহ! তুমি বিনে মোৰ শঙ্কাহাৰী আন কোন আছে?

যুধিষ্ঠিৰৰ কথা শুনি ভীষ্মদেৱে ক'ব ধৰিলে,—শুনা বাপ্ যুধিষ্ঠিৰ ! দুৰ্গতি তৰণৰ উপাই কওঁ, মনদি শুনিবা। পূৰ্ব্বতে তোমাক সকলো আশ্ৰমীৰ ধৰ্ম্ম সম্পৰ্কে যিবিলাক কথা কৈ আহিছোঁ, সেইবিলাক কৰ্ম্ম সাৱধানে কৰিলে, সকলোৱেই দুৰ্গতি তৰিব পাৰিব। তাত কোনো সন্দেহ নাই। যাৰ শৰীৰত কিঞ্চিতো দম্ভ-অহঙ্কাৰ নাই, যাৰ স্বভাৱ অতিকে সুন্দৰ, যাৰ চিত্ত অতিকে শুদ্ধ, যিজনে ইন্দ্ৰিয় দমন কৰি চিত্ত-বুদ্ধি-মন অতিকে সুস্থিৰ কৰিলে, সেইবিলাক লোকে হেলাৰঙ্গে দুৰ্গতি তৰিব পাৰিব। কোনোবাই হিংসা কৰিলেও যিজনে হিংসা কাকো নকৰে, ধন-বস্তু, ঐশ্বৰ্য্য বিভূতি যিমান পালেও নিজৰ বাবে কোনো চিন্তা নকৰি, সমস্তকে ব্ৰাহ্মণ-সজ্জন, সাধু-সন্ত, বৈষ্ণৱ-ভকতক অৰ্পণ কৰি দিয়ে, পৰৰ দ্ৰব্য-বস্তুত যাৰ কিঞ্চিতো স্পৃহা নাই, তেনে লোকে অনায়াসে দুৰ্গতি তৰে। যিজনে সদাই অতিথি শুশ্ৰূষা কৰে, কোনো ক্ষেত্ৰতে প্ৰাণী হিংসা নকৰি স্বধৰ্ম্ম পালন কৰে, যিজনে প্ৰতিদিনে বেদ অধ্যয়ন কৰি থাকে, তেনে লোকেও দুৰ্গতি তৰে। যিজনে পিতৃ-মাতৃৰ কথা কায়-বাক্য-মনে একাগ্ৰ চিত্তেৰে মানে, অৰ্থাৎ আচৰণ কৰে, যিজনে দিনত কেতিয়াও নোশোৱে, যিজনে লোভাবিষ্ট হৈ কাৰো পৰা কোনো অৰ্থ গ্ৰহণ নকৰে, সদাই স্বধৰ্ম্মত

থাকি প্ৰজা পালন কৰে, যিজনে নিজৰ পত্নীৰ ঋতু সময়তহে দোষ কাল বৰ্জ্জন কৰি একমাত্ৰ পুত্ৰৰ নিমিত্তেহে সঙ্গম কৰে, যিজনে সদাই পঞ্চ যজ্ঞ কৰি থাকে, বুজিছা ধৰ্ম্মৰাজ! তেনেজনে দুৰ্গতি তৰিব বুলি নিশ্চিতকৈ জানিবা। যি ৰজাই সংগ্ৰামত কিঞ্চিতো ভয় নকৰে, স্বধৰ্ম্মত থাকি শত্ৰুক পৰাজয় কৰে, যিজনে কায়-বাক্য-মনে কদাচিতো পাপ নকৰে, যি ৰজাই দোষ অনুৰূপে প্ৰজাক দণ্ড বিধান কৰে, প্ৰাণৰ সঙ্কট হ'লেও যিজনে কেতিয়াও মিছা কথা নকয়, লোকক ৰক্ষা কৰাৰ বাবে যাৰ সদাই ইচ্ছা, যি কৰ্ম্ম কৰে, তাকো যিজনে গুপ্ত নকৰে, যাৰ বাক্য সদাই সুমধুৰ, শুনি সকলোৱে ভাল পায়, পৰৰ ধন-অৰ্থ যিজনে নিজৰ বুলি ভাবে, তেনেজনে দুৰ্গতি তৰিব নিশ্চয় পাৰিব। বিধিমতে যিজনে সদাই অধ্যয়ন কৰে, যিজনে সদাই তপস্যা কৰি থাকে, কুমাৰ কালৰে পৰা যিজন তপস্যাত ৰত, যিজন ব্ৰাহ্মণ বেদত পাৰ্গত, ব্ৰহ্মচৰ্য্য ব্ৰতত সদাই ৰত, হেনে ব্ৰাহ্মণে দুৰ্গতি তৰিব পাৰে। যাৰ ক'তো ভয় ত্ৰাস নাই, যিজনে আনকো ভয় নিদিয়ে, যিজনে সমস্ত প্ৰাণীকে আত্মসম দেখে, যিজন সৎগুণ সম্পন্ন, তেনেজনে দুৰ্গতি তৰিবলৈ কোনো চিন্তা কৰিব নালাগে। যিজনে পৰস্ত্ৰীক মাতৃসম দেখে, মৰি গ'লেও যিজনে পৰৰ অন্ন-বস্ত্ৰক কিঞ্চিৎমানো আশা নকৰে, সমস্ত

দেৱতাক যিজনে পূজা নমস্কাৰ কৰে, যিজনে সদাই ধৰ্ম্ম শাস্ত্ৰ পঢ়ে, শুনে, যিজনে ক'তো মান-সম্মান নিবিচাৰে, মাত্ৰ আনকহে মান-সম্মান কৰিবলৈ ইচ্ছা কৰে, যিজনে মা'ন্যৱন্তজনক সদায় মান্য-সত্কাৰ কৰি পূজা সেৱা কৰে, তেনেজনে সহজে দুৰ্গতি তৰিব পাৰে। বিহিত তিথিত পিতৃসকলক যিজনে যজে, যিজনে ক্ৰোধ বৰ্জ্জন কৰি মন স্থিৰে ৰাখিব পাৰে, কোনোবাই মহাক্ৰোধে ধৰিবলৈ খেদি আহিলে যিজনে মৃদু বাক্যৰদ্বাৰা সান্তনা দি ৰাখিব পাৰে, যিজনে কোনো প্ৰাণীৰ প্ৰতি কোনো প্ৰকাৰ কোপ নকৰে, তেনেজনে নিশ্চয় দুৰ্গতি তৰিব পাৰে। মধু মাংস আদি যিজনে প্ৰতিদিনে বৰ্জ্জন কৰে, জীৱন ধাৰণৰ নিমিত্তে যি প্ৰয়োজন তাতকৈ অধিক ইচ্ছা নকৰে, যিজনে কেৱল পুত্ৰৰ নিমিত্তেহে নিজৰ ভাৰ্য্যাত গমন কৰে, যিজনে সত্যৰ বাবেহে বাক্য বচন কয়, তেনেলোকে অতি সহজে মহৎ দুৰ্গতিও তৰিব পাৰে। যিজনে সৃষ্টি-স্থিতি-লয় কৰিব পাৰে, যিজনে আদি অন্ত-শূন্য শ্ৰীনাৰায়ণক জানে, যাৰ নয়ন দুটি ৰক্তপদ্ম তুল্য, চতুৰ্ভুজ, পীতবস্ত্ৰে যাৰ শৰীৰ শোভা কৰে, যাৰ উদৰত সমস্ত জগত আছে, যিজনে সেই অচ্যুতক ভাতৃ-মিত্ৰ, সুহৃদ-বান্ধৱ হিচাপে পালে, সেই ইচ্ছাময়, সমৰ্থ, গোবিন্দ, দেৱহবিয়ে বিষ্ণুৰূপ ধৰি প্ৰজা প্ৰতিপাল

কৰে, বৈকুণ্ঠপুৰৰ সেই প্ৰভু নাৰায়ণক ভক্তিভাৱে যিজনে আশ্ৰয় কৰে, সেই শ্ৰীহৰি সততে যাৰ সহায় হয়, তেনে লোকে সহজে দুৰ্গতি তৰিব পাৰিব। তাত কোনো শঙ্কা নাই। এই কথা যিজনে পঢ়ে-শুনে অতিশয় আদৰ-সাদৰ কৰি সাধু-সজ্জন, ভক্ত-বৈষ্ণৱৰ আগত কোৰা-গোৱা কৰে, তেনেলোকে সমস্ত দুৰ্গতি তৰি গৈ অন্তকালত শ্ৰীবিষ্ণুৰ আশ্ৰয় নিশ্চয় পাব।

হেন জানি শুনা সবে আন পৰিহৰি।
শ্ৰৱণ মাত্ৰকে যাত তুষ্ট হৈব হৰি॥
অতি পুণ্যৱন্ত কথা মহাভাৰতৰ।
যুধিষ্ঠিৰ আগে ইটো ভীষ্মৰ উত্তৰ॥
হেন জানি কৃষ্ণৰ চৰণে কৰা সাৰ।
বোলা হৰি হৰি কৰা পুৰুষ উদ্ধাৰ॥

* * *

হে দয়াময় শ্ৰীকৃষ্ণ! দুৰ্গতি তৰণৰ উপাই যি শুনিলোঁ, শুনিয়েই এই অধম শ্ৰীসোণাৰাম তালুকদাৰৰ তালু ওঁঠ শুকাই গ'ল। হে মোৰ প্ৰাণধন শ্ৰীকৃষ্ণ দয়াময়! একমাত্ৰ তোমাৰ শ্ৰীচৰণকে আশা কৰি আছোঁ। বিপদে সম্পদে একমাত্ৰ তোমাৰ সেই অভয় চৰণতে আশ্ৰয় দি ৰাখা হেন। দয়া নাচাৰিবা নাৰায়ণ!

## দুষ্ট আৰু সন্ত চিনাৰ উপায়

### ( শৃগাল-বাঘৰ কথা )

যুধিষ্ঠিৰে বিনয় নম্ৰ সুৰে ক'লে,—হে পিতামহ! দুষ্ট আৰু সন্ত কেনেকৈ চিনিম? অনুগ্ৰহ কৰি বুজাই কোৱা। একচিত্ত মনে শুনো।

যুধিষ্ঠিৰৰ কথা শুনি অলপ সময় মনে মনে থাকি ভীষ্মদেৱে লাহে লাহে ক'ব ধৰিলে। হে মোৰ স্নেহৰ নাতি যুধিষ্ঠিৰ বাপ্! এটি পুৰণি ইতিহাস কওঁ অৰ্থাৎ শৃগাল আৰু বাঘৰ কথা। ভালদৰে শুনিবা। এখন পৌৰিক নামে পৰম শোভনীয়, নানা ৰত্নে জাতিষ্কাৰ, দৰ্শন মাত্ৰে মনমোহা, সূৰ্য্যৰ দৰে জেউতি পূৰ্ণ নগৰ আছিল। তাৰ অধিপতি আছিল মহা দুষ্টচিত্ত, দুৰাশয়, অতিকৈ ক্ৰোধৱন্ত, সদাই প্ৰজাৰ হিংসা আচৰণ কৰা, যাক সকলোৱে মহা পাপীষ্ঠ, মন্দমতি ৰজা বুলি কয়। নাম আছিল কৌশিক। আয়ুস শেষ হোৱাত, মৰি কি গতি হ'ল কওঁ শুনা। প্ৰাণী হিংসা অধৰ্ম্মত, মহা পাপৰ ফলত মৰি গৈ শৃগাল হৈ জন্ম গ্ৰহণ কৰিলে। কি যে আচৰিত! মহা পাপৰ ফল কেনে অদ্ভুত চোৱা।

তাৰ পিছত কি হ'ল কওঁ শুনা। পূৰ্ব্বৰ কথা স্মৰণ

কৰি মনত অনুশোচনা আহি, অতিশয় শোকে বেজাৰে শৃগালে ভাবিব ধৰিলে,—'হায়! মই কি কাম কৰিলোঁ। দান ধৰ্ম্ম আচৰণ নকৰিলোঁ। সদাই কেৱল ক্ৰোধৰ বশৱৰ্ত্তী হৈ অকাৰণে প্ৰজাক হিংসা কৰিলোঁ। ইত্যাদি চিন্তা কৰি কৰি মনত বৈৰাগ্য উদয় হ'ল। মাছ-মাংস সকলো এৰিলে। প্ৰাণীহিংসা সম্পূৰ্ণ ত্যাগ কৰি মহা ব্ৰত আৰম্ভ কৰিলে। গছৰ সৰা ফল-মূল খাই জীৱন ধাৰণ কৰিব ধৰিলে। নিজৰ সমস্ত জ্ঞাতি-গোত্ৰ এৰি শ্মশানতে বাস কৰি সদাই ব্ৰত আচৰণ কৰিব ধৰিলে। তাকে দেখি তাৰ জ্ঞাতিসকলে আলোচনা কৰি ঠিক কৰিলে যে এই কথাই নহ'ব। আমাৰ নগৰৰে এটি শৃগালে দেখোঁন নিজৰ জ্ঞাতি ধৰ্ম্ম, জ্ঞাতি-গোত্ৰ সমস্ত এৰি, ব্ৰতী ধৰ্ম্ম ল'লে। এইটো ভাল কাম হোৱা নাই। পৰৰ ধৰ্ম্ম ধৰা উচিত হোৱা নাই। ই দেখিছোঁ আমাৰ জাতিৰ ধৰ্ম্ম এৰি জ্ঞাতি-গোত্ৰ সকলোৰে বদনাম আনিলে। গতিকে আমি সকলোৰে গৈ কোৱা-গোৱা কৰি, বুজাই-বঢ়াই, পাৰো যদি তাৰ এই দুৰ্ম্মতি গুচাই আমাৰ সঙ্গলৈকে আনো।

এইদৰে আলোচনা কৰি শৃগালৰ সমস্ত জ্ঞাতি-গোত্ৰ শ্মশান পালে গৈ। দেখে যে শৃগালে মহা ব্ৰত আচৰণ কৰি শ্মশানত অকলে অকলে আছে। জ্ঞাতিসবে ক'লে,—

হেৰা ! তুমি আমাৰ লগৰে এজন জ্ঞাতি। নিজৰ জাতি ধৰ্ম্ম এৰি, আমাৰ লগ-সঙ্গ এৰি, সমস্ত প্ৰাণীকে ভাল পোৱা এই পৰৰ ধৰ্ম্ম ধৰাৰ কাৰণ কি ? তোমাৰ হ'ল কি ? এইটো ভাল কাম হোৱা নাই। আমাৰ কুলৰ বদ্‌নাম আনিলা। বাক, যি কৰিলা কৰিলা। এতিয়া ব'লা। আমাৰ লগত ব'লা। যাৰ মাংসই জীৱন। এনেস্থলত জীৱনৰ আশা এৰি, এই কদাচাৰ ধৰ্ম্ম কিয় ধৰিলা ? আমাৰ কথা শুনা, এই পৰৰ ধৰ্ম্ম এৰি দি নিজৰ জাতিৰ ধৰ্ম্মত মন স্থিৰ কৰা। তুমি একো চিন্তা কৰিব নালাগে। আমি সকলোৱে মিলি তোমাক সদাই দিব্য মাংস আনি দিম। তুমি মহানন্দে ভোজন কৰি থাকিবা। আমাৰ সঙ্গত স্বধৰ্ম্মত থাকি মহানন্দে বনে বনে ফুৰিবা। সদাই পশু মাৰি মাংস খায়, আনন্দেৰে আমি ফুৰি থাকিম। ব'লা। উঠা।

জ্ঞাতিসকলৰ কথা শুনি লাহে লাহে শৃগালে ক'ব ধৰিলে, হে জ্ঞাতিসকল! মই কিয় এই ধৰ্ম্ম ধৰি আছোঁ, এই সম্পৰ্কে তোমালোকক বুজাই কওঁ, মনদি শুনাহঁক। পূৰ্ব্ব জন্মৰ কথা এতিয়া মোৰ সকলোখিনিক মনত আছে। তোমালোকৰ লগত বনে বনে ফুৰিলে সেই সকলোখিনিক জ্ঞান লুপ্ত হ'ব, পাহৰি যাম। সেইবাবে সকলোকে এৰি মই এই শ্মশানত বাস কৰিছোঁ। বুজিছা জ্ঞাতি-বন্ধুসকল!

মই যশস্যাহে সদাই বাঞ্ছা কৰোঁ। যিহেতু মই শ্মশানত বাস কৰি আছোঁ, তাৰ কাৰণ কওঁ শুনা,—এই নিৰ্জ্জন শ্মশানত সদাই আত্মাৰ চিন্তাত ব্যস্ত আছোঁ। সঙ্গত থাকিলে মোৰ সমস্ত জ্ঞান-ধ্যান নাই হৈ যাব। আৰু এটা কথা কওঁ, মনদি শুনাহঁক! সঙ্গত থাকি যদি ব্ৰহ্মবধ কৰা হয়, তেন্তে ব্ৰহ্মবধ পাপ হ'ব নে নহব? হে জ্ঞাতিসকল! তোমালোকে ভালদৰে ভাবি চোৱাচোন! আৰু এই শ্মশানত থাকি সাধু-ব্ৰাহ্মণ, সন্ত-বৈষ্ণৱক মাতি আনি যদি কোনোবাই গো-স্বৰ্ণ আদি দান কৰে, তেনেহ'লে তেওঁৰ মহৎ পূণ্য হ'ব নে নহ'ব? হে জ্ঞাতি-বন্ধুসকল! মোৰ কথা তোমালোকে ভালদৰে ভাবি-চিন্তি প্ৰমাণ কৰি চোৱাহঁক। মই যি দেখিছোঁ, বুজিছোঁ,—তোমালোকত এই জ্ঞান নাই। কেৱল আহাৰৰ চিন্তাতেই সৰ্ব্বদা ৰত। পৰৰ হাঁহ-ছাগলী আদি হৰণ কৰা, সদাই প্ৰাণী হিংসা কৰাটোকেহে তোমালোকে ভালদৰে জানা। পুত্ৰ ভাৰ্য্যা বন্ধু আদি পালন পোষণৰ বাবে সদাই কিমান পাপ-দোষ কৰি আছা, সেই বিষয়ে কেতিয়াবা কিবা ভাবি চাইছানে? এই জ্ঞান তোমালোকৰ কিঞ্চিতো নাই। ইয়াৰ অভিপ্ৰায় মই ভালদৰে জানো। প্ৰাণী হিংসা, পৰদ্ৰব্য-পৰবিত হৰণ কৰাটো অতিকৈ গৰিহিত কাম। এই কাম যেয়ে কৰে, তেনেজনে ইহলোকত অকীৰ্ত্তি অপযশ

পায় আৰু মৰিলেও নৰকলৈ গমন কৰে। এতেকে তোমালোকে মোক যি কথা কৈছা, সেই কথা মোৰ মনত অলপো ভাল লগা নাই। গতিকে তোমালোকে মোক বেয়া নাপাবা।

এই কথা শৃগালে জ্ঞাতিসকলক কৈ আছিল। ওচৰতে এটা বাঘে মনে মনে জোপোহা এটাৰ আঁৰ লৈ শুনি আছিল। বাঘে মনতে ভাবিলে,—"দেখাত এইটো এটা শিয়াল। কিন্তু শিয়ালৰ এনে জ্ঞান মই ক'তো দেখাও নাই শুনাও নাই। ই কেতিয়াও শিয়াল নহয়। এওঁ নিশ্চয় কোনোবা মহা জ্ঞানীলোক হ'ব।" এই বুলি লাহে লাহে গৈ শিয়ালত শৰণ ল'লে; আৰু ক'লে,—"হে জ্ঞানীবৰ! তোমাৰ কথাবিলাক মই সৌ জোপোহাটোৰ পৰা মনে মনে শুনি আছিলোঁ। পশু শৰীৰতো তোমাৰ এই জ্ঞান হ'ল! ধিক্ ধিক্ আমাৰ জীৱন! মিছা হ'ল আমাৰ জীৱন! শুনা মহাৰাজ! মোৰ কথা অলপ মনদি শুনা! আজিৰ পৰা মই মন্ত্ৰী হৈ তোমাক মহাৰাজ হিচাপে বৰণ কৰিলোঁ। পূৰ্ব্ব জন্মত তুমি নিশ্চয় ৰজা আছিলা। এতিয়াও তুমি ৰজা হোৱা আৰু মই তোমাৰ মন্ত্ৰী হৈ ৰাজ্য চলাওঁ। জগতে যিমান-বিলাক ৰাজভোগ আছে, সেই সমস্তকে তোমাক ভুঞ্জিব দিওঁ। ইহলোকৰ আৰু পৰলোকৰ বাবে দুয়োৰে কল্যাণ হ'ব। তোমাৰ আগত মই আৰু কি ক'ম। যিহেতু তুমি সৰ্ব্বজ্ঞান।"

বাঘৰ মৃদু মৃদু বাক্য শুনি শিয়াল ৰজাই ক'ব ধৰিলে,-- শুনা মৃগৰাজ! অলপমান মোৰ কথা শুনা। তুমি কোৱা সকলো কথাই সত্য। কিন্তু তুমি যিহেতু মোৰ মন্ত্ৰী হ'ব খুজিলা, সেইবাবে এটা কথা কওঁ মনপুতি শুনা। যি ৰজাৰ মন্ত্ৰী অতিকৈ দুষ্ট, সেই ৰজাৰ কোনো কথাই গ্ৰাহ্য নহয়। কেনেকুৱা মন্ত্ৰী ৰজাৰ সদাই সহায় হ'ব, তাৰে লক্ষণ কওঁ শুনা,—সৰ্ব্বদা ৰজাৰ মনোমত হ'ব লাগে। সকলো নীতিতে পাৰ্গত হ'ব লাগে। কোনো প্ৰাণীৰ প্ৰতি হিংসা থাকিব নালাগে। লুভীয়া হ'ব নালাগে, সদাই যুদ্ধত ৰত হ'ব লাগে। সদাই দানধৰ্ম্মত ৰত হ'ব লাগে। সকলো শাস্ত্ৰত পাৰ্গত অৰ্থাৎ সৰ্ব্বশাস্ত্ৰ বিশাৰদ হ'ব লাগে। সৰ্ব্বদা প্ৰাণীৰ হিত চিন্তা কৰা হ'ব লাগে। প্ৰজাৰ প্ৰতি সৰ্ব্বদা প্ৰসন্ন বদন হ'ব লাগে। পিতৃক যেনেকৈ পুত্ৰই সদাই পূজা-সেৱা কৰে, ঠিক তেনেদৰে মন্ত্ৰীয়ে ৰজাক পূজা-সেৱা কৰিব লাগে। সদাই সৰ্ব্বক্ষণে ৰজাৰ আজ্ঞাধীন হ'ব লাগে। এনে বিলাক লক্ষণযুক্ত মন্ত্ৰীহে মই ভাল পাওঁ। অন্য মন্ত্ৰীৰ মোৰ কোনো প্ৰয়োজন নাই। সুখ-ভোগ, ঐশ্বৰ্য্যত মোৰ কিঞ্চিতো বাঞ্ছা নাই। আগৰ অৰ্থাৎ যিমানবিলাক পুৰণা ভৃত্য আছিল, সিবিলাকো মোৰ আৱশ্যক নাই। সেইবিলাক পৰম অজ্ঞানী আৰু অতিশয় দুষ্টচিত্ত। সিহঁতে লগ লাগি আমাৰ

অনন্ত ভেদৰ সৃষ্টি কৰিব আৰু অমঙ্গল সাধন কৰিব এতেকে সেইবিলাকত মোৰ কোনো কাম নাই। মই সকলো নীতিৰ অভিপ্ৰায় ভালদৰে জানো। প্ৰতিদিনে সৰ্ব্বক্ষণে মই দুখ ভুঞ্জি আছোঁ। সিবিলাকৰ সেৱা-শুশ্ৰূষাত মোৰ কিঞ্চিতো মন নাই। দুষ্ট মন্ত্ৰী হ'লে, ৰজাৰ দোষ হয়। সদাই ৰণত ভ্ৰমি ফুৰিব। অতিশয় দুষ্টমতি। কাকো ভয় নকৰে। দম্ভ-দৰ্প কৰি ভ্ৰমি ফুৰিব। ৰজাই মাতিলেও যাৰ ভয় নোপজে, তেনে মন্ত্ৰীয়ে কি ৰজাক শোভা কৰিব? সুস্বাদু দ্ৰব্য, সুস্বাদু অন্ন যিবিলাকে বাঞ্ছা কৰে, চিন্তা কৰি চাই দেখিলোঁ যে সকলোৱেই মহা ভয়াতুৰ। যাৰ এইবিলাকৰ প্ৰতি কিঞ্চিতো বাঞ্ছা নাই, তেনেজনৰ ক'তো অলপো ভয় নাই বুলি নিশ্চিতৰূপে জানিবা। যিবিলাক ৰজাক দুষ্ট মন্ত্ৰীয়ে আৱৰি ৰাখে, তেনে ৰজা অচিৰে মৃত্যুৰ মুখত পৰে আৰু মন্ত্ৰীবিলাকৰো মৰণ মিলিব। সদ্ মন্ত্ৰী হ'লে, সমগ্ৰ দেশৰ সমস্ত প্ৰজাৰ সুখ-শান্তি হ'ব। মন্ত্ৰীও ৰক্ষা পৰিব আৰু ৰজাৰো কল্যাণ সাধন হ'ব। যদি সঁচাকৈয়ে তুমি মোৰ লগত থাকিব খোজা, তেন্তে শপত খাই ক'ব লাগিব। তোমাক সত্য কৰি কৈছোঁ। কাৰণ, তোমাৰ কথা মই বিশ্বাস কৰিব নোৱাৰো। যিহেতু তুমি হ'লা বাঘ আৰু মই হ'লোঁ শিয়াল। যদি তুমি সৰ্ব্বদায়ে মোৰ সন্মান ৰক্ষা কৰা,

মোৰ কথা দৃঢ়চিত্তে মানিব পাৰা, তেন্তে শপত খাই কোৱা। তেতিয়া হ'লে বুজিছা মৃগৰাজ, সৈন্যসহ ময়ো তোমাৰ ব্যতিৰেকে আনৰ লগত মন্ত্ৰণা নকৰোঁ। অৱশ্যে তুমি আৰু মই দুয়ো একেলগে একেস্থানত ৰহস্য আলাপে হিতাহিত মন্ত্ৰণা কৰিম। কিন্তু এটা কথা নাপাহৰিবা। কথাটো হৈছে,—মোক খুব ভাল পাওঁ বুলি অৰ্থাৎ মোৰ প্ৰতি তোমাৰ অতিকৈ প্ৰীতি আছে বুলি কৈ অন্য সচিবক কেতিয়াও তুমি নামাতিবা। আৰু এটা কথা আছে,—সেইটো হ'ল এই যে মোৰ জাতিৰ সমাজক কেতিয়াও তুমি দণ্ড নকৰিবা।

শিয়াল ৰজাৰ নীতি কথা শুনি বাঘে 'ভাল ভাল' বুলি অনেক প্ৰশংসা কৰিলে। তাকে দেখি সমস্ত শিয়ালে, ৰজাক মিত্ৰভাৱে শত্ৰুতা কৰি ফুৰিব ধৰিলে। সমস্ত শিয়ালে আলোচনা কৰি, নানা ভাৱে, নানা প্ৰকাৰে লোভ দেখুৱায়ো ৰজাৰ মন ঘূৰাব নোৱাৰিলে। কেৱল বাঘৰ লগতহে মন্ত্ৰণা কৰি থাকে। শিয়ালবিলাকে নানা প্ৰকাৰ লুটি-সুটি কৰি মুখতে মিত্ৰতা দেখাব ধৰিলে। এদিন সমস্ত শৃগালে আলোচনাত বহি এটা মৰসাহ কৰি বাঘৰ হতুৱাই ৰজাৰ শিৰচ্ছেদ কৰাৰ সিদ্ধান্তত উপনীত হ'ল। সেইমতে ৰজা আৰু মন্ত্ৰীৰ মাজত কন্দল লগাই দি বাঘৰদ্বাৰা ৰজাৰ শিৰচ্ছেদ কৰিব লাগে। এই বুলি সকলোৱে আলোচনা কৰি এদিনাখন এটা

শিয়ালে ছদ্মভাবে বাঘৰ ভৰনত সোমাই গৈ বাঘে খাবৰ বাবে ৰখা মাংসখিনি আনি বজাৰ ঘৰত থৈ আহিল। তাৰ পাছত কি হ'ল শুনা বাপ্ যুধিষ্ঠিৰ,—মাংস খাবৰ নিমিত্তে বাঘ মাংস খাবলৈ গৈ দেখে যে থোৱা ঠাইত মাংস এডোখৰো নাই। আনকি মাংস থোৱা পাত্ৰটোও নাই। ক্ৰোধত বাঘ জ্বলি উঠিল আৰু শৃগালসকলক শুনাই মহা ক্ৰোধভাৱে ক'লে,—"মাংস কোনে হৰণ কৰিলে, শীঘ্ৰে বিচাৰ কৰি দিব লাগে। অন্যথাই সকলোকে উচিত দণ্ড দিয়া হ'ব।" বাঘৰ কথা শুনি বনৰ মৃগ-পশু সকলোৰে হাহাকাৰ লাগিল আৰু পিত্ পিত্ কৰি চাৰিওফালে বিচাৰিব ধৰিলে। এটা শিয়ালে ৰাজ অভ্যন্তৰত সেই মাংস কুটি থোৱা দেখি বাঘৰ আগত গোচৰ দিলেহি। শিয়ালে ক'লে,—"হে ৰাজ মন্ত্ৰীবৰ! তোমাৰ মাংস ৰাজ অভ্যন্তৰত দেখি আহিলোঁ। তোমাৰ আগত বৰ ব্ৰহ্মচৰ্য্য ব্ৰতাচাৰী হৈ দেখুৱায়। কিন্তু তাৰ স্বভাৱ এতিয়া ধৰা পৰিল। মুখত মাছ-মাংস নোখোৱা মস্ত ভকত, কিন্তু পেটত কপট। এই মাংসৰ পৰাই তাৰ আচল লক্ষণ ধৰা পৰিল। মাছ-মাংস সকলো যে খায়, এতিয়া ভালদৰে বুজা গ'ল। গতিকে হে মৃগৰাজ! তুমি কি চাই আছা? এই ভণ্ড তপস্বীক শীঘ্ৰে শিৰচ্ছেদ কৰি, তুমি নিজে ৰজা হোৱা আৰু ৰাজ ভোগ কৰা।

তুমি বজা হ'লে আমি সকলোরে পৰম আনন্দিত হ'ম। এই ভণ্ড মূৰ্খ পাপীষ্ঠক অতি শীঘ্ৰে সিপুৰীলৈ পঠোৱা। পলম কৰি লাভ কি? কিয় বৈ আছা?

শৃগালৰ কথা শুনি শাৰ্দ্দূলৰ অতিশয় ক্ৰোধ উপজিল আৰু ক'ব ধৰিলে,—"বুজিলোঁ, তাৰ ব্ৰহ্মচৰ্য্য ব্ৰতৰ লক্ষণ। জ্ঞানী নহয় ভণ্ড কেৱল। এতেকে সকলোৱে ধৰি এই ভণ্ড তপস্বীক শেষ কৰি দিয়াহক। ইয়াক বধ কৰিলে কোনো দোষ নহয়।"

শৃগালসকলক যেতিয়া এইদৰে বজাক বধিবলৈ আদেশ দিলে, তাকে শুনি বাঘৰ মাতৃ বাঘিনী আহি পুত্ৰ বাঘক ক'লে,—"হে বাপু পুত্ৰ! তোমাৰ এই বিসঙ্গতি কাৰ্য্য দেখি শুনি মই ভাল পোৱা নাই। মিছা কথাত এনে গুৰুতৰ ক্ৰোধ কৰা উচিত হোৱা নাই। এনেহেন ধাৰ্ম্মিক বজাক মিছাতে কিয় বধিব খুজিছা? এওঁলোকে তোমাক ফাঁকি দিছে। তুমি নিশ্চয় জানিবা, এওঁলোক বজাৰ শত্ৰু। জ্ঞাতিৰ ঐশ্বৰ্য্য সম্পত্তি দেখি জ্ঞাতি-মিত্ৰে সকলৰ সদাই চকু পোৰে। সহিব নোৱাৰি বধিব খোজে। শুচি শুদ্ধ সদাচাৰ সম্পন্ন জনে লোভ-মোহ, সত্য-ক্ষমা-দয়া-প্ৰেম আদি আচৰণ কৰি সবাৰে হিতৰ বাবে সৰ্ব্বদা চিন্তা কৰি থাকে। তেনেজনকে পৰশ্ৰীকাতৰ, অশলাগী, টুটকীয়া স্বভাৱৰ, খাই পাতৃকলা

বিধৰ লোকে নিন্দা-তিৰস্কাৰ আদি কৰি নানা প্ৰকাৰে দোষা-ৰোপ কৰে। ঋষি-মুনি সকলে ঘোৰ অৰণ্যত ধ্যান কৰি থাকে, তথাপি তাতো সৈ শত্ৰু উপস্থিত হয়। সন্ত-সাধু, মহন্ত-সজ্জন, ভক্ত-বৈষ্ণৱ সকলে সদাই সৰ্ব্বভূতৰ হিত চিন্তা কৰি থাকে। তেনে মহৎ লোক সকলকো দুষ্টীয়াবিলাকে হিংসা কৰে। সকলো কাৰ্য্যতে যিজন সুনিপুণ হ'ব, তেনেজনক এলেহুৱা, সোৰোপা, কৰ্ম্মবিমুখ লোকে দেখিব নোৱাৰে। পণ্ডিতজনক মূৰ্খবিলাকে সদাই দ্বেষ কৰে। ধনৱন্তজনক ধনহীনসকলে ছলে-বলে হিংসা কৰি ফুৰে। ধাৰ্ম্মিকসকলক অধৰ্ম্মীসকলে সদাই হিংসা কৰে। ৰূপৱন্তজনক কুৰূপ সকলে নিন্দা কৰি থাকে। মূৰ্খ মায়াৱন্ত, লোভায়া, দুৰ্জ্জন সকলৰ যদি সঙ্গ বেছি হয়, বৃহস্পতিৰ নিচিনা হৈ সৰ্ব্বজ্ঞানৱন্তো হৈ ফুৰে। তথাপি এইবিলাকে দোষৰ হাত সাৰিব নোৱাৰে। কেতিয়াবা অসত্যকো সত্য যেন দেখি; আৰু সত্যকো অসত্য কৰি চিনিব নোৱাৰে। দুষ্টবিলাকে নানা ভাবে কোৰা-গোৰা কৰে। কিন্তু বিচাৰ কৰি যদি চাই তেন্তে সত্য অসত্য বুজি পায়। পৃথিৱী যেনেকুৱা, আকাশখনো তেনেকুৱাই। বিচাৰ কৰি চালে ভাৰ্য্যা-পুত্ৰ দুয়ো ভিন্ন ভিন্ন হৈ পৰে। অগ্নিৰ ফিৰিঙতি দেখাত জোনাকী পৰুৱাটিৰ দৰে হ'লেও, বিচাৰ কৰি চালে তাৰো তত্ত্ব পোৱা যায়।

পৰীক্ষা কৰিহে ধন থ'ব লাগে। তেতিয়াহ'লে তাৰপৰা কোনো শোক তাপ, দুখ-কষ্ট আদি নাপায়। দুৰ্ব্বলক বধ কৰাতো সহজ। কিন্তু বিচাৰ কৰি পিছত অসহন তাপ পোৱা যায়। পূৰ্ব্বত তুমিয়ে তেওঁক ৰজা পাতিছা। এতিয়া ক্ৰোধৰ বেগত বিসঙ্গতি কৰিবলগা হ'লা কিয়? ক্ৰোধত থাকি বিবেক বুদ্ধি সকলো এৰি একো ভাল কাম নহ'ব। ক্ৰোধ এৰা। বিচাৰ কৰি চোৱা। তোমাৰ মাংস, ৰজাই কেতিয়াও নিয়া নাই। কাকো মাংস নিবলৈ পঠোৱাও নাই। নিশ্চয় ইহঁতেই মাংস হৰণ কৰি নিছে। মাত্ৰ শত্ৰুভাবে এই দোষ, ৰজাত অৰ্পণ কৰিছে। মাকে পুতেকক এইদৰে কৈ থাকোঁতে, এটা শিয়াল আহি, কেনেকৈ মাংস নিলে, সকলো কথা তাতে ভাঙি-পাতি ক'লেহি। বাঘে তাক ক্ষমা কৰিলে আৰু মাতৃক ঘনে ঘনে সেৱা-নমস্কাৰ কৰি ক'লে,—"হে মোৰ চিৰ চেনেহী মাতৃ আই! আজি মোক ভালে ভালে এই জ্বলি উঠা ক্ৰোধ-অগ্নিৰ পৰা ৰক্ষা কৰিলা। নহ'লে মই আজি নিজে নিজেই পুৰি মৰিলোঁহেঁতেন। এতিয়া মই পৰম শান্তি-লাভ কৰিছোঁ।" এই বুলি কৈ শীঘ্ৰে ৰজাৰ ওচৰলৈ গৈ বাঘে সকলো বৃত্তান্ত ৰজাক জনালে। যি কৰ্ম্ম কৰিব খুজিছিল, সেই কথা স্মৰণ কৰি, বাঘক দুঃসহ শোকে-তাপে জুয়ে পোৰাদি সৰ্ব্বাঙ্গ

শৰীৰ পুৰিব ধৰিলে আৰু দুয়োৰো মাজত পূৰ্ব্বতকৈও অধিক স্নেহ-প্ৰীতি বাঢ়িব ধৰিলে। এইদৰে বহুকাল থাকি, কালক্ৰমে দুয়ো অস্ত হ'ল।

হে মোৰ প্ৰিয় নাতি! এয়া তোমাক শৃগাল আৰু বাঘৰ বৃত্তান্ত ক'লোঁ। বুজিছা বাপ্ যুধিষ্ঠিৰ! দুষ্ট আৰু সন্ত, এই দুজনক চিনা সহজ কথা নহয়। অতিশয় কঠিন কথা। কিন্তু হে বাপ্। যদি বিচাৰ কৰি চোৱা, বা বিচাৰ কৰি চাব জানা, তেন্তে তৎক্ষণাত দুষ্ট আৰু সন্ত ধৰা পাৰিব। চিনিও পাবা।

ৰজাৰ কৰ্ম্ম কি। কি কৰিলে ৰজা সুখে-সন্তোষে থাকিব পাৰিব।
(এটি উটৰ কাহিনী)

ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰে সুধিলে, - হে পিতামহ! ৰজাৰ কৰ্ম্ম কি? কি কৰিলে ৰজা সুখে-সন্তোষে থাকিব পাৰিব? অনুগ্ৰহ কৰি কোৱা পিতামহ!

শান্তনু নন্দন ভীষ্মদেৱে ক'লে,--কোনো চিন্তা নকৰিবা। মই সকলো কথা ক'ম। ৰজাই কি কৰ্ম্ম কৰিব লাগে। কি কৰ্ম্ম কৰিলে ৰজা সুখে থাকিব পাৰে। এই সকলো কথা তোমাক ক'ম ভালদৰে শুনা।

সত্যযুগত এটা উট আছিল। সেই উট মহা জাতিস্মৰ অর্থাৎ পূর্ব্বজন্মৰ কথা ক'ব পৰা আৰু তপ ধৰ্ম্মত বত আছিল। পিছত মহা দুর্ঘোৰ অৰণ্যত গৈ বহুদিন অসহনীয় কষ্ট ব্ৰত কৰি ব্ৰহ্মাক আৰাধনা কৰিলে। অৱশেষত উটৰ তপস্যাত তুষ্ট হৈ হংস যানত উঠি আহি সেই ঘোৰ অৰণ্যৰ মাজত উটক দেখা দি সুধিলে,—হে উট! কি কাৰণে তুমি ইমান কষ্ট ব্ৰত কৰি মোক আৰাধনা কৰি আছা? তোমাৰ তপস্যাত মই অতিশয় তুষ্ট হৈছোঁ। তোমাৰ মনৰ বাঞ্ছিত বৰ লোৱা।

ব্ৰহ্মাদেৱৰ কথা শুনি উটে ক'লে,—হে প্ৰভু! তোমাৰ আগত মই কি ক'ম! তুমি মোৰ সকলো কথা জানা। তথাপি সুধিছা যেতিয়া কওঁ শুনা। মোৰ এই গলটো এশ যোজন দীঘল হ'ব লাগে। এঠাইত বহিয়ে যেন বহুদূৰ পাব পাৰোঁ। এয়ে মোৰ মনৰ বাঞ্ছিত, বৰ দিয়া।

"সেয়ে হওক"— বুলি কৈ ব্ৰহ্মা অন্তৰ্দ্ধান হ'ল। লগে লগে উটৰ গলটোও এশ যোজন দীঘল হ'ল। বৰ লাভ কৰি উটৰ আনন্দৰ সীমা নোহোৱা হ'ল। মহানন্দে সেই অৰণ্য এৰি নিজৰ বনলৈ গুচি গ'ল। দৈৱবশে তাক আলস্যই লাগ দিলে। একেবাৰে লৰচৰ নকৰা হ'ল। একে ঠাইতে কেৱল বহি ঘুমাই থকা হ'ল। বহি বহিয়েই

ঘুমাই ঘুমায়েই আহাৰ পানী খাই থাকিব ধৰিলে। তাৰ পাছত কি হ'ল কওঁ শুনা। এদিনাখন আহাৰৰ বাবে অতি দুৰ্বলৈ গলটো মেলি দিলে। এনে সময়তে অতিশয় গুৰুতৰ বাত-বৃষ্টি আহি পালে। এনেতে এটা পৰ্ব্বতৰ গুহা দেখা পাই, এলাহতে গলটো কোঁচাই আনি, সেই গুহাটোৰ ভিতৰতে মুৰ সুমুৱাই দিলে। ইফালে ঘোৰতৰ বৰষুণৰ জলে বসুমতী বুৰাই পেলালে। তাৰ পিছত কি হ'ল শুনা। সেই ঠাইতে কিছুমান শিয়াল শিয়ালী আছিল। বৰষুণৰ জলত তিতি বুৰি জলৌ-জপৌ হৈ একেবাৰে চেঁচা পৰি গ'ল। সকলোৰে গা-মুৰ থৰ্ থৰ্‌কৈ কঁপিব ধৰিলে। চাৰিওফালে জলে পৰিপূৰ্ণ। থিয় হৈ থাকিবলৈও ক'তো অলপো ঠাই নাই। উপাইহীন হৈ শিয়াল-শিয়ালী সকলোবিলাকে সেই গুহাটোৰ ভিতৰতে সোমাই গ'ল। ইফালে ভোকে-লঘোনে সকলোৰে পেটত বৰাই নোখোৱা কচুৱে ধৰা দি কচ্‌কচাই ধৰিব লাগিছে। এনেতে গল আৰু মুৰ এটা দেখি সকলোৰে জাঁৰ আহিল। শিয়াল-শিয়ালীবিলাকে ভাবিলে আজি আমাৰ ভাগ্য বৰ ভাল। আজি ইচ্ছামতে পেট ভৰাই খাব পাৰিম। সিহঁতৰ আনন্দৰ সীমা নোহোৱা হ'ল আৰু মহানন্দে চাৰিওফালে আগুৰি ধৰি লাহে লাহে গৈ উটৰ মাংসও খাব ধৰিলে। যেতিয়া

মাংসত কামোৰ পৰিল, তেতিয়া উটে দুখ পাই অলপ লৰচৰ কৰি গল আৰু মুৰটো এবাৰ উপৰলৈ, এবাৰ তললৈ উঠা-নমা কৰিব ধৰিলে। তাকে দেখি শিয়াল-শিয়ালীবিলাকৰ মনত ভয় লাগিল আৰু সবেও প্ৰাণটাকি কামুৰি খাজুৰি গলটো ছিঙি দিলে। লগে লগে উটৰ জীৱন সেইফালেই উৰি গ'ল।

এতিয়া বুজিলানে বাপ্ যুধিষ্ঠিৰ! আলস্যত থাকি, উট কেনেকৈ শৃগালৰ দ্বাৰা দেহা খেদালে। আলস্যতকৈ ডাঙৰ শত্ৰু আন কোনো নাই বুলি জানিবা। সেইবাবে নীতি ধৰ্ম্ম ধৰি ৰাজ্য ভোগ কৰা। এনেহুৰা সোৰোপা হৈ উট মৰাদি নমৰিবা। বুদ্ধি আৰু মন্ত্ৰণায়ে ৰজাৰ আদি মূল সম্পত্তি। এই কথা যিজনে নাজানে, তেনেজন ৰজায়ে হওক বা প্ৰজায়ে হওক, প্ৰকৃতপক্ষে তেনেজন মহা পাগল বুলি জানিবা। তেনেজনে নিজেই নিজৰ মৰণ চপাই লয়। ৰজাই সদাই গুপ্তভাবে মন্ত্ৰণা কৰিব লাগে। যি ৰজাই নিজৰ সহায়কাৰী ঠিকমতে বাচি ল'ব জানে, যি ৰজাই সমস্ত প্ৰজাৰ চিত্ত সৰ্ব্বভাবে পৰীক্ষা কৰি ল'ব জানে, তেনে ৰজাই সকলো সম্পত্তিৰ মালিক হ'বও পাৰে। যি ৰজাৰ মন্ত্ৰী অতিকৈ সুশিক্ষিত হ'ব, তেনে ৰজা সপ্ত পৃথিবীৰ অধিপতি হ'ব পাৰে। মহেন্দ্ৰৰ সমান প্ৰতাপীও হ'ব পাৰে বুলি ভালদৰে জানিবা।

---

## বৃদ্ধ, বল-বীৰ্য্যহীন ৰজাই কি নীতি পালন কৰিব
## ( সাগৰ আৰু নদীৰ কথা )

যুধিষ্ঠিৰে সুধিলে,—হে কুৰুবৃদ্ধ পিতামহ! আৰু অলপ কথা সুধিব খুজিছোঁ। অনুগ্ৰহ ক'ৰ মোৰ মনৰ সংশয় দূৰ কৰি দিয়া। যিজন ৰজাৰ কোনো সহায় সাৰথি নাই। দেহতো বল পৰাক্ৰম অলপো নাই। একেবাৰে বৃদ্ধ। তেনে ৰজাই কি নীতি-ধৰ্ম্ম আচৰণ কৰি প্ৰবৰ্ত্তন কৰিব? এই বিষয়ে মোক ভালদৰে বুজাই দিয়া পিতামহ!

ভীষ্মদেৱে মাত লগালে, ভাল কথাকে সুধিলা। এই বিষয়ে এটি ইতিহাস আছে। তাকে ভালদৰে শুনিলেহে তোমাৰ শঙ্কা দূৰ হ'ব। এতিয়া কওঁ, মনোযোগেৰে শুনা,—পৃথিবীত যিমানবিলাক নদী আছে, সেই সকলো নদীৰ সাগৰেই গতি। এদিন সাগৰৰ মনত এটা সংশয় উপস্থিত হ'লত, সকলোবিলাক নদীৰ ফালে চাই মাত লগালে। হে নদীসকল! তোমালোকক এটা কথা সোধোঁ। তোমালোকৰ সৰ্ব্বসম্মত আচল কথাটো কি সত্য কৰি ক'বা। মই সুধিব খোজা কথাটো এতিয়া কওঁ কৰ্ণপাতি শুন। অতিশয় দুৰ্গম পৰ্ব্বত-পাহাৰ ভাঙি তোমালোকে সদাই মোৰ ওচৰলৈ আহি আছা। বৃক্ষ-লতা ডালে-পাতে উৰিয়ে-শিপাই তেনেই

উঘালি আনা। কিন্তু ভৈয়ামৰ কিছুমান গছ-লতা-বন আদি নানা। সেইবিলাক তোমালোকৰ বংশ-পৰিয়াল, ইষ্ট-মিত্ৰ কিবা হয় নেকি? নে বলেৰে নোৱাৰি এৰি থৈ আহা। শৰীৰো তিমান ডাঙৰ নহয়। শিপাও ওপৰতে থাকে তথাপি সিবিলাকক নানি, এৰি থৈ আহা কিয়? বৃক্ষ সকলেও জন্ম ধৰি আছে। সক দেখি, নে কিবা অৱজ্ঞা কৰি নানা? এই কথাই মোৰ মনত বৰ গুল-গুলি লগাই আছে। তোমালোকৰ সৰ্ব্বসন্মত প্ৰকৃত কথাটো কি কোৱা। মোৰ শুনিবৰ বাবে বৰ ইচ্ছা হৈ আছে।

সাগৰৰ কথা শুনি গঙ্গাই মাত লগালে,—শুনা ৰত্নাকৰ! আমাৰ সৰ্ব্বসন্মত উত্তৰ কওঁ, মনদি শুনিবা। চোৱা, আমি যিমানবিলাক নদী আছোঁ, বাৰিষা কালত আমি সবেও অতি খৰতৰ বেগত আহোঁ। বেগৰ কোৰত অনেক টৌ-জেঁাৰাৰ আদি কুটে। আমাৰ প্ৰতাপ দেখি মনুষ্য-সকলেও ভয়ত কম্পমান হয়। কিন্তু কিছুমান বৃক্ষই আমালৈ কিঞ্চিতো ভয় শঙ্কা নকৰে। মহা গৰ্ব্ব অহঙ্কাৰ কৰি আমাক কটাক্ষই নকৰে। সিইঁতৰ গৰ্ব্ব অহঙ্কাৰ দেখি আমাৰ মহা ক্ৰোধ উঠে আৰু বৃক্ষই শুৰিয়ে শিপাই তেনেইখন উঘালি খহাই আনো। যিবিলাকক নানো সিবিলাকৰ কথা কওঁ শুনা। সিবিলাকক আমাৰ বংশ বা ইষ্ট-মিত্ৰ বুলি

হ'লেও ভুল কোৱা নহ'ব। কিয়নো সিবিলাক সদাই আমাৰ কাষতে থাকে। আমাৰ ঘৰৰ পণ্ডিত-জনে দেখিলে, দূৰৰ পৰাই পৰি পৰি নমস্কাৰ কৰে। বংশৰ সকলে, বন্ধু-বান্ধৱসকলে আমাক নানাভাৱে স্তুতি নতি কৰে। সেই কাৰণেই তেওঁলোকক আমি মানি এৰি থৈ আহোঁ। কালৰ কথাও জানে আৰু সময়ৰ কথাও জানে। সকলোৰে বশ হৈ থাকে। কেতিয়াও দম্ভ-দৰ্প, অহঙ্কাৰ নকৰে। আমাক দেখি কেতিয়াও ধৈৰ্য্য ধাৰ গছ-ডালৰ দৰে মুহূৰ্ত্তও থিয় হৈ নাথাকি মাথা চপৰাই প্ৰণাম জনাই সন্মান কৰে। বুজিছ জলনিধি! সিবিলাকক আমি কৃপা কৰা নালাগে। বায়ুৰ বেগত যিবিলাক বৃক্ষ লতাই বলৱন্ত বুলি জানি প্ৰণাম কৰে, সিবিলাকৰ আমাৰদ্বাৰা কোনো ভয় নাই। কিন্তু যিবিলাকে নামানে, মহা অহঙ্কাৰী, মদগৰ্ব্বী, সিবিলাকৰ নিশ্চয় প্ৰলয় মিলিব বুলি জানিবা। বলৱন্ত-জনৰ গৰ্ব্ব কেতিয়াও সহ্য নহয়। তেনে জন অৰণ্যে যমৰ ঘৰলৈ যাব বুলি নিশ্চিতৰূপে জানিবা। যিজনে নিজৰ বল পৰাক্ৰমৰ কথা জানে, তেনেলোকে সেইমতে সাৰ অসাৰ বুজি ল'ব। শত্ৰুৰ বল-পৰাক্ৰম বা দুৰ্ব্বল স্বভাৱ ভালদৰে বুজি জানি ল'ব। তেতিয়াহ'লে তেনেজন কেতিয়াও পৰাজয় নহয়। মহা বলৱন্ত, বীৰ্য্যৱন্ত, মহা পৰাক্ৰমী শত্ৰুক

দেখি দ্বিজনে বহু মান-সম্মান কৰি, প্ৰীতি বাক্য বচন কৈ, অতিশয় সৰু আৰু নম্ৰ স্বভাৱেৰে নমস্কাৰ কৰে, তেওঁৰেই মহা জ্ঞানী বুলি জানিবা আৰু এয়ে জ্ঞানীৰো লক্ষণ। বুজিছা বাপ্ যুধিষ্ঠিৰ! এয়া তোমাক অতিকৈ সাৰ কথা ক'লোঁ বুলি দৃঢ় কৰি মানিবা।

---

পণ্ডিতে মূৰ্খৰ আগত কি কৰিব।
দুৰ্জ্জনৰ মাজত মৃদুভাৱে কেনেকৈ থাকিব।

ধৰ্ম্মৰাজ যুধিষ্ঠিৰে অৱনত হৈ ক'লে,—হে পিতামহ! মূৰ্খৰ আগত পণ্ডিতে কি কৰিব? দুৰ্জ্জনৰ লগত ব কেনেকৈ চলিব? এই বিষয়ে ভালদৰে বুজাই কোৱা পিতামহ।

ভীষ্মদেৱে ক'লে,—হে মহাৰাজ যুধিষ্ঠিৰ! তুমি যি কথা সুধিলা, সেই বিষয়ে কওঁ শুনা। যদি কোনো মূৰ্খই পণ্ডিতজনক নানা প্ৰকাৰ কটু কৰ্কশ বাক্য বচনেৰে নিন্দা-বাদ

কৰে, তেনে সময়ত কোনো দক্ষ-খবিয়াল নকৰি সহি থাকিব লাগে। মৃদু-নম্ৰ ভাব দেখুৱাই তেনে মূৰ্খক প্ৰীতিহে কৰিব লাগে। তেনেজনেই প্ৰকৃত পণ্ডিত আৰু তেওঁ যশ-কীৰ্ত্তি লাভ কৰিবও পাৰিব। ৰজাই কেতিয়াও দুষ্ট মন্ত্ৰী সঙ্গত নাৰাখিব। দুষ্ট মন্ত্ৰীৰদ্বাৰা ৰজাৰ জীৱন নাশ হ'ব বুলি জানিবা। যদি নীচজনক উচ্চপদ দিয়ে, তেন্তে তেনে ৰজাৰ আপদ কোনো কালে নুগুচে। এই বিষয়ে এজন ঋষিৰ কথা কওঁ মনপুতি শুনা।

* * * *

পূৰ্ব্বতে এজন ঋষি এখন গভীৰ অৰণ্যৰ মাজত বাস কৰিছিল। সেই অৰণ্যত নানা প্ৰকাৰ হিংস্ৰ জন্তু পালে পালে আছিল। কিন্তু ঋষিৰ প্ৰভাৱত কোনেও কাকে হিংসা কৰা নাছিল। সেই অৰণ্যৰ হিংস্ৰ পশু-বিলাকে হিংসা কাক বোলে নাজানিছিল। মহা ধৈৰ্য্যৱন্ত সেই ঋষি সদাই তপস্যাত ৰত আছিল। সিংহ বাঘ আদি জন্তুসকলে ঋষিক গুৰু মানি শিষ্য হৈ আছিল। ঋষিৰ আজ্ঞা লৈহে সিহঁত ফুৰিব গৈছিল। ঋষিৰ বিনা হুকুমত ক'লৈকো নগৈছিল আৰু কোনো কাম নোসোধাকৈ নকৰিছিল। এটা কুকুৰ ঋষিৰ সঙ্গত সদাই আছিল।

ঋষিৰো স্নেহ পাত্ৰ হৈ মহা ভকত হ'ল। মুনিৰ সঙ্গ কিঞ্চিতো এৰি নাযায়। ফল-মূল আহাৰ কৰি একমাত্ৰ ঋষিৰ কাষতে আছিল। ঋষিয়ে যেতিয়া ধ্যানত মগ্ন হৈ থাকে, তেতিয়া কুকুৰটোৱে সেই ঋষিৰ ওচৰতে ধ্যান কৰাৰ দৰে বহি থাকে। এদিনাখন এটা বাঘ ক্ষুধাতুৰ হৈ ঋষিৰ ওচৰলৈ আহি কুকুৰটো দেখি তাক খাবলৈ মন কৰিলে। কুকুৰটোৱে বাঘৰ লক্ষণতে বুজি পালে যে আজি তাক বাঘটোৱে খাব ইচ্ছা কৰিছে। কুকুৰৰ মনত মহা ভয় উপজিল। মহা ভয়ে-ভীতে কুকুৰে মুনিক মাতি লগালে, "হে মুনিৰাজ! হে প্ৰভু কৃপাময়! ৰক্ষ কৰা, ৰক্ষা কৰা। এই বাঘটোৱে মোক খাবলৈ আহিছে। কি প্ৰকাৰে পাৰা তাক নিবাৰণ কৰা। নহ'লে আজি মোৰ ৰক্ষা নাই। এই মহা ভয়ৰ পৰা ৰক্ষা কৰা।

কুকুৰৰ কাতৰ প্ৰাৰ্থনাত ঋষিয়ে চকু মেলি চাই দেখে যে অতিশয় ক্ষুধাতুৰ হৈ কুকুৰটোক খাবলৈ অনুমতি বিচাৰি আহিছে। কুকুৰটোৰ ফালে চাই দেখে যে বাঘৰ ভয়ত থৰ্‌থৰ্‌কৈ কঁপি কঁপি কাকুতি মিনতি কৰি ৰক্ষা পাব বিচাৰিছে। মুনিয়ে মনতে ভাবিলে, বাঘৰ হাতৰ পৰা কুকুৰটোক কেনেকৈ ৰক্ষা কৰোঁ! এই ভাবি কুকুৰটোক ক'লে,—"তয়ো এটা বাঘ হ।" লগে লগে কুকুৰ গুচি

এটা ভয়ঙ্কৰ বাঘ হৈ গ'ল। ক্ষুধাতুৰ বাঘটোৱে হঠাৎ ঋষিৰ ওচৰত ভয়ঙ্কৰ মহাবলী বাঘ এটা দেখা পাই, ভয়তে আঁতৰি গুচি গ'ল। তাৰ পিছত কি হ'ল কওঁ শুনা। কুকুৰ গুচি যেতিয়া বাঘ হ'ল, তেতিয়া সি প্ৰতিদিনে পশু-বিলাক মাৰি মাৰি খায় আৰু মুনিৰ ওচৰতে জিৰণি লৈ থাকে। এইদৰে কেইদিনমান গৈছে। এনেতে এদিন এটা প্ৰকাণ্ড হাতীয়ে হিলদল ভাঙি বাঘক মাৰিবলৈ খেদি আহিল। তাকে দেখি বাঘে, ঋষিৰ ওচৰলৈ আহি মহা-ভয়ে ত্ৰাসে ক'লে,—“হে ঋষিৰাজ! সৌ হাতীটোৱে মোক বধ কৰিবৰ বাবে কেনেকৈ খেদি আহিছে চোৱা। তুমি বিনে মোৰ ৰক্ষা কৰ্ত্তা আন কোনো নাই। দয়া কৰি এই হাতীৰ হাতৰপৰা মোৰ জীৱন ৰক্ষা কৰা। নহ'লে, আজি মই খতাতে মৰিব লাগিব।

বাঘৰ কথামতে মুনিয়ে ক'লে,—তয়ো তাতকৈ মহা ভয়ঙ্কৰ এটা হাতী হৈ থাক।”

যেনে কথা, তেনে কাম। মহা ভয়ঙ্কৰ দেখিলেই ভয় লগা এটা হাতী হৈ গ'ল। তাকে দেখি সিটো হাতীয়ে দেখিলে যে ই দেখোন মোতো কৰি এখোপ চড়া। নাই ইয়াত থাকিলে মোৰহে মৰণ মিলিব।” ইয়াকে ভাবি হাতীটো পলাই পত্ৰং দিলে।

বাঘ গুচাই মহামেঘবদৰে মদমত্ত, দেখিলেই ভয় লগা বিধৰ হাতী পিছত সি তেনেই উপ বন, হাবি-জঙ্গল, ভাঙি-ছিঙি, উভালি একো নোহোৱা কৰিলে। এইদৰে মহানন্দে উন্মত্ততালি কৰি কিছুদিন আছে। এনেতে এদিন ক'ৰপৰা জানো এটা ভয়ঙ্কৰ পৰ্ব্বতাকাৰ সিংহ সেই অৰণ্যত উপস্থিত হ'ল। সেই সিংহটো ইমানেই ডাঙৰ আৰু বলৱন্ত যে সি একেবাৰতে পাঁচটাৰ পৰা দহোটা পৰ্য্যন্ত হাতী গোটে গোটে গিলি থ'ব পাৰে। তাকে দেখি হাতীটোৰ মহা ভয় মিলিল। সি আহি ঋষিৰ ওচৰত গোচৰ দিলেহি যে "এই সিংহৰ হাতত মোৰ নিশ্চয় মৰণ মিলিব। দয়া কৰি কিবা এটা উপায়েৰে মোক ৰক্ষা কৰা। তুমি বিনে মোৰ ভয়হাৰী আন কোনো নাই। দয়া কৰা তপোধন !"

হাতীৰ ভয় দেখি, মুনিয়ে দয়াৰে বনৰ সিংহটোতকৈও তাক ডাঙৰ আৰু শক্তিশালী সিংহ কৰিলে। তাকে দেখি বনৰীয়া সিংহই ভাবিলে,—"এইটো দেখোঁন মোতকৈও অতি বলৱান। নাই, বেলাই পোহৰে ইয়াৰপৰা অন্তৰ হোৱাহে যুগুত। নহ'লে ইয়াত থাকিলে মৰিবহে লাগিব।" এই ভাবি বন্যসিংহ মুহূৰ্ত্ততে পলাই নোহোৱা হ'ল। ইফালে ইটো সিংহই বনৰ সমস্ত পশু মাৰি খাব ধৰিলে। তাকে দেখি বনৰ সকলো জীৱ-জন্তু ভয়তে অন্য বনলৈ

গুচি গ'ল। বেচেৰা সিংহই খাবলৈ নাপাই এদিনাখন ঋষিকে খাবলৈ মন কৰিলে। ঋষিয়ে মনে মনে কথাটো জানি, ক'ব ধৰিলে,— মহা পাপীষ্ঠ ক'ৰবাৰ! শুন মোৰ কথা। পূৰ্ব্বত তই কুকুৰ আছিলি। দয়া কৰি বাঘ কৰিলোঁ। তাৰ পিছত হাতী হ'ব দিলোঁ। মহা মদমত্ত হৈ কি যে নকৰিলি! তাতো তই সিংহক দেখি ভয় পালি। তাকে দেখি আকৌ সিংহও কৰিলোঁ। এনেস্থলত তোৰ অপকাৰীহে হ'লোঁ? মোক যে খাব আহিছ? গতিকে শুন পাপীষ্ঠ! তোক এতিয়াই উচিত প্ৰায়শ্চিত্ত কৰোঁ। তই পূৰ্ব্বত যেনে কুকুৰ আছিলি, এতিয়াও তৎক্ষণাৎ তেনে কুকুৰ হ।

ভীষ্মদেৱে ক'লে,— শুনা বাপ্ যুধিষ্ঠিৰ! মুনিৰ বাক্য-মতে তৎক্ষণাৎ সিংহ গুচি কুকুৰ হ'ল। কুকুৰ হৈ দুষ্টই মনত অতিশয় অনুতাপ কৰি ভাবিব ধৰিলে,—"হৰি হৰি! হায় বিধি! মই কি কাম কৰিলোঁ! ঋষিৰ ক্ৰোধত সমূলঞ্চে তল গ'লোঁ! হায় হায়! ঋষিৰ প্ৰসাদত কিমান উপৰলৈ যে গ'লোঁ! নীচ কুকুৰ হৈয়ো কিমান উচ্চ বনৰাজ কেশৰীও হ'লোঁ। এতিয়া সেই মুনিৰ ক্ৰোধত মহা আপদ মিলিল।" এইদৰে ভাবি চিন্তি থকা দেখি, মুনিৰ ভীষণ ক্ৰোধ উপজিল আৰু ক'লে, "পাপীষ্ঠ! দুৰ্জ্জন! মুহূৰ্ত্তও ইয়াত নাথাকিবি। তৎক্ষণাৎ আঁতৰি যা।"

মুনিৰ কথা শুনি প্ৰাণ ৰক্ষা কৰি কুকুৰ তাৰপৰা আঁতৰি গুচি গ'ল। হে মহাৰাজ যুধিষ্ঠিৰ! এই উদাহৰণটি ভালদৰে মনদি ভাবি চোৱা। দুৰ্জ্জনক যদি উচ্চপদ দিয়ে, শেষত সেই ৰজাৰ নিশ্চয় বিপদ হ'ব বুলি জানিবা। ভূত ভৱিষ্যৎ যিজনে জানে, সমস্ত বেদতো যিজন পাৰ্গত, যাৰ বাক্যত চৰাচৰ সমস্ত জগতো ধ্বংস হয়, তেনেকুৱা জনকো মাৰিব খোজে! কি যে আচৰিত! দুষ্টৰ লক্ষণ চোৱা। যাৰ জন্ম সদকুলত, যিজন সদাচাৰী, যিজনে ধৰ্ম্ম-অধৰ্ম্ম কাক বোলে, ভালদৰে বিচাৰ কৰি চাব জানে, তেনেজনকহে ৰজাই সৰ্ব্বদা সঙ্গত ৰাখিব লাগে। তেতিয়া-হ'লে ৰজাৰ যশ-কীৰ্ত্তি সদাই বাঢ়ি যাব, আৰু কোনো দুৰ্গতিয়েও নাপাব। যিজন যি কৰ্ম্মৰ উপযোগী, তেনে জনক তেনে কৰ্ম্মত নিয়োগ কৰিব লাগে। তেতিয়াহ'লে তেনে ৰজাই মহা সুখে ৰাজ্য ভোগ আৰু মহা সুখ লাভ কৰিব পাৰিব।

*        *        *

নমো নমো কৃষ্ণ পূৰ্ণ ব্ৰহ্ম অৱতাৰ।
নৱঘনশ্যামসম তনু সুকুমাৰ॥
নমো পীতবস্ত্ৰধাৰী নমো লক্ষ্মীপতি।
নমো পূৰ্ণানন্দ হৰি নমো পশুপতি॥

বামন স্বৰূপ নমো নমো পৰশুৰাম।
নমো সূৰ্য্য বংশধৰ যাক বোলে ৰাম॥
বৰাহ স্বৰূপ নমো মৎস্য ৰূপধাৰী।
নৃসিংহক নমো যিটো দৈত্য অন্তকাৰী॥
নমো হলিৰাম কূৰ্ম্মৰূপী ভগৱন্ত।
বুদ্ধ কল্কী নমো যাৰ মহিমা অনন্ত॥
কৰোহো প্ৰণাম যিটো ভকতৰ গতি।
তোমাৰ চৰণে মোৰ সদা ৰৌক মতি॥
অৰ্জ্জুনে সহিতে প্ৰভু কৰি মিত্ৰৰতি।
তাহান সাৰথি প্ৰভু ভৈলা যদুপতি॥
এহিচলে পৃথিবীৰ খণ্ডিলাহা ভাৰ।
অসংখ্য প্ৰাণীক প্ৰভু কৰিলা উদ্ধাৰ॥
তব গুণ কীৰ্ত্তনৰ মহিমা অপাৰ।
জাতি অজাতিক তুমি নকৰা বিচাৰ॥
যেহি ভজে তাতে তুষ্ট হোৱা নাৰায়ণ।
এতেকে জানিলো তুমি সবাতে সমান॥
শুনা সাধু-সন্ত লোক এৰি আন কাম।
নেৰিবা মুখত বন্ধু মাধৱৰ নাম॥
মূৰ্খ সোণাৰামে বোলে ইসে তত্ত্বসাৰ।
বোলা ৰাম ৰাম হৌক সবে উদ্ধাৰ॥

(ইয়াৰ পিছত ষষ্ঠ খণ্ড চাওঁক)

# মহাভাৰতৰ প্ৰাণ-সঙ্গীত

## ষষ্ঠ খণ্ড

### মনু-বশিষ্ঠ সম্বাদ

### ( দণ্ড সম্পৰ্কে কথন )

ধৰ্ম্মৰাজ যুধিষ্ঠিৰে ক'লে,—শুনা পিতামহ! ৰাজনীতিৰ কথা বহুতো শুনিলোঁ। তথাপি মোৰ সংশয় দূৰ হোৱা নাই। ধৰ্ম্ম-অধৰ্ম্ম আৰু আশ্ৰমৰ বিষয়ে ভালদৰে বুজাই কোৱা। দেৱতা-মনুষ্য আদি সবাকো দণ্ডৰ দ্বাৰাই বশ্য কৰিব পাৰি বুলিও তোমাৰ পৰা শুনি আহিছোঁ। এই দণ্ডৰ স্বৰূপ কি? ক'ৰপৰা উৎপত্তি হ'ল? কাক আশ্ৰয় কৰি থাকে? লক্ষণ কেনেকুৱা? কি কাৰণে সমস্ত প্ৰাণীয়ে এই দণ্ডক ভয় কৰে? হে মোৰ চিৰ আৰাধ্য পিতামহ! মোৰ এই সংশয় দূৰ কৰা।

ভীষ্মদেৱে ক'লে,—মোৰ বংশৰ প্ৰদীপ, বাপ্ যুধিষ্ঠিৰ! সকলো কথাৰ উত্তৰ দিওঁ শুনা,—যাৰদ্বাৰা সমস্তকে বশ কৰিব পাৰি, তাকে দণ্ড বুলি জানিবা। এই দণ্ডৰ কাহিনী পূৰ্ব্বত মনুই বশিষ্ঠৰ আগত কৈছিল। দণ্ডৰ ৰূপ জমদগ্নিৰ নিচিনা। সাক্ষাৎ দেৱতাহে যেনিবা। দিব্য বাহু দুখন। দাঁত চাৰিটা ত্ৰিশূলৰ নিচিনা। কাণ দুখন সুউচ্চ। শৰীৰৰ নোমবোৰ সিংহৰি ঊৰ্দ্ধ গতি কৰি আছে। শিৰৰ ঘোৰ

জঁটা ঊৰ্দ্ধ হৈ আছে। দেখিলেই ভয় লাগে। লহ লহ জিভা দুখন অতি ভয়ানক। তাম বৰণীয়া মুখ। পিঙ্গটীয়া অৰ্থাৎ অলপ ৰঙাৰে মিহলি মুগা বৰণীয়া ডাঢ়ি। অসংখ্য চক্ষুবিলাক জুই অঙঠাৰ দৰে জ্বলি আছে। শ্যাম শৰীৰ, নীলা পদুম ফুলৰদৰে। বাঘৰ চাল পিন্ধি আছে। এয়া দণ্ডৰ উগ্ৰ ৰূপৰ বিষয়ে ক'লোঁ। বুজি ল'বা। আৰু শুনা,—অসি, ধনু, গদা, ত্ৰিশূল, মুদ্গৰ, মুষল, শকতি, শৰ, চক্ৰ, কুঠাৰ, খড়্গ, লোৰ টাঙন (লাঠী) আদি যিমানবিলাক প্ৰহাৰ কৰিব পৰা যন্ত্ৰপাতি, অস্ত্ৰ-শস্ত্ৰ, বা শক্তি আছে, সেই সকলোবিলাকতে আশ্ৰয় কৰি দণ্ড থাকে। কিছুমানক ছেদ কৰে, কিছুমানক ভেদ কৰে, কিছুমানৰ আকৌ অঙ্গও হানি কৰে। কতনাৰ চকু উলিয়াই মাৰি পেলায়। কতনাক চাবুকেৰে কোবাই গাৰ চাল ছিঙি দিয়ে। কতজনক আকৌ লোহাৰ শিকলিৰে টানি টানি বান্ধি বন্দী কৰি থয়। কতজনক নাকে-কাণে জোং মাৰি দিয়ে। কতনাৰ শৰীৰত বেজীৰে হানে। যন্ত্ৰণাত থাকিব নোৱাৰি হিয়া ঢাকুৰি কান্দি থাকে। বুজিছা ধৰ্ম্মৰাজ! এইদৰেই সকলোতে দণ্ড প্ৰবৰ্ত্তি থাকে, আৰু এয়ে দণ্ডৰ ধৰ্ম্ম। তোমাক মই এয়া সত্য কথা ক'লোঁ। এতিয়া দণ্ডৰ নাম কওঁ শুনা,—অতি তীক্ষ্ণ কৰ্ম্মা, দুৰাধৰ্ষ, শ্ৰীগৰ্ভ, প্ৰশস্ত

বিষয়, ব্যৱহাৰ, প্ৰজাগৰ, অনিৰ্বিষ মন, ধৰ্ম্ম, আয়ুৰ্ব্বেদ, ধৰ্ম্মৰ পালক, অক্ষৰ, দেৱ, সত্যগ, নিত্যগ, কদ্ৰৰপুত্ৰ, অসঙ্গ, অগ্ৰজ, শিৱঙ্কৰ, কোনো কোনোৱে মুনি, জ্যেষ্ঠ আদি নামেৰেও মাতে। এয়া তোমাক দণ্ডৰ নামৰ কথা ক'লোঁ। ইয়াৰ পিছত আৰু কওঁ শুনা,—যিজনে মহা প্ৰকৃতিক ধৰি আছে, যিজন চৈতন্য পুৰুষ, যিজন যজ্ঞৰ ঈশ্বৰ, প্ৰভু, ভগৱন্ত, নাৰায়ণ, বিষ্ণু, যিজন মহন্ত পুৰুষ, তেৱেঁই দণ্ড বুলি জানিবা।

এতিয়া দণ্ডনীতি কাক বোলে কওঁ শুনা,—ব্ৰহ্মা বধু, সাবিত্ৰী, লক্ষ্মী, দেৱী, সৰস্বতী, জগদ্ধাত্ৰী, মহামায়া, ভগৱতী। সুখ-দুখ, অৰ্থ-অনৰ্থ, ধৰ্ম্ম-অধৰ্ম্ম, বলাবল আদি কৰা। সৌভাগ্য-দুৰ্ভাগ্য, পুণ্যাপুণ্য, সগুণ-দুৰ্গুণ, কাম-অকাম, দিন-ৰাতি, মাহ, ঋতু, বছৰ, ক্ষণ, বাদ-প্ৰবাদ, হৰ্ষ-বিষাদ, ক্ৰোধ-অক্ৰোধ, সম-দম, হিংসা-অহিংসা, ভয়-অভয়, মোক্ষ-বন্ধ, যম, তপ-জপ, যজ্ঞ-দান, বিস নিৰ্বিষ, আদি-অন্ত, মধ্য, ইত্যাদি সমস্ত কৰ্ম্মৰ পালক দণ্ডৰূপী ভগৱন্ত। দমন, ভ্ৰম-প্ৰমাদ, দুষ্ট, দম্ভ-ধৈৰ্য্য, নীতি-অনীতি, মান-অপমান, ব্যয়-অব্যয়, শক্তি-দুৰ্ব্বল, বিনয়-নম্ৰ, সঙ্গ-অসঙ্গ, আদি সমস্ত লোকালোক, সত্য-অসত্য, শ্ৰদ্ধা-অশ্ৰদ্ধা, দৰ্প-অহঙ্কাৰ, মহা-জ্ঞানৱন্ত, মহামূৰ্খ, লাভ-লোকচান, স্থিৰ-অস্থিৰ, ব্যৱসায়-

বাণিজ্য, জয়-পৰাজয়, তীক্ষ্ণ-মৃদুত্ব, যোৰা-নোযোৰা, বিৰোধা-বিৰোধি, কাৰ্য্য-অকাৰ্য্য, বলাবল, অসূয়া-কপট, লজ্জা-নিৰ্লজ্জ, সম্পদ-বিপদ, তেজস্বী, পণ্ডিত, বাক্যত চতুৰ, তত্ত্বজ্ঞানী,— এইবিলাকেই দণ্ডৰ স্বৰূপ। বুজিছা যুধিষ্ঠিৰ বাপ্! দণ্ড নাথাকিলে, সমস্ত প্ৰাণীতে বিসঙ্গতি হ'লহেঁতেন। এতিয়া দণ্ডৰ ভয়ত কোনেও কাকো হিংসা নকৰে। দণ্ডইহে প্ৰজাক ৰক্ষা কৰি আছে। আৰু ৰজাৰো বল বঢ়াইছে। সেইবাবে দণ্ড সকলোৰে আশ্ৰয়। দণ্ডৰদ্বাৰাই সত্য নীতি আৰু বেদ ব্ৰাহ্মণত প্ৰবৰ্ত্তি আছে। বেদ প্ৰবৰ্ত্তি থাকিলে যজ্ঞ সিদ্ধি হয়। যজ্ঞৰদ্বাৰা দেৱ তুষ্ট হয়। দেৱ তুষ্ট হ'লে বৃষ্টি হয়। বৃষ্টিৰদ্বাৰা অন্ন হয়। অন্নৰদ্বাৰা প্ৰজা সৃষ্টি হয় আৰু জীৱন প্ৰাণ ৰক্ষা পৰে। প্ৰজাত সদাই দণ্ড জাগ্ৰত হৈ থাকে। সেইবাবেই সবেও সচেতন হৈ থাকে। বুজিছা ধৰ্ম্মৰাজ! সেয়ে ৰজাই দণ্ড বিধান কৰিব লাগে। ৰজাই কাক দণ্ড কৰিব নালাগে কওঁ শুনা,—পিতৃ-মাতৃ, ভাতৃ-ভাৰ্য্যা, পুৰোহিত আৰু যিজনে স্বধৰ্ম্ম পালন কৰি থাকে; এওঁলোকক ৰজাই কেতিয়াও দণ্ড কৰিব নালাগে। এয়ে শাস্ত্ৰ সম্মত কথা। সুমধুৰ বাক্য বচনেৰে সৰ্ব্বদায়ে সবাকো যথোচিত আশ্বাস বাণী শুনাব লাগে।



নমো নমো দণ্ড ৰূপী ভগৱন্ত
যাৰ নাহি আদি অন্ত।
ব্ৰহ্মা ৰূপে স্ৰজা বিষ্ণুৰূপে পালা
ৰুদ্ৰৰূপে কৰা অন্ত ॥
দেখা ঈশ্বৰৰ প্ৰজা সমস্তত
দয়া কেনে অতিৰেক।
দণ্ডৰূপ ধৰি কৰয় সাধন
নৃপতি আসি ভৈলেক ॥
হেন ঈশ্বৰৰ চৰণ কমলে
সম্প্ৰতি গৈলোঁ বিক্ৰয়।
পৰম পাতকী সংসাৰে ৰহিলোঁ
উদ্ধাৰিয়ো দয়াময় ॥
যমৰ যাতনা শুনি মোৰ গাৱ
ভয়ে কাম্পে তৰতৰি।
অসংখ্য যোনিত ভ্ৰমি দুখ পালোঁ
উপজিয়া মৰি মৰি ॥
ইহেন দুৰ্লভ ভাৰত ভূমিত
আছোঁ নৰতনু পায়া।
তথাপিতো নাথ তোমাক নাজানো
মুহিলেক বিষ্ণুমায়া ॥

দুস্তৰ মায়াক তৰিবাক প্ৰতি
কাহাৰো শকতি নাই।
তোমাৰ নিগ্ৰহ ভৈলা যাক প্ৰতি
ভ্ৰমি থাকে সৰ্ব্বদায় ॥
তব কৃপালেশ ভৈলা যিজনক
মায়ায়ো নাচাপে পাশ।
মহা মোহ পাশ ছিণ্ডিয়া মোহোক
কৰি লৈয়ো নিজ দাস ॥
সত্যে সত্যে প্ৰভু তোমাৰ চৰণে
শৰণ পশিলোঁ মই।
কৃপা কৰা নাথ সংসাৰ সাগৰে
তুমি বিনে গতি নাই ॥
শুনা সৰ্ব্বজন অল্পতে মৰণ
থিৰ নোহে ইটো কায়।
হেন জানি হৰি চৰণে ভজিয়া
ৰাম বোলা সৰ্ব্বদায় ॥
কহে সোণাৰামে মূৰুখ অধমে
কৃষ্ণৰ চৰণে ধৰি।
উৰ্দ্ধ বাহু কৰি সবে নৰ-নাৰী
ডাকি বোলা হৰি হৰি ॥

---

## দণ্ডৰ উৎপত্তি কথন।

### বসুহোম-মান্ধাতা সম্বাদ

ৰজা জন্মেজয়ে সুধিলে,— হে মহামুনি বৈশম্পায়ন, ধৰ্ম্মৰাজ যুধিষ্ঠিৰক পিতামহ ভীষ্মদেৱে আৰু কি ক'লে, দয়া কৰি কোৱা।

ঋষিয়ে ক'লে,—শুনা, পৰীক্ষিত নন্দন ৰজা জন্মেজয়, তোমাৰ পিতামহে শান্তনু নন্দন ভীষ্মদেৱক বহুত কথাই সুধিলে। ভীষ্মই নানা প্ৰকাৰে নানা ইতিহাসৰ কথাৰে বুজাই সকলো কথাৰে উত্তৰ দিলে।

দেৱব্ৰতে ক'লে,—শুনা বাপ্ যুধিষ্ঠিৰ! তোমাক এটি ইতিহাস কওঁ। ভালদৰে বুজি ল'বা। বসুহোম নামে এজন অতি ধৰ্ম্মৰন্ত, কান্তিমন্ত ৰজা আছিল। নিজৰ পুত্ৰসম কৰি সমস্ত প্ৰজাকে প্ৰতিপাল কৰিছিল। দান যজ্ঞ আদিৰে দেৱ, ঋষি, সাধু-সন্তসকলক নানা ভাৱে সন্তোষিত কৰিছিল। এইদৰে বহু বছৰ স্বধৰ্ম্মত থাকি পিছত পুত্ৰক সমস্ত ৰাজ্য সমৰ্পণ কৰি বনলৈ গৈ, তাত সাধু-সন্তসকলৰ লগত ৰাণীসহ মহা আনন্দেৰে কাল কটাব ধৰিলে। সদাই ভক্তি সহকাৰে সাধু-ব্ৰাহ্মণৰ পূজা-সেৱা কৰিব ধৰিলে। সন্ত-সাধু সবেও ৰজাক বৰ স্নেহ-প্ৰীতি

কৰি আৰবি ধৰি সদায়ে ধৰ্ম্ম চৰ্চ্চা কৰিব ধৰিলে। শেষত ৰজা এগৰাকী দেৱঋষিৰ নিচিনা হৈ পৰিল। এদিনাখন সেই আশ্ৰমলৈ ৰজা মান্ধাতা গৈ বসুহোম ৰজাৰ তপস্যা দেখি পৰম আনন্দিত হ'ল; আৰু লাহে লাহে বসুহোমৰ ওচৰলৈ গ'ল। মান্ধাতাক দেখি ৰজা বসুহোমে মহা ভক্তি সহকাৰে পূজা সেৱা কৰি সুধিলে,—হে মহাৰাজ মান্ধাতা! কি কামত ইয়ালৈ আহিলা? তোমাৰ খবৰ ভাল নে? তুমি বিদ্যমানে, তোমাৰ ৰাজ্যৰ সমস্ত প্ৰজা কুশলে আছেনে? মোৰ ওচৰলৈ অহাৰ কাৰণ কি জানিব পাৰোঁ নে?

বসুহোমৰ কথা শুনি মান্ধাতাই পৰম সন্তুষ্ট চিত্তেৰে ক'লে,—শুনা মহাৰাজ বসুহোম! তুমি দেৱগুৰু বৃহস্পতিৰ নিচিনা সকলো কথাকে জানা। তোমাৰ অবিদিত একো নাই। সদাই ভাগৱত নীতিশাস্ত্ৰ আদি অধ্যয়ন কৰি থাকা। মোৰ অলপ কথা আছে। তাকে তোমাৰপৰা জানিবলৈ আশা কৰি তোমাৰ ওচৰলৈ আহিছোঁ। তুমি সৰ্ব্বজ্ঞান। সকলো কথা তুমি জানা। দয়া কৰি মোৰ মনৰ সংশয় দূৰ কৰি দিয়া। কথাটো হ'ল এই যে,—দণ্ডৰ উৎপত্তি ক'ৰপৰা হ'ল? প্ৰজাত কেনেকৈ দণ্ড থাকিব? দণ্ড পৰম প্ৰধান কেনেকৈ হ'ল? কি কাৰণে ক্ষত্ৰিয়তহে পূৰ্ব্বে দণ্ড গমন কৰিলে? সম্প্ৰতি দণ্ড কেনেকৈ প্ৰবৰ্ত্তি আছে?

ইয়াকে সুধিবৰ বাবে তোমাৰ ওচৰলৈ আহিছোঁ। দয়া কৰি মোৰ মনৰ শঙ্কা গুচাই দিয়া।

ৰজা বসুহোমে ক'লে,—শুনা মহাৰাজ মান্ধাতা, তুমি সোধা সকলো কথা মই তোমাক নিশ্চয় ক'ম। চিন্তা নকৰিবা। প্ৰজাৰ নীতি-ধৰ্ম্ম ৰক্ষাৰ বাবে মন কৰি পূৰ্ব্বতে ব্ৰহ্মৰূপে দণ্ড উৎপন্ন হ'ল। ব্ৰহ্মাদেৱে প্ৰথমে যজ্ঞ যজিবৰ বাবে মন কৰি, আত্মসম ঋত্বিজ কাকো বিচাৰি নাপালে। মনত ভাবি-চিন্তি নিজৰ শিৰতে গৰ্ভ ধাৰণ কৰিলে। এই গৰ্ভ বহু বছৰ শিৰতে আছিল। সম্পূৰ্ণ এহেজাৰ বছৰ যেতিয়া পাৰ হৈ গ'ল, তেতিয়া হাচিৰ বেগত সেই গৰ্ভ বাহিৰ হৈ আহিল। দেখে যে এটি অপূৰ্ব্ব পুত্ৰ সন্তান। ব্ৰহ্মাদেৱে সেই পুত্ৰৰ নাম ক্ষুপ ৰাখিলে। যজ্ঞৰ ঋত্বিজ হোৱা বাবে নাম হ'ল প্ৰজাপতি। প্ৰজাপতিৰ লগত যজ্ঞ সমাপ্তি কৰিলে। যজ্ঞ শেষ হোৱাৰ পিছত ব্ৰহ্মাদেৱে মনে মনে ভাবিলে যে সমস্ত অকাৰ্য্য প্ৰাণীবিলাকে কৰিব ধৰিলে। কতই পৰৰ ভাৰ্য্যা হৰণ কৰিব ধৰিলে। কতই পৰৰ ধন হৰণ কৰে। জাতি কাক বোলে, অজাতি কাক বোলে, কোনেও নাজানে। কাৰ্য্য কি, অকাৰ্য্য কি একো বিচাৰ নকৰে। স্বধৰ্ম্ম এৰি সকলো একাকাৰ হৈ গ'ল। তাকে দেখি বিধাতাই ভাবিলে যে

এতিয়া কৰা যায় কি? দণ্ড বিনে ধৰ্ম্ম প্ৰবৰ্ত্তন কৰা টান হ'ল। এই বুলি শিৱৰ ওচৰলৈ গ'ল। দেখে যে পাৰ্ব্বতীৰ লগত শিৱ বহি আছে। নমস্কাৰ জনাই ব্ৰহ্মাদেৱে স্তুতি কৰিব ধৰিলে,—

কৃতাঞ্জলি কৰি পাছে কৰিলেক স্তুতি।
নমো শূলপাণি নমো নমো পশুপতি॥
নমো ত্ৰিনয়ন নমো বৃষভবাহন।
ডম্বৰু বায়ক নমো নমো পঞ্চানন॥

—এইদৰে নানা ভাবে স্তুতি-নতি কৰিব ধৰিলে। ব্ৰহ্মাৰ স্তুতিত তুষ্ট হৈ পশুপতি শিৱই সুধিলে,—হে সৃষ্টিকৰ! মোৰ এই স্থানলৈ তুমি কি কাৰণে আহিলা?

হাঁহি হাঁহি সৃষ্টিকৰ্ত্তা ব্ৰহ্মাই ক'লে,—হে আশুতোষ! ব্ৰাহ্মণ আদি কৰি সমস্ত চৰাচৰ সৃষ্টি কৰিলোঁ। কিন্তু এই সমস্তৰ কোনোমতেই ধৰ্ম্মত মতি নাই। হে মহেশ্বৰ! এই বিষয়ে তুমি কিবা এটা উপাই কৰা। যেন সমস্ত লোকৰ ধৰ্ম্মত মতি হয়।

ব্ৰহ্মাৰ প্ৰাৰ্থনা শুনি দেৱ দিগম্বৰে তেতিয়া মৌন হৈ ধ্যান কৰিব ধৰিলে। ধ্যান মগ্ন হৈ কিছুপৰ মৌন হৈ থাকি, নিজৰ শক্তি বলৰদ্বাৰা দণ্ড সৃষ্টি কৰিলে। যিটো দেৱী ভগৱতী, জগত জননী, তেওঁকেই দণ্ডনীতি হিচাপে

স্থাপনো কৰিলে। মনুষ্যৰ মাজে মাজে ৰজাক সৃজন কৰিলে। ইন্দ্ৰক দেৱতাৰ ৰজা পাতিলে। যমক পিতৃসকলৰ ৰজা পাতিলে। পৰ্ব্বতবিলাকৰ ভিতৰত মেৰুক ৰজা পাতিলে। যক্ষ, ৰাক্ষস, ধন আদি যিমানবিলাক আছে, সিবিলাকৰ মাজত কুবেৰক ৰজা পাতিলে। নদীসকলৰ ভিতৰত সিন্ধুকে ৰজা পাতিলে। বৰুণক জলৰ অধিপতি কৰিলে। সমস্ত প্ৰাণৰ ৰজা হ'ল মৃত্যু। তেজস্বীসকলৰ ভিতৰত হুতাশনক ৰজা পাতিলে। সমস্ত ৰুদ্ৰৰ ভিতৰত ঈশানক ৰজা পাতিলে। এইদৰে সমস্ত ঈশ্বৰৰো ঈশ্বৰ হ'ল দেৱ শ্ৰীভগৱন্ত। ব্ৰহ্মাৰ পুত্ৰ যূপ অতিশয় ধৰ্ম্মৱন্ত। সেইবাবে তেওঁক সমস্ত যজ্ঞৰ ৰজা পাতিলে। যজ্ঞ সমাপ্তিৰ পিছত ধৰ্ম্মৰ বিহিত দণ্ড বিষ্ণুক দিলে। বিষ্ণুৱে ঋষি অঙ্গিৰাক দিলে। অঙ্গিৰাই দিলে ইন্দ্ৰ মৰীচিক। মৰীচিয়ে সেই দণ্ড ভৃগুক দিলে। ভৃগুৱে ঋষিসকলক সেই দণ্ড দিলে। ঋষিসকলে দিলে দিগপাল সমস্তক। দিগপাল সকলে সেই দণ্ড ব্ৰহ্মাৰ পুত্ৰ অযূপক দিলে। অযূপে দিলে শ্ৰাদ্ধদেৱ মনুক। শ্ৰাদ্ধদেৱে তেওঁৰ নিজৰ পুত্ৰক সেই দণ্ড দিলে। হে মহাৰাজ মান্ধাতা, দণ্ডৰ বিষয়ে এয়া তোমাক আচল কথা ক'লোঁ।

যথাযোগ্য অনুসাৰে দণ্ড প্ৰয়োগ কৰিবা। মনৰ ইচ্ছাতে যাকে তাকে, য'তে-ত'তে দণ্ড প্ৰয়োগ নকৰিবা।

দুষ্টক দমন কৰি সন্তক সদাই পালন কৰিবা। তেতিয়া হ'লে ধৰ্ম্ম, যশ, কীৰ্ত্তি, লাভ কৰিব পাৰিবা। অলপ অৰ্থাৎ সামান্য দোষত মৃত্যু দণ্ড দিয়া উচিত নহয়। কেতিয়াও অঙ্গ বাহু আদি হানি নকৰিবা। হে মহাৰাজ! এই দণ্ড ৰুদ্ৰৰূপী বুলি জানিবা। সেইবাবে ধৰ্ম্মৰত ৰজাসকলে সদাই ন্যায় নীতি প্ৰবৰ্ত্তন কৰিব। শুনা বাপু ধৰ্ম্মৰাজ! বসুহোম-মান্ধাতাৰ আখ্যান ক'লোঁ। এই আখ্যান যিসকল ৰজা-প্ৰজাই দৃঢ়চিত্তে শুনে, তেওঁলোকৰ মনৰ সমস্ত আশা কামনা পূৰ্ণ হ'ব। ইয়াত কোনো সন্দেহ নাই।

---

### ধৰ্ম্ম-অৰ্থ-কাম, এই তিনিবৰ্গৰ বিষয়ে কথন।

### কামান্দক ঋষি-অঙ্গৰিষ্ট ৰজাৰ সম্বাদ

কুন্তীপুত্ৰ যুধিষ্ঠিৰে সুধিলে,--হে পিতামহ! ধৰ্ম্ম-অৰ্থ-কাম, এই তিনিবৰ্গ কেনেকুৱা? ইয়াৰ মূল ক'ত? এই তিনিবৰ্গ একেলগে থাকে নে পৃথকে পৃথকে থাকে?

ভীষ্মদেৱে ক'লে—শুনা মহাৰাজ ধৰ্ম্মৰাজ! এই তিনিবৰ্গৰ বিষয়ে কওঁ। শৰীৰৰ পৰা ধৰ্ম্মৰ উৎপত্তি হয়।

কৰ্ম্মৰ পৰা কামৰ উৎপত্তি হয় আৰু সঙ্কল্পৰ পৰা অৰ্থৰ উৎপন্ন হয়। ইয়াৰ পৰাই তিনিবৰ্গৰ প্ৰকাশ হয়। এই বিষয়ে এটি ইতিহাস আছে, কওঁ তাকে মনদি শুনা।

পূৰ্ব্ব কালত কামান্ধক নামে এগৰাকী ঋষি আছিল। এদিনাখন অঙ্গৰিষ্ট নামে এজন ৰজা সেই ঋষিৰ ওচৰলৈ গৈ অৱনত শিৰে নমস্কাৰ কৰি সুধিলে,—হে মুনি মহাশয়! যি ৰজা বা শাসনকৰ্ত্তাই লোভে-মোহে থাকে, পৰম অজ্ঞানী হৈ মহাপাপ কাৰ্য্য কৰি ফুৰে, তেনে ৰজাৰ বা শাসনকৰ্ত্তাৰ সেই পাপ কেনেকৈ খণ্ডন হ'ব? যি ৰজাই অধৰ্ম্মকে ধৰ্ম্ম বুলি মানে আৰু ধৰ্ম্মকে অধৰ্ম্ম বুলি ভাবে, তেনে ৰজাই কেনেকৈ ৰজা বোলাই বা নেতা কেহেলাই থাকিব? এই বিষয়ে ভালদৰে বুজাই কোৱা ঋষিৰাজ!

ঋষি কামান্ধকে ক'লে,—হে মহাৰাজ অঙ্গৰিষ্ট! তুমি যি কথা সুধিলা, সেই বিষয়ে কওঁ একান্ত মনে শুনা,—যি অধৰ্ম্মী, দুৰাচাৰ, দুৰ্জ্জন ৰজা বা নেতাই ধৰ্ম্ম কৰ্ম্ম সকলো এৰি, কেৱল কামতহে মাত্ৰ সদাই আশ্ৰয় কৰি থাকে, কাম বৃদ্ধি পোৱাৰ লগে লগে, তেনে ৰজা বা নেতাৰ সমস্ত ধৰ্ম্ম কৰ্ম্ম নষ্ট হয়। ফলস্বৰূপে ইহলোকত পৰলোকত তেনে নেতাৰ বা ৰজাৰ কষ্টৰ সীমা সংখ্যা নোহোৱা হয়। কামনাৰ পৰাই বুদ্ধি লোপ পায়। বুদ্ধি

ভ্ৰংশ হ'লে মোহে আহি লাগ দিয়ে। মোহাবিষ্ট হ'লে সকলোতে আস্থা নোহোৱা হয়। তাৰ পাছত সেই দুৰাচাৰ নেতা বা ৰজা দুষ্টচিত্ত হয়। যদি নেতা বা ৰজা দুৰাচাৰ হয়, তেন্তে দুষ্ট প্ৰজাবিলাকেও সেই নীতিকেই অৱলম্বন কৰিব। সাধু-সন্ত লোকক সৰ্ব্বনাশ কৰিব। যেন থকা ঘৰৰ ভিতৰত সৰ্প ইহে বাহা কৰি ল'লে। তেনে নেতা বা ৰজাক কোনেও নামানা হ'ব। সাধু-সন্ত সকলেও অৱজ্ঞা কৰিব। আয়ুস ক্ষীণ হৈ সেই নেতা বা ৰজা নিজে নিজে ধ্বংস হ'ব। যদি জীৱিত হৈ থাকেও, তথাপি তেনে নেতাই বা ৰজাই মহাভয়ৰ পৰা পৰিত্ৰাণ নাপাব। অসহনীয় মনো বেদনা আৰু অসহনীয় কষ্ট পাব নিশ্চয়। বুজিছা মহাৰাজ! এয়া তোমাক সত্য কথা ক'লোঁ। ভালদৰে বুজি ল'বা। সেই বাবে নেতা বা ৰজা শাস্ত্ৰত পাৰ্গত হ'ব লাগে। সদাই শাস্ত্ৰ-বেদৰ আচাৰ মানি চলিব লাগে। সন্ত-সাধু, ভক্ত-বৈষ্ণৱসকলক সদাই মান্য সতকাৰ কৰিব লাগে। তেওঁলোকৰ চৰণত সদাই ভক্তি কৰিব লাগে। তেনে ৰজা বা নেতাৰ প্ৰতিদিনে ধৰ্ম্ম সিদ্ধি হয়। দুৰ্নীতি গুচাই সদনীতি প্ৰবৰ্ত্তন কৰিব লাগে। তেতিয়াহ'লে সেই নেতা বা ৰজাৰ চিৰকাল সুখতেই দিন যায়।

---

কেনে নেতা বা ৰজাক সমস্ত প্ৰজাই প্ৰশংসা কৰে !
শীল ধৰ্ম্ম কি।

ধৰ্ম্মৰাজ যুধিষ্ঠিৰে সুধিলে,—হে পিতামহ ! কেনে নেতা বা ৰজাক সকলো প্ৰজাই প্ৰশংসা কৰে ? শীল ধৰ্ম্ম কি ? এই বিষয়ে জানিবলৈ মোৰ মন বৰকৈ উত্ৰাৱল হৈ আছে। দয়া কৰি কোৱা পিতামহ !

যুধিষ্ঠিৰৰ কথা শুনি পিতামহ ভীষ্মদেৱে লাহেকৈ মাত লগালে। শুনা মোৰ স্নেহৰ নাতি। তোমালোক পাঁচোভাই যেতিয়া ইন্দ্ৰপ্ৰস্থত আছিলা, তেতিয়া শ্ৰীকৃষ্ণক মাতি আনি যি মহাযজ্ঞ কৰিছিলা, সেই যজ্ঞসভা দেখিলেই ভয় লগা ধৰণৰ হৈছিল। তাকে দেখি দুৰাচাৰ দুৰ্য্যোধনে কি কৰিলে, কওঁ মনদি শুনা। সেই সভা দেখি দুৰ্য্যোধন বিমোহিত হ'ল। ঈশ্বৰ নিৰ্ম্মিত তোমাৰ সেই মহাসভা বৰ্ণনাৰ অতীত। যেনেকৈ অন্ধই জল-স্থল একো চিনিব নোৱাৰে, সেইদৰে জল বুলি স্থলত, স্থল যেন দেখি জলতে ৰজা দুৰ্য্যোধন পৰিহৰি লুতুৰি-পুতুৰি হ'ল। তাকে দেখি সমস্ত প্ৰজাই হাঁহিব ধৰিলে। তাৰোপৰি দ্ৰৌপদীসহ সমস্ত নাৰীয়েও হাঁহি-খিকিন্দালি লগালে। দুৰ্য্যোধন লাজে অপমানে মৰাৰ তুল্য হ'ল। অতিশয় দুঃসহ লাজ আৰু

অপমান পাই, মহামানী দুৰ্য্যোধন ঘৰলৈ গৈ ৰং-ধেমালি এৰি, আহাৰ-পানী নিদ্ৰা সকলো এৰিলে। শোকে তাপে দুখে অস্তৰ ক'লা পৰি গ'ল। তাৰ পিছত কৰ্ণ আৰু শকুনিক মাতি আনিলে। কৰ্ণক সম্বোধন কৰি ক'লে,— চোৱা ৰাধাসুত! মোৰ কি হ'ল দেখিলানে? পাণ্ডৱৰ দ্বাৰা মই কেনে দুঃসহ লজ্জা-দুখ আৰু অপমান পালোঁ, তাক কৈ শেষ কৰিব নোৱাৰোঁ। তুমি মোৰ পৰম বন্ধু। তোমাৰ সমান মোৰ মিত্ৰ আন কোনো নাই। পাণ্ডৱৰ পৰা মই অপাৰ দুখ পালোঁ। ইয়াৰ ধাৰ কেনেকৈ খোজোঁ? কিবা এটা উপাই দিয়া। নহ'লে মই জীয়াই থকাৰ কোনো কাম নাই। পাণ্ডৱৰ এই শ্ৰী মই কেনেকৈ পাব পাৰোঁ, তাৰ এটা দিহা কৰা।

কৰ্ণই ক'লে,— হে মহামানী দুৰ্য্যোধন! বৰ্ত্তমান তোমাৰ পিতৃ এতিয়াও আছে। ব'লা, আমি তিনিও গৈ সকলো বৃত্তান্ত ৰজাক ভালদৰে বুজাই কওঁ গৈ।

এই বুলি তিনিও ৰজা ধৃতৰাষ্ট্ৰৰ ওচৰলৈ গ'ল আৰু তিনিও জানুশিৰে প্ৰণাম জনাই ক'ব ধৰিলে,— হে কুৰুবংশধৰ মহাৰাজ! তোমাৰ জ্যেষ্ঠ পুত্ৰ দুৰ্য্যোধনে অন্ন-পানী এৰি সদাই মনত শোক তাপ কৰি থাকে। তুমি হেন পিতৃ থাকিও পুত্ৰৰ কি হৈছে একো খবৰ

লোৱা নাই। আমি অতিশয় মৰ্ম্মাহত হৈছোঁ। বাপ থাকোঁতে পুত্ৰৰ এনে অৱস্থা! হায় হায় বিধি! এনে কথা হ'ব পাইনে?

কৰ্ণৰ মুখে পুত্ৰৰ দুখৰ কথা শুনি অন্ধৰাজ ধৃতৰাষ্ট্ৰই মাত লগালে,— হে মোৰ প্ৰাণৰ পুতাই! কি কাৰণে তই ইমান শোক তাপ কৰিব লগা হলি? তোৰ হ'ল কি? এই হস্তিনাপুৰত তই দ্বিতীয় পুৰন্দৰ স্বৰূপ। নিবাম্বৈৰজন ভায়েৰাই দিনে ৰাতিয়ে চাকৰৰ দৰে তোৰ সেৱা কৰি থাকে। যিমানবিলাক মিত্ৰ আছে, সকলোবিলাকেই তোৰ মনঃপুত। তই দুখ-শোক কৰাৰ কাৰণ একো দেখা নাই। এনেস্থলত তই কিহৰ দুখত মনত কষ্ট ভোগ কৰি থাকিবলগীয়া হ'লি?

দুৰ্য্যোধনে ক'লে,—কিহৰ বাবে মই মনত কষ্ট পাই আছোঁ, কওঁ শুনা পিতা! পাণ্ডৱৰ ঘৰত বৰ আচৰিত ঘটনা দেখি আহিলোঁ। প্ৰতিদিনে অসংখ্য লোকে অন্ন ভোজন কৰে। প্ৰত্যেকেই অতিকে সুন্দৰ মনোমত সুবৰ্ণৰ পাত্ৰতহে অন্ন ভোজন কৰে। সকলোৱেই নানা বস্ত্ৰ অলঙ্কাৰেৰে জাতিষ্কাৰ হৈ থাকে। তাৰোপৰি যিথন সভা দেখিলোঁ, তাৰ উপমা দিবলৈ একো বিচাৰি নাপাওঁ। অমৰাৱতীপুৰৰ দেৱসভাহে যেনিবা। ভাণ্ডাৰে ভাণ্ডাৰে সুবৰ্ণ

আদি নানা বিধ বস্ত্ৰ অলঙ্কাৰেৰে পৰিপূৰ্ণ হৈ আছে। হিচাপ কৰিবলৈ কাৰো সাধ্য নাই। তাত লক্ষ্মীদেৱী সদায় থাকে যেন লাগিছে। স্বয়ং লক্ষ্মী আৰু লক্ষ্মীপতি পাণ্ডৱৰ দাস-দাসী হৈ থাকে যেন অনুমান কৰিছোঁ। পাণ্ডৱৰ সম্পত্তিৰ কথা ক'বলৈ মই ভাষা বিচাৰি নাপাওঁ। স্বৰ্গৰ দেৱৰাজ হোৱাৰো কোনো আৱশ্যক নাই। পাণ্ডৱৰ সমৃদ্ধি দেখি মোৰ দেহ-মন-প্ৰাণ দহিব লাগিছে। হে পিতা! বিধাতাই মোক কি কাৰণে বঞ্চিত কৰিলে?

পুত্ৰৰ অতিশয় শোকাকুল বাণী শুনি মহাৰাজ ধৃতৰাষ্ট্ৰই ক'লে,—হে মোৰ প্ৰাণৰ পুতাই! যুধিষ্ঠিৰৰ শ্ৰী যশস্যা কীৰ্ত্তি যদি মনত বাঞ্ছা কৰা, নাইবা ততোধিক শ্ৰী লাভ কৰিব বাঞ্ছা কৰা, তেন্তে হে বাপু দুৰ্য্যোধন! তই সন্তৰ স্বভাৱ গ্ৰহণ কৰ। তেতিয়াহ'লে পাণ্ডৱতকৈও অধিক শ্ৰী যশ কীৰ্ত্তি মহানন্দে লাভ কৰিব পাৰিবা। যি পুৰুষে সন্তৰ স্বভাৱ গ্ৰহণ কৰে, তেনে পুৰুষে তিনিলোক হেলাৰঙ্গে জিনিব পাৰে। এয়া কোনো আচৰিত বা অদ্ভুত কথা নহয়। মোৰ কথা মনপুতি শুনা,—এটা ৰাতিৰ ভিতৰতে মহাৰাজ মান্ধাতাই তিনিও লোকৰ অধিপতি হৈছিল। ৰাজঋষি জন্মেজয়ে তিনি ৰাতিৰ ভিতৰত সপ্তদ্বীপা বসুমতী মহানন্দে লাভ কৰিছিল। নাভাগাই সাত দিনত

ৰাজ্য লাভ কৰিছিল। সন্ত স্বভাৱৰদ্বাৰা হেলাৰঙ্গে পৃথিৱীৰ আধিপত্য লাভ কৰিব পাৰে। যি পুৰুষ সৎ গুণৰ ভাণ্ডাৰ হব পাৰে, তেনেজনক বসুমতীয়ে নিজেই স্বামী বাচি লয়।

ধৃতৰাষ্ট্ৰৰ কথা শুনি দুৰ্য্যোধনে সুধিলে,—হে পিতা! শীল অৰ্থাৎ সন্ত স্বভাৱৰদ্বাৰা সমস্ত বসুমতী লাভ কৰাৰ কথা যে কৈছা, সেই সুশীল স্বভাৱ কেনেকুৱানো? ৰজা সকলে ক'ত, কেনেকৈ পালে?

ধৃতৰাষ্ট্ৰই ক'লে,—হে বাপ্ দুৰ্য্যোধন! এই বিষয়ে এটা পুৰণা ইতিহাস কওঁ, মনোযোগেৰে শুনা,—পূৰ্ব্বত নাৰদৰ মুখে প্ৰহ্লাদে জ্ঞান-ধৰ্ম্ম-নীতি সকলোবিলাক শিকিলে। দৈত্যৰ তনয় প্ৰহ্লাদে সেই নীতি ধৰ্ম্ম অনুসৰি তিনিলোক জয় কৰি ইন্দ্ৰপদ কাঢ়ি ল'লে। তাকে দেখি দেৱৰাজ ইন্দ্ৰই আথে-বেথে গুৰু বৃহস্পতিৰ ওচৰলৈ গৈ বিনয় নম্ৰ সুৰে প্ৰণিপাত জনাই ক'লে,—হে গুৰু মহাশয়! কেনেকুৱা শীল স্বভাৱৰদ্বাৰা দৈত্যই অমৰাৱতী কাঢ়ি ল'লে, সেই বিষয়ে জানিব ইচ্ছা কৰিছোঁ। দয়া কৰি কোৱা গুৰুদেৱ!

গুৰু বৃহস্পতিয়ে ক'লে,—হে সহস্ৰলোচন, তুমি শুক্ৰৰ ওচৰলৈ যোৱা। তেওঁহে এই নীতিৰ বিষয়ে ক'ব পাৰিব। গতিকে পলম নকৰি সোনকালে গৈ তেওঁৰ চৰণত ভক্তি কৰি শিকি বুজি লোৱা গৈ।

গুৰু বৃহস্পতিৰ কথা শুনি দেৱৰাজ, শুক্ৰৰ ওচৰলৈ গ'ল আৰু সভক্তিৰে চৰণত প্ৰণাম জনাই ক'লে,— হে গুৰু মহাশয়! শীল সৎস্বভাৱৰ বিষয়ে শিকিবলৈ তোমাৰ ওচৰলৈ আহিলোঁ। দয়া কৰি মোক সেই শিক্ষা দিয়া।

শুক্ৰই ক'লে,—হে দেৱ শচীপতি! তুমি অতিকে যুক্তিপূৰ্ণ শ্ৰেয়স কথাকে সুধিলা। পিছে এই সম্পৰ্কে প্ৰহ্লাদেহে তোমাক ভালদৰে ক'ব পাৰিব। প্ৰহ্লাদতহে এই নীতি ভালদৰে আছে। তেওঁহে ভালদৰে ক'ব পাৰিব। তুমি তেওঁৰ ওচৰলৈ যোৱা।

শুক্ৰৰ কথা শুনি দেৱৰাজ ইন্দ্ৰৰ মহা আনন্দ মিলিল আৰু এটা বৃদ্ধ ব্ৰাহ্মণৰ বেশত পৃথিবীলৈ আহি প্ৰহ্লাদৰ ওচৰত উপস্থিত হ'ল। বৃদ্ধ ব্ৰাহ্মণক দেখি দৈত্যেশ্বৰে আনন্দ মনেৰে সুধিলে,—হে গুৰু দ্বিজবৰ! কি কাৰ্য্যৰ বাবে মোৰ ওচৰলৈ আহিলা? তোমাক কি সহায় কৰিব পাৰোঁ? দয়া কৰি কোৱা।

বৃদ্ধ ব্ৰাহ্মণে ক'লে,—হে দৈত্যেশ্বৰ! শীল সৎস্বভাৱৰ বিষয়ে জানিবৰ বাবে তোমাৰ ওচৰলৈ আহিলোঁ।

প্ৰহ্লাদে ক'লে,—সেই বিষয়ে অৰ্থাৎ নীতি কোৱাৰ এতিয়া সময় নহয়।

ব্ৰাহ্মণে ক'লে,—হে দৈত্যেশ্বৰ ! যেতিয়া সময় হ'ব, তেতিয়া ক'লেও হ'ব।

ব্ৰাহ্মণৰ কথাত প্ৰহ্লাদ সন্তুষ্ট হ'ল আৰু দয়া কৰি সময়মতে নীতি জ্ঞানৰ কথা ভালদৰে বুজাই ক'লে। বৃদ্ধ ব্ৰাহ্মণৰূপী ইন্দ্ৰই ক'লে,—হে পৰম কৃপালু দৈত্যেশ্বৰ ! তুমি আত্মতত্ত্ব জ্ঞান দিলা। তোমাৰ প্ৰসাদত ইয়াৰ সন্নিধান পালোঁ। কিন্তু এটি শঙ্কা বৈ গ'ল। এই তিনিলোকৰ সম্পত্তি লাভ কৰাৰ উপায় কি? এই বিষয়ে দয়া কৰি কোৱা দৈত্যেশ্বৰ !

প্ৰহ্লাদে ক'লে,—শুনা দ্বিজবৰ ! মই ৰাজা বুলি কোনো সাধু-সন্ত-বৈষ্ণৱক কেতিয়াও হিংসা নকৰোঁ। সন্ত-ভক্তসকলে যিবিলাক কথা মোক কয়, তাকেহে মই সদাই পালন কৰোঁ। সাধু-সন্ত-ভক্ত বৈষ্ণৱক কেতিয়াও অৱজ্ঞা নকৰোঁ। ইন্দ্ৰিয় সংযম কৰি সদায় ধৰ্ম্ম চিন্তা কৰোঁ। অপ্ৰিয় আৰু হিংসা সম্পূৰ্ণৰূপে মই পৰিত্যাগ কৰিছোঁ। সেই কাৰণে সন্ত-ভক্তসকলে মোক অভিষেক কৰি তিনিও-লোকৰ অধিপতি পাতিলে। মধুমাখিয়ে যিদৰে মধুৰ ৰসঘৰ সাজি, মধু বঢ়ায় থাকে, তেনেকৈ সন্ত-ভক্ত-মহন্ত সকলেও মোক বঢ়াই থাকে। স্বধৰ্ম্ম মই সদায় আচৰণ কৰোঁ। যেনেকৈ অসংখ্য তৰাৰ লগত চন্দ্ৰ জিলিকি থাকে, তেনেকৈ

মধ্যো সন্ত-সাধু-ভক্ত-বৈষ্ণৱৰ লগত সদাই থাকোঁ। সেই বাবেই ত্ৰৈলোক্যৰ সম্পত্তি মোৰ লগত সদায় থাকে। মোক এৰি নাযায়। সন্ত-ভক্তসকলে মোক যি জ্ঞান-ভক্তিৰ উপদেশ দিয়ে, সেই উপদেশ এই পৃথিবীত অমৃতৰ সমান। হে দ্বিজবৰ! তুমি এই কথা ভালদৰে জানিবা যে এয়ে মোক্ষৰ সাধন আৰু ইয়াকে সবাতোকৈ বিতোপন চক্ষু বুলি সকলোৱে কয়। সন্ত-ভক্ত-বৈষ্ণৱৰ মতে যি ৰজাই প্ৰবৰ্ত্তন কৰে, তেওঁকেই শ্ৰেষ্ঠতম বুলি জানিবা।

এই নীতিধৰ্ম্ম যেতিয়া প্ৰহ্লাদে ক'লে,—ব্ৰাহ্মণৰূপী ইন্দ্ৰ পৰম সন্তুষ্ট হ'ল আৰু গুৰুভাবে অনেক স্তুতি-নতি-ভক্তি কৰিব ধৰিলে। ছদ্মবেশী ব্ৰাহ্মণৰ ভক্তিত তুষ্ট হৈ প্ৰহ্লাদে ক'লে,—হে দ্বিজবৰ! তোমাৰ ভক্তিত মই অতিশয় তুষ্ট হৈছোঁ। এতিয়া তোমাৰ মনঃপুত কি বৰ লাগে লোৱা।

ব্ৰাহ্মণে ক'লে,—হে দৈত্যনাথ! যদি মোক বৰ দিব ইচ্ছা কৰিছা, তেন্তে তোমাৰ শৰীৰত যি সুন্দৰ শীল স্বভাৱ আছে, সেয়ে মোৰ মনৰ ৰুচিকৰ। তাকে মই বাঞ্ছা কৰোঁ।

প্ৰহ্লাদেও "সেয়ে হওক"—বুলি ছদ্মবেশী ব্ৰাহ্মণক বৰ দিলে। বৰ পায় বিপ্ৰ নিজৰ আশ্ৰমলৈ গুচি গ'ল। ইফালে চিন্তাযুক্ত হৈ প্ৰহ্লাদ বহি আছে। এনেতে কান্তি, শীল, ধৰ্ম্ম, সত্য, ধৃতি, বল, লক্ষ্মী, অভয় আদি সমস্তই

মূৰ্ত্তিমন্ত হৈ প্ৰহ্লাদৰ সম্মুখত দেখা দিলে। আচৰিত হৈ দৈত্যেশ্বৰে সুধিলে,—তোমালোক কোন ? পৰিচয় দিয়া।

শ্ৰী আগবাঢ়ি আহি প্ৰত্যেকৰে পৰিচয় দি ক'লে,—"হে দৈত্যেশ্বৰ ! দেৱৰাজ ইন্দ্ৰই ব্ৰাহ্মণৰ ৰূপত আহি তোমাৰপৰা সমস্ত নীতি ধৰ্ম্ম শিকিলে। তুমি একো চিন্তা কৰি নাচালা। দেৱৰাজ ইন্দ্ৰই ছল কৰি, ত্ৰৈলোক্যৰ সমস্ত সম্পত্তি হস্তগত কৰিলে। শীল ধৰ্ম্মৰদ্বাৰা তিনিও জগত বশীভূত কৰি ল'লে। আজিৰপৰা তুমি সম্পূৰ্ণ উদাসীন হ'লা। ধৰ্ম্ম, সত্য, ধৃতি, বল, যশ, কীৰ্ত্তি আৰু মই নিজেও সৎ শীলৰ লগত সদায় নিবাস কৰোঁ। তুমি নিজে আমাক যাব দিলা। সেয়ে এতিয়া আমি দেৱ-ৰাজৰ ওচৰলৈ যাওঁ। নমস্কাৰ।" এই বুলি সৎ শীলৰ লগতে সমস্ত ত্ৰিলোকৰ সম্পত্তি দেৱৰাজৰ ওচৰলৈ গুচি গ'ল।

* * *

শুনিয়োক সৰ্ব্বজন কথা ৰুচিকৰ।
শ্ৰৱণে মুকুতি সাধে অমৃত কৰ্ণৰ ॥
ইহাৰ শ্ৰৱণে মিলে কৃষ্ণত ভকতি।
হৰি তুষ্ট ভৈলে অপ্ৰয়াসে সাধে গতি ॥
দেখাহা সংসাৰচক্ৰ অতি গুৰুতৰ।
দিৱা ৰাত্ৰি কৰি কৰে গতি খৰতৰ ॥

সৰ্ব্বক্ষণে আয়ু যায় ইহাৰ লগত।
নিচিন্তি আছাহা চেষ্টা নাহিকে গাৱত ॥
নকৰা ভকতি ইটো নৰতনু পাই।
কৃষ্ণ নাম বিনে জানা আন গতি নাই ॥
যত তপ ধৰ্ম্ম যজ্ঞ দান তীৰ্থ স্নান।
নাহি নাহি নাহি হৰি নামৰ সমান ॥
ধৰ্ম্ম শাস্ত্ৰ দেখাহা প্ৰলোভ বাক্য যত।
তাক আচৰিয়া ভ্ৰমিবাহা সংসাৰত ॥
কৃষ্ণৰ ভকতি, জন্ম কৰ্ম্ম নিবাৰণ।
হৰি সমে ৰঙ্গে ৰঞ্চে বৈকুণ্ঠ ভুবন ॥
পৰম আনন্দে মজি থাকে সৰ্ব্বদায়।
জৰা মৃত্যু লোভ মোহ তাত কিছো নাই ॥
হেনয় থানক যদি বাঞ্ছা কৰা মনে।
আন কৰ্ম্ম এৰি ভজা কৃষ্ণৰ চৰণে ॥
গাৱত নালাগে দুখ নালাগয় ধন।
কেৱলে নামত তুষ্ট হোন্ত নাৰায়ণ ॥
হেন জানি কৃষ্ণ পাৱে কৰিয়ো ভকতি।
ৰাম হৰি বুলি তৰা শুদ্ধ হৌক মতি ॥

———

## শীলৰ লক্ষণ। সৎ শীল লাভ কৰাৰ উপায়।

ভীষ্মদেৱে ক'লে,— শুনা ধৰ্ম্মৰাজ! শ্ৰীৰ লগত প্ৰহ্লাদৰ সৎশীল যোৱা কথা শুনি দুৰ্য্যোধনে পিতৃ ধৃতৰাষ্ট্ৰক সুধিলে,—"শীলৰ লক্ষণৰ বিষয়ে জানিব খোজো। আৰু এই সৎশীল লাভ কৰাৰ উপায় কি? মোৰ মনৰ সংশয় দূৰ কৰা।"

ধৃতৰাষ্ট্ৰই ক'লে,—হে মোৰ কুলৰ নন্দন! শীলৰ লক্ষণ সম্পৰ্কে কওঁ শুনা। কৰ্ম্মৰ দ্বাৰা, মনৰদ্বাৰা আৰু বাক্যৰদ্বাৰা, কোনো প্ৰাণীক, কোনো প্ৰজাক কেতিয়াও হিংসা নকৰিবা। আতুৰত পৰা জনক যিকোনো প্ৰকাৰে ৰক্ষা কৰিবা। আৱশ্যক হ'লে নিজৰ প্ৰাণ উচৰ্গা কৰি হ'লেও আৰ্ত্তজনক ৰক্ষা কৰিবা। সাধু-বৈষ্ণৱ, সন্ত-ভক্ত, সজ্জনক মাতি আনি হ'লেও দান দিবা। সদাই তেওঁ-লোকক সেৱা-পূজা মান-সন্মান ক'ৰিবা। তেওঁলোকৰ কথা শ্ৰদ্ধা-ভক্তিৰে, দৃঢ় বিশ্বাসেৰে মানিবা। হে মোৰ দয়াৰ তনয়! ইয়াকে বিশিষ্ট সৎশীল বুলি কয়। যি ৰজাৰ প্ৰাণী সমস্তৰ প্ৰতি দয়া মৰম নাই, তেনে ৰজাক কাপুৰুষ আৰু কুৎচিত ৰজা বুলি কয়। যি কৰ্ম্ম কৰিলে লজ্জিত হ'ব লাগে, তেনে কৰ্ম্ম কৰা উচিত নহয়। যি কৰ্ম্ম কৰিলে সভাসদে অৰ্থাৎ সাধু-সন্ত, ভক্ত-বৈষ্ণৱ, মহন্ত-সজ্জন

সকলে প্ৰশংসা কৰে, তেনে কৰ্ম্মহে ৰজাই কৰিব লাগে। এয়া শীলৰ লক্ষণ সংক্ষিপ্ত কৰি ক'লোঁ। আৰু অলপ কওঁ মনপুতি শুনা,—অমৃত স্বভাৱ অৰ্থাৎ সৎশীল স্বভাৱ যাৰ হ'ব, তেনে লোকে অকস্মাতে যদি সমস্ত সম্পত্তি লাভ কৰেও, সেই সম্পত্তিৰ প্ৰতি তেওঁৰ ভোগ লিপ্সা বেছি দিন নাথাকে। অলপ দিনৰ ভিতৰতে নষ্ট হৈ যাব। পিছত সমূলি নাইকিয়া হৈ যাব। হে বাপ্ দুৰ্য্যোধন! যুধিষ্ঠিৰৰ নিচিনা শ্ৰী যদি বাঞ্ছা কৰা, তেনে সৎশীল স্বভাৱসম্পন্ন হোৱা। তেতিয়া হ'লে তিনিও লোকৰ সম্পত্তি হেলাৰঙ্গে লাভ কৰিব পাৰিবা।

ভীষ্মদেৱে ক'লে,—হে যুধিষ্ঠিৰ বাপ্! ধৃতৰাষ্ট্ৰই এই কথা পুত্ৰ দুৰ্য্যোধনক ক'লে। গতিকে তুমিও এই শীল স্বভাৱ ধৰা। তেতিয়াহ'লে, চিৰকালে ৰাজভোগ কৰি থাকিব পাৰিবা। সন্দেহ নাই।

———

## আশাই পৰম দুখ

যুধিষ্ঠিৰে ক'লে,—হে পিতামহ! সৎ শীলকে প্ৰধান কৰি কৈ আছা। শীলৰ লক্ষণ সম্পৰ্কেও কৈছা। এই সম্পৰ্কে মোৰ এটি শঙ্কা উপস্থিত হৈছে। শঙ্কাটি হ'ল এই যে শীল লক্ষণযুক্ত পুৰুষত আশাৰ উৎপন্ন হয় কেনেকৈ? সকলোকে জিনিবৰ বাবে মোৰ ইচ্ছা হ'ল। কি কাৰণত এই আশাৰ উৎপন্ন হ'ল? এইবিষয়ে শুনিবলৈ মই ইচ্ছা কৰিছোঁ। হে পিতামহ! মোৰ এই সংশয় দূৰ কৰি দিয়া। মোৰ যিবিলাক আশা আছিল, দুষ্ট দুৰ্য্যোধনে সেই সমস্ত আশাৰ মূৰত কুঠাৰাঘাত কৰিলে। আশা হত হ'ল যেতিয়া, মৰণতকৈও অধিক দুখ পাবলগীয়া হ'লো। এই আশা-সমুদ্ৰ পাৰ হ'ব কোনোমতেই নোৱাৰি।

ভীষ্মদেৱে মাত লগালে,—হে মোৰ বংশৰ নাতি! এইবিষয়ে তোমাক এটি পূৰ্ব্বৰ ইতিহাস কওঁ শুনা।



## আশাতকৈও কৃশতৰী আশা অতি দুখতৰ

### ঋষি-সুমিত্ৰ সম্বাদ

হৈহয় বংশৰ সুমিত্ৰ নামে এজন ৰজা আছিল। এদিনাখন ৰজাই সৈন্য-সামন্ত লগত লৈ মৃগয়া কৰিবলৈ অৰণ্যত সোমাল। অৱশেষত অসংখ্য মৃগ অৰণ্যত মাৰিলে। এনেতে এটা অদ্ভুত ঘটনা ঘটিল। এটা মৃগৰ গাত শৰ লাগি দৌৰি পলাল। ৰজাই সেই মৃগটোক লক্ষ্য কৰি পিছে পিছে খেদি গ'ল। গৈ গৈ ভীষণ অটব্য অৰণ্যৰ মাজ পালে গৈ। তথাপি মৃগটোক বিচাৰি নাপালে। ৰজা অতিশয় শ্ৰান্ত-ক্লান্ত হৈ পৰিল। ইফালে ক্ষুধায়ে তৃষ্ণায়ে ৰজাৰ শৰীৰ থৰ্‌থৰ্‌ কৈ কঁপিব ধৰিলে। লগতো কোনো নাই। অকলশৰীয়া হ'ল। মহা ঘোৰ গহন অৰণ্যত দিশ-বিদিশ বাট-পথ একো ধৰিব নোৱাৰা হ'ল। হাবি-জঙ্গল ভাঙি ভাঙি কোন ফালে ক'লৈ গৈছে, একো তৎ ধৰিব নোৱাৰি কেৱল গৈয়েই আছে। যাওঁতে যাওঁতে শৰীৰত অত্যন্ত শ্ৰম আৰু ভাগৰ লাগিল। অৱশেষত এখন ঋষিৰ আশ্ৰম পালে। দেখে যে সেই আশ্ৰমত অসংখ্য ঋষিয়ে তপ-জপ, যোগ-ধ্যান আদি কৰি মহানন্দে আছে। ৰজাৰ মুখত যেন পানী আহিল। আথে-বেথে গৈ মহা ভক্তিভাৱে

সমস্ত ঋষিকে পৰম আনন্দ চিত্তে পৰি পৰি প্ৰণাম জনালে। ঋষিসকলে ৰজাক নানা ভাবে, নানা দ্ৰব্য বস্ত্ৰ দি মান্য সৎকাৰ কৰি সুধিলে,—হে মহাৰাজ! তুমি ক'ৰ পৰা আহিলা? লগতো কোনো নাই দেখোন? অকলশৰে আহিলা যে? তোমাৰ নাম কি? কোন দেশৰ ৰজা? কোন বংশত তুমি জন্ম লাভ কৰিছা?

ঋষিসকলৰ কথা শুনি মহাৰাজ সুমিত্ৰই ক'লে,— মোৰ জন্ম হৈহয় বংশত। নাম সুমিত্ৰ। মৃগয়া কৰিবলৈ বনলৈ আহিছিলোঁ। এটা মৃগৰ গাত শৰ লাগি দৌৰি পলাল। সেই মৃগটোক বিচাৰি বিচাৰি অকলশৰে এই ঘোৰ অটব্য অৰণ্যৰ মাজত সোমালোঁহি। এতিয়া মই দিশ-বিদিশ, বাট-পথ একো বিচাৰি নোপোৱা হ'লোঁ। ৰাজ্য শ্ৰী সমস্ত গ'ল। শৰীৰ আৰু মনত অসহনীয় দুখ-তাপ পালোঁ। মনত যিটো আশা কৰিছিলোঁ, সেই আশাও হত হ'ল। মোৰ মনত আশা ছেদৰ সমান দুখ আৰু নাই যেন লাগিছে। যদি আছে, তেন্তে হে গুৰু ঋষিসকল, দয়া কৰি কোৱা। যদি ৰাজ্য নষ্ট হৈ যায়, তাতো মোৰ হানি নাই। ৰাজচিহ্ন, ৰাজধানী আদি সমস্তই নষ্ট হৈ যায়, তথাপি এই সমস্ত দুখ সহ্য কৰিব পাৰোঁ। আশা হত দুখ কোনোমতে সহিব নোৱাৰি। হিমালয় মহোদধিও তৰিব পাৰি।

কিন্তু আশা সমুদ্র তৰিব নোৱাৰি। হে মোৰ গুৰু বিপ্ৰসকল! মই এই আশা সমুদ্ৰৰ পাৰ নাপালোঁ। মোৰ মনত আকাশখনো অপাৰ অসীম যেন ভাব হয়। এই আকাশ আৰু আশাৰ ভিতৰত শ্ৰেষ্ঠতৰ কোন হ'ব? অনুগ্ৰহ কৰি মোৰ এই সংশয় দূৰ কৰি দিয়া।

ভীষ্মদেৱে ক'লে,—হে বাপ্ যুধিষ্ঠিৰ! মহাৰাজ সুমিত্ৰৰ কথা শুনি, সমস্ত ঋষিৰ ভিতৰত পৰম মহন্ত, সৰ্ব্বশ্ৰেষ্ঠ পণ্ডিত ঋষভে ক'লে,—শুনা মহাৰাজ! পূৰ্ব্বত মই অনেক তীৰ্থ পৰ্য্যটন কৰি ফুৰিছিলোঁ। শেষত অতি পুণ্যক্ষেত্ৰ বদৰিকাশ্ৰম পালোঁ গৈ। তাত অসংখ্য সুন্দৰ বদৰী ভৰপূৰে আছে। ওচৰতে বৈহায়স নামে এখন সৰোবৰ আছে। তাৰ জল অতিকৈ নিৰ্ম্মল। তাতে স্নান কৰি, দেৱতা-পিতৃৰ অৰ্থে জল দিলোঁ। কাষতে এটা দিব্য ঘৰ দেখা পালোঁ। সেই দিব্য গৃহত নৰ নাৰায়ণ ঋষি থাকে। বৈহায়স সৰোবৰত স্নান দান কৰি সেই দিব্য গৃহলৈ বুলি গ'লোঁ। ভিতৰত দেখিলোঁ এগৰাকী ঋষি। শৰীৰ অতিকৈ ওখ আৰু ডাঙৰ। আঠজন মানুহৰ সমান শৰীৰৰ বেৰ। কিন্তু শুকাই-খিনাই হাড় আৰু ছালহে আছে। দেখিবলৈ একেবাৰে কুৎসিত আৰু বিকৃত আকাৰ। শিৰত অতিকৈ বিলক্ষণ জটা। পিন্ধি থকা বাঘৰ ছালখনো একেবাৰে জীৰ্ণ। দেখিয়েই

মোৰ মন কেনেবা কেনেবা লাগি গ'ল। তথাপি সেৱা-নমস্কাৰ জনাই তেওঁৰ আগত উপস্থিত হ'লোঁ। সেইজনেই ভল্ল ঋষি। ঋষিয়ে মোক আথে বেথে বহিবলৈ আসন দিলে। ময়ো সেই আসনত নম্ৰভাবে বহিলোঁ আৰু মোৰ সকলো আদ্যোপান্ত কৈ চিনাকি দিলোঁ। তাৰ পাছত সেই সৰ্ব্বজ্ঞান ঋষিয়ে অনুগ্ৰহ কৰি মোক ধৰ্ম্ম-অৰ্থ-কাম-মোক্ষ এই সমস্ত বিষয়ে নানা প্ৰকাৰে ব্যাখ্যা কৰি জানিব দিলে। তাৰ পিছত কি হ'ল কওঁ শুনা,—ভূৰিদ্যুম্ন ৰজাৰ কথা। বীৰদ্যুম্ন নামে তেওঁৰ এজন পুত্ৰ যুৱৰাজ আছিল। এদিন যুৱৰাজ বীৰদ্যুম্নই সৈন্য-সামন্ত লগত লৈ ঘোঁৰাত উঠি মৃগয়ালৈ গ'ল। গৈ গৈ মহাঘোৰ অৰণ্যৰ মাজ পালে। অসংখ্য মৃগও মাৰিলে। কিন্তু এটা মৃগ অন্তৰতে পলাই গুচি গ'ল। তাকে দেখি যুৱৰাজে অকলে অকলে খেদি গ'ল। মৃগটোক বিচাৰি বিচাৰি মহা ঘোৰতৰ অটব্য অৰণ্যৰ ভিতৰত সোমাল। লগত কোনো নাই। ক্ষুধায় তৃষ্ণায় যুৱৰাজ অৱশ হৈ পৰিল। অৰণ্যৰ বাহিৰ হ'বলৈও কোনো দিশ পাশ নোপোৱা হ'ল। মনতে ভাবিলে,—"হৰি হৰি! আজি জীৱনৰো আশা নোহোৱা হ'ল!" ইফালে ভোকে পিয়াহে দেহৰ স্থিৰতা নোহোৱা হ'ল। ক'ৰবাত জল পাই নেকি বিচাৰিব ধৰিলে। এনেতে এটা সৰোবৰ দেখি

মনত অলপ শান্তি পালে। লাহে লাহে সৰোবৰৰ ওচৰলৈ গ'ল। জল অতিকৈ নিৰ্ম্মল। হেপাহ পলুৱাই জল পান কৰিবৰ নিমিত্তে বীৰদ্যুম্ন সৰোবৰৰ জলত নামি গ'ল। এনেতে এটা গ্ৰাহে বল কৰি সৰোবৰৰ জলৰ ভিতৰলৈ টানি লৈ গ'ল। যুৱৰাজ আৰু ঘূৰি আহিব নোৱাৰিলে। সেইক্ষালেই যমৰ ঘৰলৈ গ'ল।

হে মহাৰাজ সুমিত্ৰ! তাৰ পিছত কি হ'ল কওঁ শুনা,—যুৱৰাজ বীৰদ্যুম্নৰ লগত অহা সমস্ত সৈন্য-সামন্ত অৰণ্যৰ বাহিৰত যুৱৰাজক বাট চাই আছিল। পিছে ঘূৰি নহা দেখি স্থানে স্থানে সকলোবিলাকে বিচাৰি নাপায়, শেষত ৰজা ভূৰিদ্যুম্নক খবৰ দিলেগৈ। খবৰ পায়েই ৰজা থিয়ই মৰা যেন হ'ল। যেন সৰল গছত বজ্ৰপাতহে হ'ল। শোক-দুখে "মোক এৰি থৈ ক'লৈ গ'লি মোৰ প্ৰাণ বাপ! নে তোক কিবা সিংহ বাঘ ভালুকে অকলশৰে খাই পেলালে!" বুলি অনেক শোক কৰিব ধৰিলে। পিছত অসংখ্য পদাতি লৈ ৰজাই পুত্ৰক বিচাৰি বিচাৰি বনে বনে ঘূৰি ফুৰিব ধৰিলে। অৱশেষত সেই তনু ঋষিৰ আশ্ৰম পালেগৈ। ঋষিক দেখি ভূৰিদ্যুম্ন ৰজাই অতিশয় নম্ৰভাৱে সেৱা-ভক্তি কৰি পুত্ৰৰ সমস্ত বৃত্তান্ত ক'লে। আৰু ক'লে,—হে ঋষিবৰ! বনে বনে পুত্ৰক বিচাৰি ফুৰিলোঁ। কিন্তু ক'তো

পুত্ৰৰ মুখ নেদেখিলোঁ। কেৱল শ্ৰমহে পালোঁ। পুত্ৰক পাম বুলি মনত অতিকে আশা কৰিছিলোঁ। আশাত থাকি মোৰ সৰ্ব্বনাশ হ'ল। হে মুনিবৰ! আশাতকৈও ডাঙৰ আন কিবা জগতত আছেনে? অনুগ্ৰহ কৰি কোৱা মুনিৰাজ!

ভল্ল ঋষিয়ে ক'লে,— শুনা নৰেশ্বৰ! আছে। আশাতকৈও কৃশতৰী আশা অতিশয় দুখতৰ।

ঋষিৰ কথা শুনি ভূৰিদ্যুম্ন ৰজাই সুধিলে,— হে মুনি-শ্ৰেষ্ঠ! কৃশতৰী আশা আকৌ কেনেকুৱা? তাৰ লক্ষণ কি? দয়া কৰি কোৱা মুনিৰাজ!

ঋষভ ঋষিয়ে ক'লে,—শুনা মহাৰাজ সুমিত্ৰ! ভূৰিদ্যুম্ন ৰজাৰ কথা শুনি, ভল্ল ঋষিয়ে ক'লে,—মহাৰাজ ভূৰিদ্যুম্ন! কৃশতৰী আশাৰ লক্ষণ কওঁ মনপুতি শুনা। যিজন আঢ্যৱন্ত হৈয়ো কাৰো ক'তো একো উপকাৰ নকৰে, তেনেজনক যিজনে বাৰে বাৰে আশা কৰি থাকে, হে মহাৰাজ! তাকে কৃশ আশা বুলি জানিবা। আৰু কওঁ, মোৰ কথাত ভালদৰে মন দিবা। কৃতঘ্ন আৰু খলক (অৰ্থাৎ অকৃতজ্ঞ, উপকাৰীৰ অপকাৰ কৰা বা উপকাৰ স্বীকাৰ নকৰা, লগনীয়া বা টুটকীয়া মানুহ, হিংসুক, দুৰ্জ্জনক) যিজনে সদাই আশা কৰে, যিজনে অন্ন-বস্ত্ৰ দিব নোৱাৰে, তেনে লোকক যেয়ে আশা কৰে, তেনে লোক পৰম অজ্ঞানী। হে মহাশয়!

ইয়ো কৃশতৰী আশা বুলি জানিবা। এয়া তোমাক আচল কথা ক'লোঁ। বিশ্বাস কৰিবা। আৰু শুনা,—যিলোকৰ মাত্ৰ এটাহে পুত্ৰ সন্তান, সিও যদি মৰি যমৰ ঘৰলৈ যায়, নাইবা ঘৰ-বাৰী, পিতৃ-মাতৃ-ভাতৃ সকলোকে এৰি দেশ-দেশান্তৰলৈ গুচি যায়, প্ৰবৃত্তি নাজানি যিজনে সেই পুত্ৰ পাবলৈ আশা কৰে, বুজিছা নৰেশ্বৰ! ইয়ো কৃশতৰী আশা বুলি জানিবা। যি বৃদ্ধ মানুহে পুত্ৰৰ আশাত নাৰী বিয়া কৰাই আনে। পিতৃৰ ঘৰত থাকি যি ছোৱালীয়ে "মোক ক'ত বিয়া দিব" বুলি মনত আশা কৰি থ'কে; পিতৃ-মাতৃ, ভাতৃ-জেঠা, খুৰা-ইষ্টজনে "এই ছোৱালীজনী ক'ত বিয়া দিওঁ" বুলি আলোচনা কৰি থাকে, তেতিয়া সেই ছোৱালীয়ে ছল কৰি সেই বৃদ্ধকে মাতি আনিব। বুজিছা মহাৰাজ! ইয়ো সেই কৃশতৰী আশা বুলি জানিবা।

ভূৰিদ্যুম্ন ৰজাই যেতিয়া এই কথাবিলাক শুনিলে, তেতিয়া তন্ন ঋষিক জামুশিৰে প্ৰণাম জনাই ক'ব ধৰিলে,— হে মুনিৰাজ, মোৰ প্ৰতি সুপ্ৰসন্ন হোৱা। এতিয়া পুত্ৰ দৰ্শনৰ মোৰ কোনো কাম নাই। তুমি মোক দয়া কৰি যি মহাজ্ঞান দিলা, এয়া কেতিয়াও মিছা নহয়। মোৰ দৃঢ় বিশ্বাস হৈছে, তুমি কোৱা সকলো কথা সত্য হয়। এতেকে পুত্ৰৰ আশা মই সম্পূৰ্ণৰূপে এৰিলোঁ। হে মোৰ

পৰম গুৰু, হে মোৰ হৃদয়ৰ স্বামী ! দয়া কৰি মোক মহা অনুগ্ৰহ কৰিলা।

ঋষভে ক'লে,— হে মহাৰাজ সুমিত্ৰ ! মহাৰাজ ভূৰিদ্যুম্নৰ কথা শুনি ভগ্ন ঋষিয়ে হাঁহি হাঁহি পৰম আনন্দচিত্তে যোগৰ বলত ৰাজপুত্ৰ বীৰদ্যুম্নক আনিলে। ৰজা ভূৰিদ্যুম্নই দেখে যে পুত্ৰ বীৰদ্যুম্ন বনৰ আশে পাশে ইফালে সিফালে অকলশৰে ঘূৰি-ফুৰি আছে। ঋষিৰ প্ৰসাদত ৰজাৰ সেই মোহ দূৰ হ'ল আৰু পুত্ৰক দেখাৰ স্বত্বেও একো নক'লে, নামাতিলে। এতেকে হে মহাৰাজ সুমিত্ৰ ! তুমি সেই ধৰ্ম্মকে ধৰা। এই কৃশতৰী আশা দূৰতে বিদূৰ কৰি পৰিহাৰ কৰা।

ভীষ্মদেৱে ক'লে,—শুনা মোৰ বংশৰ প্ৰিয় নাতি ! ঋষভৰ বাক্যত নৰপতি সুমিত্ৰই লগে লগে সেই কৃশতৰী আশা দূৰ কৰিলে। হে মোৰ দয়াৰ ঠাকুৰ ! তুমিও সেইদৰে মোৰ কথামতে আশা পৰিহাৰ কৰা। হিমালয় পৰ্ব্বতৰ দৰে গহীন গম্ভীৰ হোৱা।

ধৰ্ম্মৰাজ যুধিষ্ঠিৰে ক'লে,—হে মোৰ চিৰ আৰাধ্য পিতামহ ! তোমাৰ শ্ৰীমুখৰ বাণী সাক্ষাৎ অমৃতস্বৰূপ। যিমানে শুনো সিমানেই শ্ৰদ্ধা ৰতি বিশ্বাস বাঢ়ি যাই থাকে। অমৃত পান কৰিলে যেনেকৈ আদি স্বাদ পায়, যেনেকৈ

যোগীসকলে সদায় যোগ-ধ্যান কৰি পৰমাত্মা বস্তুক হৃদয়ত দেখা পাই বাহ্য দৃষ্টি এৰি কেৱল তেওঁৰ শ্ৰীচৰণতে ভজি পৰম আনন্দে মজি থাকে, সেইদৰে তোমাৰ কথাত মোৰ মন মজি গৈছে। কেতিয়াও অন্য কৰ্ম্মত মোৰ মন-চিত ভ্ৰমি নুফুৰে।

ভীষ্মদেৱে ক'লে,—হে মোৰ বাপ্ ধৰ্ম্মপুত্ৰ! যম্-গৌতমৰ আন এটি ইতিহাস কওঁ শুনা।

* * * *

## যম-গৌতম সম্বাদ

পিতৃ-মাতৃ-গুৰুৰ ঋণ পৰিশোধৰ উপায়।
কি কৰ্ম্ম কৰি শুভলোক পায়।

পৰিপাত্ৰ নামে এখন পৰ্ব্বতত গৌতম ঋষিয়ে ষাঠি হাজাৰ বছৰ তপস্যা কৰি আছিল। এদিনাখন যমৰাজা গৈ ঋষিক দৰ্শন কৰিলে। ঋষিয়ে ধ্যানতে জানিলে যে ধৰ্ম্মৰাজ আহিছে। তাকে দেখি ঋষিয়ে পাদ্যঅৰ্ঘ্য দি ভক্তিভাবে যথাযোগ্য পূজা অৰ্চ্চনা কৰিলে।

ঋষিৰ ভক্তিত তুষ্ট হৈ ধৰ্ম্মৰাজে সুধিলে,— হে তপোধন! এই পৰ্ব্বতত তুমি কিয় আছা?

গৌতমে ক'লে,—হে ধৰ্ম্মৰাজ! তুমি যি কথা সুধিলা, সেই বিষয়ে ক'ম বাক। আগতে মোৰ এটি কথা তোমাক সোধোঁ। হে মহাভাগ! অনুগ্ৰহ কৰি মোৰ কথাৰ উত্তৰ দিয়াচোন। পিতৃ-মাতৃ-গুৰুৰ ঋণ পৰিশোধ কেনেকৈ কৰিব পাৰি? মানুহে কি কৰ্ম্ম কৰি শুভলোক লাভ কৰিব পাৰে? এই বিষয়ে দয়া কৰি মোক বুজাই দিয়া।

যমে ক'লে,—শুনা তপোধন! প্ৰথমে তপস্যা কৰি সদাই নিজক শুচি-শুদ্ধ পৱিত্ৰ কৰিব লাগে। তাৰ পিছত প্ৰতিদিনে পিতৃ-মাতৃ-মহাগুৰুক অৰ্চ্চন-বন্দন কৰিব লাগে। সদাই সত্য ধৰ্ম্ম আচৰণ কৰিব লাগে। অশ্বমেধ যজ্ঞ যজি দক্ষিণা দিব লাগে। তেতিয়া হ'লে পিতৃ-মাতৃ-গুৰুৰ ঋণ শুজা যাব। জীৱিত কালত নানা বিধ ভোগ ভুঞ্জি অন্তকালতো শুভলোক পাব। এয়া তোমাক সত্য কথা ক'লোঁ। সন্দেহ নকৰিবা।

ভীষ্মদেৱে ক'লে,—বুজিছা ধৰ্ম্মৰাজ! এই কথা তুমি সদাই মানি চলিবা। যম-গৌতমৰ কথা ক'লোঁ আৰু যদি কিবা মনত সংশয় আছে সোধা। মই তোমাক সকলো কথা ক'ম।

যুধিষ্ঠিৰে ক'লে,—হে পিতামহ! ৰজাৰ ধন-ঐশ্বৰ্য্য বহুত হ'লে, সেই ধন-ঐশ্বৰ্য্য কেনেকৈ ভোগ কৰিব? দয়া কৰি কোৱা পিতামহ!

   

## ৰজাই কেনেকৈ ভোগ কৰিব।

## কায়ব্য ইতিহাস

যুধিষ্ঠিৰৰ কথা শুনি ভগীৰথীসুত মহামতি ভীষ্মদেৱে ক'লে,—তুমি ভাল কথাকে সুধিলা। সাৱধানে শুনা। এই কথাৰ আচল তত্ত্ব কওঁ।

যেতিয়া প্ৰজাৰ দুখৰ দিন পৰিব, তেতিয়া ৰজাই ভাণ্ডাৰৰ ধন উলিয়াই প্ৰজাৰ মঙ্গলৰ বাবে খৰচ কৰিব। তাৰ পিছতহে আৱশ্যকীয় ধন ৰজাই ভোগ কৰিব। ৰজাৰ ধন-ঐশ্বৰ্য্যৰ ভাণ্ডাৰ প্ৰজাৰ বুলিহে ৰজাই ভাবিব লাগে। কেতিয়াও নিজ ইচ্ছামতে, পৰিমাণতকৈ অতিৰিক্ত ধন ৰজাই ব্যয় কৰিব নালাগে। এই বিষয়ে এটি পুৰণি ইতিহাস কওঁ, একচিত্তমনে শুনা।

ক্ষত্ৰিয় কুলত জন্ম গ্ৰহণ কৰা জগত প্ৰখ্যাত কায়ব্যৰ কথা। কায়ব্য মহা বলৱন্ত, শক্তিশালী আৰু ধনুৰ্ব্বেদত পাৰ্গত আছিল। সমস্ত অস্ত্ৰ-শস্ত্ৰ আৰু যুদ্ধ-নীতিতো অতিশয় পাৰ্গত আছিল। কিন্তু তেওঁৰ কৰ্ম্ম কেনে আশ্চৰ্য্য হ'ল কওঁ শুনা। অন্য কৰ্ম্ম এৰি দস্যু বৃত্তিত ধৰিলে। সঙ্গত অনেক দস্যু-ডকাইত লৈ গধূলি হোৱাৰ লগে লগে গাৱেঁ-ভূঞেঁ সোমাই, যাকে য'তে পাই, কাটি মাৰি লুটি পুতি

ধন-বস্ত্ৰ, দ্ৰব্য-বস্তু লৈ আহে। সেই ধন-বস্ত্ৰৰদ্বাৰা পিতৃ-মাতৃক সদাই পূজা-সেৱা কৰে। ওচৰতে এখন অৰণ্য আছিল। তাত অসংখ্য ঋষি-মুনি, সাধু-সন্তই বাস কৰিছিল। কায়ব্যই ডকাইতি কৰি অনা ধন-বস্ত্ৰৰ কিছু অংশ তেওঁলোককো ভক্তি সহকাৰে দিয়ে। মৃগ মাৰি আনিও তেওঁলোকক অনেক স্তুতি-নতি কৰি দিয়ে। এইদৰে কায়ব্যই বহুত ডকাইত লগত লৈ খিবিলাকে নামানে সিবিলাকৰ ধন-বস্ত্ৰ মহাবিক্ৰমে তেনেই লুটি-পুতি আনে।

এদিনাখন দস্যুবিলাকে কায়ব্যক ক'লে,— তোমাৰ বলবীৰ্য্য আৰু শৰীৰৰ তুলনা নাই। তোমাক আমি সদাই মান্য সতকাৰ কৰি মানি আছোঁ। সেয়ে তুমি আমাৰ অধিকাৰী হ'ব লাগে। আমি মহাৰঙ্গে সদাই তোমাৰ আজ্ঞা পালন কৰি থাকিম। পিতৃ-মাতৃয়ে যেনেকৈ পুত্ৰক লালন-পালন কৰে, তুমিও আমাক সেইদৰে ৰজা হৈ আমাক পালন পোষণ কৰিবা। তেতিয়া হ'লে আমি সকলোৱে পৰম আনন্দ পাম।

দস্যুসকলৰ কথা শুনি কায়ব্যই ক'লে,—হে দস্যুসকল, তোমালোকক অলপ কওঁ, ভালদৰে মনদি শুনা। ভয়াতুৰ জনক, নাৰীসকলক, তপস্বীজনক, শিশুক, যিসকলে যুদ্ধ নকৰে আৰু সাধু-সন্ত, বৈষ্ণৱ-ভক্তক কেতিয়াও বধ নকৰিবা।

এই সকলক বধিলে দোষ হ'ব বুলি নিশ্চিতৰূপে জানিবা। বন্দীজনক আৰু যিসকলে তোমালোকক বন্দনা কৰে, তেওঁলোকৰ কিবা দোষ দেখিলেও বধ নকৰিবা। সাধু-সন্ত, বৈষ্ণৱ-ভক্ত-মহন্তসকলৰ সদাই কল্যাণ সাধন কৰিবা। তেওঁলোকৰ কথা সদাই মানি চলিবা। আৱশ্যক হ'লে অৰ্থাৎ তেওঁলোকৰ বাবে ঘোৰতৰ যুদ্ধও কৰিবা। সন্ত-ভক্তসকলক ৰক্ষাৰ নিমিত্তে নিজৰ প্ৰাণ বিসৰ্জ্জন দিবলৈও ভয় নাখাবা। সন্ত-মহন্ত, ভক্ত-বৈষ্ণৱ সদাই সুখৰ কাৰণ বুলি দৃঢ় কৰি মানিবা। গতিকে তেওঁলোকক কেতিয়াও হিংসা নকৰিবা। যি দুৰ্ম্মতিয়ে সাধু-বৈষ্ণৱ, সন্ত-মহন্ত, ভক্ত-সজ্জনক হিংসা কৰে, তেনেজনক অৱশ্যে নানা দুৰ্গতিয়ে লগ দিয়ে বুলি জানিবা। সৰ্ব্বকালে সাধু-মহন্ত, ভক্ত-বৈষ্ণৱ, সন্ত-সজ্জনক পূজা-সেৱা-ভক্তি কৰিবা। আৱশ্যক হ'লে সৰ্ব্বস্ব দি হ'লেও তেওঁলোকক পালন-পোষণ কৰিবা। তেওঁলোকৰ ক্ৰোধত সমস্ত নাশ হয় আৰু নানা অপায় অমঙ্গল, নানা দুখ-দুৰ্গতি ভুঞ্জিবলগীয়া হয়। ৰক্ষাকৰ্ত্তা কোনো নোলাব। তেওঁলোকৰ কৃপাত, তেওঁলোকৰ সন্তোষত সমস্তৰে সৰ্ব্বপ্ৰকাৰ মঙ্গলসাধন হয়। যিবিলাক দস্যুই ধৰ্ম্মশাস্ত্ৰ মানি চলে, সিবিলাকে দস্যু বৃত্তি কৰিও নানাবিধ ক্ৰূৰ কৰ্ম্ম কৰিও মোক্ষ লাভ কৰিব পাৰে।

ভীষ্মদেৱে ক'লে—বুজিছা ধৰ্ম্মৰাজ! কায়ব্যই দস্যু-সকলক সকলো কথা বুজাই ক'লে, তেতিয়া সেই কথামতে তেওঁৰ শিক্ষাত সমস্ত দস্যুৰ মনত পৰম আনন্দ মিলিল। যিমানবিলাক পাপকৰ্ম্ম আছিল, সেই সকলোবিলাক এৰি পেলালে। কায়ব্যই পাপীসকলক পাপৰ পৰা ঘূৰাই আনিলে আৰু সদাই শিষ্টসকলক পালন কৰিব ধৰিলে। এইদৰে কৰ্ম্ম কৰি কায়ব্যই পৰম সিদ্ধি লাভ কৰিলে।

কায়ব্যৰ কথা ইমানতে এৰিলোঁ। যিজনে এই কায়ব্যৰ চৰিত্ৰ পঢ়ে বা শুনে বা কোৱা-গোৱা কৰে, তেনেলোকে মহাঘোৰ অৰণ্যতো ভয় নাপায়। দেৱতা-মনুষ্য, ভূত-পিশাচ, চোৰ-ডকাইত আদি কাৰোপৰা কিঞ্চিত-মানো ভয় সংশয় নোপজে। সাধু-সজ্জনৰ, ভক্ত-বৈষ্ণৱৰ পৰা সৰ্ব্বদায়ে কৃপাহে পায় থাকে। সেইবাবে এই কথাত সদায় ৰতি-প্ৰীতি কৰা। ইয়াত শ্ৰদ্ধা-ৰতি-বিশ্বাস হ'লে দয়াময় শ্ৰীকৃষ্ণত অচলা ভক্তি নিশ্চয় হ'ব। সন্দেহ নাই।

ভীষ্মদেৱে ক'লে,—হে বাপ্ যুধিষ্ঠিৰ! ব্ৰহ্মাই নিজে কোৱা এটা কথা কওঁ মনোযোগেৰে শুনা,—ৰজাসকলে কেনেকৈ অৰ্থ উপাৰ্জ্জন কৰিব লাগে সেই বিষয়ে। সাধু-সন্ত, ভক্ত-বৈষ্ণৱৰ অৰ্থ গ্ৰহণ কৰা উচিত নহয়। তাকে ব্ৰহ্মস্ব, দেৱস্ব বোলে। সেইবাবে হৰণ কৰা অনুচিত।

চোৰ-ডকাইত, ক্ৰিয়াহীন যিবিলাক আছে, সেইবিলাকৰ ধন-বিত ল'ব পাৰে। সাধু-সজ্জনক ৰজাই সৰ্ব্বদা প্ৰতিপাল কৰিব লাগে। প্ৰজাৰ কাৰণে, যজ্ঞৰ কাৰণে ৰজাই ধন ল'ব। দুৰ্জ্জনৰ ধন কোনো কামত নাহে, কাৰো হিত-সাধন নকৰে। সেই ধন-বিত নিগ্ৰহি আনি ৰাজকোষত থ'ব লাগে। সেই ধন-বিত সাধু-সজ্জনক দিব আৰু যজ্ঞত খৰচ কৰিব। যিজন ধনৱন্তই প্ৰচুৰ ধন উপাৰ্জ্জন কৰি দেৱতা-পিতৃক পূজা নকৰে, সাধু-মহন্ত, ভক্ত-বৈষ্ণৱ কাকো নিদিয়ে, তেনেজন অতিকে কৃপণ। ধাৰ্ম্মিক ৰজাই সেই ধন কাঢ়ি আনি, সাচি নাৰাখি সাধু-সজ্জনক প্ৰিয় বাক্যৰ-দ্বাৰা সমৰ্পণ কৰি দিব। তেনে ৰজাৰ সমস্ত ধৰ্ম্ম সিদ্ধি হয় বুলি জানিবা।

---

## সম্মুখ বিপদত আত্ম ৰক্ষাৰ উপদেশ

ভীষ্মদেৱে ক'লে,—আৰু এটা কথা কওঁ মনদি শুনিবা। কিছুমান মানুহ আছে, অতিশয় সুশিক্ষিত। সমস্ত কাৰ্য্যৰ ব্যৱস্থাও বুজি পায়। কিবা বিপত্তি মিলিব পাৰে বুলি জানি, আগতেই উপায় চিন্তা কৰে। আৰু কিছুমান

মানুহ আছে, সন্মুখত কৰা বিপদ আপদে দেখা দিলে, সেই বিপদৰপৰা কেনেকৈ ৰক্ষা পৰিব, তাৰ বাবে এনেকুৱাত এৰি যৎপৰোনাস্তি চেষ্টা কৰি, যিকোনো উপায় উদ্ভাৱন কৰি, সমস্ত বিপদ-বিঘিনিৰ পৰা উদ্ধাৰ হ'ব। এই দুই প্ৰকাৰ লোকক কেতিয়াও আপদে নাপায়। সদায় সম্পদ লাভ কৰে। আৰু কিছুমান লোক আছে, "হ'বলে, কৰিমদে" বুলি পিছলৈ বখি থাকে। তেনে লোকক দীৰ্ঘসূত্ৰীয়ে লগ দিলে বুলি জানিবা। এই দীৰ্ঘসূত্ৰীয়ে যাক এবাৰ লগ দিয়ে তেনেলোকক কোনোকালে আপদে এৰি নিদিয়ে। সদায় আপদ নুগুচে। বহুত কষ্ট ভোগ কৰিবলগা হয়। অৱশেষত সমূলি নষ্ট হয়। এই বিষয়ে এটি আখ্যান কওঁ শুনা,—

---

## দীৰ্ঘসূত্ৰীতাৰ আখ্যান

এখন বিলত অনেক মাছ আছিল। তাৰ ভিতৰত তিনিটা ডাঙৰ মাছো আছিল। এটাৰ নাম দীৰ্ঘসূত্ৰী, আৰু এটাৰ নাম দীৰ্ঘদৰ্শী, আনটোৰ নাম প্ৰত্যুৎপন্নমতি। বিলখনৰ পানী তৰ পৰাত, এদিনাখন কিছুমান মানুহে থকা পানী-খিনিও জান খান্দি উলিয়াই দি মাছবোৰ ধৰিবৰ বাবে

আহি কামে-কাজে লাগি গ'ল। তাকে দেখি দীৰ্ঘদৰ্শীয়ে বাকী দুজনক ক'লে,—"চোৰা, সৌৱা জান খান্দি পানী-বোৰ উলিয়াই দি আমাৰ সৰ্ব্বনাশ কৰিবলৈ উঠি পৰি লাগিছে। গতিকে পানী থাকোঁতেই আমি ইয়াৰপৰা ওলাই যোৱা ভাল হ'ব। নহ'লে জানত পানী কম হোৱাৰ লগে লগে জান বন্ধ কৰি আমাক ধৰিবলৈ যাব।" প্ৰত্যুৎপন্নমতি বোলাটোৱে মাত লগালে,—"থোৱাহে তোমাৰ কথা। এতিয়াই ইমান ভাবি-চিন্তি মূৰ ঘমাব লগা হ'লো কিয়? যেতিয়া কিবা অপায় অমঙ্গল হোৱা যেন দেখোঁ, তেতিয়া তাৰ উপাই চিন্তা কৰিম। এতিয়া ইমান ভয় খাব লগা হ'ল কিয়?" দুয়োজনৰ কথা শুনি দীৰ্ঘসূত্ৰীয়ে মাত লগালে,—"তোমালোক দুয়োজনেই দেখিছোঁ অতিকে ভয়াতুৰ। যাৰ যিটো হ'ব লাগে, সেইটো হ'বই। সকলো আপদ-বিপদ একমাত্ৰ ঈশ্বৰৰ ইচ্ছাতেই হয়। যিটো হ'ব লাগে, সেইটো পূৰ্ব্বতে হৈ আছে। তাকে নাজানি মিছাতে ভয় কৰিছা কিয়?

দুয়োজনৰে কথা শুনি দীৰ্ঘদৰ্শীৰ মনত ভাল নালাগিল আৰু দুয়োকে এৰি থৈ সাউতকৰে জানটোৰে পাৰ হৈ গ'ল। মাছ ওলাই যোৱা দেখি, মাছ মৰা মানুহবিলাকে ভাবা-ভাবিকৈ মাছ ওলাই যাব নোৱাৰাকৈ বাণ মাৰি দিলে। তাৰ পিছত পানীবিলাক গৈ গৈ বিলখন তেনেই জাগ পৰিল।

মাছবিলাকে জপিয়াব লাগিছে। মাছ মৰা মানুহৰ আনন্দৰ সীমা নোহোৱা হ'ল। নানীকটা (অৰ্থাৎ এডাল কটীৰ এটা মূৰত এডাল একালে জোং থকা শলা আৰু আনকালে ফুটা দি বচীডাল সুমুৰাই মাছবিলাক গাঁথি ৰাখে) লাতত লৈ ধুম্ ধাম্ মাছ ধৰি ধৰি গাঁথিব ধৰিলে। দীৰ্ঘসূত্ৰীকো গাঁথিলে। তাকে দেখি প্ৰত্যুৎপন্নমতিয়ে নানীত গঁথা মাছৰ মাজত সোমাই নানীডালত কামোৰ মাৰি ধৰিলে আৰু গঁথা মাছৰদৰে ভাও দি থাকিল। নানীৰ মাছবিলাক বোকাৰে লেটি-পেটি হৈ থকা দেখি মাছমৰীয়াসকলে নদীলৈ নি মাছবোৰ পখালিব ধৰিলে। তেতিয়াই প্ৰত্যুৎপন্নমতিয়ে নানী এৰি দি বহল দ পানীলৈ গৈ দীঘদৰ্শীক লগ ধৰিলে। বুদ্ধিহীন দীৰ্ঘসূত্ৰীয়ে কাৰো কথা নুশুনি দেহ এৰিলে। মূঢ মন্দচিত্ত সকলে এইদৰে আগন্তুক বিপদৰ কথা নাজানি, সাধু-জ্ঞানী-গুণী লোকৰ কথাও নামানি এইদৰে নিজৰ দোষতে নিজে মৰে। বুজিছা মহাৰাজ যুধিষ্ঠিৰ! মূৰ্খবিলাকে নিজৰ আপদ-বিপদৰ কথা একো নাজানে। বিপদৰ কথা কেনেবাকৈ জানিলেও বা কোনো জ্ঞানী-গুণীলোকে ক'লেও অৱহেলা কৰি আপদ উদ্ধাৰৰ বাবে আগতীয়াকৈ কোনো ব্যৱস্থা নকৰে। ফলস্বৰূপে দীৰ্ঘসূত্ৰীৰদৰে কালৰ হাতত দেহা এৰে। আপদৰ কথা জানিও যি মানুহে গৰ্ব্ব-অহঙ্কাৰ কৰি আপদ উদ্ধাৰৰ

কোনো ব্যৱস্থা নকৰে, তেনে মানুহে নিশ্চয় বিপদৰ সম্মুখীন হ'বই। যিলোকে আগন্তুক ঘোৰ বিপদ হ'ব বুলি জানি, পূৰ্ব্বতেই তাৰ উপাই চিন্তা কৰে, তেনেলোকে নিশ্চয় আপদত তৰিব পাৰিব। যিজন বুদ্ধিমন্ত হ'ব, তেওঁ দীৰ্ঘদৰ্শীৰ দৰে আগতেই তৰণৰ উপাই চিন্তা কৰি, পৰম আনন্দে সমস্ত বিপদৰ হাত সাৰি চিৰসুখ চিৰশান্তি লাভ কৰিব পাৰিব। সন্দেহ নাই।

শুনা সৰ্ব্বজন কথা বিতোপন
সৰ্ব্বদায়ে কৰা ৰতি।
ইহাৰ শ্ৰৱণে মিলে সৰ্ব্ব সিদ্ধি
কৃষ্ণত জন্মিবে মতি ॥
দেখা কলিকাল অল্পায়ুস নৰ
অধৰ্ম্মে আসি বেঢ়িল।
কুল ক্ৰিয়া ধৰ্ম্ম সবে নষ্ট গৈল
ক্ষয় ভৈল তেজ বল ॥
হে জগন্নাথ মই বৰ অনাথ
কৃপা কৰা দয়াময়।
চৰণ কমল ৰঙা পাদতল
তাহাতে গৈলো বিক্ৰয় ॥

দুৰ্লভ মনুষ্য জন্ম লভিলোহোঁ
নাম ভৈলা সোণাৰাম ।
তোমাত ভকতি নভৈল অদ্যাপি
কিমতে চৰণ পাম ॥
বৃথা আয়ু যায় তভো চেষ্টা নাই
বাঢ়য় চিত্তে আক্ৰোশ ।
হেনয় দুৰ্ম্মতি গুচায়ো সম্প্ৰতি
দীনবন্ধু হৃষীকেশ ॥
পতিত পাৱন নামযে তোমাৰ
ব্যৰ্থ নকৰাহা স্বামী ।
এতিক্ষণে তয়ু চৰণ পঙ্কজে
শৰণ পশিলোঁ আমি ॥
মৰণ বেলাতে ঘোৰ সন্নিপাতে
শৰীৰ হুইবে তৱধ ।
কফ-বাত-পিত্ত ইসবে আসিয়া
কৰিবে কণ্ঠ নিৰোধ ॥
অদ্যাৱধি পদ পঙ্কজ পঞ্জৰে
সমৰ্পিলোঁ মন নিয়া ।
মোহোতে প্ৰসন্ন হুয়া নাৰায়ণ
কৰিয়ো এহিসে দায়া ॥

শুনা সমজ্যাৰ লোক নিৰন্তৰ
সকলে দেখা অসাৰ ।
যত দেখা শুনা সবে অকাৰণ
কৃষ্ণৰ চৰণ সাৰ ॥
হেন জানি সবে ধৰা তান পাৱে
এৰি ভাষ ভুষ কাম ।
কৃষ্ণৰ চৰণে পশিয়া শৰণ
ডাকি বোলা ৰাম ৰাম ॥



## শত্ৰুৰপৰা আত্মৰক্ষাৰ উপায়

ধৰ্ম্মৰাজ যুধিষ্ঠিৰে ক'লে,—হে মোৰ চিৰ আৰাধ্য পিতামহ ! সকলো বুদ্ধিৰ কথা মোক জানিব দিলা । দীৰ্ঘদৰ্শী, দীৰ্ঘসূত্ৰী আৰু প্ৰত্যুৎপন্নমতিৰ কথাও তোমাৰ প্ৰসাদত জানিলোঁ । কিন্তু অবিনাশী বুদ্ধিৰ কথা একো নাজানিলোঁ, নুবুজিলোঁ । তোমাৰ শ্ৰীমুখে শুনিবলৈ বৰ ইচ্ছা হৈছে । কি বুদ্ধি কৰি শত্ৰুক জিনিব পাৰি ? কি বুদ্ধি কৰিলে শত্ৰুক দেখিলেও অন্তৰত কোনো ভয় শঙ্কা নোপজে ?

এই বুদ্ধিৰ কথা কোৱা। তোমাৰ প্ৰসাদত সেই বুদ্ধিৰ প্ৰতি যাতে মোৰ অনুৰাগ হয়। এই সমস্ত কথা মোক কোৱা। যাতে মোৰ মন সুস্থ হয়। আগতে অনেকৰ লগত যুদ্ধ-বিগ্ৰহ বহুত হৈছে। বহুতক কাটি-মাৰি অনেক দুখ-কষ্টও দিছে, সেইবিলাক শত্ৰুৰপৰা ৰক্ষা পৰাৰ উপাই কি? শত্ৰু-মিত্ৰ চিনাৰ উপাই কি? সেইবিলাকৰ লগত কেনে ব্যৱহাৰ কৰি চলিব লাগিব? যদি কোনো জ্ঞানী শত্ৰু, মিত্ৰৰত হয়, তেন্তে সেই মিত্ৰ-তুল্য জ্ঞানী শত্ৰুৰ লগত কেনে ব্যৱহাৰ কৰিব লাগিব? কিদৰে সেই শত্ৰুৰ লগত অসংশয়ে মহাসুখে থাকিব পৰা যাব? এইবিলাক সংশয় দূৰ কৰি দিয়া পিতামহ!

গঙ্গাসুত ভীষ্মদেৱে ক'লে—হে বাপ্ যুধিষ্ঠিৰ! তুমি সোধা সকলো কথাৰ উত্তৰ দিওঁ। মনস্থিৰ কৰি শুনা,—যদি কোনো শত্ৰুই মিত্ৰতা কৰিব খোজে, তেন্তে যদিও শত্ৰুৰ লগত মিত্ৰতা কৰা দোষণীয় হয়, তথাপি শক্তি অশক্তি প্ৰতিদিনে ভালদৰে বুজি খুজিহে বিশ্বাস কৰিব; কিন্তু বাদ-বিসম্বাদ বা যুদ্ধ-বিগ্ৰহ কেতিয়াও নকৰিব। যদি কাৰ্য্য বুজি কিবা এটা কৰিব লগাত পৰেও, তেন্তে দেশ কাল পাত্ৰ ভালদৰে জানি ল'ব লাগে। তাৰ পিছত নিজৰ হিত হ'ব বুলি যদি নিশ্চিত হ'ব পাৰে, তেন্তে

তেওঁৰ লগত মিত্রতা কৰিব পাৰে। যদিও পূৰ্ব্বৰ শক্রতা থাকেও, তথাপি প্ৰাণ ৰক্ষাৰ বাবে মিত্রতা কৰিব পাৰে। প্ৰাণৰ সঙ্কটত পৰিও যিজনে অমিত্রত অৰ্থাৎ শক্রৰ লগত মিত্রতা নকৰে, তেনেজন অপণ্ডিত বা অজ্ঞানী বুলি জানিব। পুৰণি অৰ্থাৎ পূৰ্ব্বৰ কোনো মিত্র থাকিলে, সেই মিত্ৰকো ভালদৰে জানি-বুজি, চাই-চিতিহে মিত্রতা কৰিব, যাতে শক্ৰতা কৰিব নোৱাৰে। যদি সন্দেহ হয়, তেন্তে সেই মিত্ৰতকৈ জ্ঞানী শক্রৰ লগতহে কাৰ্য্য বুজি পণ্ডিতে ব জ্ঞানীজনে মিত্রতা কৰিব লাগে। যেনেকৈ অৰ্থৰদ্বাৰাহে অৰ্থ উপাৰ্জ্জন কৰে, ঠিক তেনেদৰে জ্ঞানী শক্রৰ লগত মিত্রতা কৰিও কাৰ্য্য বুজি মহৎ ফল লাভ কৰিব পাৰি। এই সম্পৰ্কে এটা মেকুৰী আৰু এটা এন্দুৰৰ কাহিনী কওঁ শুনা।

---

## মাৰ্জ্জাৰ-মূষিক সম্বাদ

এখন অৰণ্যত এজোপা বৰ প্ৰকাণ্ড বৃহৎ বট গছ আছিল। গছজোপাক নানাবিধ লতাই লুহুৰীয়ে মেৰাই আগুৰি আছিল। তাৰোপৰি গছৰ অসংখ্য ডাল-পাতবোৰে ঘোৰতৰ মেঘৰদৰে তলখন তেনেই ছাঁয়া দি আছিল।

তলত বহিলে শৰীৰ-মন-প্ৰাণ তেনেই জুৰ পৰি যায়। সেই প্ৰকাণ্ড বিৰাট জোপোহা গছজোপাৰ অসংখ্য ডালত নানা প্ৰকাৰ অসংখ্যাত চৰাই-চিৰিকটিয়ে বাহ সাজি মহাসুখে নিবাস কৰিছিল। তলত নানা জাতিৰ পহুৱেও জিৰণি লৈ মহাসুখে থাকে। গছজোপাৰ গুৰিত শতমুখী গাঁত কৰি এটা এন্দুৰে পৰম আনন্দে বাস কৰিছিল। এন্দুৰটোৰ নাম 'পলিত'। তাৰ সমান মহা জ্ঞানৱন্ত, বুদ্ধিৱন্ত কোনো নাছিল। সেই গছজোপাৰ ডালকে আশ্ৰয় কৰি 'লোমশ' নামেৰে মস্ত বোন্দা মেকুৰী এটায়ো তাতে মহাসুখে বাস কৰিছিল। চৰাইৰ পোৱালী যিমান পাৰে ধৰি ধৰি খাই নোদোকাটো হৈ পৰিছিল। এক ব্যাধে সেই গছজোপাৰ তলতে প্ৰতিদিনে সূৰ্য্য অস্ত যোৱাৰ আগতে ফান্দ্ পাতি থৈ যায় আৰু ৰাতিপুৱা আহি পছু-চৰু যি লাগি থাকে, তাকে ঘৰলৈ নি বেচা-বিক্ৰি কৰি জীৱন নিৰ্ব্বাহ কৰিছিল।

দৈৱবশে এদিন লোমশ মাৰ্জ্জাৰ (মেকুৰী) সেই ব্যাধৰ ফান্দত পৰি বন্দী হৈ ৰ'ল। প্ৰাণটাকি যত্ন কৰিও ফান্দৰপৰা মুকলি হ'ব নোৱাৰি ধৰ্‌ফৰাই আছে। গাঁতৰ মুখৰপৰা ওলাই পলিত মূষিকে (এন্দুৰ) দেখে যে ভয়ঙ্কৰ শত্ৰু লোমশ মাৰ্জ্জাৰ ব্যাধৰ ফান্দত পৰি বন্দী হৈ ধক্‌ ধক্ কৰি ধৰ্‌ফৰাই আছে। পলিতৰ মহা আনন্দ মিলিল।

সি গাঁতৰ পৰা ওলাই আহি পৰম নিৰ্ভয়চিত্তে আহাৰ বিচাৰি ফুৰিব ধৰিলে। তাৰ সৰ্ব্বকালৰ মহা শত্ৰু ফান্দত পৰা দেখি মহানন্দে হাঁহি হাঁহি ফান্দৰ খুটিৰ ওপৰত উঠিও নিৰ্ভয়েৰে তাৰ আহাৰ বিচাৰি বিচাৰি খাব ধৰিলে। আহাৰত চিত্ত দি দেখে যে মহাপৰাক্ৰমী চিৰশত্ৰু ফান্দত পৰি ধৰ্‌ফৰাব লাগিছে। ওচৰতে 'হৰিত' নামৰ এটা নেউলে তাৰ তাম বৰণীয়া পৰম চঞ্চল চকু দুটাৰে পলিতক খাবৰ বাবে ওপৰৰ ফালে মুখ কৰি একেথৰে চাই আছে। তাৰ জিভাৰ পানী লক্ লক্ কৰে ওলাই টপ্‌টপ্ কৰি পৰি আছে।

সেই গছজোপাৰে এটা কোটৰত 'চিত্ৰক' নামে এটা ফেঁচায়ো বাস কৰি আছিল। কোটৰৰ মুখতে বৈ চকু ফুৰাই দেখে যে সাক্ষাততে পলিত মূষিকে মহানন্দে তিৰিলৰিলাই বিচৰণ কৰি ফুৰিছে। চিত্ৰকে ভাবিলে,—"আজি মোৰ ভাগ্য অতিশয় সুপ্ৰসন্ন।" পলিতক খাবলৈ চিত্ৰকৰ বৰ ইচ্ছা গ'ল। চিত্ৰকৰ ঠোঁট কি যে তীক্ষ্ণতৰ! দেখিলেই ভয় লাগে। পলিতে দেখিলে যে ওপৰৰ ফালে চিত্ৰক উলুক (ফেঁচা)। তলতে লোভী হৰিত নকুল (নেউল) দুয়োজনেই তাক (পলিত মূষিকক) খাবলৈ চোপ লৈ আছে। পলিতে ভাবিলে,—"আজি মোৰ নিশ্চয় মৰণ মিলিল।" পলিতে থুৰ খৰকৈ ভাবিব ধৰিলে,—"যেতিয়া বিপদ সন্নিকট,

মৃত্যুৰ সম্মুখীন হয়, তেতিয়া জ্ঞানীসকলে কেনেকৈ, কি উপায়েৰে সেই বিপদৰপৰা বা মৃত্যুৰ হাতৰ পৰা সাৰিব পাৰে। যদি চাৰিওফালৰ পৰা প্ৰবল শত্ৰুবিলাকে আগুৰি ধৰে, তেতিয়া সাৰিবলৈ যদি কোনো উপাই নাথাকে, তেন্তে সৰাতোকৈ যিটো প্ৰবল শক্তিশালী শত্ৰু হয়, সেই শত্ৰুৰ লগত আত্মৰক্ষাৰ বাবে মিত্ৰতা কৰিব লাগে। তাকে দেখি অন্য শত্ৰুবিলাক সঙ্কোচিত হ'ব। গতিকে মৰো তাকে কৰা উচিত হ'ব। নাহিলেই নেউলৰ মুখতে পৰিম। ইয়াত থাকিলেও ফেঁচাই সৰ্ব্বনাশ কৰিব। আনহাতে যদি ফান্দৰপৰা মুক্ত হয়, তেন্তে এই মাৰ্জ্জাৰ বেটাৰো মোক কুশলে নেৰিব। চিৰশত্ৰু এই মাৰ্জ্জাৰ বেটা কম নহয়। তৎক্ষণাৎ মোক শেষ কৰি দিব। যদিও মাৰ্জ্জাৰ মোৰ চিৰকালৰ শত্ৰু, তথাপি এই মহা বিপদৰ সময়ত ইয়াৰ লগত মিত্ৰতা কৰাতোৱেই শ্ৰেয়স্কৰ হ'ব। তেতিয়া হয়তো নেউল আৰু ফেঁচা নিশ্চয় নিৰাশ হৈ গুচি যাব। ইয়াৰ বাহিৰে মোৰ আৰু অন্য উপাই নাই। মই যেনেকৈ আপদত পৰি বিপাঙত পৰিছোঁ, ঠিক তেনেদৰে জ্ঞানী-লোকেও কেতিয়াবা বিপদত পৰিলে মোহগ্ৰস্থ নহৈ পাৰ্য্যমানে বিপদ এৰাবলৈ যত্নৰ অলপো ত্ৰুটি নকৰে। জীয় থাকে মানে যৎপৰোনাস্তি বিপদৰ হাতৰ সাৰিবলৈ

চেষ্টা কৰে। যিজনে আপদ কালত মোহগ্ৰস্থ অৰ্থাৎ বেহুচ নহৈ একান্ত ধৈৰ্য্য সহকাৰে আপদ উদ্ধাৰৰ বাবে দৃঢ়তাৰে যত্ন কৰে, তেওঁ সমস্ত আপদৰপৰা মুক্ত হৈ প্ৰচুৰ ধন-সম্পত্তিৰ অধিকাৰী হয় আৰু জীৱনত পৰম শান্তি লাভ কৰিব পাৰে। এয়া কোনো আচৰিত কথা নহয়। গতিকে বোমশ মাৰ্জ্জাৰৰ বাহিৰে মোৰ আন গতি নাই। সেইবাৰে মাৰ্জ্জাৰৰ ওচৰলৈ বলৱন্ত সাহসী বীৰৰদৰে গৈ তাৰ হিতৰ বাবে কিছু কথা কৈ মিত্ৰতা কৰোঁ।। তেতিয়াহ'লে সি নিশ্চয় মোৰ সহায়ক হ'ব। আজি মোৰ ভাগ্য বৰ ভাল। দৈৱক্ৰমে সিয়ো ব্যাধৰ জালত পৰি বান্ধখাই ককৃবকাই আছে। এনে অৱস্থাত তাক ভালদৰে বুজাই বঢ়াই ক'লে, প্ৰাণৰ নিমিত্তে সি নিশ্চয় মোক কাকুতি মিনতি কৰি, মোৰ লগত মিত্ৰতা কৰিব। বলৱন্ত শত্ৰু যদি মহা বিপদত পৰে, তথাপি শত্ৰুৰ লগত তেওঁ মিত্ৰতা কৰা উচিত। অৱশ্যে শত্ৰু, জ্ঞানী বা পণ্ডিত হ'লে ভাল। মূৰ্খ মিত্ৰ হ'লে, অনিষ্ট হোৱাৰেই সম্ভাৱনা বেছি। এই বোমশ মাৰ্জ্জাৰ (মেকুৰী) মোৰ চিৰকলীয়া শত্ৰু। অমিত্ৰ। তথাপি ইয়াৰ লগত মিত্ৰতা কৰাতোৱেই মোৰ পক্ষে শ্ৰেয় হ'ব। তেতিয়াহে যদি মোৰ জীৱন-প্ৰাণ ৰক্ষা পৰে। অৱশ্যে মইয়ো মাৰ্জ্জাৰৰ কল্যাণ সাধন কৰিম।"

ইত্যাদি ভাবি-চিন্তি লাহে লাহে পলিত মূষিক, ৰোমশ মাৰ্জ্জাৰৰ ওচৰলৈ গ'ল আৰু অতি মৃদু মন্দ সুৰে ক'ব ধৰিলে,—বোলো, কিনো দৈৱৰ গতিত্ পৰি ব্যাধৰ ফান্দত পৰি বান্ধ খাই একেবাৰে মৃত্যু-তুল্য হৈ পৰি আছা। মুক্ত হ'বৰ বাবে একো যত্ন নকৰা নেকি? ৰাতি পুৱালেই ব্যাধে আহি যমকালে নিয়া দি হাতে-ভৰিয়ে জড়পুৰ কৰি বান্ধি ধৰি নি জীৱন শেষ কৰি দিব। উদ্ধাৰৰ উপাই চিন্তা নকৰি এনেদৰে থাকিলে কি হ'ব। প্ৰাণ ৰক্ষাৰ বাবে কিবা এটা উপায় চিন্তা কৰাতোহে যুক্তিযুক্ত। আৰু মোৰ ফালে চোৱা। নেউল আৰু ফেঁচাই মোক খাবৰ বাবে কেনেদৰে চোপ লৈ আছে। ভাবি চিন্তি একো উপাই নাপাই তোমাৰ ওচৰলৈয়ে আহিছোঁ। কিজানি তোমাৰ দ্বাৰা কিবা প্ৰকাৰে প্ৰাণ ৰক্ষা পাওঁ বুলি।

পলিত মূষিকৰ কথা শুনি ৰোমশ মাৰ্জ্জাৰে ক'ব ধৰিলে,—চোৱা, ব্যাধৰ জালত পৰি কেনেকৈ বন্দী হৈ আছোঁ। কোন মুহূৰ্ত্তত প্ৰাণ পক্ষী উৰি যায় ঠিক নাই। মৃত্যু সন্নিকট। মোৰ এই বান্ধ কাটি সোনকালে মোক মুক্ত কৰি দিয়া। মই সত্য অঙ্গীকাৰ কৰি ক'লোঁ। বিশ্বাস কৰা। মই মুক্ত হ'লে, তোমাকো নকুল আৰু উলুকৰপৰা ৰক্ষা কৰিম। জানিলোঁ, মোৰ বাবে বিধি

সুপ্ৰসন্ন হ'ল। নহ'লেনো তোমাৰ নিচিনা এজন বন্ধুক ওচৰতে পাওঁনে ? মই এতিয়াই তোমাৰ লগত মিত্ৰতা কৰিলোঁ। মই তোমাক নিশ্চয় ৰক্ষা কৰিম। তুমি কোনো চিন্তা নকৰিবা।

ৰোমশৰ কথা শুনি পলিতে ক'লে,—তোমাৰ কথা শুনি ভালেই লাগিল। ভয়ো দূৰ হ'ল। কিন্তু এটা সংশয়হে মুগুচিল। কথাটো হ'ল,—তুমিতো মেকুৰী আৰু মই হ'লো এন্দুৰ। চিৰকালে আমি তোমালোকৰ ভক্ষক।

পলিতৰ কথা শুনি মেকুৰীয়ে ক'লে,—তুমি ঠিকেই কৈছা। তোমালোক আমাৰ চিৰকালেই আহাৰ। এইয়া সঁচা কথা। কিন্তু এটা কথা তুমি মনত ৰাখিবা যে মিত্ৰদ্ৰোহৰ সমান পাপ তিনিলোকত নাই। মই সত্য অঙ্গীকাৰ কৰি কৈছোঁ, তোমাৰ অহিত কেতিয়াও চিন্তা নকৰোঁ। যদি তোমাৰ অপায় অমঙ্গল কিবা কৰোঁ, তেন্তে মিত্ৰদ্ৰোহ মহাপাপে মোক নিশ্চয় পাব। বিশ্বাস কৰিবা।

ৰোমশ মাৰ্জ্জাৰৰ সত্য বাক্য শুনি পলিত মূষিক কাষলৈ গ'ল আৰু সম্বোধন কৰি ক'লে,—শুনা মোৰ প্ৰাণৰ মিত্ৰ! তুমি কোনো চিন্তা নকৰিবা। এতিয়াই সমস্ত বান্ধ ছিণ্ডি তোমাৰ প্ৰাণ ৰক্ষা কৰিম। কিন্তু চোৱা, মোৰ মহা ভয় উপস্থিত। প্ৰথমে মোৰ ভয় নিবাৰণ কৰা। তোমাত মই শৰণ পশিলোঁ।

পলিত মূষিকৰ কথা শুনি বোমশ মাৰ্জ্জাৰৰ পৰম আনন্দ মিলিল। দূৰৰ স্বৰ্গ হাততে পোৱা যেন পাই হৰ্ষচিত্তে ক'ব ধৰিলে,-- হে মোৰ প্ৰাণ-সখি! তোমাৰ ভাব বুজি মই মৰি জীৱ পোৱা যেন লাগিছে। সোনকালে আহি মোৰ কোলাত আশ্ৰয় লোৱাহি। তোমাৰ সঙ্গলৈ আপদ দূৰ হ'ব। প্ৰাণসম সখি তুমি আহিলা যেতিয়া মোৰ আৰু ভয় নাই। মোৰ সমস্ত অমঙ্গল দূৰ হ'ব বুলি নিশ্চিতৰূপে জানিলোঁ। যদি মই বন্ধনৰূপৰা মুক্ত হ'ব পাৰোঁ, তেন্তে তোমাৰ কাৰ্য্য সাধন কৰাত একো কথা নাই। পলম নকৰি শীঘ্ৰে মোক মুক্ত কৰি দিয়া। তোমাৰ প্ৰীতিৰ কৰ্ম্ম মই নিশ্চয় সাধন কৰিম। চিন্তা নকৰিবা।

এইদৰে মাৰ্জ্জাৰে অনেক প্ৰিয়বাক্য কোৱাত মূষিক পতিয়ন গ'ল আৰু মহাৰঙ্গমনে মাৰ্জ্জাৰৰ কোলাত সোমাই আশ্ৰয় ল'লে। যেনেকৈ পিতৃৰ কোলাত পুত্ৰে থাকে, ঠিক তেনেদৰে বোমশৰ কোলাত পলিত থাকিল। তাকে দেখি নকুল আৰু উলুক নিৰাশ হৈ পৰিল। সিহঁতৰ মনৰ আশা মনতে থাকিল। তাৰ পাছত মহাজ্ঞানৱন্ত বুদ্ধিমন্ত পলিত মূষিকে লাহে লাহে মাৰ্জ্জাৰৰ বান্ধবোৰ কাটিব ধৰিলে। তাকে দেখি বোমশ মাৰ্জ্জাৰে ক'ব ধৰিলে,—হেৰা মোৰ প্ৰাণৰ বান্ধৱ! তুমি কিয় ইমান লাহে লাহে মোৰ বান্ধবোৰ

কাটিব ধৰিছা। তুমি মোৰ পৰম সুহৃদ। এনেস্থলত কিয় তুমি অৱহেলা কৰি ধীৰে ধীৰে বান্ধ কাটিব ধৰিছা? নে মনত কিবা অৱজ্ঞা কৰিছা? বান্ধৰপৰা মুক্ত নহওঁতেই যদি এতিয়াই ব্যাধ আহি পায়, তেতিয়া মোৰ কি অৱস্থা হ'ব ভাবি চোৱাচোন। শতিকে সোনকালে মোক বন্ধনৰ পৰা মুক্ত কৰি দিয়া। তেতিয়াহে যদি মোৰ জীৱন ৰক্ষা পৰে।

পলিত মূষিকে ক'লে,—হেৰা অবোধ মিত্ৰ! মোৰ হিতবাণী শুনা,—তুমি কালৰ কথা একেবাৰে নাজানা, মুৰুজা। সেয়েহে এনেদৰে ৰক্ষা নোহোৱা হৈ ভয়তে যিহকে তিহকে কলকিব ধৰিছা। যিহেতুকে মই কালৰ কথা ভালদৰে জানো, এনেস্থলত অকালত তোমাক কেনেকৈ মুক্ত কৰি দিওঁ? যিজনে কালৰ কথা নাজানি অকালতে কৰ্ম্ম আৰম্ভ কৰে, অৱশ্যে তাত নিশ্চয় বিঘিনি উৎপন্ন হ'বই। সেই কৰ্ম্ম, কালত যদি আৰম্ভ কৰা যায়, তেনেহ'লে তাৰ ফল সমানে সমানে লাভ হয়। অকালতে যদি তোমাক বন্ধনৰপৰা মুক্ত কৰি দিওঁ, তেন্তে মোৰ মহা ভয় হ'ব পাৰে। সেইবাবে তুমি কাললৈ বাট চোৱা। ইমান অধৈৰ্য্য হোৱাৰ কোনো কাৰণ নাই। যেতিয়া তোমাক ব্যাধে ধৰিবৰ বাবে হাতত অস্ত্ৰ লৈ মহাবেগে অহা মই দেখা পাম, তেতিয়া মই তোমাক বন্ধনৰপৰা মুক্ত কৰি দিম। ব্যাধৰ ভয়ত তুমি

কম্পমান হ'বা। ঠিক সেই সময়তে বান্ধ মুক্ত হৈ একে জাপে গছত উঠিবা গৈ! তেতিয়া তোমাকপৰা মোকো ভয় দূৰ হ'ব আৰু ময়ো মহানন্দে মোৰ গাঁতত প্ৰবেশ কৰিম গৈ।

এনেয়ে ব্যাধৰ ভয়ত লোমশৰ বুকু কম্পমান হৈ আছে। তাতে পলিতৰ কথা শুনি তাৰ ভয় দুগুণে বাঢ়িল। লোমশে ক'ব ধৰিলে,—হে মোৰ প্ৰাণৰ সখি, মিত্ৰৰ কাৰ্য্যত এই কথা বৰ ভাল হোৱা নাই। সংসাৰত বিষামবিনাক সাধু-জ্ঞানী আছে, তেওঁলোকে ভয় নহওঁতেই মিত্ৰক ৰক্ষা কৰে। তুমি মহা জ্ঞানী আৰু বুদ্ধিতো পৰম সুজন। গতিকে হেলা নকৰি শীঘ্ৰে যত্ন কৰা। তুয়োৰে কল্যাণ হওক। নে পূৰ্ব্বৰ শত্ৰু ভাবি, তোমাৰ কিবা অপকাৰ কৰোঁ বুলি সন্দেহ কৰিছা? মই হ'লে একো বুজিব পৰা নাই। কি কাৰণে কাল বিলম্ব কৰিছা? নে মই অজ্ঞানীয়ে তোমাৰ কিবা অপৰাধ লগালোঁ? হে মিত্ৰ! মই সকাতৰে কাবৌ কৰিছোঁ। অজ্ঞানীৰ অজানিত সৰ্ব্বদোষ মৰিষণ কৰি, শীঘ্ৰে মুক্ত কৰি দি প্ৰাণ ৰক্ষা কৰা। মহা জ্ঞানবন্ত, পৰম পণ্ডিত, বুদ্ধিত চতুৰ আৰু সৰ্ব্বশাস্ত্ৰ বিশাৰদ পলিত মূষিকে, লোমশ মাৰ্জ্জাৰৰ মনৰ কথা ভালদৰে জানি ক'ব ধৰিলে,—হে মিত্ৰ! তোমাৰ স্বভাৱৰ কথা মই ভালদৰে জানো; আৰু তুমিও মোৰ স্বভাৱৰ কথা ভালদৰে জানা।

হীন, দুৰ্ব্বল এজনে যদি বলৱন্ত এজনৰ লগত মিত্ৰতা কৰে, তেন্তে সেইজনে মৰিবৰ কাৰণে বিষ বা অপথ্য ভোজন কৰাৰ দৰে হয়। এবিধ মিত্ৰ আছে এনেকুৱা,—আগতে ভাবি চাব, কাৰ লগত মিত্ৰতা কৰোঁ। কাৰ লগত কোন মিত্ৰ, সুহৃদ, বান্ধৱ। বন্ধুক অৰ্থবদ্বাৰাহে অনৰ্থ কৰিব পাৰি। যেনেকৈ হাতীবদ্বাৰাহে বনৰীয়া হাতী ধৰে; ঠিক সেইদৰে শত্ৰুবিলাকেও মিত্ৰক মাৰে। কাৰ্য্য বুজি যিজনে কাৰ্য্য নকৰে, সেই জনে কেতিয়াও নিজক ৰক্ষা কৰিব নোৱাৰে। সেইবাবে কাল চাইহে কাৰ্য্য কৰিব লাগে। তেতিয়া কাৰ্য্যও সিদ্ধি হয় আৰু প্ৰাণো ৰক্ষা পৰে। সেইবাবে ৰাতিপুৱালৈকে বাট চোৱা। পুৱা যেতিয়া ব্যাধ আহিব, তেতিয়া তুমি ভয়ত কম্পমান হ'বা। ইতিমধ্যে মই তোমাৰ সকলো বান্ধ কাটিলোৱেই। মাত্ৰ গলৰ বান্ধটো ৰাখিছোঁ। ব্যাধ তোমাৰ ওচৰ পোৱাৰ মুহূৰ্ত্ততে মই সেই বান্ধ কাটি দিম। তেতিয়া তুমি ভয়ে-ভীতে তৎক্ষণাৎ গছত উঠিবা গৈ; আৰু ময়ো মোৰ গাঁতত সোমাম গৈ। গতিকে হে মিত্ৰ! তুমি একো চিন্তা ভয় নকৰিবা! এইদৰে হ'লে আমাৰ দুয়োৰে সংশয় কৰাৰ কোনো কাৰণ নাই।

এইদৰে আপদত পৰি দুয়ো কথা হৈ থাকোঁতে ৰাতি পুৱাল। এনেতে পৰিঘ নামেৰে ব্যাধ এজন যোৰতক

মূৰ্ত্তি ধাৰণ কৰি, সেইখিনি পালেহি। তাৰ মূৰ্ত্তি দেখিলেই চূৰ্ত্তি হেৰায়। অতিশয় বিকৃত ঘোৰবৰ্ণ কালস্বৰূপ। থূলন্তৰ শৰীৰ। জানু জঙ্ঘা চুটি। পেটটো মহা ভয়ঙ্কৰ ঢোলহে যেনিবা। বাহু দুটা অতিকৈ থূলন্তৰ। কিন্তু হিচাপতকৈ চুটি। আঙুলিবিলাক লোঠোৰ-পোঠোৰ কৰে, দেখিবলৈ কি যে লাগে! মুখখন বৰ বহল বিকৃত। কাণ দুখন থিয়। জুটুলা-জুটুলি চুলিবোৰ গাহৰিৰ নোমবদৰে থিয় হৈ আছে। ঔটেঙাবদৰে চকু দুটা জুইৰ অঙঠা যেন জ্বলি আছে। দাঁত দুপাৰি নাঙলৰ ফালহে যেনিবা। ওঁঠ দুটা মউবাহ ওলোমাদি ওলমি আছে। তাম বৰণীয়া ডাঢ়ি গোঁফ দেখিবলৈ কি যে কুৰূপ। ভেঙুৰা নাকটোৰ ৰন্ধ্ৰ, যেন অন্ধকূপহে। এনে অদ্ভুত ভয়ঙ্কৰ মূৰ্ত্তি দেখি ৰোমশ মাৰ্জ্জাৰ ভয়ত কম্পমান হৈ থৰ্ থৰ্কৈ কঁপিব ধৰিলে। হাতত অস্ত্ৰ লৈ যমদূত অহা যেন দেখি ঘনে ঘনে ফিৰি ফিৰি চাই মহা ভয়ে ভীতে কঁপি কঁপি পলিত মূষিকক ক'ব ধৰিলে,— চোৰা, চোৰা মিত্ৰ! সৌৱা চোৱা। ব্যাধ আহি পালেহিয়েই। জানিলোঁ, আজি মোৰ ৰক্ষা নাই। মৃত্যুৰ কাল মিলিল।

ব্যাধক দেখাৰ লগে লগে ফেঁচা আৰু নেউল আশাহত হৈ তাৰপৰা গুচি গ'ল। ঠিক সেই সময়তেই এন্দুৰেও নেজুৰীটোৰ গলৰ বান্ধ কাটি দি নিজৰ গাঁতত সোমালগৈ।

লগে লগে ৰোমশেও প্ৰাণৰ ভয়ত একে জাপে বৃক্ষত উঠি ওপৰ পালেগৈ। ব্যাধে দেখে যে জালখন এন্দুৰে কাটি একেবাৰে খণ্ড-ভণ্ড কৰি থৈছে। খঙে বেজাৰে চপাই বুটলি শুদা জালখনকে টোপোলা বান্ধি লৈ "তাত আৰু ফান্দ্ নাপাতো" বুলি গুচি গ'ল। ব্যাধ গুচি যোৱাৰ পিছত ৰোমশ লাহে লাহে গছৰ ওপৰৰ পৰা নামি আহি এন্দুৰৰ গাঁতৰ মুখতে বৈ ক'ব ধৰিলে,— হে মোৰ প্ৰাণৰ সখি! তোমাক নেদেখি চেনেহত মোৰ বুকুখন পুৰিব ধৰিছে। জনম অবধি দুয়োৰে শত্ৰুতা আছিল। আপদত পৰি দুয়ো প্ৰাণৰ মিত্ৰ হ'লোঁ। তোমাৰ প্ৰসাদতে মই মৰি জীৱন পালোঁ। সেই বাবে পলম নকৰি গাঁতৰ পৰা ওলাই আহা। হিয়া উবুৰিয়াই সাদৰ সম্ভাষণ কৰোঁ। বিশ্বাস কৰি মোক প্ৰাণ দান দিলা। এতিয়া আপদ আঁতৰি গ'ল। এনেস্থলত কিয় কোনো সন্নিধান নিদিয়া? আপতে মিত্ৰ কৰি যদি কোনো অনুষ্ঠান নকৰে, তাৰ সমান দুৰ্মতি আৰু কোনো নাই। সেই পৰম দুৰ্মতি নিশ্চয় পুনঃ আপদত পৰে বুলি কথিত আছে। মোৰ কথাত যুক্তি আছে নে নাই তুমি ভাবি চোৱাচোন! আহা, আহা মোৰ প্ৰাণৰ মিত্ৰ! মই খৰ আশাৰে বাট চাই আছোঁ। আহা, গলত সাৱটা-সাৱটি

কৰি আলিঙ্গন কৰোঁ। মোৰ মিত্ৰ, বন্ধু-বান্ধৱ যিমান আছে, সকলোৱে আহি তোমাক সাদৰেৰে পূজা কৰিবহি। যেনেকৈ গুৰুক শিষ্যসকলে পূজা-সেৱা কৰে, ঠিক সেইদৰে হে মিত্ৰ! তোমাকো সকলোৱে পূজা-সেৱা কৰিব। সঙ্কটত যিজনে জীৱন ৰক্ষা কৰে, তেনেজনক যিজনে পূজা-সেৱা নকৰে, তাৰ সমান মূৰ্খ জগতত কোনো নাই। তোমাক মোৰ পৰম ঈশ্বৰ বুলি মানিছোঁ। মোৰ গৃহ ভাণ্ডাৰ সমস্ত তোমাৰ চৰণত অৰ্পণ কৰি দিলোঁ। আজিৰ পৰা তুমি মোৰ অধিপতি হ'লা। সকলো সময়তে তুমি মোক শাসন কৰিবা। পিতৃয়ে যেনেকৈ পুত্ৰক শিকাই, ঠিক সেইদৰে তুমিও মন্ত্ৰী হিচাপে মোক শিক্ষা-দীক্ষা দি সৰ্ব্ব-ক্ষণে চলাবা। তুমি বুদ্ধিত শুক্ৰৰ নিচিনা। ময়ো মহা বলৱন্ত বিদ্যমান। তুমি আৰু মই যেতিয়া এক হ'লোঁ, এনেস্থলত আমাৰ বলৰ প্ৰমাণ লোকে দেখি ভয় নকৰি থাকিব পাৰিবনে? কাৰোপৰা আমাৰ ভয়ৰ কাৰণ নাই। তুমি আৰু মই সদাই বিজয় লাভ কৰিব পাৰিম। ইয়াত কোনো সন্দেহ নাই। লোমশ মাৰ্জ্জাৰৰ মিঠা মিঠা কথা-বিলাক শুনি থাকি, পলিত মুষিকে নিজৰ হিত চিন্তা কৰি ক'ব ধৰিলে,—শুনা মিত্ৰ! তোমাৰ সৎ কথাবিলাক মই সকলো ভালদৰে শুনিলোঁ। আৰু যেটিকৈ ক'ব নালাগে।

ৰয়ো অলপ কওঁ, মন দি শুনা,—শত্ৰু মিত্ৰ, এই দুটা চিনা বৰ টান। ই অতি সূক্ষ্ম কথা বুলি শাস্ত্ৰত কয়। ৰাগ আৰু লোভত পৰি কেতিয়াবা শত্ৰুৰ লগতো মিত্ৰতা কৰিব লগা হয়। শত্ৰু আৰু মিত্ৰ, দুটা জাতি কৰি বিধতাই পূৰ্ব্বতেই সৃষ্টি কৰিছে। কাৰ্য্যৰ বাবে সকলোৰে আজত শত্ৰু-মিত্ৰ ভাব স্বভাৱতে উৎপন্ন হয়, যাৰ মৰণত বা বিপদত আনন্দ কৰে, তাকে শত্ৰু বুলি ভাবিব লাগে। মৰণ সময়ত বা বিপদৰ সময়ত যিজনে নিজকে উৎসৰ্গা কৰিব খোজে, তেওঁকে মিত্ৰ বুলি জানিব লাগে। সকলোতে শত্ৰু-মিত্ৰ একেলগে নাথাকে। অৰ্থৰ বাবে শত্ৰু-মিত্ৰ স্বভাৱতে হয়। কাৰ্য্য নুবুজাকৈ যাকে তাকে বিশ্বাস কৰিলে সৰ্ব্বনাশ হয়। যদি কোনোবাই শত্ৰু-মিত্ৰ একো চিন্তা ভাবনা নকৰি, কিবা শুভ কাৰ্য্য কৰে, তেওঁৰো সৰ্ব্বনাশ হয়। শত্ৰুক নাশ কৰিবলৈ হ'লে, প্ৰথমতে তাৰ লগত মিত্ৰতা কৰিব লাগে। এয়া তোমাক অতিশয় বিশ্বাসৰ কথা ক'লোঁ। অবিশ্বাসীজনক কেতিয়াও বিশ্বাস কৰিব নালাগে আৰু বিশ্বাসীজনকো অতিকৈ আশা কৰিব নালাগে। যদি কৰে, তেন্তে নিশ্চয় মহা কষ্ট পাব লাগিব। শেষত সমূলঞ্চে বিনাশ প্ৰাপ্ত হ'ব। পিতৃ-মাতৃ পুত্ৰ, বন্ধু-বান্ধৱ, মামা-ভাগিন আদি কিয়েই নহওক, কাৰ্য্য নুবুজি যদি বিশ্বাস

কৰা যায়, তেন্তে সেইবিলাকৰ পৰাও মহাভয় পাব পাৰে। অবিশ্বাসী পুত্ৰক পিতৃ-মাতৃয়েও ত্যাগ কৰে। তথাপি সদায় নিজক ৰক্ষা কৰি থাকে। এনেস্থলত তোমাৰ চঞ্চল বুদ্ধি মই দেখা পাইছোঁ। যিহেতু ব্যাধৰ ফান্দত পৰি মৰিব গুলাইছিলা। এতিয়া তুমি সুমধুৰ বাক্যেৰে মোক প্ৰীতি সম্ভাষণ জনাই আলাপ কৰিবলৈ মাতিছা। এইবিলাক সকলো কথা যে মিছা, মই আগতেই সকলো কথা ভালদৰে জানি আছোঁ। আৰু অলপ কওঁ ভালদৰে মনদি শুনা,—কাৰ্য্য আৰু কাৰণৰ পৰাহে শত্ৰু-মিত্ৰৰ উদ্ভৱ হয়। এই কথাবাৰ তুমি আচৰিত নামানিবা। সকলোৰে প্ৰীতি, অৰ্থতহে। আচলতে কাৰো কোনো প্ৰিয় নহয়। সহোদৰ ভাই, ভাৰ্য্যা, স্বামী আদি যিমানবিলাক আছে, এইবিলাকৰ প্ৰতি স্বভাৱতে প্ৰীতি জন্মে। কেতিয়াবা ক্ৰোধ বশতঃ যদিও অপ্ৰীতি হয়, তথাপি কাৰ্য্যবশতঃ পুনৰ প্ৰীতিযুক্ত হয়। এতেকে হে সখি! তুমিয়ে বাৰু মনেৰে ভাবি চোৱাচোন, তোমাৰ আৰু মোৰ ভিতৰত প্ৰীতিৰ কিবা কাৰণ আছে নে? মই হ'লে প্ৰীতিৰ কাৰণ একো দেখা নাই। কিছুমানে প্ৰীতি কৰে দানৰ আশাত। কিছুমানে আকৌ প্ৰীতি কৰে প্ৰিয় বাক্য শুনি। মন্ত্ৰ হোম তপ জপ আদিত প্ৰীতি হয় দেৱতাবিলাক। কিন্তু তোমাৰ মোৰ প্ৰীতিসাধনৰ কোনো কাৰণ মই হ'লে

একো দেখা নাই। যেতিয়া উভয়েই বিপদত পৰিছিলোঁ, তেতিয়া উভয়ে প্ৰীতি কৰিছিলোঁ সঁচা কথা। সেইবাবে আমি দুয়ো আপদৰ পৰাও উদ্ধাৰ হ'লোঁ। এতিয়া সেই প্ৰীতি তোমাৰ মনত আছে বুলি তুমি ভাবিছা নেকি? এতিয়া আৰু সেই প্ৰীতি আমাৰ অন্তৰ্দ্ধান হ'ল। এতিয়া সেই প্ৰীতিৰ কোনো প্ৰয়োজন মই হ'লে দেখা নাই। মই পৰম পণ্ডিত আৰু মহা জ্ঞানৱন্ত। সেইবাবে এতিয়া আৰু তোমাৰ লগত প্ৰীতি কৰাতো উচিত বুলি মই নাভাবোঁ। এতিয়া কি কাৰণে তুমি মোৰ লগত প্ৰীতি কৰিব খুজিছা, সেই কথা মই ভালদৰে জানি আছোঁ। তুমি মোক বৰ বেছিকৈ বুজাই ক'ব নালাগে। কালিৰে পৰা অনাহাৰে আছা। পেটত একো পৰা নাই। ক্ষুধাৰ জ্বালাত থাকিব নোৱাৰি, সহজতে উদৰ ভৰাব পাৰিম বুলি ভাবি, মোৰ ওচৰলৈ আহিছা। সেই দালি মোৰ ওচৰত নগলিব। যদিও তুমি নানা ছলাহী কথাৰে প্ৰীতি কৰিব খুজিছা। সকলো কাৰ্য্য কালে সংঘটিত কৰে আৰু সেই কালেই সকলো কাৰ্য্য নষ্ট কৰে। সেই কাৰণে বুজি খুজিহে জ্ঞানীজনে সকলো কাৰ্য্য আচৰণ কৰে। সেইবাবে তুমি প্ৰীতিৰ কথা মোৰ আগত আৰু নক'বা। ক'লেও মোৰ মনে নামানে। তুমি যে আত্মকাৰ্য্যে জ্ঞানী, সেই কথা মই ভালদৰে জানো। যিহেতু অকালত অতিশয়

স্নেহ-প্ৰীতি কৰিছা, ইয়াৰদ্বাৰাই মই তোমাক ভালদৰে বুজি পাইছোঁ। মোক খাবৰ বাবেই যে তুমি চাপ্‌চুপ মাৰি এইদৰে আছা, মই নুবুজা নহয়। সেয়ে মই কেতিয়াও তোমাৰ ছলাহী কথাত ভোল গৈ এই গাঁতৰপৰা ওলাই যোৱা নহ'ব। চপল (অৰ্থাৎ অস্থিৰ, চঞ্চল) লোকৰ মিত্ৰতা সদাই নাথাকে। ক্ষন্তেকতে মিত্ৰ দেখে, ক্ষন্তেকতে শত্ৰুময় দেখে। যেনেকৈ ক্ষণে ক্ষণে মেঘে নানা বৰ্ণ ধৰে, চপলজনৰো লক্ষণ ঠিক তেনে ধৰণৰ। সম্প্ৰতি তুমি আমাৰ চিৰকলীয়া বৈৰী। আপদত পৰি দুয়োজনে মিত্ৰতা কৰিলোঁ। যেতিয়া আপদৰপৰা মুক্ত হ'লোঁ, তেতিয়াই পূৰ্ব্বৰ শত্ৰুভাব আহি পৰিল। যদি তুমি নীতিশাস্ত্ৰ ভালদৰে জানাই, তেন্তে কি ভাবিনো কি কাৰণে ব্যাধৰ ফান্দত বন্দী হৈ আছিলা? তুমি এবাৰ ভালদৰে ভাবি চোৱাচোন! মোৰ বীৰ্য্যত তুমি মুক্ত হ'লা আৰু ময়ো তোমাৰ বীৰ্য্যতেই মুক্ত হ'লোঁ। দুৰ্ঘোৰ আপদত আমি দুয়ো মুক্ত হ'লোঁ। এতিয়া আমি দুয়ো অপ্ৰমাদে থাকিব লাগে। এতিয়া আকৌ কি কাৰণে তুমি মোক প্ৰীতি কৰিব আহিছা? মোক ভোজন কৰাৰ ব্যতিৰেকে আন কোনো কাৰণ মই দেখা নাই। আমি হৈছোঁ তোমালোকৰ অন্ন। তোমালোকে সদাই আমাক ভোজন কৰা। আমি হৈছোঁ বলহীন আৰু তোমালোক

হৈছো মহা বলবান। বন্ধনৰপৰা মুক্ত হৈ বৃক্ষত চৰিলা। জানিলোঁ, তোমাৰ পেটত খুব ভোক লাগিছে। সেইবাবেই মোক প্ৰীতি কৰি, আদৰ সাদৰ কৰি, উপায়েৰে মাতি নি মহানন্দে ভোজন কৰিবা। তোমাৰ অন্তৰৰ কথা মই অনুমানতে বুজিব পাৰিছোঁ। সেই কথা নেচেল। মই আক তোমাৰ লগত মিত্ৰতা কৰা নহ'ব। আনহাতে এই ঠাই এৰি তোমাৰ লগত যোৱাও নহ'ব। আৰু তোমাৰ ভাৰ্য্যা-পুত্ৰ, বন্ধু-বান্ধৱ সকলোকে যে মোক সপি দিম বুলি আগতে যি ক'লা, তাৰ অভিপ্ৰায় কি কওঁ শুনা,— কালিৰে পৰা বন্ধনত পৰি ভোকত প্ৰাণ যাওঁ যাওঁ হৈ আছে। সেইবাবে সহজতে পোৱাৰ আশাৰে মোৰ ওচৰলৈ আহিছা। জানিলোঁ, সকলোৱে মিলিজুলি মোক ভোজন নকৰি নেৰিবা। জীয়াই থকাজনক, যিমান দ্ৰব্য-বস্তু পালেও নলগা নহয়। তোমাৰ আগত যদি মৰিও যাওঁ, তেতিয়া মই কি কৰিম? সেইবাবে হে বন্ধু! এইবিলাক জঞ্জাল পাতি মিছাতে ইয়াত বৈ নাথাকিবা। মই তোমাৰ মঙ্গলৰ বাবে কওঁ শুনা,—এই গছত থাকোঁতে যদি এতিয়াই সেই কাল ৰূপী ব্যাধ আহি পায়, তেন্তে তোমাৰ সৰ্ব্বনাশ হ'ব। গতিকে বেলাই পোহৰে এই ঠাই এৰি আনফালে গতি কৰা।

পলিত মুষিকৰ কথা শুনি লোমশ মাৰ্জ্জাৰ ভয়ত কম্পমান হ'ল আৰু ব্যাধৰ ভয়ত লগে লগে আন ঠাইলৈ গুচি গ'ল। পলিত মুষিকেও সেই গাঁত এৰি গুচি গ'ল।

ভীষ্মদেৱে ক'লে,—শুনা বাপ্ যুধিষ্ঠিৰ! দুৰ্ব্বল হ'লে বুদ্ধিমন্ত হ'ব লাগে। পলিত মুষিকতে এই কথাৰ প্ৰমাণ পোৱা যায়। বুদ্ধি আৰু জ্ঞানৰ দ্বাৰা সমস্ত শত্ৰুকে পৰাভূত কৰি বিপদত আত্মৰক্ষা কৰিলে। সেইদৰে যিসকল ৰজায়ে হওক বা প্ৰজায়ে হওক দুৰ্ব্বল হ'লে তেওঁলোক বুদ্ধিমন্ত আৰু নীতিত পাৰ্গত হ'ব লাগে। যদি কোনো লোক বা নৃপতি আপদত পৰে, এই মূষিক মাৰ্জ্জাৰ সম্বাদ হৃদয়ত স্মৰণ কৰি, এইদৰে কাল চাই বিশ্বাস কৰিব। তেতিয়াহ'লে তেওঁ কেতিয়াও বিপদত নপৰে।

ভীষ্মদেৱে পুনঃ ক'লে,—হে মহাৰাজ যুধিষ্ঠিৰ! এতিয়া সাৰ কথা কওঁ, মনপুতি শুনা,—ক'ৰবাত যাব লগা হ'লে, পাৰ্য্যমানে সাধু-জ্ঞানী, সন্ত-মহন্ত, বৈষ্ণৱ-ভক্তসকলৰ লগতহে গমন কৰিব লাগে। তেতিয়াহ'লে ক'তো অমঙ্গল নহয়। যিজনে সাধু-জ্ঞানী, সন্ত-মহন্ত, ভক্ত-বৈষ্ণৱক সদাই সম্মান কৰে আৰু তেওঁলোকৰ কথা বিশ্বাস সহকাৰে মানে, তেনে লোকে ইহ পৰলোকত কল্যাণ সাধন নিশ্চয় কৰিব। সাধু-জ্ঞানী, ভক্ত-বৈষ্ণৱ, সন্ত-মহন্ত সকলেহে ধৰ্ম্ম জানে।

তেওঁলোকৰ সত্য বিনে অসত্যত বুদ্ধি নচলে। এতেকে সাধু-সন্ত, ভক্ত-বৈষ্ণৱ, জ্ঞানী-গুণী, মহন্ত-সজ্জনক সদাই পাৰ্য্যমানে পূজা-সেৱা কৰিব লাগে। তেতিয়া হ'লে নিশ্চয় সদাই শুভ হ'ব। সকলোৰে আদৰ যত্নও পাবা। সমস্ত প্ৰজাৰ কল্যাণ সাধনো হ'ব আৰু শ্ৰী, যশ, কীৰ্ত্তিও লাভ কৰিব পাৰিবা।

* * * *

শুনা সৰ্ব্বজন ইটো ভাৰত-চৰিত্ৰ।
ৰাজনীতি কথা ইটো পৰম পৱিত্ৰ॥
কৃপাময় কৃষ্ণে হিত চিন্তিয়া ৰজাৰ।
ভীষ্ম মুখে নীতিচয় কৰিলা প্ৰচাৰ॥
হেন জানি যতনে শুনিয়ো জ্ঞানীচয়।
ইহাৰ শ্ৰৱণে জ্ঞানা পুণ্যক সাঞ্চয়॥
কৃষ্ণ তুষ্ট হুয়া তাক লোৱে দাস কৰি।
যাহাৰ স্মৰণে যম যাতনাক তৰি॥
মূৰ্খ সোণাৰামে কহে ইসে তত্ত্বসাৰ।
ৰাম কৃষ্ণ বুলি তৰা দুৰ্ঘোৰ সংসাৰ॥

———

## শত্ৰু-মিত্ৰ চিনাৰ উপায়।

### ব্ৰহ্মদত্ত আৰু চটক পক্ষীৰ বৃত্তান্ত।

ধৰ্ম্মৰাজ যুধিষ্ঠিৰে ক'লে,—হে পিতামহ! তুমি নীতিৰ বিষয়ে অনেক শাস্ত্ৰসম্মত কথা মোক শুনালা আৰু মযো একান্ত মনে সকলো নীতি আৰু নীতিশাস্ত্ৰ শুনিলোঁ। কিন্তু মোৰ সংশয় নুগুচিল। শত্ৰু-মিত্ৰ কাকো বিশ্বাস কৰিব নোৱাৰি বুলিও কৈছা। যদি সেয়ে হয় তেন্তে কেনেকৈ, কি উপায়েৰে শত্ৰু-মিত্ৰ চিনিম? হে পিতামহ! মোৰ এই সংশয় দূৰ কৰি দিয়া। এই বিষয়ে শুনিবলৈ মোৰ বৰ মন গৈছে।

যুধিষ্ঠিৰৰ কথা শুনি নৰশ্ৰেষ্ঠ ভীষ্মদেৱে ক'লে,—শুনা বাপ্ বংশৰ প্ৰদীপ! তোমাৰ সকলো শঙ্কা দূৰ কৰিম। এইবিষয়ে এটা পুৰণি কথা তোমাক ক'লেই যথেষ্ট হ'ব। পূৰ্ব্বত অতিকৈ মনোহৰ কাম্পিল্য নগৰত ব্ৰহ্মদত্ত নামে এজন ৰজা আছিল। ৰজাই এজনী ঘৰ-চিৰিকাও অন্তেষপুৰত পালন-পোষণ কৰি ৰাখিছিল। ঘৰ-চিৰিকাজনীয়ে ভূত-ভৱিষ্যতৰ কথা সকলো জানিছিল। সমস্ত ধৰ্ম্ম, সমস্ত শাস্ত্ৰৰ কথাও ভালদৰে জানিছিল। সমস্ত প্ৰাণীৰ কথাও বুজি পাইছিল। চৰাইজনী মহাজ্ঞানী আছিল। এদিনাখন ৰাজ

মহিষীৰ এটি পুত্ৰ সন্তানৰ জন্ম হ'ল। সেই একে সময়তে, চৰাইজনীৰো এটি পুত্ৰ জন্ম পালে। ঘৰ-চিৰিকাজনীয়ে প্ৰতিদিনে সাগৰ পাৰৈহে গৈ দুটা অমৃত ফল আনি দুযোটা সন্তানকে ভগাই দিয়ে। অমৃত ফল আনন্দ মনে দুয়ো পুত্ৰই খায়, দিনক দিনে দুয়োৰে বল বাঢ়িব ধৰিলে। এদিন এটা অঘটন ঘটিল। চৰাইজনী ফল আনিব যোৱাৰ পিছত ধাইৰ লগত ৰজাৰ পুত্ৰ চৰাইৰ পোৱালীটোৰ ওচৰলৈ গ'ল। দুয়ো পুত্ৰ ৰং-ধেমালী কৰি থাকি হঠাৎ ৰাজপুত্ৰই চৰাইৰ পুত্ৰৰ পৰা ফলটো কাঢ়ি ল'লে। খং উঠি চৰাইৰ পুত্ৰই ৰাজপুত্ৰক ঠোঁটেৰে, ভৰিৰ নখৰে বেয়াকৈ আঘাত কৰিলে। ৰাজপুত্ৰৰো বিৰাট খং উঠিল আৰু চৰাইৰ পুত্ৰক একেবাৰে মাৰি পেলালে। সেই সময়তে ঘৰ-চিৰিকাজনী আহি দেখে যে পোৱালীটো মৰি পৰি আছে। পিছত ধাইৰ পৰা সকলো শুনি ঘৰ-চিৰিকাজনীয়ে পুত্ৰৰ শোকত ইনাই-বিনাই কান্দিব ধৰিলে। কান্দি কান্দি অলপ স্থিৰ হৈ ৰাজপুত্ৰৰ ফালে চাই ক'ব ধৰিলে,—"এই ক্ষত্ৰিয় জাতিৰ অলপো বিশ্বাস নাই। চল পালে মুহূৰ্ত্ততে সৰ্ব্বনাশ কৰে। সকলোৰে ধন-বস্তু বলেৰে হৰণ কৰি আনে। নিৰ্দ্দোষীকো দণ্ড কৰে। বিশ্বাসঘাতকী ক্ৰূৰ দুষ্ট চিত্ত। আজি উচিত দণ্ড দিম। একেলগে জন্ম হৈছে। একেলগে ডাঙৰ-দীঘল হৈছে।

দুখকো দুখ বুলি নাভাবি সাগৰ পাৰ হৈ অমৃত আনি দুয়োকে খাবলৈ দিওঁ। সদাই শৰণাগত হৈ আছোঁ। তথাপি মোৰ পুত্ৰক বধিলে। এই মহাপাপৰ ফল আজি হাতে হাতে দিম। কোনে ৰক্ষা কৰে চাওঁ।" এই বুলি ঘৰ-চিৰিকাজনী ক্ৰোধত জ্বলি উঠিল আৰু ৰাজপুত্ৰৰ চকু দুটা ঠোঁট আৰু নখেৰে আঁঝুৰি উলিয়াই অন্ধ কৰি দি আকাশলৈ উৰা মাৰিলে। ৰাজপুত্ৰ মাটিত বাগৰি পৰিল। তাকে দেখি ধাই দৌৰি গৈ আথে-বেথে ৰজাক জনালে। ৰজা আহি দেখে যে কথা সৰ্ব্বনাশ। পুত্ৰ অন্ধ হৈ পৰি আছে। ৰজাই মনত মৰ্ম্মান্তিক শোকে-তাপে জৰ্জ্জৰিত হৈ চাই দেখে যে পক্ষী গৈ আকাশত আছে। ৰজাই ঘৰ-চিৰিকা-জনীক পূজনী বুলিয়েই মাতিছিল। এতিয়া পূজনী গৈ আকাশত থকা দেখি ৰজাই সম্বোধন কৰি চৰাইজনীক মাত লগালে,—হেৰা মোৰ মৰমৰ পূজনী ! মোৰ পুত্ৰই তোমাৰ অপকাৰ কৰিলে। তাকে দেখি তুমিও মোৰ পুত্ৰক উচিত দণ্ড দিলা। তাৰ বাবে তুমি কোনো শঙ্কা ভয় কৰিব নালাগে। আগৰদৰে তুমি সদাই মোৰ ওচৰত থাকাহি। কি কাৰণে তুমি মোক এৰি যাব লগা হ'লা ? আহা পূজনী ! কোনো ভয় নাই।

ৰজাৰ কথা শুনি পূজনীয়ে মনত অলপ ভাবি-চিন্তি

ক'লে, -হে মহাৰাজ! তুমি মোক যি কথা কৈছা, সেই বিষয়ে মই অলপ কওঁ, মনদি শুনা,—যদি কোনো ভৃত্যই কিবা দ্রোহ আচৰণ কৰে, তেন্তে তেনেজনৰ লগত পুনৰ থকাতো উচিত নহয়। তথাপিতো যদি তেনেজনৰ সঙ্গত বাস কৰে, তেন্তে জ্ঞানীলোকে সেই ভৃত্যক কেতিয়াও প্রশংসা নকৰে, ভাল নাপায়। যদি সেই অপৰাধ ৰজাই ক্ষমাও কৰে, তথাপি জ্ঞানীলোকে পেটে পেটে কেতিয়াও ভাল নেদেখে। বুজিছা মহাৰাজ! নিশ্চয় সেই ভৃত্যৰ কল্যাণ সাধন নহয়। কিবা এটা ছিদ্র পালেই একেবাৰে শেষ কৰি দিব। যদি অন্যে অন্যেও কেতিয়াবা শত্রুতা আচৰণ কৰে, আৰু সেই বৈৰভাব যদি সদাই থাকে, তেন্তে তাৰদ্বাৰা দুয়ো নষ্ট হোৱাৰ সম্ভাৱনাই বেছি। তাৰোপৰি পুত্র পৌত্রাদিক্রমে সেই শত্রুতা থাকি যায়। সেই বৈৰভাৱ পৰলোকতো থাকে। সেইবাবে সকলো বৈৰ অর্থাৎ শত্রুত বিশ্বাস কৰা উচিত নহয়। যদি কোনোবাই বিশ্বাস কৰেও, তেন্তে তেনেলোকে কেতিয়াও সুখ-শান্তি নাপায়। যিজন বিশ্বাসঘাতকী, তেনেজনক কেতিয়াও বিশ্বাস কৰিব নালাগে। ইটোৱে সিটোৱে যদি কেতিয়াবা বৈৰতা কৰে, তেনেলোকৰ পিছত মিত্রতা কৰা অনুচিত। আগত তোমাৰ ঘৰত মই বাস কৰিছিলোঁ। এতিয়া সেই মিত্রতাৰ আশা এৰি

আঁতৰি আছিলোঁ। আগতে যিজনে অপকাৰ কৰে, তেনেজনক মান সন্মান কৰি যদি পুনৰ ৰাখেও; তথাপি বিশ্বাস কৰিব নালাগে। কাৰণ অলপ চেলু পালেই মহাত্ৰাসৰ সৃষ্টি কৰিব। যদিও আগতে মান সন্মান কৰি ৰাখেও, পাছত অৱজ্ঞা কৰি সমস্ত মান মৰ্য্যদা হানি কৰিব। সেইবাবে তেনে লোকৰ সঙ্গ যিজনে ত্যাগ কৰিব পাৰে, তেনেলোকৰ অৱশ্যে প্ৰাণ ৰক্ষাও পৰিব। তোমাৰ ঘৰত বহুদিন আছিলোঁ। কোনো দিনে কাকো কিঞ্চিৎমানো হিংসা কৰা নাছিলোঁ। দৈৱৰ গতিত তোমাৰ লগত মোৰ বৈৰভাব উপজিল। সেইবাবে ইয়াত আৰু মই থকাৰ মুদা মৰিল। ইয়াত আৰু ক্ষন্তেকো নাথাকো। অন্যফালে গুচি যাওঁ।

ব্ৰহ্মদত্তই ক'লে,— হেৰা মোৰ চেনেহৰ পূজনী! তুমি যিবিলাক কথা শুনালা, সেই সকলোবিলাক কথাই সত্য বুলি মই মানি লৈছোঁ। কিন্তু ময়ো অলপ কওঁ শুনা,— পূৰ্ব্বৰ অপকাৰী হ'লে, তাৰ প্ৰতিকাৰ কৰি ল'ব লাগে। তেনে কৰিলে তাত কোনো দোষ হ'ব নোৱাৰে। গতিকে হে পূজনী! তুমি যাব নালাগে। সদাই মোৰ লগত থাকিবা। আহা।

ৰজাৰ কথা শুনি পূজনীয়ে ক'লে,—হে মহাৰাজ! তুমি যি কথা শুনালা, তেনে কথা মই সহজভাবে মানি

ল'ব নোৱাৰে"। পৰস্পৰে উভয়ক প্ৰতিকাৰ কৰিব যাওঁতে উভয়ৰে হৃদয়ত ক্ষুৰধাৰস্বৰূপ হ'ব।

ব্ৰহ্মদত্তই ক'লে,—কিয়! শুনা পূজনী! শত্ৰুভাৱ এৰি যদি মিত্ৰতা কৰা যায়, তেন্তে মিত্ৰ হোৱাৰ লগে লগে অন্তৰত কেতিয়াও কপট নাথাকে। তেতিয়া কাৰো মনত কষ্ট হ'ব নোৱাৰে।

ৰজাৰ কথা শুনি পূজনীয়ে ক'লে,—হে মহাৰাজ! ময়ো অলপ কওঁ, ভালদৰে শুনিবা। যদি কেনেবাকৈ কাৰোবাৰ লগত কিবা কাৰণত শত্ৰুভাৱ উপজে, তেনেহ'লে তেনেজনৰ লগত কেতিয়াও কোনো কালে মিত্ৰতা স্থাপন হ'ব নোৱাৰে। মুখত মিত্ৰ হ'লেও পেটত কপট নুগুচে তেনেজনত কিঞ্চিৎমানো বিশ্বাস কৰিব নালাগে। তাৰ প্ৰমাণ, বিশ্বাস কৰা বাবেই মোৰ পুত্ৰ নাশ হ'ল।

পূজনীৰ কথাত ব্ৰহ্মদত্তই হাঁহি হাঁহি ক'লে,—শুনা পূজনী! শত্ৰু হ'লেও যদি একেলগে থকা মেলা কৰে, তেন্তে সেই শত্ৰুভাৱ নোহোৱা হৈ স্নেহ-প্ৰীতিৰে থকা দেখা যায়। চণ্ডাল বা ব্যাধে, কুকুৰৰ লগত একেলগে থাকে। যদিও অন্যো অন্যে বৈৰতা আচৰণ কৰেও, তথাপি মৃদু মৃদু বাক্য বচনৰদ্বাৰা সহ্য কৰি পুনঃ মিলিজুলি থাকে। যেনেকৈ পদ্মপত্ৰ জলত লিপ্ত নহয়। সেইদৰে উভয়ৰে কপটতা গুচে।

পূজনীয়ে ক'লে,—হে মহাৰাজ ব্ৰহ্মদত্ত! বৈৰ অৰ্থাৎ শত্ৰু ক'ত উৎপন্ন হয় কওঁ শুনা,—জ্ঞানী পণ্ডিতসকলে পাঁচবিধ স্থানত বৈৰৰ উৎপন্ন হয় বুলি কয়। স্ত্ৰী, গৃহ, বাক্য, সম্পত্তি আৰু অপৰাধ,—এই পঞ্চ স্থানত বৈৰ অৰ্থাৎ শত্ৰু উৎপন্ন হয়। শত্ৰুক নিধন কৰিলেহে ক্ষত্ৰিয়-সকলৰ মন সুস্থ হয়। শত্ৰুৰ বলাবলৰ কথা আগতে ভালদৰে বুজি খুজি জানিলেহে বিশ্বাস কৰিব লাগে। অগ্নি যেনেকৈ কাঠত গুপ্তভাবে থাকে, তেনেকৈ মানুহৰ অন্তৰতো শত্ৰুভাব গুপ্তভাবে সদাই থাকে। অৰ্থ, পুৰুষাৰ্থ, শ্ৰুতি, শান্তবাক্য আদিৰদ্বাৰাও কোনোমতে বৈৰ অগ্নি শান্ত নহয়। বুজিছা মহাৰাজ! যেনেকৈ সাগৰত বাড়বাগ্নি কোনোমতে শান্ত নহয়, বৈৰ অগ্নিও তেনেকুৱা বুলি জানিবা। পূৰ্ব্বত তোমাক আশা কৰিছিলোঁ। যিহেতু এতিয়া বৈৰভাব উৎপন্ন হ'ল, সেয়ে মই আৰু তোমাক কোনোমতে বিশ্বাস নকৰোঁ।

ব্ৰহ্মদত্তই ক'লে,—শুনা পূজনী! তুমি যিবিলাক কথা মোক শুনালা, সেইবিলাক কথা মোৰ মনে ধৰা নাই। তাত সাৰ কথা এটাও নাই। শত্ৰু-মিত্ৰ কৰিবলৈ কাৰো সাধ্য নাই। বিধাতাৰ কৰ্ম্মও কালেহে কৰে। লোকা-লোকে যি অপৰাধ কৰা বুলি কোৱা-গোৱা কৰা হয়, সিও সত্য নহয়। অপৰাধ কৰিবলৈ কাৰো শক্তি নাই।

ভালদৰে চালে দেখিবা যে সমগ্ৰ সংসাৰ জুৰি কালৰ মহত্ত্ব কেনেকুৱা। যেনেকৈ শুকান তৃণ, অগ্নিয়ে দাহন কৰে, সেইদৰে কালেও সমস্ত প্ৰাণীকে সংহাৰ কৰে। এতেকে হে পূজনী! তোমাৰ কোনো দোষ মই হ'লে একো দেখা নাই। মাত্ৰ কালেহে দুয়োৰো এনে বিলাই কৰিলে। আগতে মোৰ প্ৰতি তোমাৰ যেনেকুৱা স্নেহ প্ৰীতি আছিল, এতিয়াও সেইদৰে মোৰ লগত থাকা। মোৰ যি দোষ হৈছে তুমি ক্ষমা কৰা আৰু ময়ো তোমাৰ যিমান দোষ আছে বুলি ভাবিছা, সেই সমস্ত দোষ ক্ষমা কৰিম।

পূজনীয়ে ক'লে,—হে মহাৰাজ! তুমি কালকে মহা বলবন্ত বুলি মোক বুজালা। যদি সেয়ে হয়, কালেই যদি সবাৰো কাৰণ হয়, তেনে হ'লে শত্ৰু-মিত্ৰ কেনেকৈ চিনা যাব? পূৰ্ব্বত দেৱতা আৰু অসুৰৰ বৈৰতা কেনেকৈ হ'ল? দুয়ো পক্ষই কিয় ঘোৰতৰ ৰণ কৰি মৰামৰি হ'ল? আৰু কৈছা যে কালেহে সকলোকে মাৰে। এই কথাত মোৰ ঘোৰ আপত্তি আছে। কাৰণ এই বিষয়ে কোনো যুক্তিযুক্ত প্ৰমাণ নাই। যদি সুখ-দুখ, ভয়-অভয় সকলোবিলাক কালেই কৰে, তেন্তে ডাক্তৰ-কবিৰাজবিলাকে দৰব-জাতি কিয় দিয়ে? বেমাৰীবিলাকে ডাক্তৰৰ ওচৰলৈ গৈ কিয় ঔষধ বিচাৰে? যদি কালেহে সকলোকে সংহাৰ কৰে? হে মহাৰাজ!

কালকে যদি সবাৰো আদি মূল বুলি ক'ব খোজা, কালেহে শুভাশুভ সমস্ত কাৰ্য্য কৰে বুলি কোৱা, তেনেহ'লে ব্ৰহ্মবধ আদি পাপ কৰ্ম্ম কৰি পাপীসকলে পাপৰ তাৰতম্য অনুসৰি কেনেকৈ নৰক ভোগ কৰে কিয়? কালেহে সকলো কৰে বুলি মোক বঢ়িয়াকৈ বুজাই দিলা। যদি সেয়ে হয়, তেন্তে ব্ৰহ্মবধ আদি মহা পাপ কৰ্ম্ম কৰিলেও পাপ নহয় বুলি ক'ব পাৰিবানে? এতেকে তোমাৰ কথাৰ পৰাই মোৰ বুজিবলৈ বাকী নাথাকিল যে ছল বুদ্ধি কৰি মোক বান্ধি নিব খুজিছা। মই সাধাৰণ ঘৰ-চিৰিকা পক্ষী। মোৰদ্বাৰা মানুহৰ কি কাম হ'ব? হয়তো পালন-পোষণ কৰি উদৰ পূৰ কৰি খাবা। সকলো প্ৰাণীয়ে বধ-বন্ধনৰপৰা মুক্ত হ'ব ইচ্ছা কৰে। কোনেও মৰিবলৈ বা বন্দীহৈ থাকিব ইচ্ছা নকৰে। সকলো প্ৰাণীৰ ভাৰ্য্যাৰ সমান প্ৰিয় কাকো নাপায়। ভাৰ্য্যাসকলৰো স্বামী আৰু পুত্ৰ, নিজৰ প্ৰাণ স্বৰূপ। সিবিলাকৰ দুখ হ'লে অন্তৰত অসহন শোক-তাপ পায়। কোনেও শোক-তাপ বাঞ্ছা নকৰে। সকলোৱে সদাই সুখকে বাঞ্ছা কৰে। "কেনেকৈ গোটেই জীৱন মোৰ ভাল হ'ব, কেনেকৈ মই সদাই সুখতে থাকিব পাৰোঁ," তাকেহে সকলোৱে বাঞ্ছা কৰে। গৃহবাসত থাকিলে জৰা-মৃত্যু আৰু অনিষ্ট সাধনৰ দুখ। তাতোকৈ দুখ, বিজনে সদাই

পৰক আশা কৰি থাকিব লাগে। তাতকৈয়ো দুখ, প্ৰিয়জনৰ বিয়োগত। অতিশয় দুখ হৈছে শত্ৰুৰ হাতত বন্দী হৈ থকাতো। এই দুখৰ কথা যিজনে নিজৰ শৰীৰত নাজানে, পণ্ডিতসকলে তেনেজনক মহাজন বুলি নকয়। যিলোকে পৰৰ দুখৰ কথা একেবাৰে নাভাবে, নাজানে, নিজৰ দুখৰ কথা হ'লে ভালকৈ জানে, তেনেজনক মূৰ্খ বুলি বিজ্ঞ-জ্ঞানী লোকে কয়। যিজন মহাঘোৰ আপদত পৰে, কথা একাষাৰ ক'বলৈও শক্তি নাই, যিজনে সকলো প্ৰাণীৰে দুখৰ কথা ভালদৰে জানে, বিজ্ঞ-সাধু-সন্তসকলে তেনেজনক সৰ্ব্বজ্ঞ বুলি কয়। মই তোমাক যি অপকাৰ কৰিলোঁ আৰু তুমিও মোক যি শত্ৰু বুদ্ধি কৰিলা, বুজিছা মহাৰাজ! এশ বছৰেও তোমাৰ মনৰ পৰা আঁতৰি, পুত্ৰৰ মুখ স্মৰণ কৰি, প্ৰতিদিনে প্ৰতি ক্ষণে ক্ষণে তোমাৰ নতুন নতুন শত্ৰু হ'ব। যেনেকৈ এটা মাটিৰ পাত্ৰ এবাৰ ভাঙি গ'লে, পুনৰ জোৰা লগাব নোৱাৰি, তেনেকৈ শত্ৰুৰ লগত মিত্ৰতাও নঘটে। জানিছানে মহাৰাজ! এয়া তোমাক সত্য কথা ক'লোঁ। জ্ঞানীসকলে অৰ্থ-শাস্ত্ৰত নিশ্চিত কৰি কৈছে যে শত্ৰুক বিশ্বাস কৰিলে, কেতিয়াও সুখ নাপায়। পূৰ্ব্বত দৈত্য গুৰু শুক্ৰয়ো প্ৰহ্লাদক কৈছে যে শত্ৰুক বিশ্বাস কৰিলে নিশ্চয় মৰণ মিলিব। সূক্ষ্ম তৃণবদ্ধাৰা যেনেকৈ মৌমাখি মাৰে, তেনেকৈ শত্ৰুক

বিশ্বাস কৰিলেও মৰণ মিলে। কেতিয়াও শত্ৰুৰ লগত মিত্ৰতা কৰা উচিত নহয়। দহ যুগৰ অন্তৰতো শত্ৰুৰ লগত মিত্ৰতা নঘটে। হে মহাৰাজ! পূৰ্ব্বত যিজনে অপৰাধ কৰিছে, তেনেজনকো বিশ্বাস নকৰিবা। যেনেকৈ শিলত লাগিলে পূৰ্ণকুম্ভও নষ্ট হয়, সেইদৰে বজাৰো মহা কষ্ট হয়।

ব্ৰহ্মদত্তই ক'লে,—বুজিছা পূজনী! তুমি যিবিলাক কাহিনী শুনালা সেইবিলাকৰ এটাও মোৰ মনঃপূত হোৱা নাই। সকলোবিলাক মিছা কথা। বিশ্বাসৰদ্বাৰা অৰ্থ উপাৰ্জ্জন হয়। বিশ্বাস থকা বাবেই সকলোৱে চেষ্টা কৰে। অতি ভয়াতুৰ হ'লে সকলো কাৰ্য্য নষ্ট হয়। তেনেজনে মৃত্যু-তুল্য কষ্ট পায়। বিশ্বাস কৰে বাবেই সমস্ত জগত তিষ্ঠি আছে। বিশ্বাস নকৰিলে একেদিনাই সমস্ত ধ্বংস হৈ গ'লহেঁতেন।

পূজনীয়ে ক'লে,—ফোঁহোৰা হৈ দুয়োখন ভৰি যাৰ খোৰা হ'ল, আগৰদৰে তেওঁ কেতিয়াও ভৰিৰে খোজ কাঢ়িব নোৱাৰে। যদি খোৰোৱা ভাব গুপ্ত কৰি খোজ কাঢ়ে, তথাপিও নিশ্চয় সকলোৱে আগত ধৰা পৰিব। চকুৰ অসুখত ৰ'ব নোৱাৰি বতাহ লগাই চকু জুৰাবৰ বাবে চকু মেলি বতাহ লগালে, চকু জুৰ পৰা পিছৰ কথা, ধূলি-মাকতি পৰি আগতকৈ বেচিহে বেদনা হ'ব। জানি শুনিও বলৰ দৰ্পত দুৰ্গম অৰণ্যত যিজনে গতি কৰে,

তেনেজনে বল থাকে মানে অতিশয় শ্ৰম কৰি কিছু ষাব পাৰিব। যেতিয়া বলহীন হৈ পৰিব, তেতিয়া তাতে মৰি থাকিব লাগিব। বৃষ্টিৰ কথা ভালদৰে নাজানি যি কৃষকে কৃষি কাৰ্য্য কৰে, তেনে কৃষকৰ শ্ৰম মাত্ৰ সাৰ হয়, উপযুক্ত শস্য কোনোমতে নাপায়। যি ৰোগীয়ে অপথ্য ভোজন কৰে, সেই অপথ্যই তাৰ জীৱন-প্ৰাণ শেষ কৰি দিয়ে। এমাত্ৰ পুৰুষাৰ্থৰ দ্বাৰাও পুৰুষৰ কাৰ্য্য সিদ্ধি নহয়। কেৱল দৈৱয়ো সিদ্ধি লাভ কৰিব নোৱাৰে। পুৰুষাৰ্থ আৰু দৈৱ, এই দুয়োটা যমজ বুলি ধৰি ল'ব পাৰি। যাৰ এই দুয়োটা একেলগে থাকে, তেওঁহে সকলো সম্পত্তি লাভ কৰিব পাৰে। মহা ভাগ্যৱন্তজনেহে কেৱল দৈৱৰদ্বাৰা সিদ্ধি লাভ কৰিব পাৰে। ইতৰজনে কেতিয়াও তেনেকৈ সিদ্ধি লাভ কৰিব নোৱাৰে। সকলোৱে আত্মহিতৰ বাবে কৰ্ম্ম কৰিব লাগে। সেই কৰ্ম্ম অতিশয় কষ্টকৰেই হওক বা অতি সহজেই হওক, তথাপি কৰিব লাগে। আত্মহিত নাজানি যিজনে কৰ্ম্ম নকৰে, তেনেজনক সেই কৰ্ম্মই নিশ্চয় বান্ধি পেলাব বুলি জানিবা। উপযুক্ত সময়ত মহা পৰাক্ৰমেৰে সৰ্ব্বস্ব এৰি হ'লেও অত্যন্ত পৰিশ্ৰম কৰিব লাগে। বিদ্যা, পৰাক্ৰম, সৰ্ব্বকাৰ্য্যত কুশল, মহা ধৃতিৱন্ত, বলৱন্ত,— এই পাঁচ বিধকে সহজ মিত্ৰ বোলে। বুজিছা মহাৰাজ!

এই কথা তুমি ভালদৰে বুজি ল'বা। আৰু অলপ কওঁ শুনা,—কুভাৰ্য্যা, কুপুত্ৰ, কুৎচিত ৰজা, কুমিত্ৰ আৰু কুদেশ, এই পাঁচটা জ্ঞানীলোকে সদাই বৰ্জ্জন কৰিব লাগে। তেতিয়া হ'লে তেওঁৰ প্ৰাণ ৰক্ষা পৰিব। কুপুত্ৰৰ লগত মিত্ৰৰতি কোনোমতেই কৰিব নালাগে, কোনোমতেই বিশ্বাসো কৰিব নালাগে। কুৎসিত ভাৰ্য্যাৰ লগত কেতিয়াও সু ৰতি নহয়। কুৰাজ্যত কেতিয়াও সুখ শান্তি নাপায়। কুদেশত থাকিলে জীৱনৰো হতাহতি হ'ব পাৰে, প্ৰাণ ৰক্ষা কৰি থকা সন্দেহ। যি ভাৰ্য্যাৰ বাক্য-বচন অতিকৈ প্ৰিয়, তেনে ভাৰ্য্যাকে ভাল বুলি কয়। যি পুত্ৰৰদ্বাৰা সদাই সুখ পায়, যি মিত্ৰক সদাই বিশ্বাস কৰিব পাৰি, যি দেশত থাকিলে জীৱনৰো আশা থাকে, যি ৰাজ্যত কোনেও কাকো বলাৎকাৰ নকৰে, বুজিছা মহাৰাজ ব্ৰহ্মদত্ত! এইবিলাকক ভাল বুলি কোৱা আছে। যি দেশত গুণৱন্ত ৰজা থাকে, ভাৰ্য্যা-পুত্ৰ, মিত্ৰ-বান্ধৱ সকলোৱে তাত ৰতি-প্ৰীতি কৰি থাকে। যি নৃপতিৰদ্বাৰা প্ৰজাৰ সদাই ভয় সুগুচে, প্ৰজাক সদাই ভয় দিয়ে, তেনে ৰজা মহা অধৰ্ম্মী। তেনে ৰজা নৰকলৈ যায় বুলি নিশ্চয় জানিবা। ভাৰ্য্যা-পুত্ৰসকলেও তেনেজনক হিতকাৰী বুলি নাভাবে। তেনে ৰজাৰ ওচৰলৈ কোনো কেতিয়াও নাযায়। বুজিছা নৰেশ্বৰ। ধৰ্ম্ম-অৰ্থ-কাম,—

এই তিনি বৰ্গৰ ৰজাই মূল কাৰণ বুলি দৃঢ় কৰি জানিবা। যি ৰজাই পুত্ৰসম জ্ঞান কৰি প্ৰজা পতিপাল কৰে, তেনে ৰজাক গুণত নাৰায়ণ বুলি জানিবা। স্বধৰ্ম্মত থাকি প্ৰজাক পালন নকৰি, কেৱল মই মোৰ বুলি দম্ভ-দৰ্প কৰি থাকে, তেনে জনক ৰজা বুলিব নোৱাৰি, তেনে ৰজাক মহা চোৰ বুলি নিশ্চয়কৈ জানিবা। সত্যাসত্য, ধৰ্ম্মাধৰ্ম্ম কোনো বিচাৰ নকৰি, কেৱল নানা প্ৰকাৰে প্ৰজাক ভয় দিয়ে, প্ৰজাৰ পাপত পৰি তেনে ৰজা নৰক ভুঞ্জিব বুলি জানিবা। যি ৰজাই প্ৰজাক সদাই অভয় প্ৰদান কৰে, সত্যাসত্য, ধৰ্ম্মাধৰ্ম্ম সম্পৰ্কে উচিত বিচাৰ কৰি, প্ৰজাক প্ৰতিপাল কৰে, তেনে ৰজাই চিৰকাল মহাসুখে ৰাজভোগ ভুঞ্জে। ৰজা সদাই পিতৃ-মাতৃৰ নিচিনা হ'ব লাগে। গুৰুৱে যেনেকৈ শিষ্যক নানা নীতি-ধৰ্ম্মৰ শিক্ষা দিয়ে। দুখী-ভিক্ষী আৰু প্ৰজাক সদাই সৰ্ব্বপ্ৰকাৰে ৰক্ষা কৰিব লাগে। অগ্নি যম কুবেৰৰ লক্ষণযুক্ত হ'ব লাগে। এই সাতোটা গুণ ৰজাৰ থাকিব লাগে। পূৰ্ব্বত মনু প্ৰজাপতিয়ে এই কথা কৈছে। যি ৰজাই সদাই প্ৰজাৰ হিত চিন্তা কৰে, তেনে ৰজাই চিৰকাল মহা সুখে থাকিব পাৰে। কেতিয়াও কোনো প্ৰকাৰ অনিষ্ট সাধন বা কষ্ট ভোগ কৰিব নালাগে। যি নৃপতিয়ে প্ৰজাক সদাই হিংসা কৰি থাকে, দুঃসহ বেদনা

দুখ দি কৰভাৰ আদি সংগ্ৰহ কৰে, তেনে ৰজাৰ দেশত প্ৰজাবিলাকে মনত বৰ অসুখ অশান্তি পায়। "ক'ত যাওঁ, ক'ত থাকো," ইত্যাদি ভাবি-চিন্তি অতিশয় বিষাদগ্ৰস্থ হয়। তেনে ৰজা বেচি দিন তিষ্ঠিব নোৱাৰে। অতি সোনকালে উচ্ছেদ হ'বই। যি নৃপতিৰ পৰা প্ৰজাই অত্যন্ত সুখ অনুভৱ কৰে, তেনে ৰজা সৰোবৰৰ মাজত পদুম ফুলি থকাৰ দৰে প্ৰকাশ কৰি থাকে। তেনে ৰজাই সকলোৰে আশীৰ্ব্বাদ লাভ কৰে আৰু সেই ৰজাক সমস্ত প্ৰজাই নানা প্ৰকাৰে পূজা-সেৱা কৰে। বলৱন্তজনৰ লগত দুৰ্ব্বল ৰজাই যুদ্ধ-বিগ্ৰহ কৰা উচিত নহয়। তেনে কৰিলে সুখতো নাপায়েই ৰাজ্যও হেৰুৱাব লাগিব।

ভীষ্মদেৱে ক'লে,—হে বাপ্ ধৰ্ম্মৰাজ ! তুমি যি কথা শুনি আছা, এই কথা ব্ৰহ্মদত্ত ৰজাৰ আগত ঘৰ-চিৰিকা চৰাইজনীয়ে কৈছে। পক্ষীৰ কথা শুনি ব্ৰহ্মদত্ত ৰজা শান্ত হ'ল। পক্ষীও তাৰপৰা কোনোবা দিশে উৰি গুচি গ'ল। ইমানতে ব্ৰহ্মদত্ত আৰু পক্ষীৰ সংবাদ সমাপ্ত হ'ল।

( ইয়াৰ পিচত সপ্তম খণ্ড চাওক )

—x—

# মহাভাৰতৰ প্ৰাণ-সঙ্গীত

## সপ্তম খণ্ড

### বিশ্বামিত্ৰ-চণ্ডাল সম্বাদ

### দুৰ্ভিক্ষ-মাৰিমৰকত কিয় হয়। নিবাৰণৰ উপাই কি?

ধৰ্ম্মৰাজ যুধিষ্ঠিৰে সুধিলে,—হে পিতামহ! মোৰ মনত এটা সংশয় উপস্থিত হৈছে। ধৰ্ম্ম লুপ্ত হৈ যদি অধৰ্ম্ম বাঢ়ি যায়, তেন্তে চাৰিও আশ্ৰমীৰ কৰ্ম্মও লুপ্ত হ'ব। যদি ৰজায়ো প্ৰজাক উৎপীড়ন কৰে, চোৰেও ধন-সম্পত্তি সমস্ত চোৰ কৰি নিয়ে, যদি সকলোৱে ডকাইতৰ স্বভাৱ ধৰে, তেতিয়াহ'লে কাম-ক্ৰোধ-লোভ-মোহে সমস্তকে আবৃত কৰিব। সকলোৱে সকলোকে ভয় কৰিব। কোনেও কাকো বিশ্বাস কৰিব নোৱাৰা হ'ব। বলৱন্ত সকলে দুৰ্ব্বলীক বলাৎকাৰ কৰি নিজৰ আশা পূৰ্ণ কৰিব। যদি সমস্ত প্ৰজা ভীত-ত্ৰাসিত হৈ শোকে-দুখে তাপিত হয়, সাধু-ব্ৰাহ্মণ, সন্ত-সজ্জনৰ যদি প্ৰলয় মিলে, মেঘেও যদি বৰষুণ নিদিয়ে, কৃষি নষ্ট হৈ প্ৰজাৰ শ্ৰমো বিফল হয়, তেতিয়াহ'লে প্ৰজাবিলাকৰ

কি গতি হ'ব ? বজাবিলাকেই বা কি কবিব ? হে পিতামহ ! মোৰ প্ৰতি যদি তোমাৰ দয়া আছে, তেন্তে অনুগ্ৰহ কৰি মোৰ এই সংশয় দূৰ কৰি দিয়া।

ধৰ্ম্মৰাজ যুধিষ্ঠিৰৰ কথা শুনি ভীষ্মদেৱে ক'লে,— হে মোৰ বংশৰ নাতি ! তোমাৰ সকলো কথাৰ উত্তৰ দিওঁ, শুনা। সকলোৰে আদি মূল ৰজা বুলি নিশ্চিত কৰি জানিবা। ৰজাই যদি অধৰ্ম্ম আচৰণ কৰে, সেই অধৰ্ম্মৰ ফল প্ৰজায়ো ভুঞ্জিব লাগে। অকালত মৃত্যু, ব্যাধি, মহাভয় আদি পাবলগীয়া হয়। এই বিষয়ে এটা পুৰণি কথা কওঁ শুনা। ত্ৰেতা আৰু দ্বাপৰৰ সন্ধিক্ষণত বাৰ বছৰ অনাবৃষ্টি হ'ল। প্ৰাণীবিলাক মৰি যমৰ ঘৰলৈ যাব ধৰিলে। নও হাজাৰ বছৰ শুক বক্ৰ হ'ল। প্ৰজাৰ মনত সুখ-শান্তি সমূলি নোহোৱা হ'ল। দেশত মহা ভয়ঙ্কৰ ত্ৰাসৰ সৃষ্টি হ'ল। চন্দ্ৰই উত্তৰ পথ একেবাৰে এৰিলে। কেৱল দক্ষিণৰ পথত গতি কৰিব ধৰিলে। আচোক বৰষুণ হ'ব, এটোপ নিয়ৰো নপৰা হ'ল। মহা ভয়াবহ দুৰ্ভিক্ষ মিলিল। কুঁৱা-পুখুৰী, নদ-নদী, সাগৰ-মহাসাগৰ সকলো শুকাই গ'ল। ক'তো এটোপা পানী পাবলৈ নাইকিয়া হ'ল। দুৰ্ভিক্ষ মাৰি-মৰকত হৈ সমগ্ৰ দেশ-বিদেশ উচ্ছন্ন হ'ল। বেদ-পাঠ, যজ্ঞ-যাগ নোহোৱা হ'ল। ব্ৰাহ্মণৰ সন্ধ্যা-গায়ত্ৰী, পূজা-সেৱা নোহোৱা হ'ল।

সকলোবিলাক শূদ্ৰৰ নিচিনা হ'ল। কৃষি-গোপালন, বেচা-কিনা সকলো গুচিল। তিথি-পৰ্ব্ব, উৎসৱ আদি তেনেই নোহোৱা হ'ল। গৰু-গাই, হাতী-ঘোঁৰা আদি সমস্ত জীৱ মৰি মৰি নোহোৱা হ'ল। খাবলৈ নাপাই প্ৰজাবিলাক মৰিব ধৰিলে। ব'দৰ তাপত তৰু-তৃণ সকলোবিলাক মৰি উচ্ছন্ন হ'ল। জীৱ-জন্তুৰ হাড়বিলাকেৰে তেনেই বসুন্ধৰা পূৰ্ণ হ'ল। ক'ৰবাত কিবা থাকিলেও চোৰ-ডকাইতে আৰু বজাই সমস্ত লুটি-পুটি নিলে। এনেদৰে প্ৰজাৰ বিলাই-বিপত্তি নোহোৱা হৈ দিনে দিনে মৰি শেষ হ'ব ধৰিলে। সমগ্ৰ দেশ জুৰি মহা হাহাকাৰ হ'ল। দাৰুণ দুখত প্ৰজা ক্ষয় হ'ব ধৰিলে। এনেকুৱা ধৰ্ম্মহীন পৃথিবীত তেতিয়া কি হ'ল তোমাক কওঁ ভালদৰে শুনিবা। মৰি হজি যি দুই এটা অ'ত ত'ত আছিল, সেইবিলাকে ভোকত ব'ব নোৱাৰি, কেৱল আহাৰ বিচাৰি ঘূৰি ফুৰিব ধৰিলে। যেয়ে যাকে পাবে বলেৰে মাৰি যি দ্ৰব্য-বস্তু পায়, সকলো আনি ভোজন কৰে। ঋষি-মুনিসকলেও ধৰ্ম্ম-কৰ্ম্ম সকলো ত্যাগ কৰি আশ্ৰম এৰি থৈ আহাৰৰ নিমিত্তে ঘূৰি ফুৰিব ধৰিলে। হে মোৰ প্ৰিয় নাতি! তেনে সময়ৰে এটা কথা কওঁ, ভালদৰে শুনিবা।

গাধিৰ পুত্ৰ বিশ্বামিত্ৰ ঋষিয়ে পুত্ৰ-ভাৰ্য্যা-আশ্ৰম সকলো পৰিত্যাগ কৰি, ক্ষুধাৰ্ত্ত হৈ কেৱল ঘূৰি-ফুৰিব ধৰিলে।

সদাই কেৱল ভ্ৰমি ফুৰিছে কোন কালে যাব, কোন কালে নাযাব কোনো ঠিক নাই। কেৱল অ'ত ত'ত ঘূৰিছে ফুৰিছে। এইদৰে গৈ গৈ এদিন এটা চণ্ডালৰ ঘৰত প্ৰৱেশ কৰিলে। সেই চণ্ডাল অতিকে লুভীয়া, পৰম হিংস্ৰক আছিল। সদাই অৰণ্যতে বাস কৰে। তাৰ ঘৰটো ভঙা কলহেৰে ভৰি আছে। কুকুৰৰ ছালেৰে তেনেই ঘৰটোৰ বেৰ দিয়া আছে। গাহৰি গাধৰ অসংখ্য হাড়া-মূড়াৰে ভৰি-পূৰি শোভা বঢ়াই আছে। মৰা মানুহৰ গাৰ কাপোৰ-বিলাক ফুলৰ লগত আনি তাকে পিন্ধা পিন্ধিছে আৰু ওৰা উৰিছে। তাৰ গোটেই ঘৰটোত মৰা সৰ্পৰ অসংখ্য মোট স্থানে স্থানে ধুনীয়াকৈ সজাই পৰাই ৰাখিছে। পালে পালে কুকুৰাবিলাকে আতাস্ পাৰি আছে। তাতে আকৌ গাধৰ মাতে এটা বিপৰীত ধ্বনিৰ সৃষ্টি কৰিছে। তাৰ তিৰোতা কেৰাজনীও। তিৰোতাবিলাকে নানা কঠোৰ কৰ্কশ কুবাক্য-বচনেৰে দিনে-ৰাতিয়ে নানা প্ৰকাৰে হাই কাজিয়া দণ্ড-খৰিয়াল কৰি হাহাকাৰ কৰি থাকে। তাৰোপৰি তাকো নানা প্ৰকাৰ অকথ্য-অশ্ৰাব্য বাক্যেৰে গালি পালাজ কৰি হুলস্থুল কৰি থাকে। তাৰ দেৱগৃহত ধ্বজা পুতি তাতে ফেচাৰ পাখীৰে নিচান দি থৈছে। লোহাৰ ঘণ্টাবিলাক স্থানে স্থানে আৰি থোৱা আছে। জাকে জাকে

পালে পালে কুকুৰাবিলাকে কোঢ়াল লগাই আছে। গাধিপুত্ৰ বিশ্বামিত্ৰ মহাঋষিয়ে আহাৰ বিচাৰি আনন্দ মনে সেই চণ্ডালৰ ঘৰতে প্ৰবেশ কৰিলে। ঋষিয়ে সেই চণ্ডালৰ ঘৰত ফলমূল মাংস অন্ন একো বিচাৰি নাপালে। ঋষিয়ে ভাবিলে,— "জানিলোঁ, নিশ্চয় মোৰ আৰু দুৰ্গতি খণ্ডন নহ'ব।" খাবলৈ একো নাপাই, শৰীৰৰ বল-শক্তি একো নোহোৱা হৈ চণ্ডালৰ চোতালতে নিচালে পৰি গ'ল। চোতালত পৰি বিশ্বামিত্ৰ ঋষিয়ে চিন্তা কৰিব ধৰিলে—"মোৰ জীৱন কেনেকৈ ৰক্ষা পৰিব! জীৱনত অসংখ্য পুণ্য অৰ্জ্জন কৰিলোঁ! এতিয়া বুজিলোঁ যে সেই সমস্তই মিছা হৈ যাব। দুঃসহ পীড়া পাইয়ো কিয় নমৰি জীয়াই আছোঁ। হৰি হৰি! মই দুৰ্ভগীয়া এতিয়াও কিয় জীয়াই আছোঁ।" এনেতে ঋষিয়ে চণ্ডালৰ ঘৰত এইমাত্ৰ অপৰ্য্যন্ত কুকুৰৰ মাংস দেখা পালে। ঋষিয়ে মনতে ভাবিলে,—এই কুকুৰৰ মাংসকে চোৰ কৰোঁ।—ইয়াৰ বাহিৰে আৰু মোৰ অন্য উপাই নাই। খাব নাপালে মই আৰু জীয়াই থাকিব নোৱাৰিম। আপদত অযুক্তত কৰ্ম্ম কৰিব পাৰি। বিশিষ্ট আৰু হীনৰ দ্ৰব্য চোৰ কৰিব পাৰি। কথিত আছে যে প্ৰাণ ৰক্ষাৰ বাবে ব্ৰাহ্মণে প্ৰথমতে হীনৰ দ্ৰব্য হৰণ কৰিব। তাৰ পিছত সামান্যজনৰ আনিব। তাৰপিছত অসত্যবাদীৰ দ্ৰব্য আনিব। একেবাৰে

শেষতহে বিশিষ্টজনৰ দ্ৰব্য হৰণ কৰি বিপ্ৰই জীৱন ৰাখিব। সেইবাবে প্ৰথমতে মই এই চণ্ডালৰ দ্ৰব্যকে হৰণ কৰিব যাওঁ। তাকে খাই কিজানি মোৰ প্ৰাণৰক্ষা পৰে কি চৰেই! এই মাংস হৰণ কৰিলে মোৰ কেতিয়াও পাপ নহয়। কুকুৰৰ এই মাংস মই নিশ্চয় হৰণ কৰিমেই।

সিফালে চণ্ডালে মাংস ঠিক্-ঠাক্ কৰি থৈ শুব গ'ল। ঋষিয়েও মাংস চোৰ কৰিবলৈ ছল পালে। ঋষি চোতালৰ পৰা উঠি লাহে লাহে হাতত সাৰে ভৰিত সাৰে চণ্ডালৰ ঘৰৰ ভিতৰত সোমাল। চণ্ডাল শয্যাত শুই আছে। টোপনিত যদিও চণ্ডালে চকু মুদি আছে, তথাপি মাংসৰ বাবে কাণ-দুখন কিন্তু ঠিকেই ৰাখিছে। মাংস ঢাকি থোৱা ঢাকনিখন ঋষিয়ে চুপে চাপে লাহেকৈ গুচাওঁতেই চণ্ডালে গম পাই মাত লগালে,—মোৰ ঘৰৰ ভিতৰত সোমাই কোনে কি বিপত্তি কৰিব খুজিছ? মোৰ টোপনি অহা নাই। গৈছোঁ ৰহ্, এতিয়াই তোক সিপুৰীলৈ পঠাম ৰহ্ বাপেৰে।

চণ্ডালৰ অপমানজনক কঠোৰ কঠিন বাণী শুনি ভয়তে বিশ্বামিত্ৰৰ হাত-ভৰি থৰ্ থৰ্কৈ কঁপিব ধৰিলে। মনতে ভাবিলে,—"একো নামাতি থাকিলে, সি নিশ্চয় মোক বধ কৰিব।" তাকে ভাবি মাত লগালে,—হে মহাশয়! মই গাধিৰ নন্দন বিশ্বামিত্ৰ। তোকত মোৰ প্ৰাণ যাওঁ

যাওঁ হৈছে। সেয়ে কুকুৰৰ মাংস খাবৰ বাবে তোমাৰ ঘৰৰ ভিতৰত সোমালোঁ। এই মাংস খাবলৈ মোক বাধা নকৰিবা। মোক নামাৰিবা। তুমি কল্যাণে থাকা।

বিশ্বামিত্ৰৰ কথা শুনি ধহ্-মহ্ কৰি টোপনিৰ পৰা উঠি দুই হাতে চকু-মুখ মোহাৰি বহিল আৰু ভাবিলে,— "হৰি হৰি! কালে কিনো বিপৰীত কৰ্ম্ম কৰিলে। তাৰ পিছত ঋষিৰ ওচৰলৈ গৈ হাতযোৰ কৰি বহু মান-সন্মান কাৰ ক'লে,—হে ঋষিৰাজ! মোৰ অলপ কথা আছে, কওঁ, শুনা,—তুমি হৈছা ব্ৰহ্মঋষি। সমস্ত ধৰ্ম্ম-কৰ্ম্মৰ কথা তুমি ভালদৰে জানা। এনেস্থলত এই ৰাতিখন মোৰ ঘৰত সোমাই কি কাৰণে অকৰ্ম্ম কৰিব খুজিছা?

চণ্ডালৰ যুক্তিপূৰ্ণ কথা শুনি ঋষিয়ে ক'লে,— মোৰ কথাও অলপ শুনা। মই অতিশয় ক্ষুধাতুৰ। চোৱা, মোৰ শৰীৰত আছে কি? হাত-ভৰি কঁপিব লাগিছে। শৰীৰত তিলমাত্ৰও বল-শক্তি নাই। বল, বুদ্ধি-জ্ঞান সকলোবোৰ মোৰ নোহোৱা হৈছে। শৰীৰৰ জোৰাবিলাক ছিড়ি ছিড়ি যোৱা যেন পাইছোঁ। তত্তিৰ নোৱাৰা হৈছোঁ। সৰ্ব্ব শৰীৰ কঁপিব লাগিছে। সেইবাবে ভক্ষ্যাভক্ষ্য একো বিচাৰ কৰিবৰ শক্তি নাই। সেই কাৰণে এই মাংস খাবলৈ মোৰ মন গৈছে। ভোকে-পিয়াহে পীড়িত হৈ প্ৰাণ যাওঁ

খাওঁ হৈছে! ভোকাতুৰজনৰ আৰু কি লাজৰ কথা আছে! কিঞ্চিৎমানো লাজ নাই। ভোকাতুৰ হৈ এই কুকুৰৰ মাংসকে চোৰ কৰি খাওঁ বুলি ইয়াত সোমালোঁ। সেইবাবে তুমি মোক দোষ নিদিবা। দেৱতাৰ মুখ, অগ্নি আৰু ব্ৰাহ্মণ,—এওঁলোকৰ মুখেৰে খাই দেৱ তুষ্ট হয়। যেনেকৈ সকলো যজ্ঞৰ ভোক্তা ব্ৰহ্মা, স্বধৰ্ম্মত মোকো তেনেকুৱা বুলি তুমি জানিবা।

বিশ্বামিত্ৰৰ কথা শুনি চণ্ডালে ক'লে,—হে মুনিবৰ! মোৰ অলপ কথা শুনা,—যেনেদৰে কৰ্ম্ম কৰিলে ধৰ্ম্ম ভ্ৰষ্ট হ'ব নালাগে, তেনেদৰে কৰ্ম্ম আচৰণ কৰা। কাৰণ শিয়ালতকৈও অধম কুকুৰ। পণ্ডিতসকলৰ মুখতো শুনিছোঁ, আমাতকৈ জাতিত অধম আন কোনো নাই। সমস্ত জাতিৰ ভিতৰত চণ্ডাল জাতিয়েই বোলে সকলোতকৈ নীচ আৰু অধম। নিজে খাবৰ বাবে কুকুৰ মাৰি মাংস ঠিক্ কৰি থৈছোঁ। অতি নীচ আৰু অধম উদ্দেশ্যেৰে। তুমি অতি মহাজ্ঞানী মহা ধৰ্ম্মৱন্ত ঋষি। বিশেষকৈ চণ্ডালৰ আৰ্জ্জিত দ্ৰব্য তোমাৰ অভক্ষ্য। ব্ৰাহ্মণৰ এয়া উচিত কৰ্ম্ম নহয়। গতিকে হে মুনিৰাজ! এই অতিশয় গৰ্হিত, নিন্দনীয় কৰ্ম্ম এৰি, প্ৰাণ ৰক্ষাৰ বাবে অন্য কিবা এটা উপাই চিন্তা কৰা। মাংসৰ লোভত তুমি জাত-পাত, তপ-জপ, ধৰ্ম্ম-কৰ্ম্ম সকলো বিসৰ্জ্জন নিদিবা।

মহাজ্ঞানী তুমি। বিহিত মাৰ্গত থকাতোহে ভাল কথা। স্বধৰ্ম্মৰ কথা তোমাক মই কি ক'ব লাগে। তুমি নিজেই সকলো জানা। এনেস্থলত ধৰ্ম্মত সঙ্কৰ (জাতত মথীয়া) নকৰিবা। স্বধৰ্ম্ম ত্যাগ নকৰিবা। তোমালোকেই যদি স্বধৰ্ম্ম ত্যাগ কৰি অপকৰ্ম্মবিলাক কৰা, তেন্তে লোক সমাজত প্ৰচাৰ হৈ সকলো লোকেই স্বধৰ্ম্ম এৰি মহাঘোৰ ব্যভিচাৰ কৰি ফুৰিব।

শুনা সৰ্ব্বজন দুখ দেখা মহন্তৰ।
ঈশ্বৰজনৰ হেন কি লেখা আনৰ॥
আন হেতু দুখৰ নাহিকে পৰিত্ৰান।
কেৱল কৃষ্ণৰ পদ কৰা মনে ধ্যান॥
কৃষ্ণত ভকতি কৰি পাবা মহাজ্ঞান।
জানি হৰি ভকতিক কৰা মনে জ্ঞান॥
এহিসে উপায় জানা দুখ তৰিবাৰ।
হৰি তুষ্ট ভৈলে হৈবা সংসাৰৰ পাৰ॥
হেন জানি কৃষ্ণৰ চৰণে কৰা মতি।
ঘোলা ৰাম হৰি সবে পাবা সদ্‌গতি।

  

ভীষ্মদেৱে ক'লে,—শুনা বাপ্ যুধিষ্ঠিৰ! চণ্ডালৰ কথা শুনি বিশ্বামিত্ৰই ক'লে,—শুনা চণ্ডাল! বহুকাল নিৰাহাৰে থাকি জীৱন ধাৰণ কৰি থাকিব নোৱাৰা হৈছোঁ। প্ৰাণ ৰক্ষাৰ আন কোনো উপাই নাপাই তোমাৰ এই কুকুৰৰ মাংসকে সাৰ কৰিছোঁ। যিকোনো প্ৰকাৰে প্ৰাণ ৰাখিব পাৰিলে, পিছত ধৰ্ম্ম আচৰণ কৰিম। বুজিছা চণ্ডাল,—ক্ষত্ৰিয়ৰ ধৰ্ম্ম হৈছে পুৰুষালি কৰ্ম্ম। অগ্নিত হৱন কৰাতো হৈছে ব্ৰাহ্মণৰ নিজ ধৰ্ম্ম। ব্ৰহ্ম বস্তু অগ্নিং মোৰ অন্তিকে সাহস আছে। সেইবাবে তোমাৰ এই কুকুৰৰ মাংস মই খামেই। যি কোনো প্ৰকাৰে প্ৰাণ ৰক্ষা কৰিব লাগে। যাতে কোনো প্ৰাণীৰে কোনো কষ্টও নহয়। মৰণত কৰি জীয়াই থকাতোহে উত্তম কথা। শৰীৰ থাকিলে সমস্ত ধৰ্ম্ম সিদ্ধি লাভ কৰিব পৰা যাব। একমাত্ৰ জীৱন ৰক্ষাৰ বাবেহে অভক্ষ্যত ৰতি কৰিছোঁ। তুমি মিছাতে জঞ্জাল নাপাতিবা। অনুমতি দিয়া। যদি মোৰ এই জীৱন প্ৰাণ ৰক্ষা পৰে, তেন্তে বিদ্যাৰ বলত সমস্ত পাপ ক্ষয় কৰিম। সূৰ্য্যৰ উদয় হ'লে যেনেকৈ ৰাতিৰ ঘোৰ অন্ধকাৰ দূৰে যায়, সেইদৰে সকলো পাপ সংহাৰ হ'ব।

চণ্ডালে ক'লে,—শুনা মুনি মহাশয়! স্বভাৱতে কুকুৰৰ মাংস ব্ৰাহ্মণৰ অভক্ষ্য। এই মাংস খালে তোমাৰ জীৱন

প্ৰাণ কোনোমতেই ৰক্ষা নপৰে। আয়ুসো সুদীৰ্ঘ নহ'ব। বৰং আয়ুস তুতিবহে। অমৃতৰ নিচিনা তৃপ্তিও নাপাবা। সেইবাবে হে ঋষিৰাজ! তুমি অন্য স্থানত গৈ ভিক্ষা কৰি খোৱা।

বিশ্বামিত্ৰই ক'লে,—শুনা শ্বপচ! ভিক্ষা কৰি খোৱাতকৈ এই মাংসকে সুলভ বুলি ভাবিছোঁ। বিচাৰ কৰি চাই দেখিলোঁ, মোৰ আন একো ধন-বিত্ত নাই। সেইবাবে এই মাংসকে খোৱাতো স্থিৰ কৰিলোঁ। মই পৰম ক্ষুধাৰ্ত্ত। একো দিশ-বিদিশ নোপোৱা হৈছোঁ। সেইবাবে এই কুকুৰৰ মাংসকে ষড়ৰস বুলি মানি লৈছোঁ।

চণ্ডালে ক'লে,—শুনা দ্বিজবৰ! পঞ্চবিধ পঞ্চনখী ব্ৰাহ্মণৰ অভক্ষ্য। যদি তুমি শাস্ত্ৰৰ কথা জানা, মানা, তেন্তে এই মাংসৰ আশা এৰি দিয়া।

বিশ্বামিত্ৰই ক'লে,—শুনা শ্বপচ! পূৰ্ব্বত অগস্তি মুনিয়ে বাতাপি অসুৰক আৱশ্যক হোৱাত খাই তাকো হজম কৰিলে আৰু পাপো নোহোৱা কৰিলে। হেৰা, আপদত পৰি ময়ো এতিয়া ভোকত মৰিব লগা হৈছোঁ। এই মাংস মই খাম, তুমি বাধা নিদিবা। শিষ্টসকলে যি কৰ্ম্ম প্ৰবৰ্ত্তন কৰি যায়, তাকে আচৰণ কৰিলে, কোনো দোষ নহয়, বুজিছা?

চণ্ডালে ক'লে,—হে মুনিবৰ! তোমাক মই কি ক'ম। তুমিতো সকলো জানা। তথাপি কওঁ শুনা,—পূৰ্ব্বত অগস্তি মুনিয়ে অঘুগুত কৰ্ম্ম কৰি গৈছে। বুজিছা মুনিৰাজ! সেই ধৰ্ম্ম কেতিয়াও চিৰন্তন হ'ব নোৱাৰে। তুমি এজন বিজ্ঞ-মহাজ্ঞানী হৈ তেনে অকাৰ্য্য কিয় কৰিব লগা হ'লা? গতিকে হে ঋষিৰাজ! এই অকাৰ্য্যত তুমি মন নিদিবা।

ঋষিয়ে ক'লে,--শুনা শ্বপচ! মোৰ কথা ভালদৰে মনদি শুনা। এই অভক্ষ্য ভক্ষণ পাপলৈ মই কিঞ্চিতো ভয় নকৰোঁ। কুকুৰ আৰু মৃগ, মই একে বুলিয়েই মানো। সেইবাবে এই মাংস মই খামেই। তুমি অনাহকত গণ্ডগোল-খন কৰি নাথাকিবা।

ঋষিৰ কথা শুনি চণ্ডালে ক'লে,—যি দ্ৰব্য-বস্তু ব্ৰাহ্মণৰ বাবে সাঁচি ৰাখে, সেই দ্ৰব্য-বস্তুকে ব্ৰাহ্মণে গ্ৰহণ কৰা উচিত। আমি পৰম অজ্ঞানী। জাতিত অধম চণ্ডাল। নিজৰ বাবেহে এই মাংস নিয়ম কৰি ৰাখিছোঁ। এই মাংস তুমি খোৱাতো, অতিকে গৰ্হিত আৰু অতিশয় নিন্দনীয় কৰ্ম্ম বুলি লোকা-লোকে কৈ ফুৰিব। এই কৰ্ম্ম একমাত্ৰ ৰাক্ষসবহে উচিত। যদি কোনো ব্ৰাহ্মণে দুষ্কৰ্ম্ম কৰিব খোজে, তেন্তে তাক আনপৰা নিবাৰণ কৰিলে মহাধৰ্ম্ম হয় বুলি কোৱা শুনিছোঁ। সেইবাবে হে মুনিৰাজ। মোৰ

কথা শুনা, তুমি এই মাংস নাখাবা। মই বাধা কৰিছোঁ।

বিশ্বামিত্ৰই ক'লে,—হেৰা শ্বপচ! মোৰ কথা কিয় নুশুনা? তুমি মোক এইবিলাক কি কৈ আছা? তুমি এই বিলাক অকাৰণে কৈ আছা। চোৱা, মোৰ ব্ৰাহ্মণী অতিশয় প্ৰিয়তমা। লোকৰো পূজিতা আৰু মোৰ আত্মসম। তেওঁৰ বাবেই মই এই মাংস হৰণ কৰিব ইচ্ছা কৰিছোঁ। তোমাৰ নিচিনা ঘাতকৰ কথাত মই ভয় নকৰোঁ।

চণ্ডালে ক'লে,—হে মহামান্য ঋষিবৰ! মোৰ কথাত অলপ মন দিয়া। তোমাক মই আচল কথা কওঁ। যিমানবিলাক সাধুলোক সংসাৰত আছে, তেওঁলোক নিজে মৰি গ'লেও কদাপি দুৰ্ব্বুদ্ধিত মন নিদিয়ে। তথাপি সমস্ত কামনা বাসনা সিদ্ধি হয়। পৰলোকলৈ গৈ অষ্টনিধিও লাভ কৰে। তুমি সকলো জানা। ঋষিশ্ৰেষ্ঠ সৰ্ব্বজ্ঞান। মই ক'বলৈ হ'লে প্ৰাণ গ'লেও যাওক, তথাপি স্বধৰ্ম্ম আচাৰ কোনোমতে নেৰিবা।

বিশ্বামিত্ৰই ক'লে,—শুনা শ্বপচ! মোৰ মৰণ হোৱাতোৱেই উচিত বুলি মোক যি কথা কৈ পতিয়ন নিয়াব খুজিছা, সেই কথা মই কোনোমতেই উচিত বুলি ভাবিব নোৱাৰোঁ। কাৰণ শৰীৰ নাথাকিলে ধৰ্ম্ম সিদ্ধি লাভ হ'ব কেনেকৈ? যদি শৰীৰ থাকে, তেন্তে ধৰ্ম্ম-কৰ্ম্ম সকলো

সিদ্ধি লাভ হ'ব। তপ-জপ-যজ্ঞ আদি ধৰ্ম্ম-কৰ্ম্ম আচৰণ কৰিবও পাৰি। অভক্ষ্য ভক্ষণ এই অলপ পাপৰ বাবে কোনো চিন্তা কৰিব নালাগে। সামান্য তপস্যাৰদ্বাৰাই ইয়াক শেষ কৰি দিব পৰা যায়। তুমি পৰম দুৰ্ব্বুদ্ধি! জাতিতো অতিকে অধম। তোমাৰ শৰীৰত কিঞ্চিৎমানো জ্ঞান নাই। শুনিলেহে ক'ব পাৰা। মোৰ আগত কিয় মুখে মুখে উত্তৰ কৰি আছা বৰ্ব্বৰ? যদিও মই সংশয়জনক কৰ্ম্ম আচৰণ কৰোঁ বুলি ভাবিছা, তথাপি মই তোমাৰ নিচিনা যে নহয়, এই কথাও নাপাহৰিবা।

ঋষিৰ কথা শুনি চণ্ডালে মাত লগালে,—তুমি যি কথা মোক শুনালা, মই হ'লে ভাল দেখা নাই। মই পৰম দুৰ্ভগীয়া, দুৰ্ম্মতি! মোৰ দুখৰ কথা কি বুলি জনাম ঋষিৰাজ! তোমাৰ নিচিনা মহান পুৰুষ, ব্ৰাহ্মণক নিজৰ ঘৰতে পায়ো, একো অৰ্চ্চণ-বন্দন, পূজা-সেৱা কৰিব নাপালোঁ! ইয়াতকৈ আৰু কিবা দুৰ্ভাগ্য কঁপাল কাৰোবাৰ আছেনে? ধিক্ মোৰ জীৱন।

বিশ্বামিত্ৰই ক'লে,—হেৰা শ্বপচ! তোমাক এটা দৃষ্টান্ত কওঁ, মনদি শুনা,—কুঁৱা পুখুৰী আদিত ভেকুলী থাকে। সেই বুলি তাৰ পানী কোনোৱাই নাখাই নেকি? তুমি জাতিত অধম। ধৰ্ম্ম কাক বোলে একো নাজানা। সেইবাবে

তুমি বাধা দিলেও মই এই মাংস এৰি থৈ নাযাওঁ।

চণ্ডালে ক'লে,--হে ঋষিৰাজ ! তোমাক দেখি মোৰ বেথা লাগিছে। সেইদেখি তোমাক মই হিত উপদেশ দিওঁ। মোৰ কথা শুনা,—লোভত থাকি এই পাপ কৰ্ম্ম কৰা উচিত নহয়।

চণ্ডালৰ কথা শুনি ঋষিয়ে ক'লে—ধৰ্ম্ম-অধৰ্ম্ম সম্পৰ্কে তুমি মোক শিকাব নালাগে। মোৰ জনা আছে। প্ৰাণ যাওঁ যাওঁ অৱস্থা। গতিকে এই কুকুৰৰ মাংসখিনি দান দিয়া।

ঋষিৰ বিনয় বচন শুনি সম্বোধন কৰি চণ্ডালে ক'লে,—হে পূজ্য ঋষিবৰ! এই কুকুৰৰ মাংস অতিকৈ কুচ্ছিত। মই কেতিয়াও দিব নোৱাৰোঁ। কাৰণ, কুচ্ছিত বস্তু তোমাক দিয়াতো উচিত নহ'ব।

বিশ্বামিত্ৰই ক'লে,—শুনা শ্বপচ। মই এই মাংস খামেই। ইয়াত মোৰ কোনো দোষ নহয়। প্ৰাণ ৰক্ষা পৰিলে, পিছত পবিত্ৰ হ'ম। মৰাতকৈ জীয়াই থকাতো শ্ৰেষ্ঠ। পূৰ্ব্বাপৰ একো চিন্তা নকৰাকৈ এইবোৰ কি বৰ্কি আছা? কিয় মোক মাংস খাবলৈ নিষেধ কৰি আছা?

অৱশেষত চণ্ডালে ভাবি চিন্তি চাই ক'লে,—আত্মা সাক্ষী বুলি তুমি নিশ্চয় জানা। ভাল-বেয়া, দুষ্ট-সন্ত, পবিত্ৰ-অপবিত্ৰ সকলো জানা। তথাপিতো কুকুৰৰ মাংস

খাব ইচ্ছা কৰিছা। যিজনে কুকুৰৰ মাংস খায়, তেনেজনে বৰ্জ্জন কৰিবলগা দ্ৰব্য একো নাথাকে।

বিশ্বামিত্ৰই ক'লে,—হেৰা শ্বপচ বৰ্ব্বৰ! নীতি বিষয়ে কিছু কওঁ শুনা,—হিংসাশূন্য যিটো দ্ৰব্য গ্ৰহণ ভোজন হয়, তেনে দ্ৰব্য ভোজন কৰিলে তাত কোনো দোষ নহয়। মাত্ৰ অভক্ষ্য বুলি লোকালোকে অপবাদ দিব পাৰে। যিজনে মিছা কথা কৈ ফুৰে, তেনে অসত্য, মিছা কথা কোৱাৰ সমান পাপ ইয়াত নহয়। তোমাক আচল কথাকে ক'লোঁ।

চণ্ডালে ক'লে,—তোমাৰ নিচিনা ঋষি-মুনিসকলে কুকুৰৰ মাংস কেতিয়াও নাখায়। এতেকে এই মাংস ভক্ষণ নকৰাহে ভাল বুলি ভাবোঁ। ভক্ষ্য দ্ৰব্য খোৱাত মোৰ কোনো আপত্তি নাই। কিয়নো তাত কোনো দোষ নহয়।

চণ্ডালৰ কথা শুনি ঋষিয়ে ক'লে,—কুকুৰৰ মাংস খালে দোষ ক'ত আছে? কিন্তু শুনিছোঁ যে সুৰা যদি কোনোবাই খায়, তেন্তে তাৰ পাপতো হয়েই, জাতিও যায়। সঙ্কটত পৰি যদি কোনোৱে কিবা দোষ আচৰণ কৰে, তেন্তে তপ আচৰণ কৰি অলপ পৰিশ্ৰম কৰিয়েই সেই পাপ নিৰ্ম্মূল কৰিব পাৰি।

ঋষিক ভালদৰে বুজাব নোৱাৰি চণ্ডালে ক'ব ধৰিলে,—

হে ঋষিৰাজ। মোৰ আচল কথা কওঁ, অলপ মনপুতি শুনাচোন! এনেকুৱা দুৰ্ব্বুদ্ধিত যিজনে মন দিযে, তেনেজনক যি সাধুলোকে ধৰ্ম্ম দেখুৱাই নিবাৰণ কৰে, যিজনে পুণ্য সঞ্চিত কৰে, পিছত তেনেজনেও মহাসুখ লাভ কৰিব পাৰে। সেই কাৰণেই মই ইমানবোৰ কথা তোমাক কৈ আছিলোঁ। এতিয়া আৰু মোৰ গাত দোষ নাই। হে প্ৰভু! তুমি এতিযা নিজৰ ইচ্ছামতে যি ভাল দেখা, তাকে কৰা।

ভীষ্মদেৱে ক'লে,—হে মহামানী বাপ্ যুধিষ্ঠিৰ! চণ্ডালৰ কথা শুনি বিশ্বামিত্ৰ ঋষিৰ মনত মহা আনন্দ মিলিল। কুকুৰৰ মাংস বোজা বান্ধি, য'ত তেওঁৰ ভাৰ্য্যা-পুত্ৰসকল আছিল, সেই অৰণ্যৰফালে যাত্ৰা কৰিলে। ভাৰ্য্যা-পুত্ৰসকলে সেই মাংস দেখি মৰাৰ মুখত অমৃত পৰা যেন পালে।

মাংস দেখি ভাৰ্য্যা-পুত্ৰসৱে হাকুলে-ব্যাকুলে আগুৰি ধৰি খাব খুজিলে। ঋষিয়ে ক'লে,—"অলপ ধৈৰ্য্য ধৰাহঁক। আগতে দেৱতাক দিহে খাব লাগে।" এইবুলি ঋষিয়ে মন স্থিৰ কৰি নিয়ম অনুসৰি ইন্দ্ৰ আদি সমস্ত দেৱ-দেৱতাকে আগতে অৰ্পণ কৰিলে।

পৃথিৱীত যেতিয়া ঘোৰ দুৰ্ভিক্ষ হ'ল, তেতিয়া যাগ-যজ্ঞ, পূজা-সেৱা সকলো বন্ধ হোৱাত দেৱতাসকলেও খাব নাপায়, হাহাকাৰ কৰি ফুৰিছিল। এনেতে বিশ্বামিত্ৰই কুকুৰৰ মাংসকে

অৰ্পণ কৰাত দেৱতাবিলাক তুষ্ট হ'ল। দেৱৰাজ ইন্দ্ৰই কুকুৰৰ মাংস মহানন্দে ভক্ষণ কৰি, বৰষুণ দিবলৈ মেঘক হুকুম কৰিলে। মেঘে বৰষুণ দিয়াত, পৃথিবীত পুনৰ শস্য পৰিপূৰ্ণ হ'ল। পুত্ৰ-ভাৰ্য্যাসহ ঋষিয়ে সেই কুকুৰৰ মাংস খালে। এইদৰে পৃথিবীৰ দুৰ্ভিক্ষ গুচিল। অৱশেষত তপস্যা কৰি ঋষিয়ে সমস্ত পাপ ধ্বংস কৰিলে। যেনেকৈ তুলাত অগ্নি লাগিলে নিমিষতে পুৰি ভস্ম কৰে। সঙ্কট সময়ত এই বুদ্ধি আচৰণ কৰিলে, সকলো কাৰ্য্য সিদ্ধি হয়। বুজিছা ধৰ্ম্মৰাজ! জীয়াই থাকিলে সকলো সিদ্ধি লাভ কৰিব পাৰি।

—×—

## শৰণাগতক ৰক্ষা আৰু অতিথি শুশ্ৰূষাৰ ফল

ধৰ্ম্মৰাজ যুধিষ্ঠিৰে বিনয় নম্ৰ সুৰে সুধিলে,—হে মহামতি পিতামহ! তুমি ধৰ্ম্মাধৰ্ম্ম আৰু বহুত শাস্ত্ৰৰ কথাও ভালদৰে জানা। শৰণাগতক ৰক্ষা কৰা আৰু অতিথি শুশ্ৰূষা কৰিলে কি হ'ব অনুগ্ৰহ কৰি কোৱা। শুনিবলৈ মোৰ বৰ ইচ্ছা হৈছে।

ভীষ্মদেৱে ক'লে,—অতিকে ডাঙৰ কথা সুধিলা। হে মোৰ মৰমৰ নাতি! কওঁ শুনা,—শৰণাগতক ৰক্ষা কৰাৰ সমান ডাঙৰ ধৰ্ম্ম আন একো নাই বুলি জানিবা। নৃগ আদি অনেক ৰজাই শৰণাগতক ৰক্ষা কৰি পূৰ্ব্বত সিদ্ধি লাভ কৰি গৈছে। এটা কপৌ চৰাইৰ কথা কওঁ, মনোযোগেৰে শুনা। সেই কপৌ চৰাইটোৱে কেনেকৈ শত্ৰুত শৰণ পশি, আদৰ-সাদৰ কৰি কেনেকৈ নিজৰ মাংসও দিলে।

ভীষ্মদেৱৰ কথা শুনি, আচৰিত হৈ যুধিষ্ঠিৰে সুধিলে,— বৰ আচৰিত কথ শুনালা পিতামহ! কিয় কেনেকৈ সেই কপৌ শত্ৰুত বিক্ৰি গ'ল? নিজৰ মাংস কি কাৰণে শত্ৰুক খুৱালে? পিচত কি গতি হ'ল? কথাটো ভালদৰে বুজাই কোৱা পিতামহ! শুনিবৰ বাবে হেপা জন্মিছে।

যুধিষ্ঠিৰৰ কথা শুনি হাঁহি বিৰিঙাই ভীষ্মদেৱে মাত লগালে,—হে মহাভাগ! এই কপৌৰ চৰিত্ৰ, পৰম পবিত্ৰ। এই কপৌৰ চৰিত্ৰ শুনিলে কলিমল নোহোৱা হয় আৰু অনেক পুণ্য লাভ হয়। তাকে তোমাৰ আগত কওঁ। ভালদৰে শুনিবা।

* * *

## ব্যাধ আৰু পক্ষীৰ কথা

পূৰ্ব্বৰ ভাৰ্গৱ ঋষিয়ে মুচুকুন্দৰ আগত কৈছিল,—হে নৰপতি। এই কথা শুনিলে, ধৰ্ম্ম অৰ্থ মোক্ষ কাম, এই চতুৰ্বৰ্গ সিদ্ধি হয়। সমস্ত আচাৰ বৰ্জ্জিত, পক্ষীৰ হিংসুক এজন ব্যাধ আছিল। জন্মাবধি সি কেৱল পক্ষীবিলাক মাৰি ফুৰে। মাংস হৈছে তাৰ প্ৰধান আহাৰ। তাৰ শৰীৰৰ বৰ্ণ কাউৰীৰ নিচিনা একেবাৰে ক'লা। দেখিবলৈ একেবাৰে কুৰূপ। শৰীৰ একেবাৰে ক্ষীণ। হাতভোৰৰ পূৰলম্বৰ। গলচটা চুটি, কান্ধত লাগি থকা। তাৰ সুহৃদ বন্ধু-বান্ধৱ কোনো নাই। তাৰ ঘোৰ কৰ্ম্ম দেখি, সদাই পাপতে মন দেখি, সকলোৱে তাক এৰিলে। যি মানুহে সদাই পাপতেই ৰতি-প্ৰীতি কৰি থাকে, পাপ কাৰ্য্য কৰিয়েই তাৰ পায়, তেনে লোকক জ্ঞানী-সাধু-সজ্জন, পণ্ডিতসকলে সৰ্ব্বক্ষণে ত্যাগ কৰে। অলপ সময়ো তেনেলোকৰ লগত সঙ্গতি নকৰে। যিজনে নিজৰ হিত-অহিত কাক বোলে একো নাজানে, তেনেজনে পৰৰ হিতৰ কথা কেনেকৈ জানিব। যিজন মহাক্ৰূৰ, অতিকৈ নিষ্ঠুৰ, প্ৰাণী হত্যা কৰি ফুৰে, যাক দেখিলেই সকলোৱে অন্তৰত ভয় ওপজে। যেনেকৈ সৰ্প দেখিলেই ভয় লাগে। হাতত অস্ত্ৰ লৈ সদাই বনে বনে কেৱল পক্ষী

মাৰি ফুৰে। সেই মৰা পক্ষীকে বিক্ৰি কৰে আৰু কিছুমান তাৰ মাংস খায় জীৱন নিৰ্ব্বাহ কৰে! এইদৰে বহু বছৰ গ'ল। বুজিছা ধৰ্ম্মৰাজ যুধিষ্ঠিৰ! তাৰ কেৱল সদায় পাপতেই মন। ধৰ্ম্মৰ লেশমানো নাই। এদিনাখন অস্ত্ৰ শস্ত্ৰ, যন্ত্ৰ-জাল হাতত লৈ পক্ষী মাৰিবলৈ গ'ল। গৈ গৈ অৰণ্যৰ মাজত অসংখ্য পক্ষী দেখি তাৰ মন আনন্দত নাচি উঠিল। মহানন্দে হাতত যন্ত্ৰ-জাল লৈ গছৰ ওপৰলৈ উঠি গৈ জালেৰে তেনেইখন ফান্দ পাতি নামি আহিল। ক্ষন্তেক পিছতে কি হ'ল কওঁ শুনা, মুহূৰ্ত্তৰ ভিতৰত তেনেই আকাশ মেঘে ঢাকি ধৰিলে। দিশ-বিদিশ একো চিনিব নোৱাৰা হ'ল। প্ৰচণ্ড ধুমুহ বতাহে চাৰিওফালে ধূলিৰে হুলস্থুল লগাই দিলে। বতাহৰ সো-সোৱনি, মেঘৰ প্ৰচণ্ড গৰ্জ্জন, ধাৰাসাৰ বৰষুণে কাণত তাল মাৰি ধৰা হ'ল। দিনতে ঘোৰতৰ অন্ধকাৰ হ'ল। বিজুলী ধেৰেকণীয়ে ঘোৰ তমোময় কৰি পেলালে। ডাঙৰ ডাঙৰ গছ-বিৰিখ ভাঙি উৎপাত লাগিল। খন্তেকৰ ভিতৰতে পৃথিবী বৃষ্টিজলে খাল-বাম তেনেই ডুবাই পেলালে। খাল-বাম চিনিব নোৱাৰা হ'ল। অৰণ্যৰ জীৱ-জন্তু বাঘ-ভালুক, হাতী, গাহৰি, বান্দৰ, পহু, চৰাই-চিৰিকতি আদি সকলোবিলাক ঠাণ্ডাত আতুৰ হৈ থৰ্ থৰকৈ কঁপিব ধৰিলে। ব্যাধৰো হাহাকাৰ লাগিল।

জাবত স্তব্ধ হৈ কঁপিব ধৰিলে। ক'ত যাওঁ, ক'ত থাকো বুলি ইফালে-সিফালে যাব ধৰিলে। ৰাম বুলি কেতিয়াবা খালত পৰি তিতি বুৰি তেনেই জুকলা জুপুৰা হ'ল। মুখৰ মাতো নোলোৱা হ'ল। সৰ্ব্ব শৰীৰ থৰ্ থৰ্ কৈ কঁপিব ধৰিলে। দেহত কিঞ্চিতো বল-শক্তি নোহোৱা হ'ল। এনেতে পাপমতি সেই ব্যাধে ওচৰতে এজনী কপৌ ঠাণ্ডাত আতুৰ হৈ মৃতপ্ৰায় হৈ পৰি থকা দেখি মনত মহা আনন্দ মিলিল। গাত অলপো বল শক্তি নাই। দেহা থৰ্ থৰ্ কৈ কঁপি আছে, তথাপি অতি দুষ্ট দুৰাশয় দুৰ্জ্জনবিলাকে পৰক দুখ দিব নেৰে। যিবিলাকে দুখ ভুঞ্জি থাকিও পৰক দুখ দিব নেৰে, তেনেবিলাক মহাপাপীয়ে সদাই দুখ ভুঞ্জি থাকিব বুলি নিশ্চিত কৰি জানিবা। অৱশেষত সেই দুৰ্জ্জন ব্যাধে, কপৌজনীক ধৰি আনি পিঞ্জৰাত ভৰাই ল'লে। এনেতে সূৰ্য্য অস্ত গ'ল। ব্যাধে মনতে ভাবিব ধৰিলে,—"ধুমুহা বতাহ নোহোৱা হ'ল। আকাশত মেঘো নোহোৱা হ'ল। তেনেই ফৰকাল হৈ আকাশত তৰাবিলাকে জল্‌মলাব লাগিছে। তাকে দেখি ব্যাধৰ মনত অলপ ভাল লাগিল। কিন্তু জাবত হাত-ভৰি, গা-মুখ কঁপিব ধৰিছে। মুখৰ মাতো নোহোৱা হ'ল। ভাবি-গুণি চাই দেখে যে ঘৰো বহু দূৰত। আন্ধাৰত বাট পথো চিনিব নোৱাৰি। ক'ত

যাওঁ, ক'ত থাকোঁ, কি কৰোঁ, কি নকৰোঁ, ইত্যাদি ভাবি চিন্তি থাকোঁতে এডাল প্ৰকাণ্ড গছ চকুত পৰিল। নানা বিধ পক্ষীয়ে মহানন্দে তাৰ ফল খায়, তাতেই বাস কৰে। সেই গছডাল পৰৰ উপকাৰৰ বাবেই পূৰ্ব্বতে বিধতাই সৃষ্টি কৰিছিল। সেই গছডালকে আশ্ৰয় কৰি তাৰ গুৰিতে ৰাতিটো থাকিব লাগিব বুলি ভাবি ব্যাধ গছডালৰ ওচৰলৈ গ'ল আৰু কৃতাঞ্জলী কৰি অৱণত হৈ অতি বিনীত স্বৰে স্তুতি কৰিব ধৰিলে,—"এই বৃক্ষত যিটো দেৱতা আছা, মই এই অধমৰ প্ৰতি প্ৰসন্ন হ'বা। মই তোমাৰ শৰণাগত হ'লোঁ। এই ৰাতিটো মোক ৰক্ষা কৰিবা।"

তাৰপিছত শুকান বন পাত অলপ বিচাৰি আনি গছৰ গুৰিতে বিচনাখন কৰিলে আৰু মূৰটো গছৰ শিপাতে থৈ দুৰ্জ্জন সেই ব্যাধ মহা কষ্টে ৰাতিটো তাতে থাকিল।

ভীষ্মদেৱে ক'লে,—বুজিছা নৃপবৰ! তাৰ পিছত কপোতৰ বৃত্তান্ত কওঁ শুনা। সেই গছডালত চিত্ৰগ্ৰীৱ নামে সমস্ত কপোৰ মূৰব্বী এটা কপোত আছিল। সেইদিনা তাৰ পৰম সুন্দৰী ভাৰ্য্যা কপোতিয়ে স্বামীক বাহাতে থৈ পুৱাতে আহাৰ বিচাৰি গ'ল। ইফালে চিত্ৰগ্ৰীৱে তাৰ প্ৰিয়তমা ভাৰ্য্যা "কেতিয়া আহিব আহিব" বুলি বাট চাই থাকোঁতে গধূলি হ'ল।

প্ৰিয়তমা ভাৰ্য্যা নহা দেখি চিত্ৰগ্ৰীৱৰ প্ৰাণে নসহা হ'ল। তাৰ হৃদয়ত বৰ দুখ লাগিল। শোকে তাপে ভাৰ্য্যাৰ গুণ বখানি বখানি দুখ কৰিব ধৰিলে, হে মোৰ প্ৰিয়া! তই গ'লি ক'লৈ! তোক নেদেখি মোৰ সৰ্ব্বাঙ্গ শৰীৰ দহি পুৰি মাৰিছে। মহাঘোৰ বাতবৃষ্টিয়ে আজি দশোদিশ চানি ধৰিলে। মোৰ প্ৰাণ প্ৰিয়াৰ ক'ৰবাত কিবা বিঘিনি ঘটিল নেকি? এতিয়া বাতবৃষ্টি একো নাই। দশোদিশ সুপ্ৰসন্ন হৈছে। এতিয়াও প্ৰাণৰ বান্ধৈ মোৰ নহাৰ কাৰণ কি! হে মোৰ প্ৰানেশ্বৰী! য'তে আছা, তাতে তোৰ কল্যাণ হওক। তোৰ ব্যতিৰেকে মোৰ ঘৰৰ কোনো প্ৰয়োজন নাই। যদি পুত্ৰ-পৌত্ৰ-ভৃত্য বোৱাৰী আদিয়ে সদাই আৱৰিও থাকে, তথাপি যিজন ভাৰ্য্যাহীন হয়, তাৰ গৃহ শূন্য। সি সদাই অন্ধকাৰময় দেখে। গৃহই গৃহ হ'ব নোৱাৰে। যদি গৃহত গৃহিনী নাথাকে। তাৰ গৃহ অৰণ্যত পৰিণত হয়। কেৱল অৰণ্যই অৰণ্য নহয়, প্ৰিয় ভাৰ্য্যা গৃহত নাথাকিলে, গৃহও অৰণ্য সদৃশ হয়। এতেকে প্ৰিয় ভাৰ্য্যাহে গৃহস্বৰূপ। যাৰ ৰঙা চকু দুটা দেখি মন-প্ৰাণ শীতল পৰি যায়, যাৰ লাৱণ্য শুৱনী দেহাটি সদাই চাই পৰম আনন্দ পাওঁ, যাৰ সুমধুৰ কণ্ঠস্বৰ শুনি হিয়া প্ৰাণ পমি যায়; এনেহেন প্ৰাণপ্ৰিয়া যদি আজি ঘৰলৈ নাহে, তেন্তে কাৰ মুখ চাই মই জীয়াই থাকিম!

নিশ্চয় মই এই জীৱন ত্যাগ কৰিম। কেতিয়াও এই সংসাৰত আৰু জীয়াই নাথাকোঁ! যদি কেতিয়াবা মই লঘোনে থাকোঁ, প্ৰাণপ্ৰিয়াই মোৰ কেতিয়াও আহাৰ নাখাইছিল! মই যদি গা নোধোঁ, মোৰ প্ৰিয়ায়ো গা নুধুইছিল! মই য'ত থাকোঁ, মোৰ হিয়াৰ মাণিকো তাতেহে থাকিছিল! যিদিনা মই আনন্দ কৰি থাকোঁ, প্ৰাণেশ্বৰীয়ে মহানন্দ কৰিছিল। কেতিয়াবা আকৌ মোৰ অলপ দুখ ভাব দেখিলে, তেৱোঁ দুখত ৰ'ব নোৱাৰা হৈছিল। যেতিয়া মই প্ৰবাসত থাকোঁ গৈ, তেতিয়া প্ৰাণপ্ৰিয়াই অসন্তোষ কৰি মন মাৰি দুখ কৰি কৰি আহাৰো এৰিছিল! পতিব্ৰতা নাৰীয়ে নিজৰ পতিক প্ৰাণতুল্য কৰি মানে। সদাই সৰ্ব্বক্ষণে নিজৰ পতিৰ হিতকে চিন্তি থাকে। যাৰ প্ৰিয় ভাৰ্য্যা এনেকুৱা হ'ব, এই পৃথিবীত সেই পুৰুষ মহা ভাগ্যবান। মোৰ প্ৰাণেশ্বৰীয়ে মোৰ ভোক-পিয়াহৰ কথা ভালদৰে জানিছিল। যেতিয়াই যি ইচ্ছা হয়, মুখেৰে একো নক'লেও ঠিক তেতিয়াই লগে লগে মোৰ ইচ্ছা পূৰ কৰি সকলো দিছিল। কেতিয়াবা মোৰ খং উঠা দেখিলে, কোনো প্ৰত্যুত্তৰ নিদিছিল। সঙ্কুচিত মনেৰে চাৰুবৰ্ণাঙ্গনীৰ দৰে আছিল। তেনে প্ৰিয় ভাৰ্য্যাৰ লগত যদি অৰণ্যতো থকা যায়, তথাপি ঘৰত থাকিলে, বৈকুণ্ঠত থকা যেন লাগে।

দেৱযোগ্য অতি বিতোপন গৃহও যদি থাকে, তথাপি প্রিয় ভার্য্যা সঙ্গত নাথাকিলে বা ভার্য্যাহীন হ'লে, অৰণ্যৰদৰে হয়। পতিব্ৰতা ভার্য্যাৰ লগত ধৰ্ম্ম অর্থ মোক্ষ কাম এই চতুবর্গ সাধন, হেলাৰঙ্গে সিদ্ধি হ'ব, আৰু সহজতে ভৱ-সাগৰৰ পৰাও পৰিত্ৰাণ পাব পাৰি। যদি কোনো পুৰুষ বিদেশলৈ যায়, তেন্তে পতিব্ৰতা ভার্য্যাক বিশ্বাস কৰিব লাগে। পুৰুষৰ বাবে ভার্য্যাকো স্বামী যেন দেখিব লাগে। কাৰণ ভার্য্যাই পুৰুষৰ শৰীৰৰো প্ৰীতি সাধন কৰে। যেতিয়া পুৰুষ বেমাৰ ব্যাধিত পৰে নাইবা অত্যন্ত দুখত পৰে, তেতিয়া প্ৰিয়তমা পত্নী ঔষধ স্বৰূপ হয়। সেই সময়ত পতিব্ৰতা পত্নীৰ সমান প্ৰিয় বন্ধু আন কোনো হ'ব নোৱাৰে। পতিব্ৰতা ভার্য্যাৰ সমান পুৰুষৰ গতি আন কোনো হ'ব নোৱাৰে। ধৰ্ম্ম সাধনৰ ক্ষেত্ৰত পতিব্ৰতা পত্নীহে প্ৰকৃত সহায়। যাৰ ঘৰত নিজৰ মাতৃও নাই, পত্নীয়েও সদাই অপ্রিয় বাক্য কয়, তেনেজনে অৰণ্যত বাস নকৰিলেও হয়। কাৰণ তেনেজনৰ বাবে গৃহই মহা অৰণ্যৰ নিচিনা হয়।

এইদৰে চিত্ৰগ্ৰীৱ কপোতে বৃক্ষৰ ওপৰত কপোতিৰ বাবে বিলাপ কৰি থাকোঁতে, বৃক্ষৰ গুৰিত শুই থকা ব্যাধৰ পিঞ্জৰাৰ ভিতৰৰ পৰা কপোতিয়ে স্বামীৰ বিননি শুনি মনতে ভাবিলে,—মই বৰ ভাগ্যৱতী। মোৰ বাবে

মোৰ স্বামী, দেৱতাৰ সমতুল্য। এনেহেন স্বামীয়ে মোৰ অসাক্ষাতত মোৰ প্ৰশংসা কৰিছে। এই সংসাৰত মোৰ সমান ভাগ্যৱতী আন কোনো নাই। যি তিৰোতাৰ প্ৰতি স্বামী তুষ্ট হয়, তেওঁ নিশ্চয় অতিশয় ভাগ্যৱন্ত। তিৰোতাৰ স্বামীয়েই একমাত্ৰ দেৱতা। তিৰোতাৰ বাবে স্বামী অগ্নিৰ নিচিন। যি নাৰীয়ে স্বামীৰ কথা নুশুনে, স্বামীক তুষ্ট নকৰে, তেনে নাৰী দাবাগ্নিত শুকান লতা-পাত পুৰি ভস্ম হোৱাৰ দৰে হয়। ইয়াকে ভাবি-চিন্তি কপোতিৰ অন্তৰত দুখৰ অগনি জ্বলি উঠিল।

পিঞ্জৰাৰ ভিতৰৰ পৰা স্বামীৰ বিননি আৰু দুখৰ কথা চিন্তা কৰি স্বামীক শুনাই ক'ব ধৰিলে,- হে মোৰ হৃদয়ৰ স্বামী, প্ৰাণৰ দেৱতা! তুমি শোক নকৰিবা। এই ব্যাধে মোক পিঞ্জৰাৰ ভিতৰত বান্ধি থৈছে। এই সংসাৰত ছলনা-বঞ্চনা, সুখ-দুখ, বিধিৰ বিধানমতেই হয়। গতিকে তাৰবাবে শোক কৰি লাভ নাই। হে মোৰ প্ৰাণৰ স্বামী! এই বিলাকৰ চিন্তা এৰি পৰলোকৰ হিত চিন্তা কৰা। মোক পিঞ্জৰাত বন্দী কৰি, ভোকে-লঘোনে আতুৰত পৰি মহা দুখে এই বৃক্ষৰ তলত শুই আছে। এওঁ আজি তোমাৰ অভ্যাগত অতিথি। তাতে শৰণাগত। এই শৰণাগত অতিথিক পূজা-সেৱাৰ ব্যৱস্থা কৰা। যাতে তোমাৰদ্বাৰা এওঁৰ প্ৰাণ

ৰক্ষা পৰে। শৰণাগতক যিজনে ৰক্ষা কৰে, অতিথি বুলি যিজনে অন্ন-জল দিয়ে অতিথিক দেখি যিজনে আদৰ-সাদৰ কৰি মাতে, তেওঁৰ পুণ্যৰ কথা কৈ শেষ কৰিব নোৱাৰি। গো-ব্ৰাহ্মণক বধ কৰিলে যি পাপ হয়, শৰণাগতক বধিলেও সেই একে পাপ হয়। আমি জাতিত কপৌ। বৃত্তিত সকলোতকৈ হীন। আমাৰ ওচৰলৈ কোনো দিনেই অতিথি নাহে। আমাৰ মহাভাগ্য দৈৱযোগে এই ব্যাধ আজি আমাৰ অভ্যাগত হ'ল। যিজনে শক্তি অনুসৰি অতিথিক পূজা-সেৱা কৰে, পৰকালত তেনেজনে অক্ষয়লোক পায়। আমাৰ নাই কি? পুত্ৰ পৰিবাৰ সকলো আছে। গতিকে নিজৰ দুখৰ কথা ত্যাগ কৰা, দেহৰ কথা এৰা। অতিথিৰ সেৱা-শুশ্ৰূষা কৰা। অতিথিৰ মনত প্ৰীতি সাধন কৰা। তেতিয়াহে পৰকালত সুখ হ'ব। হে মোৰ প্ৰাণনাথ মোৰ বাবে কিঞ্চিতো চিন্তা নকৰিবা। শৰীৰ থাকিলে ভাৰ্য্যা নিশ্চয় পাবা।

ভীষ্মদেৱে ক'লে,—শুনা ধৰ্ম্মৰাজ যুধিষ্ঠিৰ! চিত্ৰগ্ৰীৱ কপৌৱে ভাৰ্য্যাৰ ধৰ্ম্মবাক্য শুনিলত, মহাপ্ৰেমে তাৰ চকুৰ পানী গিৰ্-গিৰাই পৰিব ধৰিলে। সৰ্ব্বাঙ্গ শৰীৰ পুলকিত হৈ উঠিল। মুখৰ মাত হৰিল। কিছু সময় মৌন হৈ থাকি অলপ স্থিৰ হৈ বৃক্ষৰ ওপৰৰ পৰা তললৈ নামি আহিল আৰু ব্যাধৰ ওচৰলৈ গৈ অৱনত হৈ ক'ব ধৰিলে,—

হেৰা বাপুধন। তুমি ক'ৰপৰা ইয়ালৈ আহিলা? ভয়ঙ্কৰ এই বৃক্ষৰ দুৰ্ঘোৰ আৱৰণিৰে ভৰা গুৰিলৈ আহি কি কাৰণে মোৰ অভ্যাগত হ'ল? হে বাপু! তথাপি মই এটা কথা কওঁ শুনা,—সংশয় নকৰি সুস্থভাবে তুমি ইয়াত তোমাৰ ঘৰত থকাৰদৰেই থাকা। মোৰ এই ঠাই তোমাৰ ঘৰৰদৰেই ভাবা। তোমাৰ মনত যদি কিবা ইচ্ছা আছে, সকলো কথা মোক কোৱা। বুজিছা বাপু! যিহেতু তুমি মোৰ শৰণাগত হ'লা গতিকে প্ৰাণ দি হ'লেও তোমাৰ মনোৰথ পূৰণ কৰিবলৈ যত্ন কৰিম। যদি কোনোবা শত্ৰুও অতিথি হিচাপে আহি আশ্ৰয় বিচাৰে, তেন্তে গৃহস্থৰ ধৰ্ম্মমতে সেই অতিথিকো শুশ্ৰূষা কৰিব লাগে। হাতত অস্ত্ৰ লৈ বৃক্ষৰ ডাল-পাত কাটে, তথাপি ধৰ্ম্মৰত বৃক্ষই তেনেজনকো অতিথি বুলি ভাবি আদৰ-সাদৰ কৰি ছায়া, ফল-ফুল আদি দিয়ে। কাৰণ, অতিথি শুশ্ৰূষা কৰাৰ সমান ধৰ্ম্ম আন একো নাই। সেইবাবে অতিথি শুশ্ৰূষা কৰিব লাগে। এই কথা মই নিশ্চয়কৈ ক'লোঁ। যি গৃহাশ্ৰমীয়ে অতিথি শুশ্ৰূষা নকৰে, তেনেজনৰ ইহ পৰলোকত একো নাই বুলি জানিবা। হে মহাভাগ! মনত যি ইচ্ছা আছে, মোৰ আগত ভাঙি-পাতি কোৱা। কোনো চিন্তা নকৰিবা। তুমি যি কৰিব কোৱা, মই তাকেই কৰিম। কপোতৰ

বিনয়-নম্র বাক্য শুনি ব্যাধে বিস্ময় মানিলে,—"কিনো ধৰ্ম্মপক্ষী এইটো! এনে বিনম্র বাক্য বচন।"

তাৰ পিছত ব্যাধে মাত লগালে,—শুনা পক্ষী। মোক জাৰে ৰৰকৈ কষ্ট দিছে। প্ৰথমতে তুমি এই জাৰ-শীত গুচাই দিয়া। তেতিয়াহে যদি মোৰ মুখৰ মাত ওলায়।

ব্যাধৰ কথা শুনি চিত্রগ্রীৱ কপোতে শুকান পাত আদি বিচাৰি আনি, জুই আনিবলৈ গুচি গ'ল। জুই বিচাৰি বিচাৰি কিছু দূৰৈত জুই পাই ঠোঁটেৰে এডোখৰ জ্বলন্ত অঙঠা থকা খৰি লৈ আহিল আৰু শুকান পাতত জুই জ্বলাই দিলে। জুই জ্বলি উঠাত ব্যাধক জুইৰ তাপ ল'বলৈ ক'লে। জুইৰ তাপত ব্যাধৰ জাৰ পলাল।

ব্যাধে ক'লে,—শুনা পক্ষী! মোৰ অতিশয় ভোক লাগিছে। দেহা যাওঁ যাওঁ হৈছে। যেনেকৈ পাৰা মোৰ ভোক নিবাৰণ কৰি দিয়া। তেতিয়াহ'লে জীৱন প্ৰাণ ৰ'ব। নহ'লে এতিয়া মোৰ জীৱন শেষ হৈ যাব। সোনকালে কিবা এটা কৰা।

ব্যাধৰ কথা শুনি অলপ চিন্তা কৰি কপোতে ক'ব ধৰিলে,—শুনা অতিথি! তোমাৰ ক্ষুধা গুচাম কেনেকৈ! যি আহাৰৰদ্বাৰা তোমাৰ ক্ষুধা দূৰ হয়, তেনে দ্ৰব্য বস্তু আমাৰ ঘৰত একোৱেই নাই। আমাৰ তেনেকৈ কোনো

উঁৱাল নাই। সাঁচি ৰাখি খোৱাৰ কোনো ব্যৱস্থাও নাই। ফল-মূল খাই বনে বনে ফুৰোঁ। পৃথিবীত নদী পুখুৰী যিমানবিলাক আছে, সেয়ে আমাৰ জল খোৱা পাত্ৰ। এইদৰেই আমি জীৱন ধৰি থাকোঁ।

অৰণ্যত মুনিবিলাক যেনেকৈ থাকে, ঠিক তেনেদৰে কোৱা, পক্ষীৰ কথা শুনি ব্যাধৰ মুখ বিষাদেৰে ক'লা পৰি গ'ল। বুজিছা বাপ, যুধিষ্ঠিৰ! ব্যাধৰ ফালে চাই কপোতৰ মনত ভাল নালাগিল। চিন্তাযুক্ত হৈ নিজৰ বৃত্তিক নিন্দা কৰি পক্ষী জীৱনক ধিক্কাৰ কৰিব ধৰিলে,— হৰি হৰি! বিধতাই আমাক কিয় জন্ম দিছিল! কিঞ্চিৎমানো জন্ম ধৰাৰ সাৰ্থক নহ'ল। ৰাতি হ'লে বৃক্ষত নিদ্ৰা যাই থাকোঁ। বাত-বৃষ্টি আদিৰ ভয়ত সদাই গা-মূৰ কঁপি থাকে। অন্ধই যেনেকৈ দিশ-বিদিশ একো নেদেখে, আমিও একো নেদেখোঁ। সেইবিলাক কথা মনত পৰিলে, দেহা মৰি যোৱা যেন পাওঁ। তাতে যদি শিল-বৰষুণ, ধুমুহা বতাহ আহি পায়, সেই দুখৰ কথা ক'বই নোৱাৰি। এইদৰে দিন যায়, ৰাতি আহে। দিন হ'লে আহাৰ বিচাৰি দশোদিশে উৰি যাওঁ। বনে বনে ফুৰি বনফল খাই ফুৰোঁ। সদাই আহাৰৰ বাবেই ব্যস্ত। ঘৰ-বাৰী, বসন-ভূষণ একো নাই। আমাৰ নিচিনা কুৎসিত জীৱন কাৰো নাই।

এইদৰে নিজকে নিজে গৰিহনা দি পুনৰ অতিথিক ক'লে,—শুনা অতিথি! অলপ সময় ধৈৰ্য্য ধৰা। মই এতিয়াই কিবা এটা কৰিম।" এই বুলি পক্ষীয়ে মনে মনে চিন্তা কৰিলে,—"আমি মনুষ্যৰ ভক্ষ্য। এই কথা মই জানোঁ। গতিকে শৰীৰৰ মাংসদিয়েই অতিথি শুশ্ৰূষা কৰিম।" ইয়াকে ভাবি শুকান পাত আৰু কিছুমান আনি জুইকুৰা ভালদৰে জ্বলাই ল'লে। মনত আনন্দ মিলিল। তাৰ পিছত নিজকে নিজে আকৌ ভাবিলে—"দেৱতা পিতা আৰু শ্ৰেষ্ঠ মুনিসকলৰ মুখত মই আগতে শুনিছিলোঁ যে অতিথি পূজাৰ সমান শ্ৰেষ্ঠ ধৰ্ম্ম আন একো নাই। গতিকে এই শৰীৰৰ মমতা নিশ্চয় এৰিম।" এইবুলি অতিথিৰ ফালে চাই ক'লে,—"শুনা মোৰ অতিথি! তুমি মোক অনুগ্ৰহ কৰা। অতিথি সেৱাৰ বাবে মই মোৰ এই দেহ এৰোঁ।" ইয়াকে কৈ পক্ষী সাৱধান হ'ল আৰু তিনিবাৰ প্ৰদক্ষিণ কৰি হাঁহি হাঁহি আনন্দমনে অগ্নিত প্ৰৱেশ কৰিলে।

* * *

## ব্যাধৰ খেদ

ব্যাধে দেখে যে পক্ষী অগ্নিত প্ৰৱেশ কৰিলে। তাকে দেখি মনে মনে দুখ কৰি ভাবিব ধৰিলে, সৰ্ব্বনাশ হ'ল! হায়! মই মহা অজ্ঞানীয়ে কি কৰ্ম্ম কৰিলোঁ! পক্ষী জন্ম ধৰিও মহা ধৰ্ম্ম কৰিলে। মই মহা ঘাতক অতিশয় অধৰ্ম্মী। নিজৰ কৰ্ম্মৰ দোষত মই নিজেই নিন্দিত হ'লোঁ। জানিলোঁ, মোৰ মহাপাপ হ'ল। নিশ্চয় মই ঘোৰ নৰক ভুঞ্জিব লাগিব। হৰি হৰি! মই নমৰি কিয় জীয়াই আছোঁ! জীৱনত অলপো ধৰ্ম্ম-কৰ্ম্ম নকৰিলোঁ! সদাই অধৰ্ম্মকে কৰি থাকিলোঁ। মোৰ সমান নিদাৰুণ কোনো নাই। সদাই প্ৰাণী হিংসাকে কৰি থাকোঁ। ভাবি চাই দেখিলোঁ যে মোৰ গোটেই জীৱনটো অকৰ্ম্ম কৰিয়েই খেদালোঁ। দেৱতা-ব্ৰাহ্মণ, সাধু-সজ্জন, বেদপাঠ, একো নাজানিলোঁ। শিশুকালৰেপৰা কেৱল কু-কৰ্ম্মতেই ৰতি-প্ৰীতি কৰি থাকিলোঁ। হাতত অস্ত্ৰ লৈ, যন্ত্ৰ-পাতি লৈ, কেৱল ঘোৰ বনে বনে ৰাতিয়ে দিনে পক্ষী মাৰি ফুৰোঁ। মই মহা মন্দমতিয়ে অসংখ্যাত প্ৰাণী বধ কৰিলোঁ। তাকে বেচি ধান-চাউল কিনি আনি ভাৰ্য্যা-পুত্ৰ সকলোৱে মিলি উদৰ পুৰি খাওঁ। কোনোবা আলহী অতিথি আহিলে এটি খুদকণ দিবলৈও

মৰ্ মোহে পায়। দিব নোৱাৰোঁ। নিদিওঁ। কি মই মহা মন্দমতি পামৰ বৰ্ব্বৰ! জন্মত কোনো ভাল কাম নকৰিলোঁ। এতিয়া বৃদ্ধ হ'লোঁ। আয়ুস মিছা হৈ গ'ল। এইযে দেখিলোঁ পক্ষী! হ'ব পাৰে জ্ঞানহীন, হ'ব পাৰে গুণহীন। কিন্তু মানুহতকৈও অতিকে শ্ৰেষ্ঠ দেখিলোঁ। অতিথিৰ বাবে নিজৰ জীৱন পৰ্য্যন্ত দান দিলে!

* * * *

## পক্ষীৰ আদৰ্শ লৈ ব্যাধে ব্যাধ কৰ্ম্ম এৰিলে

ভীষ্মদেৱে ক'লে,—শুনা ধৰ্ম্মৰাজ! কপৌ অগ্নিত জাপ দিয়া দেখি ব্যাধৰ অন্তৰত অতিশয় দুখ অনুভৱ হ'ল। সলোতক অন্তৰেৰে নিজকে ধিক্কাৰ দিব ধৰিলে। —"মই মহাপাপী ঘাতকে কি কৰ্ম্ম কৰিলোঁ! নিশ্চয় জানিলোঁ, মই জীয়ন্তে মৰিলোঁ। মই দুৰ্ব্বুদ্ধিৰ জীৱন ধিক্কাৰ। শুভ কৰ্ম্ম সমস্ত এৰি, জীৱ হিংসা কৰি মাত্ৰ ব্যাধৰ কৰ্ম্মহে আচৰণ কৰিলোঁ! মই মহাপাপীয়ে তাক অন্ন খুজিলোঁ! নিজৰ মাংস দি জীৱন এৰিলে। এই কপোতে মোক ধৰ্ম্মৰ উপদেশ দিলে। গতিকে আজিৰ পৰা মই প্ৰিয় ভাৰ্য্যা, প্ৰাণৰ পুত্ৰ সকলো এৰিলোঁ। শৰীৰৰ সুখ-ভোগ সমস্ত এৰিলোঁ। যেনেকৈ গৰম কালত সূৰ্য্যৰ তাপত বহুত

জলো শুকাই যায়, সেইদৰে মযো এই শৰীৰক শুকাই নি অস্থি আৰু নাড়ীকেডালহে যেন জক্মক্ কৰি ওলাই থাকে, তাকে কৰিম। সদাই ব্ৰত উপবাস কৰিম। যাতে পৰকালৰ হিত সাধন হয়। অতিথি সেৱাৰ বাবে নিজৰ দেহ ত্যাগ কৰি, মোক দয়াতৰে ধৰ্ম্ম দেখুৱাই গ'ল।

ভীষ্মদেৱে ক'লে,—শুনা ধৰ্ম্মৰাজ যুধিষ্ঠিৰ বাপ! লগে লগে ব্যাধে ক্ৰূৰ কৰ্ম্ম পৰিত্যাগ কৰি জাল-যন্ত্ৰ, পিঞ্জৰা দূৰ কৰি পেলাই দিলে। পিঞ্জৰাত থকা কপোতিকে মুক্ত কৰি দিলে। সকলোৰে মৰম স্নেহ ত্যাগ কৰি, মহাপথ গ্ৰহণ কৰিলে।

---

## ব্যাধৰ সদ্গতি লাভ

ভীষ্মদেৱে ক'লে, শুনা বাপ যুধিষ্ঠিৰ! পক্ষী বিমানত যোৱা দেখি ব্যাধে মনে মনে ভাবিব ধৰিলে,—"পক্ষীৰ শৰীৰতো এনে সম্পত্তি হ'ল! কি কৰ্ম্ম কৰি, মযো সদ্গতি লাভ কৰিব পাৰিম!" ইয়াকে ভাবি চিত্ত-বুদ্ধি-মন স্থিৰ কৰি অন্ন-জল সমস্ত ত্যাগ কৰিলে। শৰীৰৰো আশা

এৰিলে। ইন্দ্ৰিয় দমন কৰি বায়ু ভক্ষণ কৰি থাকিব ধৰিলে। এনেদৰে গৈ গৈ এদিনাথন এটা সৰোবৰ পালে। ফুলি থকা পদুমবোৰ তাত জকমকাই আছে। নিৰ্ম্মল সুশীতল জলেৰে পৰিপূৰ্ণ। জলচৰ আৰু পক্ষীবিলাকে মহানন্দে তাত ক্ৰীড়া কৰি আছে। দেখিলেই মন প্ৰাণ হৰি নিয়ে। তৃষাতুৰ সকলে দেখিলেও তৃষ্ণা দূৰ হয়। অতিশয় তৃপ্তি লাভ কৰে। তাৰ ওচৰতে এখন ঘোৰতৰ অৰণ্য আছে। তাত বাঘ, সিংহ আদি হিংস্ৰ জন্তুবিলাকে বিচৰণ কৰি আছে। সেই অৰণ্য দেখি ব্যাধে নিৰ্ভয় চিত্তে প্ৰবেশ কৰিলে। ঘোৰ কাঁইটীয়া অৰণ্যৰ হুল-জোং কাঁইটে ব্যাধৰ শৰীৰ জৰ্জ্জৰিত কৰি পেলালে। শৰীৰ তেজেৰে বাঙলী হ'ল। তথাপি ব্যাধ সেই অৰণ্যত ঘূৰি-ফুৰিছে। এদিনাথন সেই অৰণ্যত মহা পয়মাল ঘটিল। ভীষণ ধুমুহা বতাহে মহা ঘঞ্চাল লগাই দিলে। বতাহৰ কোবত ইডালে-সিডালে গছে গছে ঘঁহনি খাই অগ্নি উঠিল। লগে লগে তেনেই অৰণ্যখন এফালৰপৰা পুৰি ছাই কৰি নিব ধৰিলে। সেই প্ৰচণ্ড অগ্নি ব্যাধে দেখি মনে মনে ভাবিলে,—"মই এই অগ্নিতে শৰীৰ শেষ কৰি দিওঁ। জীৱনত বহুত পাপ কৰ্ম্ম আচৰণ কৰিলোঁ। তাৰে প্ৰায়শ্চিত্ত হওক। সমস্ত পাপ মোৰ ধ্বংস হৈ যাওক। ইয়াকে ভাবি

দয়ামৰ শ্ৰীকৃষ্ণৰ চৰণ একান্ত মনে হৃদয়ত চিন্তা কৰি, সেই প্ৰচণ্ড অগ্নিত জাহ গ'ল। নিমিষতে সমস্ত পাপ পুৰি ভস্ম হৈ গ'ল আৰু বিমানত উঠি স্বৰ্গপুৰী পালে গৈ। পুণ্য কৰ্ম্মৰ ফলত স্বৰ্গলৈ গৈ সেই পক্ষীৰ লগতে দ্বিতীয় পুৰন্দৰহে যেনিবা, ঠিক তেনেদৰে স্বৰ্গ সুখ ভোগ ভুঞ্জি তাতে থাকিল।

বুজিছা ধৰ্ম্মৰাজ! এয়া তোমাক পূৰ্ব্বৰ বৃত্তান্ত ক'লোঁ। এই কথা যেয়ে শুনে, তেওঁৰ পুণ্য লাভ হয়। যিবিলাকে কোৱা-গোৱা কৰে, তেওঁবিলাকৰো সমস্ত অশুভমানে দূৰ হৈ যায়। এই মহাধৰ্ম্ম স্মৰণ কৰিলে, গোহত্যা পাপ নাশ হয়। ব্ৰহ্মবধ আদি মহাপাপো খণ্ডন কৰিব পৰা শক্তি ইয়াৰ আছে। হে মহামতি যুধিষ্ঠিৰ! শৰণাগতক যিজনে ত্যাগ কৰে, তাৰ কোনো কালেই নিষ্কৃতি নহয়। এই কথা তুমি নিশ্চয় কৰি জানিবা। যিজনে শৰণাগতক ৰক্ষা কৰে, তেওঁৰ পুণ্যৰ কথা ক'বৰ কাৰো সাধ্য নাই। এতেকে শৰণাগতক ৰক্ষা কৰিবা। তেতিয়াহ'লে অশ্বমেধ যজ্ঞৰ ফল হাতে হাতে পাবা।

* * *

শুনা সৰ্ব্বজন ইটো কথা মনোহৰ।
অমৃত সমান বাণী ভীষ্মৰ মুখৰ॥
কৰ্ণ পথে কৰা পান পাপ যাউক ক্ষয়।
কৰ্ম্ম জৰী ছিণ্ডি উপজিব জ্ঞানচয়॥
দেখা পক্ষী জাতি স্বভাৱতে নাহি জ্ঞান।
অতিথিক লাগিয়া আপুনি দিলা প্ৰাণ॥
গোটেই জীৱন ব্যাধে জীৱবধ কৈলা।
কপোতক দেখি তাৰ জ্ঞান উপজিলা॥
যতেক পাতক তাৰ গৈলেক নিৰ্য্যাণ।
দেহা এৰি অক্ষয় স্বৰ্গত পাইলা স্থান॥
এতেকে মনুষ্য জন্ম কৰিয়ো সাৰ্থক।
আন ধৰ্ম্ম এৰি কৰা আশ্ৰয় জ্ঞানক॥
জ্ঞান ভৈলে ঈশ্বৰত মিলিব ভকতি।
অপ্ৰয়াসে তৰিবাহা সংসাৰ দুৰ্গতি॥
মূৰ্খ সোণাৰামে কহে শুনা সৰ্ব্বলোক।
ৰাম হৰি বুলি তৰা সংসাৰৰ শোক॥

———

## শগুন আৰু শিয়ালৰ কথা

ধৰ্ম্মৰাজ যুধিষ্ঠিৰে সুধিলে,—হে পিতামহ! অনুগ্ৰহ কৰি তুমি যিবিলাক কথা মোক শুনালা, সেই সকলো কথা মই একান্ত মনে শুনিলোঁ। কিন্তু মোৰ সংশয় নুগুচিল। তুমি যে পৰম চিৰায়ু, সকলো শাস্ত্ৰজ্ঞানো যে আছে, সেই বিষয়ে মোৰ অকণো সন্দেহ নাই। মই নিজে দেখিছোঁ, শুনিছোঁ এতিয়া মোৰ শঙ্কা বিষয়ে কওঁ শুনা,—কোন প্ৰাণী এবাৰ মৃত্যু হ'লে, পুনৰ জীৱিত হৈ আছে? ক'ত দেখিছা, ক'ত শুনিছা? মই হ'লে দেখা নাই। দয়া কৰি মোৰ এই সংশয় গুচাই দিয়া পিতামহ!

যুধিষ্ঠিৰৰ শঙ্কা প্ৰশ্ন শুনি গঙ্গাসুত ভীষ্মদেৱে ক'লে,—হে মোৰ প্ৰিয় বাপ ধৰ্ম্মপুত্ৰ! তুমি যি কথা সুধিলা, সেই বিষয়ে মোৰ মতি অনুসৰি এটা শগুন আৰু শিয়ালৰ পুৰণি ইতিহাসৰ জৰিয়তে কওঁ, মনদি শুনা,—পূৰ্ব্বত নৈমিষাৰণ্যত এজন ব্ৰাহ্মণ আছিল। দৈৱযোগে তেওঁৰ এটি পুত্ৰ সন্তান জন্ম পালে। সন্তানটি দেখাত অতিকৈ সুন্দৰ আছিল। পিতৃ-মাতৃ, বংশ-পৰিয়াল, ওচৰ-চুবুৰীয়া সকলোৰে অতি আদৰৰ আছিল। সন্তানৰ বয়স দুবছৰ হৈছে। এনেতে দৈৱযোগে সেই পুত্ৰ সন্তানৰ মৃত্যু হ'ল। তাকে

দেখি পিতৃ-মাতৃ, জ্ঞাতি-গোত্র সকলোৰে মনত অতিশয় দুখ লাগিল। ব্ৰাহ্মণে শোকে-তাপে কান্দি-কাতি মৃত পুত্ৰ কান্ধত তুলি লৈ শ্মশানলৈ গ'ল। লগত সকলোবিলাকেই কান্দি কান্দি ব্ৰাহ্মণৰ পিছে পিছে গ'ল। শ্মশান পায়, কান্ধৰ পৰা থৈ হুৰাওৰাৰে বুকুত ভুকুৱাই, মূৰ আফলিয়াই মাটিত বাগৰি কান্দিব ধৰিলে। লগতে জ্ঞাতি-বন্ধু-বান্ধৱ সকলেও হিয়া ধাকুৰি কান্দি কান্দি আকাশ বতাহ একেবাৰে হাহাকাৰ লগালে। সেই কোলাহল শুনি এটা শগুন আহি ক'ব ধৰিলে,—হেৰা মনুষ্যসকল, মোৰ অলপ কথা মনদি শুনাইকচোন! মই যি দেখিছোঁ, তোমালোক হ'ব পাৰা মনুষ্য। কিন্তু তোমালোক সকলোৱেই পৰম অজ্ঞানী আৰু বুদ্ধিহীন। এই শ্মশানত পতি-পত্নী, পুত্ৰ-কন্যা, ডেকা-বুঢ়া কিমান মৰা এক ঠাই হ'ল, তাৰ হিচাপ কোনেও দিব নোৱাৰে। তাৰ ভিতৰত কোনোবা মৰা, পুনৰ জীৱিত হৈ যোৱা বুলি তোমালোকে ক'ব পাৰানে? সেই মৰাবিলাকৰ কোনো বন্ধু-বান্ধৱ, আত্মিয়-স্বজন কোনো নাছিল নেকি? কোনে এনেকৈ হাহাকাৰ কৰি আছে? সকলোকে কালে, এদিন নহয় এদিন মাৰি, যমৰ ঘৰলৈ নিবই। এনেস্থলত তোমালোকে এইদৰে হিয়া খুৰ ধাকুৰি কান্দি কান্দি হাহাকাৰ কৰিছা কিয়? এই সংসাৰত নানা প্ৰকাৰৰ সুখ-দুখ হয়

আৰু জন্মিলে মৰণো হয়, এতিয়া এই মৃতজনৰ লগত যিসকল আছিছা, আয়ু শেষ হ'লে কোনো থাকিব নোৱাৰিবা। এই জীৱন যাবই। মৃত্যু নিশ্চিত। এই ঘোৰ শ্মশানত অসংখ্য ভূত-প্ৰেত আছে। দেখিলেই মানুহৰ ভয় লাগে। অনেকুৱা ঠাইত সমস্ত বন্ধু-বান্ধৱ মিলি কোনো এটা মৰা, জীৱিত কৰি নিয়া এদিনলৈ দেখা নাই আৰু কোনোবাই জীয়াই নিছে বুলিও শুনা নাই। এই মনুষ্য লোকত যিবিলাকে জন্ম ধৰিছে, শত্ৰুৱেই হওক বা মিত্ৰই হওক, প্ৰিয়জনেই হওক বা অপ্ৰিয়জনেই হওক, যাৰ আয়ু শেষ হৈছে, তাৰ অৱশ্যে মৃত্যু হৈছেই। কোনো চিৰকাল জীয়াই থাকিব পৰা নাই বা মৰিও পুনৰ জীৱিত হৈ যোৱা নাই। এয়া সদাই দেখি থকা কথা। সকলোবিলাক মৰি মৰি যাব লাগিছে। পূৰ্ব্বত ভগৱন্ত পুৰুষে এই পথ নিৰ্ম্মাণ কৰি থৈছে। মৃতজনক জীৱিত হোৱা ক'ত দেখিছা? তোমালোকো এদিন মৰিবা। গতিকে এইবিলাক দুখ-কষ্ট কৰি আছা কিয়? মন সুস্থ কৰি ঘৰাঘৰি গুচি যোৱা। মিছাতে ইয়াত হাহাকাৰ কৰি নাথাকিবা। চোৱা, সূৰ্য্য অস্ত যাওঁ যাওঁ হৈছে। পলম নকৰিবা।

শগুনৰ কথা শুনি, অলপ তলকা মাৰি, ভাবি-চিন্তি মন স্থিৰ কৰি, মৰা শিশু শ্মশানতে এৰি থৈ নিজৰ ঘৰলৈ যাব ওলাল। এনেতে এটা শিয়াল গাঁতৰপৰা ওলায়েই

মানুহবিলাকৰ অৱস্থা বুজি, ক'ব ধৰিলে,— শুনা, শুনা হেৰা মনুষ্য সকল! তোমালোক এই মনুষ্য জাতিতো দেখিছোঁ। অতিকে নিৰ্দ্দয়, একেবাৰে নিষ্ঠুৰ। অলপো দয়া-মায়া নাই। সূৰ্য্য অস্ত নাযাওঁতেই ইমান ভীত-ত্ৰস্ত হ'ব লাগে নে? এনে মূঢ়তা পৰিহাৰ কৰা। লগেলগেই হওক বা অলপ পিছত হ'লেও মৰাটো জীয়ে কি ছিয়ে, অলপ কান্দি-কাতি, হিয়া-মূৰ ধাকুৰি, বুকুত ভুকুৱাই, হাকুলে-ব্যাকুলে মাটিত বাগৰি বাগৰি যত্ন কৰিতো চাব পাৰি। ইমান মৰমৰ বালকক এনেকৈ অকলশৰে শ্মশানত পেলাই থৈ এৰি আহিব পায়নে? কিযে নিৰ্দ্দয় কঠুৱা কঠিন, মনুষ্যৰ হৃদয়। ইমান মৰমৰ পুত্ৰ; যাৰ অমৃত মধুৰ মাত শুনিলে হিয়া প্ৰাণ আনন্দত নাচি উঠে, এনেহেন পুত্ৰ স্নেহ তৃণ দলি মাৰি পেলাই দিয়াৰ দৰে, এনেকৈ পেলাই থৈ আহেনে কোনোবাই! এই সন্তানে যেতিয়া মিচিক্ মাচাক্ কৈ হাঁহে, যেতিয়া থুনুক্ থানাক্ কৈ আধাফুটা মৌ বৰষা মাতেৰে মাতে তেতিয়া কেনে অমৃত প্ৰিয়া যেন লাগে। এনেহেন পুত্ৰক দয়া মায়া এৰি নিৰ্দ্দয় হৈ এনেকৈ শ্মশানত পেলাই থৈ আহিব লাগেনে। জ্ঞানশূন্য পশু-পক্ষীতকৈও মৰম-স্নেহ নাই। কি যে নিষ্ঠুৰ নিৰ্দ্দয়, মানুহৰ হিয়া। ধিকাৰ মনুষ্য জাতি। কিযে পামৰ! পশুৰ

সন্তান এৰিব পাৰি। কিয়নো, বৃদ্ধ পিতৃ-মাতৃক পালন-পোষণ নকৰে। মৰণ সময়তো কোনো শুশ্ৰূষা নকৰে। পৰলোকৰ হিত কাৰ্য্যও একো নকৰে। তথাপি তেনে সন্তানকো পশু-পক্ষীয়ে অতিকে মৰম স্নেহ কৰে। এই মনুষ্য জাতি কি যে দয়া মায়া হীন ! ধিক্ ধিক্ মনুষ্য জাতি। এই হেন কুলৰ বৰ্দ্ধক ধুনীয়া পুত্ৰক এৰি থৈ গুচি আহিলা ! কি যে মন্দমতি। চকুৰ পানী হ'লে মুচি আছা। তথাপি তোমালোকৰ অন্তৰ ভাল নহয়। মৰম দয়া অলপো নেদেখিলোঁ। যিজন আপদত পৰে, বেমাৰ ব্যাধিত যাৰ দেহ শুকাই ক্ষীণাই যায়, যিজনক শ্মশানলৈ নিব লগা হয়, তেনেবিলাকক বন্ধু-বান্ধৱে কেতিয়াও এৰি নাযায়। এই বিলাক কথা একো চিন্তা নকৰি, কোনমতে পুত্ৰক এৰি আহিলা ? সকলো প্ৰাণীৰ ভাৰ্য্যাই প্ৰাণ স্বৰূপ। ভাৰ্য্যা-পুত্ৰৰ সমান প্ৰিয় আন কোনো হ'ব নোৱাৰে। পশু-পক্ষীৰ জন্মতো এই ভাৰ্য্যা-পুত্ৰৰ প্ৰতি অতিকে স্নেহ-প্ৰীতি হয়। আজিহে জানিলোঁ যে মানুহ অতিশয় পামৰ। অতিকে নিষ্ঠুৰ দয়া-মায়া হীন। যাৰ চকু দুটি পদুম ফুলৰ দৰে, যাৰ মুখখন পূৰ্ণিমাৰ জোনটিৰদৰে, সুগন্ধি ফুলৰ মালা, অগৰু চন্দনেৰে লেপিত সুন্দৰ শৰীৰ, বিবাহলৈ সাজি-কাচি পিন্ধাই-উৰাই নিয়া দৰাটোৰ নিচিনা অতি আদৰৰ পুত্ৰ

সন্তানক কোনমতে পেলাই থৈ আহিলা ? দয়াহীন মায়াহীন হৈ ক'লৈ যাবৰ বাবে এইদৰে এৰি আহিলা ?

এনেয়ে পুত্ৰৰ শোকত হৃদয় মন পুৰি আছে। তাতে শিয়ালৰ যুক্তিপূৰ্ণ কথাবিলাক শুনি মানুহবিলাকৰ স্নেহ-প্ৰীতি দুগুণে বাঢ়ি গ'ল। শোকে দুখে পুনৰ মৰা শৰটিৰ ওচৰ পালেগৈ। তাকে দেখি শগুনে ক'লে— কি যে আচৰিত ! সেই লুভীয়া, অল্পমতি, মিছলীয়া শিয়ালটোৰ কথা শুনি, তোমালোক ঘূৰি আহিলা ? বুজিছা, হীন-নীচজনৰ কথাত সাধু-সজ্জন, সন্ত-ভক্তসকলে সদাই উজুটি খায় থাকে। শুনা,—সন্তানৰ শৰীৰত পঞ্চপ্ৰাণ এতিয়া নাই। শুকান কাঠৰদৰে হ'ল। গতিকে মৃতজনৰ বাবে শোক কৰি লাভ নাই। নিজৰ হিতৰ বাবে চিন্তা কৰা যুগুত। হে মনুষ্যসকল, এটা কথা কওঁ মনদি শুনা,— মন স্থিৰ কৰি শোক-তাপ এৰা। তপস্যা আচৰণ কৰা। তপস্যা কৰিলে সমস্ত পাপ ক্ষয় হ'ব। তপস্যাত সকলো কৰ্ম্ম সিদ্ধি হয়। জন্ম হোৱাৰ লগে লগে, ইষ্ট-অনিষ্ট, ভাগ্য-অভাগ্যও লগতে আহে। এই বালক দুষ্কৰ্ম্মৰ বাবেহে মৰি গ'ল। গতিকে শোক-তাপ এৰি সুস্থ হোৱা। গো, ধন-ৰত্ন, ঐশ্বৰ্য্য-বিভূতি এই সকলোবিলাক তপস্যাতে উৎপন্ন হয়। পূৰ্ব্ব জন্মত যিয়ে যি কৰ্ম্ম কৰে, সেই

অনুসৰি জীৱই জন্ম লাভ কৰি সুখ-দুখ ভোগ কৰে। পিতা-পুত্ৰ আদি পূৰ্ব্বৰ জন্ম অনুসৰি অহা-যোৱা কৰে। শুভকৰ্ম্মৰ ফলত সদ্‌লোক পায় আৰু অশুভ কৰ্ম্মৰ ফলত নৰক ভোগ কৰে। পুত্ৰ মৰিলে পিতৃ লগত নাযায় আৰু পিতৃ মৰিলেও পুত্ৰ লগত নাযায়। এইদৰে শুভ-অশুভ কৰ্ম্মৰ ফলমতে জীৱবিলাক অহা-যোৱা কৰি থাকে। এই পুত্ৰস্নেহ, অকৰ্ম্ম বুলি জানিবা। গতিকে এইবিলাক শোক-দুখ এৰি তপধৰ্ম্ম আচৰণ কৰা। গুৰু-দেৱ-নাম-ভক্ত এওঁবিলাকৰ চৰণত নানাভাবে ভক্তি কৰি, পূজা-সেৱা কৰা। ইয়াৰদ্বাৰা শুভ-কৰ্ম্মৰ উৎপন্ন হ'ব। পুত্ৰস্নেহ এৰি ভক্তি-ধৰ্ম্মত মনোনিবেশ কৰাগৈ। মানুহে শুভ বা অশুভ যি কৰ্ম্মই নকৰক, তাৰ ফল তেওঁহে ভোগ কৰিব। আন কোনো বন্ধু-বান্ধৱে নাপায়। যদি প্ৰিয়জনৰ কেতিয়াবা মৃত্যু হয়, তেন্তে বন্ধু-বান্ধৱসকলে আনি শ্মশানত পেলাই থৈ যায়। কান্দি কান্দি চকুলো টোকে। পিছত মৰম-স্নেহ এৰি ঘৰা ঘৰি গুচি যায়। পণ্ডিতেই হওক বা মূৰ্খই হওক, মহা ধনীয়েই হওক বা নিৰ্ধনীয়েই হওক, কালগ্ৰস্থ হৈ সকলোৱেই এদিন নহয় এদিন যমৰ ঘৰলৈ যাবই। মাত্ৰ শুভ বা অশুভ কৰ্ম্মৰ ফলহে লগত যাব। গৰ্ভতেই হওক বা শিশু-যুবা-বৃদ্ধ অৱস্থাতেই হওক, কাল প্ৰবেশ কৰিবই।

সমস্ত জগত কালৰ অধীন বুলি জানিবা। গতিকে মৃতজনৰ বাবে স্নেহ এৰি দয়াময় শ্ৰীকৃষ্ণৰ চৰণত ভক্তি কৰাগৈ।

শগুনৰ কথা শুনি মৃত বালকৰ প্ৰতি থকা স্নেহ পৰিহাৰ কৰি সকলোবিলাক ঘৰলৈ যাব ওলাল। তাকে দেখি শিয়ালে আহি মাত লগালে,—বৰ আশ্চৰ্য্য আৰু অদ্ভুত কথা দেখিলোঁ। তোমালোকে শগুনৰ কথাকে বিশ্বাস কৰি স্নেহ-প্ৰীতি সকলো এৰিলা? যদি এনেকুৱাই হয়, মানুহ হৈ যদি মৰম দয়া বোলা কথা এটা নাথাকে, তেন্তে এই পৃথিৱী আৰু পৃথিৱী হৈ নাথাকে। জনশূন্য নিশ্চয় হ'ব। মানুহৰ শোক-তাপ, স্নেহ-প্ৰীতিৰ কথা আজিহে জানিলোঁ। সকলো ভাণ্ডকি। লোকৰ আগত শোক কৰি দেখুৱাই, মিছাতে এইবিলাক ভাণ্ডকি কৰি থাকে। তোমালোকৰ স্নেহ-প্ৰীতি দেখি নাকান্দোতেই মোৰ চকুলো বৰ ধৰিলে। হায় হায়! এনেহে মানুহৰ মৰম-স্নেহ! মই শুনিছোঁ, পূৰ্ব্বত কোনোবা এজন ভাগ্যৱন্তই বোলে মৃতজনক পুনৰ জীয়াই লৈ গৈছে। গতিকে নাভাবা নিচিন্তা কৰি পুত্ৰক এৰি ঘৰলৈ যাব ওলালা কিয়? অন্ততঃ সকলোৱে কান্দি কান্দি অলপ শোক তাপ কৰি, কিছু পুৰুষাৰ্থ কৰিতো চাব পাৰা। শগুনেতো ক'বই। কাৰণ, তোমালোক গ'লে, তাৰ পৰম ভোজ হ'ব। উৰৰ

পূৰ কৰি থাব পাৰিব। তাৰ কথাও বিশ্বাস কৰেনে কোনোবাই! বাক যি কৰিলা, কৰিলা। এতিয়াও মন স্থিৰ কৰি, সকলোৱে অহোপুৰুষাৰ্থ কৰা। দৈৱত আছে যদি নিশ্চয় মৰা পুত্ৰ এতিয়াই উঠি বহিব। দৈৱ আৰু পুৰুষাৰ্থ এই দুটা যঁজা বুলি জানিবা। পুৰুষাৰ্থ নকৰিলে একো নাপায়। য'ত পুৰুষাৰ্থ কৰে, ত'তে দৈৱ আছে বুলি নিঃসন্দেহে জানি ল'বা। যি কাৰ্য্যত পুৰুষাৰ্থ কৰিলেও একো ফল নহয়, তাত দৈৱ নাই বুলি জানিবা। তোমালোকৰ পুৰুষাৰ্থ কৰিবলৈ এতিয়াও কিছু কাল আছে। পুৰুষাৰ্থ কৰিলে কিজানি এতিয়াই মৃত বালক উঠি বহে কি চহে! পুৰুষাৰ্থী সকলৰ সদাই সুখ হয়। পুৰুষাৰ্থশূন্য লোকে সদাই দুখকে ভুঞ্জি থাকে। এতেকে যিমান পাবা যত্ন কৰি শোক কৰা। বুকুত ভুকুৱাই, মুৰ আফলিয়াই যিমান প্ৰকাৰে পাবা কিছু পুৰুষাৰ্থ কৰাচোন। এনেহেন পুত্ৰনিধি এৰি ক'লৈ যাব ওলাইছা? নিজৰ তেজ-মঙহেৰে পুত্ৰ লাভ কৰিছা। নিজৰ শৰীৰৰ আধা, পুত্ৰৰ শৰীৰ। এনেহেন পুত্ৰক শ্মশানত এৰি থৈ পৰম নিৰ্দ্দয় চিত্তে গুচি যাব খুজিছা? তোমালোকৰ সমান নিদাৰুণ এই বিশ্ব ব্ৰহ্মাণ্ডত আন কোনো নাই। অনুমানতে মই সকলোৰে অভিপ্ৰায় বুজি পালোঁ। যদি সূৰ্য্য অস্ত যায়, আন্ধাৰো হয়, হ'ব দিয়া। যদি পুত্ৰ

জীৱিত হৈ উঠে, তেন্তে মহানন্দে কোলাত লৈ হাঁহি হাঁহি ঘৰলৈ যাবা। তথাপিতো যদি তোমালোকৰ পুত্ৰ নিজীয়ে বুলি ভাবা, তেন্তে কিবা সুধিব লাগে যদি মোক সোধা। মইতো আছোঁৱেই। কি চাই আছা ? কি শুনি আছা ? পুৰুষাৰ্থ কৰা। কন্দা-কতা নকৰা কিয় ? তোমালোক মৰা নাইতো ? মৰাৰ আগত টোকাৰী বজাই লাভ কি ?

শিয়ালৰ কথা শুনি পুনঃ সকলোৰে অন্তৰত পুত্ৰ স্নেহ দপ্ দপ্ কৰে অগনি জ্বলাদি জ্বলি উঠিল। শোকে দুখে পুনঃ পুত্ৰৰ ওচৰলৈ গৈ "হা পুত্ৰ ! হা মোৰ দেহ লাউ ! আমাক এৰি ক'লৈ যাব খুজিছা !" ইত্যাদি নানা প্ৰকাৰে ইনাই বিনাই কান্দিব ধৰিলে। তাকে দেখি শগুনে ক'ব ধৰিলে,—শুনা মনুষ্যসকল ! এতিয়ালৈ মোৰ বয়স এহাজাৰ বছৰ হ'ল। স্ত্ৰী-পুৰুষ আৰু নপুংসক আদি যিমানবিলাক মৰা দেখিলোঁ, তাৰ ভিতৰত কোনো এজন মৰা জীৱিত হোৱা নেদেখিলোঁ। কত গৰ্ভতে মৰে, কত জন্মিয়ে মৰে, যুৱা হৈ মহা পৰাক্ৰমী হৈ মৰাও অসংখ্য দেখিছোঁ। তাৰ ভিতৰত জীৱিত হোৱা কাকো দেখা নাই। ঘৰলৈ নাযায়, মিছাতে কিয় এনেকৈ আছা ক'ব নোৱাৰোঁ। সবাৰে দেহা অনিত্য বুলি জানিবা। আয়ু শেষ হ'লে, সকলোৰেই এদিন মৰিব লাগিব। আৰু চোৱা, বৃক্ষ-লতা

আদি যিমান দেখিছা, আয়ু শেষ হ'লে, সকলো শেষ। কোনো চিৰঞ্জীৱী নহয়। যদি পুত্ৰ-ভাৰ্য্যা-স্বামী বা স্বজন কোনোবা হয়, শোকে-তাপে দগ্ধপ্ৰায় হৈ মহা কষ্ট পোৱা দেখিছোঁ। কিন্তু কোনোজন ইয়াত থকা দেখা নাই। মৰ্ম্মাহত হৈ ঘৰা-ঘৰি গুচি যায়। শত্ৰু-মিত্ৰ, ইষ্ট-বন্ধু যিয়েই নহওক, সকলোৱে মৰা ত্যাগ কৰি ঘৰলৈ গুচি যায়। চোৱা! এই শিশুটিৰ শৰীৰত অলপ তেজ আছেনে? তেজ বুলিবলৈ কিঞ্চিৎমানো নাই। শৰীৰত একেবাৰে চেতন নাই। তথাপি কিবা এটা কৰ্ম্ম কৰিব যদি তোমালোকৰ মন গৈছে, তেনেহ'লে সোনকালে অগ্নি জ্বলাই পুৰি ভস্ম কৰি দিয়া। এই দেহটো এৰি, অন্য এটি নতুন দেহ তোমালোকে ইচ্ছা কৰিছা। এই স্নেহ, শোক, দয়া, তোমালোকৰ সকলো মিছা। বুকুত ভুকুৱাই শোক কৰিছা, দীৰ্ঘ-স্বৰে অতিশয় হুৰাওবাৰে কান্দিছাও, তোমালোকৰ এইবিলাক মৰাজনে চকু মেলি অকণমানো নাচায়। তোমালোকৰ কন্দা-কতাও নুশুনে। কাঠ থৰিবদৰে পৰি আছে আৰু তাকে তোমালোকে আগুৰি আছা। মিছা কষ্ট কৰি লাভ কি? ঘৰাঘৰি যোৱাহে ভাল দেখোঁ।

শগুনৰ মুখে জ্ঞানযুক্ত কথা শুনি সকলোৰে মন সুস্থ হ'ল। আৰু লাহে লাহে ঘৰলৈ বুলি যাব ওলাল। তাকে দেখি শিয়ালে ক'ব ধৰিলে,—শৰীৰৰ বৰ্ণ তপ্ত সুৱৰ্ণবদৰে,

নানা অলঙ্কাৰে বিভূষিত কেনে সুন্দৰ হৈ জিলিকি আছে, ইয়াৰদ্বাৰা জলপিণ্ড পাবলৈও পিতৃৰ নিশ্চয় আশা আছে, এনেহেন পুত্ৰক এৰি তোমালোক ক'লৈ যাব খুজিছা ? মই ভালদৰে বুজিলোঁ,—মানুহৰ জ্ঞান কিমান আছে। সামান্য শগুনৰ কথাকে গুৰুৰ বাক্যৰদৰে মানিলা। এতিয়া দেখাত তোমালোকৰ দুখ-শোক একোৱেই যেন নাই। কিন্তু ঘৰ পালেহে প্ৰমাণ পাবা মই জম্বুকে কোৱা কথাৰ। যেতিয়া পুনৰ শোকে-তাপে আগুৰি ধৰিব ! বহুদিন আগতে এটা কথা শুনিছিলোঁ। কথাটো হ'লে একেবাৰে সত্য। কওঁ শুনা,—এজন ব্ৰাহ্মণৰ এটাই মাত্ৰ পুত্ৰ আছিল। সকলোৱে মৰা বুলি কওঁতে, আৰু উশাহ-নিশাহ বন্ধ হৈ মাত বোল নোহোৱা বাবে শ্মশানলৈ নি হুৰাওৰাৰে হাকুলে-ব্যাকুলে কান্দিব ধৰিলে। "হে প্ৰভু ৰাম ! মোৰ বাচাক জীয়াই দিয়া ! মোৰ জীৱন প্ৰাণস্বৰূপ পুত্ৰৰ জীৱন দান দিয়া।" ইত্যাদি কৰি হাহাকাৰ কৰি কান্দি কান্দি আকাশ বতাহ তোলপাৰ লগাই দিলে। কেৱল কান্দেহে কান্দে। এনেতে সেই ফালেদিয়ে শ্ৰীৰাম বনে বনে গৈ আছিল। ব্ৰাহ্মণৰ দুৰ্ঘোৰ বিলাপ আৰু কান্দন-কাতণ শুনি তুষ্ট হৈ জগতৰ বাপ প্ৰভু শ্ৰীৰামে বৰ দিয়াত বালক উঠি বহিল। এয়া একেবাৰে সত্য কথা, মই

স্বকৰ্ণে শুনিছোঁ। মৰা বালক জীৱিত হৈ ঘৰ পালেহি। আৰু এটা তেনেকৈ মৰা বালক জীৱিত হোৱা কথা কওঁ শুনা,—পূৰ্ব্বত শ্বেতনামা নামে এজন ৰাজঋষি আছিল। বুঢ়া হ'লহি। জল-পিণ্ড দিবলৈও এটি পুত্ৰ সন্তান নহ'ল। মনত দুখ। পিছে সেইবৃদ্ধ বয়সত এটি পৰম সুন্দৰ পুত্ৰ জন্ম পালে। ৰজা-প্ৰজা, বন্ধু-বান্ধৱ সবাৰো মনত আনন্দৰ সীমা নাই। পিছে দৈৱবশে সেই পুত্ৰ মৰি থাকিল। সকলোৰে মূৰত যেন সৰগ ভাঙি পৰিল। জ্ঞাতি-বন্ধু, ৰজা-প্ৰজা সকলোৱে আগুৰি আগুৰি বুকুত ভুকুৱাই, চিঞৰি-চিঞৰি হাহাকাৰ লগাই কান্দিব ধৰিলে। ক্ৰন্দনধ্বনি শুনি নাৰদ আহি পালে। পৰম দয়ালু নাৰদ, সাক্ষাৎ নাৰায়ণ স্বৰূপ। তেওঁৰ কৃপাত সেই মৃত পুত্ৰই পুনৰ জীৱন পালে। এই কথাও মই পূৰ্ব্বতে শুনিছোঁ। তোমালোকৰ এই মৃত পুত্ৰ কেনে পূৰ্ণচন্দ্ৰ যেন জিলিকি আছে। ঘূৰি গৈ বালকৰ ওচৰত ঠিক্‌ছে, বুকুত ভুকুৱাই, মাটিত বাগৰি বাগৰি, হাহাকাৰ কৰি, অলপ ভালকৈ ক্ৰন্দন কৰি চোৱাচোন। কি ঠিক! তোমালোকৰ ক্ৰন্দন শুনি, হয়তো কোনোবা দেৱতা বা ঋষি আহি বৰ দি, কিজানি বালকক জীয়াই থৈ যায়েই। এতিয়াও অলপ সময় আছে। সূৰ্য্য অস্ত যোৱাই নাই। ইমান পৰ থাকিলাই যেতিয়া, আৰু অলপ

সময় যত্ন কৰি চাবতো পাৰা! ছিঃ ছিঃ! শগুনৰ কথাতে ইমান অজ্ঞানীৰদৰে মৰমৰ বালকক এনেকৈ আলৈ-আথানি কৰি পেলাই থৈ আহিব লাগেনে!

শিয়ালৰ কথা শুনি পুনু ফিৰি গৈ মৰা শৰটোক উবুৰি খাই ধৰি সকলোৰে বেঢ়ি ধৰি হাহাকাৰ কৰি কান্দিব ধৰিলে। তাকে দেখি শগুনে মাত লগালে,—তোমালোক কি অবুজ মানুহ! অকাৰণে শ্মশানত কান্দি আছা কিয়? মৰা শৱ সাৰটি লৈ সকলোৰে যে কান্দি আছা, মৰা মানুহ ক'ৰবাত জীয়া দেখিছা নে শুনিছা? কান্দিলেই যদি মৰা মানুহে জীৱ পায়, তেনেহ'লে এই ভু-ভাৰতত কোনো মানুহেই নমৰিলহেঁতেন। এই শ্মশানত পেলাই থৈ নগ'লহেঁতেন! তোমালোকৰ আদি পুৰুষসকল, ককা-আজো-ককা, বন্ধু-বান্ধৱ, সকলোবিলাক থাকিলহেঁতেন দেখোঁন! যমৰ হুকুমমতে ভৱ টোপনিত পৰিছে। কেতিয়া সাৰ পায়, কোনেও নাজানে। অসংখ্য মৰা মানুহ দেখিছোঁ, আত্মীয়-বন্ধু-বান্ধৱ সকলে দুখ শোক কৰি এৰি থৈ যায়। তাৰ পিছত কাজ কাম অশৌচ খেদাই, সকলোবিলাকে পাহৰি যায়। জীৱই এবাৰ দেহ এৰিলে, পুনুৰবাৰ সেই দেহকে নলয়। অৱশ্যে বেলেগ দেহত জন্ম ল'ব পাৰে। এই কথা মই মানো। কিন্তু তোমালোকে দেখিছোঁ, সেই জম্বুকৰ কথাকে বিশ্বাস কৰিছা।

সি হাজাৰ হাজাৰ প্ৰমাণ দি ক'ব পাৰিব। কিন্তু মৰা বালক পুনৰ জীৱিত নহয়। যদি ব্ৰহ্মা-বিষ্ণু-ৰুদ্ৰ, এই তিনিজনৰ যিকোনো এজন যদি আহি তোমালোকৰ প্ৰতি তুষ্ট হয়; তেন্তে তেওঁলোকৰ বৰৰ প্ৰভাৱত মৰা জীৱিত হ'ব। এই কথা কিন্তু আখৰে আখৰে সত্য বুলি মই মানো। অন্য উপায়েৰে মৰা জীৱিত হ'ব বুলি মোৰ মনে নধৰে। যদি চকুৰ পানীৰে গোটেই পৃথিবীখনো বুৰাই দিয়া, হাজাৰ হাজাৰ বছৰো যদি বুকু ভুকুৱাই কান্দিও থাকা, তথাপি মৰা জীৱিত নহয়। মোৰ আৰু শিয়ালৰ কথা তোমালোকে ভালদৰে বুজি চোৱা। কোনে আচল ধৰ্ম্মৰ কথা কৈছে আৰু কোনে অধৰ্ম্ম কৈছে, সেইটোও মন কৰা। কোনে আচল ধৰ্ম্মৰ কথা ক'ব পাৰে কওঁ শুনা,—যিজনে পৰৰ অপ্ৰিয় বা অনিষ্ট সাধন নকৰে, পৰৰ তিৰোতাক হিংসা নকৰে, পৰৰ দ্ৰব্য-বস্তু, ধন-বিত আশ্ৰয় নকৰে, যাৰ মুখত বেয়া কথা, বেয়া মাত, একাষাৰো নোলায়, কেতিয়াও অসত্যত নাযায়, কেৱল সদাই ধৰ্ম্মতেহে ৰতি-প্ৰীতি, যিজনে ধৰ্ম্ম, সত্য, শুভকাৰ্য্য সদাই আচৰণ কৰে, সকলো প্ৰাণীতে যাৰ দয়া-মায়া অহিংসা সদাই থাকে, যিজন কপটীয়া নহয়, দুৰ্জ্জন নহয়, যিজনে সদাই পিতৃ-মাতৃৰ চৰণত সেৱা-পৰিচৰ্য্যা কৰে, তেনেজনে ধৰ্ম্ম জানে আৰু তেনেজনৰ কথা শুনিব,

মানিবও লাগে। জীয়াই থকাত যিজনে পিতৃ-মাতৃ-বান্ধৱক চিনিকে নাপায়, তাৰ ধৰ্ম্ম অতিকে বিপৰ্য্যয় বুলি সাধু-সন্ত সকলে কয়। যিজনে চকুৰে নেদেখে, কাণেৰে নুশুনে, মৰা খৰিৰদৰে শ্মশানত পৰি আছে, তেনেজনৰ বাবে অকাৰণে কান্দি লাভ কি? সুস্থ মনেৰে ঘৰলৈ যোৱা।

শগুনৰ যুক্তিপূর্ণ কথাবোৰ শুনি শোকত বিহ্বল হৈ থকা সকলোৱে মৰা বালকক এৰি থৈ ঘৰাঘৰি যাবলৈ মন কৰিলে। তাকে দেখি জম্বুকে ক'ব ধৰিলে,—মানুহৰ সমান নিদাৰুণ প্ৰাণী জগতত আন কোনো নাই। ইষ্ট-মিত্ৰ, বন্ধু-বান্ধৱ বুলি একো কথা নাই। একেবাৰে দয়াহীন মায়াহীন। মানুহৰ এই নিৰ্দ্দয় নিষ্ঠুৰ ভাব দেখি মুহূৰ্ত্তও থাকিব নোৱাৰা হৈছোঁ। তোমালোকৰ জীৱন ধিক্। সামান্য শগুন এটাৰ কথাতে এনে প্ৰাণতকৈও অধিক প্ৰিয় পুত্ৰক শ্মশানত পেলাই থৈ শোক-তাপ ত্যাগ কৰি যাব খুজিছা! জানিলোঁ, পুত্ৰৰ শোকত চিত্ত বিভ্ৰম হৈছে। সেয়েহে যেয়ে যাকে কয় সেইফালেই চিত্তও যায়। চোৱা, শগুন জাতিতো সকলোতকৈ গৰিহিত নহয় নে? তাৰ কথাকে বিশ্বাস কৰি পুত্ৰ শোক এৰি যাব খোজা নাইনে? পক্ষীৰ ভিতৰতে অধম, মহা পাপাশয়। তোমালোকক যে ইমান জ্ঞানৰ কথা কৈছে, ক'ত পালে সেই জ্ঞান? নিজৰ

কাৰ্য্য সিদ্ধিৰ বাবে সি ইমান পণ্ডিতালি কৰিছে। তাৰ সমান দুষ্টমতি কোনোবা আছে বুলি ভাবানে? তাৰ কথা সমুলি বিশ্বাস নকৰিবা। পুত্ৰ স্নেহ নেৰিবা। ইমান সময় থাকিলাহি। আৰু অলপ সময় শোক কৰি থাকাচোন। সুখৰ পিছত দুখ, আৰু দুখৰ পিছত সুখ হয়। এই কথা কোনে দেখা নাই, বা কোনে নাজানে? এই সংসাৰ সুখ-দুখেৰে মিশ্ৰিত। কেৱল দুখতেই দিন নাযায়। দুখৰ পিছত সুখ আহেই। যি পুত্ৰই সমস্ত কুলকে প্ৰকাশ কৰে, সেই শিশুক কোনমতে এৰি যাব ওলাইছা? দেখাত এই বালক মৰি পৰি আছে সঁচা, কিন্তু তাৰ কান্তিয়ে কেনেকৈ তেনেইখন বসুমতী প্ৰকাশ কৰি আছে নোচোৱা কিয়? মই হ'লে, শুই থকা যেনহে পাইছোঁ। এই পুত্ৰ নিশ্চয় জীৱিত হ'ব। ইয়াত সন্দেহ কৰিবলগীয়া একো নাই। তোমালোকৰ নিশ্চয় সুখ হ'ব। পুত্ৰৰ শোকত মন-প্ৰাণ সন্তাপিত হৈ আছে। অলপ পিছত নিশ্চয় শান্তি পাবা। এনেহেন পুত্ৰক এৰি ক'লৈ যাব খুজিছা? মূৰ্খ ক'ৰবাৰ। জানিলোঁ, এই মানুহ জাতিটোৰ অলপো জ্ঞান-বুদ্ধি নাই।

ভীষ্মদেৱে ক'লে,—শুনা বাপ যুধিষ্ঠিৰ! নিজৰ স্বাৰ্থ সিদ্ধিৰ বাবে শিয়ালে ইমানখিলাক কথা কৈ আছে। দিনত শগুনৰ বল বাঢ়ে আৰু ৰাতি হ'লে শিয়ালেও ছল পায়।

সেইদেখি ছুয়োজনে ইমান অমৃত মধুৰ কথাবিলাক কৈ আছে। মানুহেও শ্মশান এৰি যাব পৰা নাই।

তাৰ পিছত শগুনে ক'ব ধৰিলে,—চোৱাহঁক ! এই শ্মশান ভুত-প্ৰেতৰ অতিশয় ভয়ানক স্থান। ইয়াত ভূত-প্ৰেত, পিশাচ, আদি বাস কৰি থাকে। যক্ষ-ৰাক্ষস আদিয়েও এই ঠাইত ভ্ৰমি ফুৰে। এই শ্মশান দেখিবলৈ কেনে দাৰুণ কৃষ্ণবৰ্ণ চোৱা। অনাবৰত ফেচাই কেনেকৈ "নিউ নিউ" বুলি ভয় লগাকৈ মাতিব লাগিছে শুনা। অতিকে ঘোৰতৰ ভয়াবহ স্থান। বেলাই পোহৰে ঘৰলৈ গৈ মৃতকৰ সদগতিৰ বাবে কিছু কৰ্ম্ম কৰাগৈ। আকাশত সোঁৱা শেন, চিলনীবিলাকে কেনেকৈ "চিঁউ চিঁউ" কৰি মাতিব লাগিছে, চাৰিওফালে কেৱল শিয়ালৰ "হোৱা হোৱা, খেক্ খেক্ মাত। সেইবাবে সূৰ্য্য অস্ত নাযাওঁতেই এই ঠাই এৰি ঘৰলৈ যোৱা। সূৰ্য্য অস্ত গ'লেই চতুৰ্দ্দিশ ঘোৰ অন্ধকাৰে ঘেৰি ধৰিব। সিংহ-বাঘ আদিয়ে গৰ্জ্জিব ধৰিব। নিৰাহাৰী ডাকিনী-যোগিনী, ভূত-প্ৰেত বিলাকে খাওঁ খাওঁ মূৰ্ত্তি ধৰি খেদি আহিব। তেতিয়া তোমালোকৰ মহাভয় লাগিব। গতিকে মোৰ কথা দৃঢ় চিত্তে মানি লোৱা। চোৱা, মৃত শিশু কাঠথৰি পৰাদি পৰি আছে। ইয়াতেই শিয়ালৰ কথা বুজি পায়। গতিকে পুত্ৰ শোক এৰি ঘৰলৈ যোৱা। জম্বুকৰ কথাত ভোল নাযাবা।

শগুনৰ কথা শুনি সকলোৱে ধৰবলে যোৱাকে স্থিৰ কৰিলে। তাকে দেখি শিয়ালে ক'লে,—হায় হায়! মই কি বুলি ক'ম! কি বুলি বুজাম! মানুহ হৈ ইমান দয়া-মায়াহীন হ'ব নালাগিছিল। বাক সি যি কি নহওক, তোমালোকে অন্ততঃ আৰু অলপ সময় অপেক্ষা কৰা। সূৰ্য্য অস্ত গ'লে বাক যোৱা যদি যাবা। এতিয়া আৰু অলপ ভালকৈ শোক কৰাচোন। শোক কৰাত ভাল হোৱা নাই। তোমালোকৰ হুই মুই কৰি কৰা শোকৰ বাবেই ইমান পৰ কোনো দেৱ-দেৱতা অহা নাই। সূৰ্য্য অস্ত নোযোৱালৈ একান্ত মনে ঠিক্‌ছে বুকুভুকুৱাই কান্দি শোক কৰাচোন। সূৰ্য্য অস্ত গ'লে যাবা বাক। এতিয়া তোমালোকৰ ভয় লগাৰ কাৰণ কি? এয়ে মানুহৰ মৰম? এয়ে তোমালোকৰ স্নেহ-প্ৰীতি? এই ঘোৰ শ্মশানত তোমালোকৰ ভয়ৰ কাৰণ একোৱেই নাই। এই শ্মশান পৰম সৌভাগ্যশালী। ইয়াতেই তোমালোকৰ পূৰ্ব্ব পুৰুষ-সকল নিৰ্ব্বাণ হৈ গৈছে। বেলি মুছুৰালৈকে একো ভয় নাই। শগুনৰ কথা বিশ্বাস কৰিলে, তোমালোকৰ মৃত-পুত্ৰ পুনৰ আৰু নাপাবা।

ভীষ্মদেৱে ক'লে,—শুনা বাপু ধৰ্ম্মৰ নন্দন! ক্ষুধাতুৰ হৈ শগুন আৰু শিয়ালে নিজ স্বাৰ্থ পূৰণৰ বাবে অমৃত-

মধুৰ কথা কৈ মৃতকৰ আত্মীয়বিলাকক বিভ্ৰান্ত কৰিছে। উদ্দেশ্য উভয়ৰে একে। স্বাৰ্থ সিদ্ধি। অৱশ্যে দুয়ো পৰম পণ্ডিত, শাস্ত্ৰত কুশল। শাস্ত্ৰমতেই নানা প্ৰকাৰে অমৃত মধুৰ বাক্য, দুয়ো কৈ আছে। তাকে শুনি মৃতকৰ আত্মীয়সকলে এবাৰ এৰি যাব খোজে, আকৌ পুনঃ ঘূৰি আহে। দুয়োজন বুদ্ধিতো পৰম চতুৰ, জ্ঞানেৰেও পৰিপূৰ্ণ। সেইবাবে মৃতকৰ বন্ধু-বান্ধৱসকলৰ মন বিমোহিত কৰি ৰাখিব পাৰিছে। এইদৰে জ্ঞাতি-মিত্ৰসকলে শোকত বিহ্বল হৈ শোক কৰি কান্দি থাকোঁতে সূৰ্য্য অস্ত গ'ল। চাৰিওফালে আন্ধাৰে আগুৰি ধৰিলে।

ইয়াৰ পিছত কি হ'ল শুনা, বাপ্ যুধিষ্ঠিৰ! সেই সময়তে শ্ৰীভগৱন্ত আৰু ভগৱতী তাত উপস্থিত হ'ল। মানুহৰ দুখ দেখি সবাৰো মাতৃ, আই মহামায়া দেৱী ভগৱতীৰ মনত বৰ দুখ লাগিল। শ্ৰীভগৱন্তৰ ফালে চাই আই দেৱী শ্ৰীভগৱতীয়ে ক'লে,—চোৱা, চোৱা প্ৰভু জগতৰ বাপ্। মানুহৰ দুখ চোৱা! পুত্ৰৰ শোকত হাকুলে-ব্যাকুলে, শোকে-তাপে তাপিত হৈ ঘৰ-বাৰী এৰি কেনেকৈ এই শ্মশানত পৰি পৰি কান্দি আছে চোৱা প্ৰভু! মৃতজনৰ লগত মৃতপ্ৰায় হৈ কেনেকৈ হাহাকাৰ কৰি আছে চোৱা প্ৰাণনাথ!

তুমি কৃপাসিন্ধু তুমি আৰু দয়াময়।
ভূত ভৱিষ্যৎ প্ৰভু তোমাত আশ্ৰয়॥
জগত ঈশ্বৰ তুমি পুৰুষ প্ৰধান।
ভূত দয়াৱন্ত তুমি তুমি নাৰায়ণ॥
চৰাচৰ প্ৰাণীৰ তুমিসে নিজ গুৰু।
ভূতসকলৰ প্ৰভু তুমি কল্পতৰু॥
এতেকে তোমাৰ পাৱে কৰোহোঁ বিনয়।
বৰ দানে জীয়ায়োক ইহান তনয়॥

আই মাতৃ দেৱী ভগৱতীৰ বিনয় বাক্য শুনি সমস্তৰে পিতা দেৱ দয়াময় শ্ৰীভগৱন্তই ক'লে,—তোমালোকক কি বৰ লাগে কোৱা। কান্দি নাথাকিবা।

শ্ৰীভগৱন্তৰ কথা শুনি সকলোৱে নানাভাৱে স্তুতি-মিনতি কৰি ক'লে,--হে প্ৰভু দয়াৰ সাগৰ! আমাৰ গোষ্ঠীৰ ভিতৰত মাত্ৰ এটাই সন্তান আছিল। তাকো আমাৰ অদৃষ্টৰ ফলত হেৰুৱালোঁ। দয়া কৰি এই সন্তানৰ জীৱ দান দিয়া। আন একো বৰ নালাগে।

সবাৰো একমত দেখি শ্ৰীভগৱন্তই "সেয়ে হ'ব" বুলি কৈ অন্তৰ্দ্ধান হ'ল। মৃত পুত্ৰ উঠি বহিল। শিয়াল আৰু শগুনৰ ক্ষুধাও দূৰ হ'ল। নহ'ব কিয়! দয়াময় নাম যাৰ। সমস্ত ভূততে দয়া আছে বাবেই তেওঁৰ নাম দয়াময়।

চোৱা, বাপ্ যুধিষ্ঠিৰ! কেনে আচৰিত কথা! বহু কাল তপ-জপ উপবাস একো নকৰিলে। জীৱনৰ আশা এৰি কেৱল কান্দিলেহে। শ্ৰীভগৱন্তৰ প্ৰসাদত ইষ্ট বৰ লাভ কৰিলে। মুহূৰ্ত্ততে সমস্ত শোক দুখ দূৰ হ'ল আৰু পৰম সুখ-শান্তিও লাভ কৰিলে। বুজিছা বাপ্ ধৰ্ম্মৰাজ! এই ইতিহাসৰ দ্বাৰা ইয়াকে কোৱা হৈছে যে শ্ৰম আৰু পুৰুষাৰ্থৰদ্বাৰা ধৰ্ম্ম-অৰ্থ-মোক্ষ-কাম, এই চতুৰ্ব্বৰ্গ সিদ্ধি লাভ হয়। তাৰোপৰি এই বুদ্ধিৰদ্বাৰা লোকে সমস্ত আশা কাম সিদ্ধি লাভ কৰিব পাৰে। এই ইতিহাস যিজনে সদাই শুনে, তেওঁ ইহ-পৰলোকত সদাই সুখকে পায় থাকিব।

শুনিয়োক সৰ্ব্বজন নাপাতা জঞ্জাল।
আজি কালি কৰি হেৰা চাপি আশে কাল॥
কাল অজগৰে সদা আছে চেগ চাই।
তাৰ মুখে পৰি হেৰুৱাইবা ইটো কায়॥
পিতৃ পিতামহ ভাৰ্য্যা যতেক তনয়।
আগতে মৰিয়া সবে যায় যমালয়॥
তথাপি অজ্ঞানী বৰ নৰকী পামৰ।
নিজকেই মানে সদা অজৰ অমৰ॥
হেন মনে মানি গৰ্ব্বে প্ৰাণীক হিংসয়।
সাধু-সন্ত-বৈষ্ণৱক কাকো নামানয়॥

সদা অহঙ্কাৰে মহা মদে হৰে চিত্ত।
পৰৰ দাৰাক হৰে হৰে পৰ বিত্ত ॥
পুণ্যক নাচৰে আচৰয় পাপচয়।
হেনয় কৰ্ম্মেৰে তাৰ আয়ু যায় ক্ষয় ॥
যমৰ আদেশে যমদূত আসি পায়।
হাতে গলে বান্ধি যমপুৰে লৈয়া যায় ॥
চৌৰাশী নৰকে তাক ভুঞ্জাৱে নিকাৰ।
যাৱে চন্দ্ৰ-সূৰ্য্য থাকে নাহিকে নিস্তাৰ ॥
এতেকে মনুষ্য তনু বিফল নকৰ।
লোভ-মোহ কাম ক্ৰোধ দূৰে পৰিহৰ ॥
হৰিৰ চৰণে কৰা সুদৃঢ় বিশ্বাস।
তাহাৰ চৰিত্ৰ শুনা এৰিয়া আলাস ॥
কৃপাৰসাগৰ প্ৰভু দেৱ নাৰায়ণ।
স্মৰণে মাত্ৰকে সবে সাধে প্ৰয়োজন ॥
হেন জানি ইটো জন্ম নকৰিয়ো বৃথা।
মুখে ৰাম বোলা কৰ্ণে শুনা কৃষ্ণ কথা ॥
সোণাৰামে বোলে কাৰ্য্য কৰা আপোনাৰ।
ৰাম হৰি বুলি ভৱনদী হোৱা পাৰ ॥

---

## প্ৰবল প্ৰতাপী পাত্ৰ-মন্ত্ৰীৰ ক্ৰোধৰপৰা ৰজা কি উপায়ে ৰক্ষা পৰিব।

### শাল্মলি-নাৰদ আৰু বায়ুৰ সম্বাদ

ধৰ্ম্মৰাজ যুধিষ্ঠিৰে সুধিলে,—হে পিতামহ, মোৰ মনত এটি সংশয় হৈছে। অনুগ্ৰহ কৰি সেই সংশয় দূৰ কৰি দিয়া। যি নৃপতিৰ পাত্ৰ-মন্ত্ৰীসকল অতিশয় প্ৰবল পৰাক্ৰমী, বলৱন্ত, বীৰ্য্যৱন্ত হয়, তেনে ৰজাৰ সদাই সঙ্কট নুগুচে। তেনে ৰজাক উপকাৰ বা অপকাৰ যিকোনো মুহূৰ্ত্ততে কৰিব পাৰে। ৰজাৰ বল, পৰাক্ৰম একেবাৰে নাই বুলিলেও হয়। কিন্তু পাত্ৰ-মন্ত্ৰীসকল অতিকৈ বলৱন্ত আৰু পৰাক্ৰমী। যদি কেতিয়াবা সেই পাত্ৰ-মন্ত্ৰীসকলক ক্ৰোধৰ বেগত মাতি আনি, মোহত অন্ধ হৈ নানা প্ৰকাৰ অসহনীয় অশ্ৰাব্য বাক্য বচনেৰে গালি গালাজ কৰি, নিন্দা-তিৰস্কাৰ কৰে; সেই সময়ত তেওঁলোকৰ মনত অতিশয় গুৰুতৰ ক্ৰোধ উৎপত্তি হৈ যদি ভাবে যে "এই ৰজাক নিশ্চয় সিংহাসনৰ পৰা নমাই, ভালমতে এশিকনি দিব লাগে," আৰু সেইমতে কাৰ্য্য ব্যৱস্থা ল'বলৈ উদ্যত হয়, তেতিয়া ৰজাই কেনেকৈ সিংহাসন ৰক্ষা কৰিব পাৰিব? কি উপাই অৱলম্বন কৰিব? এই বিষয়ে জানিবলৈ মোৰ বৰ মন গৈছে। দয়া কৰি কোৱা পিতামহ!

যুধিষ্ঠিৰৰ কথা শুনি ভীষ্মদেৱে ক'লে—শুনা ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰ ! এই বিষয়ে এটা ইতিহাস কওঁ, শুনি আনন্দ পাবা। একমনে শুনা। শিমলু আৰু বায়ুৰ সম্বাদ। হিমালয় পৰ্ব্বতৰ ওপৰত এডাল প্ৰকাণ্ড অতি ওখ শিমলু গছ আছিল। সেই গছডালৰ সমান ওখ গছ আন ক'তো নাছিল। বুজিছা ধৰ্ম্মৰাজ! গছডালৰ অসংখ্য ডাল-পাতবোৰে দেখিবলৈ অতিশয় জাতিষ্কাৰ আৰু মনোমোহা কৰিছিল। গছডালৰ বেৰ চাৰিশ হাতবো ওপৰ আছিল। গছৰ তলত নানা বিধ বনৰীয়া হাতী, সিংহ, বাঘ, মৃগ আদি পশু বিলাকে জিৰণি লৈছিল। ওপৰৰ ডালত নানা তৰহৰ পক্ষীবিলাকে বাস কৰি আনন্দ লভিছিল। গছৰ দক্ষিণফালে এডোখৰ অতি ৰম্য স্থান আছিল। তালৈকে নানা ঠাইৰ সদাগৰবিলাকে আহি ব্যৱসায় বাণিজ্য কৰিছিল। ঋষি-মুনি-তপস্বীবিলাকে তাত তপস্যাও কৰিছিল। তালৈকে কিমান মানুহ আহে, ক'ৰ মানুহ আহে তাৰ হিচাপ কোনেও দিব নোৱাৰে। বুজিছা নৃপতি! এদিন নাৰদ আহি সেই গছডাল দেখা পাই, সম্বোধন কৰি সুধিলে,—হেৰা শাল্মলি! তুমি মহা ভাগ্যৱন্ত হে। তোমাৰ লয়-লক্ষণ দেখি, অসংখ্য ডাল-পাতবোৰ দেখি মন-প্ৰাণ বিমোহিত কৰে।৮ পক্ষী-পশুবিলাকে তোমাক সদায় উপাসা কৰি থাকে।৯

মনোমত ছাঁয়াই মন-প্ৰাণ হৰি নিয়ে। তুমি ভালে আছা নে? তোমাক দেখা পাই মই বৰ প্ৰীতি অনুভৱ কৰিছোঁ। বায়ুই তোমাক বলে নোৱাৰে নেকি? নে কিবা হেলা কৰে? নে তোমাৰ বয়স বেছি বুলি ভাবে? কিবা মিত্ৰতা বা সম্বন্ধীয়া হয় নেকি? মনে মনে তোমাক সুহৃদ বুলি মানে নেকি? তোমাৰ অসংখ্যাত ডাল-পাতবোৰ দেখি সঁচাকৈয়ে মই বৰ বিস্ময় মানিছোঁ। বলে নোৱাৰাৰ বাবেই তোমাক ৰাখি আছে নেকি? তুমি বৃক্ষ জাতি, তিমান দৃঢ়তৰ কেতিয়াও হ'ব নোৱাৰা। অন্ততঃ পৰ্ব্বতৰ নিচিনা দৃঢ় ডাঙৰ কেতিয়াও নহয়। বায়ুৰ যিহে বল মই দেখিছোঁ, ক'বলৈয়ে ভয় লাগে। ইচ্ছা কৰিলে তোমাক কিয়, সমগ্ৰ পৃথিবীখনকে উকৰাই দিব পাৰে। বায়ুৰ আগত কোনো তিষ্টিব নোৱাৰে। নে কিবা কাকূতি-মিনতি কৰিছে, এইদৰে অসংখ্যাত ডাল পাতেৰে একো ক্ষয়-ক্ষতি নোহোৱাকৈ বৈ আছা?

নাৰদৰ কথা শুনি শিমলু বৃক্ষই ক'লে,— শুনা ঋষিৰাজ! বায়ু মোৰ সুহৃদ-বন্ধু-বান্ধৱ একো নহয়। সখি বা জ্ঞাতিও নহয়। সৃষ্টিকৰ্ত্তা ব্ৰহ্মাও নহয়। মোৰ নিজৰ বল-বীৰ্য্যৰদ্বাৰাই মই ভালে কুশলে আছোঁ। বায়ুই মোক কি কৰিব পাৰিব? মোৰ ওঠৰ কলা বল আছে। সেই ওঠৰ কলাৰ, এক কলাও বল, বায়ুৰ গাত নাই। যেতিয়া মহা

ক্ৰোধে ভীষণ মূৰ্ত্তি ধৰি বয়, সেই সময়ত মোক দেখি ভয়ে-ভীতে সিংহটো অলা দি আহি ভিজা মেকুৰীটোৰ দৰে ফিৰি যায়। বৃক্ষ-লতা, পৰ্ব্বত-পাহাৰ ভাঙি চূৰমাৰ কৰে, কিন্তু ভয়তে মোৰ ওচৰলৈ আহিব নোৱাৰে, দূৰতে বিদূৰ হয়। মোক দেখা মাত্ৰে বায়ুৰ সমস্ত লম্ফ-জম্ফ নাইকিয়া হয় বাবে বায়ুৰ আন এটা নাম হ'ল প্ৰভঞ্জন। সেই কাৰণেই যদিও ক্ৰোধ কৰি আহেও, তথাপি বায়ুৰ প্ৰতি মোৰ কিঞ্চিৎমানো ভয় নাই।

শাল্মলিৰ এনে দম্ভ-অহঙ্কাৰী কথা শুনি নাৰদে ক'ব ধৰিলে,— শুনা শাল্মলি! বায়ুৰ সমান বলৱন্ত বীৰ্য্যবন্ত কোনো নাই। ইন্দ্ৰ-যম, অগ্নি-বৰুণ, কুবেৰ,—এওঁলোকো বায়ুৰ সমান বলৱন্ত হ'ব নোৱাৰে। বায়ুৰ আগত তুমি কোন বস্তু! এই জগতত যিমানবিলাক প্ৰাণী আছে, সমস্তৰে আয়ু একমাত্ৰ বায়ু বুলি জানিবা। বায়ু নহ'লে সমস্ত প্ৰাণী জড় অচেতন হৈ পৰিব। বায়ুহে সকলোৰে প্ৰাণ ৰক্ষা কৰোঁতা। এনেহেন বায়ুক তুমি পূজা নকৰা! বুজিছা শাল্মলি! তোমাতকৈ কম বুদ্ধি কাৰো নাই। শুনা শাল্মলি! তোমাৰ সাৰ বুলিবলৈ একো নাই। তাতে তোমাৰ বৰ বৰ ডাঙ্কোপ মৰা অহঙ্কাৰী কথা শুনি মোৰ হাঁহিহে উঠে। মিছা বাহাদুৰি দেখুৱাই বাৰে বাৰে ভৰ্ছনা কৰিছা। জানিলোঁ, তোমাৰ

সমস্ত দম্ভ-দর্প মিছা। এনে নিন্দা-তিৰস্কাৰ কৰা কথাই মোৰ অন্তৰত খংহে তোলে। মই এতিয়াই গৈ বায়ু দেৱতাৰ আগত সকলো কথা কৈ দিম। চন্দন, কদম, তাল, দেবদাৰু, বেত আদি বিশেষ বিশেষ বৃক্ষয়ো বায়ুক দেখিলে মূৰ চপৰাই নমস্কাৰ কৰে। সেইবিলাক বৃক্ষৰ তুলনাত তুমি একেবাৰে নগণ্য। এনেস্থলত সামান্য অসাৰ বৃক্ষ হৈ বায়ুক নিন্দা কৰা! ঠিক আছে! তুমি ভালে থাকা, মই গৈ বায়ুক কথাটো কওঁ।

শুনিছা ধৰ্ম্মৰাজ! ইয়াকে কৈ নাৰদ বায়ুৰ ওচৰলৈ গুচি গ'ল। শাল্মলিয়ে কথাটো কি হ'ব মনে মনে ভাবি গুণি আকাশৰফালে মূৰ কৰি থাকিল। নাৰদ বায়ুৰ ওচৰ পালে। নাৰদক দেখিয়েই বায়ুদেৱতাই আথে বেথে নমস্কাৰ জনাই আনন্দমনে সুধিলে,—হে মুনিৰাজ! মোৰ ওচৰলৈ অহাৰ কাৰণ কি? কি কাৰ্য্য কৰিব লাগে তোমাৰ?

দেৱৰ্ষি নাৰদে ক'লে,—হিমালয় পৰ্ব্বতৰ ওপৰত এডাল শিমলু গছ আছে। অসংখ্য ডাল-পাতেৰে পৰিপূৰ্ণ। শিপাও অনেক। তাকে দেখি "বোলো এবাৰ দেখা কৰি যাওঁ"— এইবুলি ভাবি সেই শিমলুৰ ওচৰলৈ আনন্দ মনে গ'লোঁ। পিছে ক'লে কি হ'ব! তাৰ কথা শুনি মই সঁচাকৈয়ে মৰ্ম্মাহত হ'লোঁ। সি তোমাক নামানে নামানক বাক, তাত

কোনো কথা নাই। কিন্তু তোমাক ভৰ্চনা কৰি, নিন্দা তিৰস্কাৰ কৰি যিবিলাক ধিক্কাৰ দিলে, সেই কথা তোমাক ক'বলৈ সাধ্য নাই। তেনে কথা মোৰ মুখেৰে কোৱা টান। মই ভালদৰে জানো, তুমি মহাবলৱন্ত আৰু মহা পৰাক্ৰমী। মই দেখাত কোনো শত্ৰু তোমাৰ হাতত সাৰি যাব নোৱাৰে। সমস্ত শত্ৰুকে তুমি অস্ত কৰা। সকলোতকৈ তুমি শ্ৰেষ্ঠ আৰু মান্যৱন্ত। তোমাৰ সমকক্ষ কোনো নাই। তোমাৰ ৰূপ অতি ভয়ঙ্কৰ। যেতিয়া তোমাৰ খং উঠে, তেতিয়া তুমি যমহে যেনিবা। এনেস্থলত সাধাৰণ সাৰহীন শিমলুৰ এনে অশ্ৰাব্য ধিক্কাৰ দিয়া কথা শুনি মৰ্ম্মান্তিক দুখ পালোঁ। তাকে তুমি আকৌ ক'বা নহয়, "ইমান ডাঙৰ কথা এটা মোক কিয় নক'লা" বুলি। সেয়ে জনাব আহিলোঁ। এতিয়া তুমি কি কৰা নকৰা সেইটো তোমাৰ কথা। মই আহিলোঁ।

নাৰদৰ মুখে শিমলু গছৰ মহা দম্ভ-দৰ্পৰ কথা শুনি, লগে লগে বায়ু শিমলুৰ ওচৰ পালেগৈ। শিমলুক দেখিয়েই বায়ু ক্ৰোধত জ্বলি উঠিল আৰু মহা ক্ৰোধভৰে শাল্মলিক ক'ব ধৰিলে,—মোক নিন্দা-তিৰস্কাৰ কৰি তই যিবিলাক কথা কৈছ, সেই সকলো কথা নাৰদৰপৰা শুনিছোঁ।

মই কোন আৰু মোৰ বলৰ কথা তই একো নাজান। আজি তই মোৰ বলৰ প্ৰমাণ হাতে হাতে পাবি। তই কেনে বৃক্ষ, মই ভালদৰে জানোঁ। তোৰ অলপ কথা কওঁ, একচিত্তে শুন। পূৰ্ব্বত ব্ৰহ্মাদেৱে প্ৰজা সৃষ্টি কৰি উঠি তোৰ তলত বহি, তেওঁ অলপ সময় বিশ্ৰাম কৰিছিল। সেইবাবে তোক মই সদাই দয়া কৰোঁ। তই বৃক্ষ। মোৰ বলৰ কথা একো নাজান। সেয়েহে বাহাদুৰি কৰি তোৰ ভয়তে মই পলাই ফুৰোঁ বুলি ভাবি থাক। মোৰ আগত তই কোন ক্ষুদ্ৰ বৃক্ষ। মুহূৰ্ত্ততে তোৰ দম্ভ-দৰ্প চূৰ্ণ কৰিব পাৰোঁ। আগলৈ যাতে তেনেকৈ মোক নিন্দা-তিৰস্কাৰ আৰু নকৰ, তাৰ বাবে আজি ভালদৰে শিক্ষা দিম। মই বায়ু কেনেকুৱা, তোৰ অন্ধ চকু মেলি চা।

শুনা যুধিষ্ঠিৰ,--যেতিয়া বায়ুই মহাক্ৰোধে এইদৰে ক'ব ধৰিলে, তেতিয়া শাল্মলিয়েও ক'লে,—হেৰা বায়ু! ইমান ফুটনি কাৰ আগত দেখুৱাইছাহে? তোমাৰ ধমকিত ভয় কৰা ভকত মই নহয়। য'তে ত'তে তেনেকৈ ডালি গলাব পাৰিবা বুলি নাভাবিবা। তুমি যি থং দেখুৱাইছা; সেই থঙেৰে মোৰ পাত এটাকে লৰাব নোৱাৰা। কিহৰ বাহাদুৰি কৰিছাহে? তোমাক মই কিঞ্চিৎমানো ভয় নকৰোঁ। কাৰণ, তোমাৰ সমান বুদ্ধিহীন আন কোনো নাই। বলতকৈ যে বুদ্ধি

ডাঙৰ, সেই কথা তুমি সম্যুলি নাজানা। অৰণ্যে তোমাকহে বুদ্ধিহীনবিলাকক হয়তো বলে পাৰিবা। বলেই বল নহয়, বুদ্ধিহে আচল বল। গতিকে তোমাৰ বল বিফল বুলি জানিবা।

শাল্মলিৰ গৰ্ব্ব বাণী শুনি বায়ুৰ ক্ৰোধ দুগুণে বাঢ়িল আৰু ক'লে,—"আজি তোক কোনে ৰক্ষা কৰে চাওঁ! এতিয়াই তোক কাউৰে ঢোঁহা পলুৱ নিচিনা কৰি পেলাম।" এনেতে ৰাতি হোৱা দেখি বায়ু গুচি গ'ল!

শুনা বাপ্ যুধিষ্ঠিৰ! বায়ু যেতিয়া গুচি গ'ল, শিমলু বৃক্ষৰ মহাভয় লাগিল। মনে মনে ভাবিলে,—নাৰদৰ কথা মিছা নহয়। সকলো সঁচা, সত্য বুলি মোৰ মনে ধৰিছে। কোনো গুণে মই বায়ুৰ সমান হ'ব নোৱাৰোঁ। নাৰদে সত্য কথাকে মোৰ আগত কৈছে। বায়ুৰ সমান বলে জোৰে কোনো হ'ব নোৱাৰে। আৰু সকলো বৃক্ষতকৈ ময়েই একমাত্ৰ দুৰ্ব্বলী। সকলো চিন্তা কৰি মই মোৰ দুৰ্ব্বলতাৰ কথা এতিয়া জানিলোঁ। কিন্তু এইটোও ঠিক যে বুদ্ধিৰ ক্ষেত্ৰত মই নিশ্চয় সকলো বৃক্ষতকৈ ডাঙৰ হ'ম। অন্য বৃক্ষৰ মোৰ সমান বুদ্ধি কাৰো নাই। সেই বুদ্ধিৰ বলত মই নিজৰ প্ৰাণ ৰক্ষা কৰোঁ। নহ'লে বায়ুৰ হাতৰপৰা পৰিত্ৰাণ নাপাম। অন্য বৃক্ষবিলাকেও যদি এই বুদ্ধি ল'লে হয়, তেন্তে বায়ুৰপৰা সকলোৰেই ৰক্ষা পৰিল-

হৈঁতেন। এই বৃক্ষবিলাক পৰম অজ্ঞানী। মোৰ এই বুদ্ধিৰ কথা কোনেও নাজানে। একমাত্র মইহে জানোঁ।

ভীষ্মদেৱে ক'লে,—শুনা বাপ্ পাণ্ডুৰ নন্দন! এইদৰে শাল্মলিয়ে ভাবি-চিন্তি কিছুসময় থাকি, নিজৰ সমস্ত ডাল-পাত এৰি পেলাই দি লঠা-মুঠা হৈ বহি থাকিল। সিফালে শিমলু গছক নানা প্রকাৰ তৰ্জ্জন-গৰ্জ্জন কৰি বায়ু নিজৰ স্থান পালেগৈ। ভাবোঁতে চিন্তোতে ৰাতি পুৱাল। পিছদিনা সমস্ত বায়ুকে লগত লৈ শিমলুৰ ওচৰলৈ যাত্রা কৰিলে। যিফালে গৈছে সেইফালে যেন প্রলয়হে মিলিল। দশোদিশ ধূলাই অন্ধকাৰ কৰি পেলালে। দিশ বিদিশ চিনিব নোৱাৰা হ'ল। হুৰ্ হুৰ্ গুম্ গুম্ শব্দত কাণ তাল মাৰি ধৰা হ'ল। পৰম প্রচণ্ড বেগেৰে ভীষণ আস্ফালন কৰি পৰ্ব্বত-পাহাৰ থহায়, খাল-বাম সমান কৰি, গছ-লতা সকলো উঘালি, তৃণ-বন একো নেৰিলে। এইদৰে গৈ শিমলু গছৰ ওচৰ পাই দেখে যে শিমলু বুলিবলৈ একোৱেই নাই। ডাল-পাত সমস্ত মাটিত পৰি আছে। শুদা টাঙোন এডালৰ নিচিনাকৈ বহি আছে। তাকে দেখি বায়ুই খল্‌খলাই হাঁহিব ধৰিলে।

বায়ু দেৱতাই ক'লে—বোলো কিহে বৰ বলৱন্ত বীৰ্য্যৱন্ত শাল্মলি! আজি দেখোঁন কিবা কুলক্ষণীয়াটো বহাদি বহি আছা? ডাল-পাত ফুলেৰে অতিকে জাতিষ্কাৰ

কৰি শোভা বৰ্দ্ধন কৰি আছিলা। আজি দেখোঁন সকলোকে এৰি, মহা সন্ত-ভক্ত-মহন্ত বহাদি লঠা-মুঠা হৈ বহি আছা? মোক আগতে নানা দুৰ্ব্বাক্য বচনেৰে মহা গৰ্ব্ব অহঙ্কাৰ কৰি নিন্দা-তিৰস্কাৰ কৰিলা। এতিয়া মোৰ ভয়তে শাখা-প্ৰশাখ, পত্ৰ-পুষ্প সকলোকে এৰিলা। যদি মোক ভয় কৰা, তেন্তে আগতে কিয় দম্ভ-দৰ্প কৰিছিলা? এতিয়া যে মোৰ বশ হ'লা? তুমি নিজকে নিজে দণ্ড বিধান কৰিলা। অৱশ্যে মযো তোকেই কৰিলোঁহেঁতেন। মোৰ কাম তুমিয়েই কৰিলা যেতিয়া মই আৰু ইয়াতকৈ বেছি দণ্ড দিব ইচ্ছা নকৰোঁ। ইমানেই যথেষ্ট হ'ব। বুজিলোঁ, মিছাতে ইমান গৰ্ব্ব-অহঙ্কাৰ কৰিলা।

শাল্মলিয়ে বায়ুৰ নিন্দা-তিৰস্কাৰ শুনি লাজে অপমানে তলমূৰ কৰি ৰ'ল। নাৰদৰ কথা মনত পৰি, অন্তৰত অত্যন্ত অনুতাপ কৰিব ধৰিলে। বুজিছা ধৰ্ম্মৰাজ! বলৱন্ত পৰাক্ৰমী সকলৰ লগত যদি দুৰ্ব্বলীয়ে শত্ৰুতা আচৰণ কৰে, তেন্তে শাল্মলি বৃক্ষৰদৰে আনেও তাপ পাব লাগিব বুলি জানিবা। যিবিলাক বলৱন্ত আৰু মহা পৰাক্ৰমী হ'ব, তেওঁলোকে কাকো হিংসা দ্বেষ নকৰে। তেওঁলোকৰ শত্ৰুতা আচৰণ কৰা উচিত নহয়। যিসকল বুদ্ধিৱন্ত হ'ব, তেওঁলোকে কেতিয়াও বলৱন্ত পৰাক্ৰমীজনৰ লগত বৈৰতা

নকৰিব। দুৰ্ব্বুদ্ধিত কেতিয়াও বুদ্ধি নহয়। যিজন বুদ্ধিমন্ত হ'ব, তাতেহে বুদ্ধিয়েও আশ্ৰয় লয়। তৃণ পালে যেনেকৈ অগ্নিৰ বল বাঢ়ে, সেইদৰে বুদ্ধিমন্তজনতো বুদ্ধিৰ ছল বাঢ়ে। কিব নজনাই হওক বা জনা কথাই হওক, বুদ্ধিমন্ত লোকক সুধিলে, তেওঁলোকে কেতিয়াও নিজে জনা হৈ কথা নকয়। তেওঁলোকে নিজে জানিলেও ক'ৰবাৰ পৰা নহয় ক'ৰবাৰ পৰা শুনা বা জনা বুলিহে ক'ব। কেতিয়াও নিজে জানো বুলি নকয়। বুদ্ধিৰ সমান শুভ সম্পদ, মানুহৰ আন একোৱেই হ'ব নোৱাৰে। বলৱন্ত আৰু বুদ্ধিমন্ত একে সমান কেতিয়াও হ'ব নোৱাৰে। হে বাপ্ যুধিষ্ঠিৰ! এই কথাৰ প্ৰমাণ আনলৈ নগৈ তোমালোকৰ ক্ষেত্ৰতে চোৱাচোন! কৌৰৱৰ সেনা এঘাৰ অক্ষৌহিণী আৰু তোমালোকৰ সাত অক্ষৌহিণী। শল্য-দ্ৰোণ, কৃপাচাৰ্য্য, কৰ্ণ, অশ্বত্থামা, জয়দ্ৰথ আদি মহাবীৰ- বিলাক আছিল কৌৰৱৰ পক্ষত। একো একোজন বীৰৰ সমান বীৰ আন ক'তো নাছিল। এনেস্থলত তোমাৰ লগত যেতিয়া স্বয়ং গদাধৰ নিজেই থাকিল। তাতে মহা ধনুৰ্দ্ধৰ অৰ্জ্জুনো লগতে হ'ল। সেইবাবেই কৌৰৱক বধ কৰি, ৰাজ্য, শ্ৰী, যশ, কীৰ্ত্তি সমস্ত লাভ কৰিব পাৰিলা। হে বাপ্ যুধিষ্ঠিৰ! ৰাজধৰ্ম্ম আদি কৰি সমস্ত ধৰ্ম্মৰ কথাকে ক'লোঁ। অন্য আৰু কিবা সোধা যদি সোধা। মোৰ মতি অনুসৰি তোমাক ক'ম।

———

শুনা সৰ্ব্বজন ইটো কথা কহিকৰ।
প্ৰাণৰ সঙ্গীত ইটো মহাভাৰতৰ॥
আৰু শ্ৰদ্ধা কৰিয়া শুনয় যিটো জন।
তাহাত সন্তুষ্ট প্ৰভু দৈৱকী নন্দন॥
ইহাৰ শ্ৰৱণে সবে পাপ দূৰে যায়।
মন মল গুচিয়া পৱিত্ৰ হোৱে কায়॥
পাপ দূৰ গৈলে নিৰ্ম্মল হোৱে মতি।
তেবে অপ্ৰয়াসে হোৱে হৰিত ভকতি॥
হৰি ভক্তি হেতু সংসাৰৰ হুইবা পাৰ।
তৰিবা যমৰ ভয় দুৰ্ঘোৰ নিকাৰ॥
সোণাৰামে কহে ভাই নকৰিবা হেলা।
কৃষ্ণসে ৰাখিব ঘোৰ সঙ্কটৰ বেলা॥
হেন জানি সকলোৱে আন পৰিহৰি।
একচিত্তে ডাকি বোলা ৰাম কৃষ্ণ হৰি॥

———

## পাপৰ উৎপত্তি ক'ত আৰু কাক আশ্ৰয় কৰি থাকে

ধৰ্ম্মৰাজ যুধিষ্ঠিৰে বিনয় নম্ৰ সুৰে ক'লে,—হে পিতামহ! পাপৰ উৎপত্তি ক'ত? এই পাপ কাক আশ্ৰয় কৰি থাকে? যদি মোৰ প্ৰতি তোমাৰ অনুগ্ৰহ হৈছে, তেন্তে এই বিষয়ে মোক জানিব দিয়া।

ভীষ্মদেৱে ক'লে,—লোভৰ পৰাই পাপৰ উৎপত্তি হয়। এই লোভ-মোহক আশ্ৰয় কৰিয়ে পাপ প্ৰবৰ্ত্তি থাকে। যিজনে এই লোভ-মোহৰ মূল উচ্ছেদ কৰিব পাৰে, তেওঁকে ধৰ্ম্মৰ ৰক্ষক বুলি জানিবা। এই লোভ-মোহৰ পৰাই কাম-ক্ৰোধ বাঢ়ে। এই লোভ-মোহেই মায়াৰে বান্ধি মান-মৰ্য্যাদা সমস্ত হানি কৰে। মৃত্যুৰ পিছতো প্ৰেত যোনি প্ৰাপ্ত হয়। এই লোভ-মোহত পৰিয়েই মানুহে ক্ষমা লজ্জা পৰিত্যাগ কৰে। শ্ৰী-যশ-কীৰ্ত্তি সকলো নষ্ট কৰে আৰু ধৰ্ম্মও হানি কৰে। মন চঞ্চল কৰি সদাই বিষয়ত ঘূৰাই ৰাখে আনক জ্ঞানৰ উপদেশ দিয়াতো দূৰৰ কথা, থকাথিনিও নোহোৱা কৰে। অজ্ঞানকে জ্ঞান বুলি দম্ভ-দৰ্প কৰি ফুৰে। আগ পিছ একো নাচাই, সমস্ত ধৰ্ম্ম-কৰ্ম্ম এৰি পেলাৰ। নিজকে নিজে কুলৱন্ত, জ্ঞানৱন্ত বুলি ভাবে। "শাস্ত্ৰজ্ঞ-বেদজ্ঞ, মোৰ বাহিৰে আন কোনো নাই। মইহে সমস্ত জানো। মোৰ সমান ৰূপৱন্ত, ধনৱন্ত-ঐশ্বৰ্য্যশালী

কোনো নাই” বুলি ভাবে। লোভৰ পৰাই সদাই গৰ্ব্ব বাঢ়ি যায়। কাৰো প্ৰতি বিশ্বাস নাথাকে। সেইবিলাকৰ অন্তৰ সদাই কুটিল। ছল পালেই সকলোৰে দ্ৰোহ আচৰণ কৰে। কাৰে প্ৰতি দয়া মৰম বোলা কথা এটা নাথাকে। সদাই পৰৰ ধন হৰণ কৰিব ইচ্ছা কৰে। পৰৰ ভাৰ্য্যাত সদাই মন ভ্ৰমি ফুৰে। ভাল-বেয়া একো নাজানে। সকলোকে কেৱল নিন্দা কৰি ফুৰে। কামিনীৰ চিন্তাত ব্যাকুল হৈ থাকে। পেট আৰু জিভাৰ চিন্তা কোনোমতে এৰিব নোৱাৰে। দাৰুণ মৃত্যুকো ভয় নকৰে। কেৱল অসূয়া কপট বাঢ়ি থাকে। পৰ-নিন্দা, পৰ-চৰ্চ্চা কৰি ভাল পায়। অশ্ৰাব্য অকথ্য কথাৰে সাধু-সজ্জনকো কষ্ট দিয়ে। গৰ্ভ নষ্ট কৰা কথাতো কথা বুলিয়েই নধৰে। অতি যত্ন কৰি, পাপ কৰ্ম্ম কৰি ভাল পায়। সদাই পাপ কৰ্ম্মকে কৰি ফুৰে। ডাক্তৰ-ওজা-বৈদ্য হৈ গৰ্ভস্থ সন্তান মাৰি ফুৰে। শিশু-বৃদ্ধৰ ভাব সমূলি নাজানে। কেৱল ডেকা ভাবত থাকি লম্ফ-জম্ফ কৰি নিজেতো মহাপাপত পৰি মৰেই, আনকো অনেক কষ্ট দি ফুৰে। বুজিছা যুধিষ্ঠিৰ! এইদৰে লোভৰ পৰাই পাপৰ উৎপত্তি হয় আৰু পাপৰ পৰাই মানুহৰ অধোগতি হয়।

দম হ'লে পুৰুষৰ বলবীৰ্য্য বাঢ়ে। দমে মানুহৰ দেহ পৱিত্ৰ কৰে। দমৰ নিচিনা ধৰ্ম্ম মই ক'তো

দেখা নাই। দমেই মোক্ষ ধর্ম্ম বুলি লোক মুখে শুনিছোঁ। যিজনে ইন্দ্রিয় দমন কৰিছে, তেওঁৰ সমস্ত জীৱৰ প্রতি প্রীতি নিশ্চয় জন্মিব। তেনেজনৰ মন অতিশয় সুপ্রসন্ন হ'ব। তেওঁ ইহলোক আৰু পৰলোক ক'তো কিঞ্চিৎমানো দুখ নাপায়। হে বাপ ধৰ্ম্মৰাজ! ক'ৰপৰা দমৰ উৎপত্তি হয় কওঁ শুনা,—ক্ষমা, বুদ্ধি, হিংসাশূন্য, সকলোতে সমভাব, কুটিল স্বভাৱ বৰ্জ্জিত, সত্য, ইন্দ্রিয় সংযম, সদাই শুদ্ধ-ভাব, অচঞ্চল, অকৃপণ, যাৰ সদাই সকলোতে সন্তোষ,—এনে স্থানতেই দমৰ উৎপত্তি হয় বুলি জানিবা।

নমো নমো ব্রহ্ম ৰূপী সনাতন
নমো দেৱ হৃষীকেশ।
হে দামোদৰ মই বৰ পামৰ
নাপালোঁ একো উদ্দিশ ॥
পূৰ্ব্ব জনমৰ সুকৃতিৰ ফলে
মানৱী জনম পালোঁ।
নভৈলো ভকতি হে লক্ষ্মীপতি
মিছা কামে বন্ধ হ'লোঁ ॥

দিবা ৰাত্ৰি মাত্ৰ কুকথাত ৰত
মিছাতে ফুৰিছোঁ ভ্ৰমি।
পৰ অন্ন ধন তাতে মাত্ৰ মন
বুদ্ধিহীন ভৈলোঁ, স্বামী॥
ভৈলোঁ গৃহবাসী ভাৰ্য্যা-পুত্ৰ দেখি
ইহাঁকে মানো শাশ্বত।
সংসাৰ ঔষধ তুমিসি মাধব
তথাপি নাহি মনত॥
ইটো ভ্ৰম মোৰ খণ্ডায়ো ঈশ্বৰ
চৰণে কৰোঁ কাতৰ।
গৰুবধী বিপ্ৰ সবাকো মাৰয়
হৰে স্বৰ্ণ ব্ৰাহ্মণৰ॥
গুৰু পত্নী হৰে মিত্ৰদ্ৰোহ কৰে
হৰয় পৰৰ ধন।
আনো মহাপাপ সব আচৰয়
লোকৰ লোৱে জীৱন॥
ইটো মহা মহা পাপীকো তৰোৱা
ভকত বৎসল স্বামী।
এতেকে এতিয়া তোমাৰ চৰণে
শৰণ পশিলোঁ আমি॥

যতেক দুৰ্ম্মতি গুচায়ো কুমতি
হেৰা প্ৰভু জগন্নাথ।
অজ্ঞান আন্ধাৰে তল গৈলোঁ আৰে
কৃপা কৰা প্ৰাণনাথ ॥
হে দেৱহৰি তয়ু পাৱে পৰি
কৰোহোঁ এহি বিনয়।
ইজন্মে মোহোৰ যাতনা দুৰ্ঘোৰ
গুচায়ো যমৰ ভয় ॥
একান্ত ভকতি কৰিতে শকতি
দিয়া প্ৰভু নাৰায়ণ।
কায়-বাক্য-মনে তোমাৰ চৰণে
হওক চিত্ত মগন ॥
সাধু-সজ্জনৰ ভক্ত-বৈষ্ণৱৰ
সদা যেন সঙ্গ পাওঁ।
তাসম্বাৰ সঙ্গে থাকি মহা ৰঙ্গে
এভৱ তৰিয়া যাওঁ ॥

— --

## শত্ৰু আৰু মিত্ৰৰ লক্ষণ

যুধিষ্ঠিৰে সুধিলে,—হে পিতামহ! কেনেকুৱা লোকক সন্তাষণ কৰিব লাগে? কেনেকুৱা লোকৰ লগত মিত্ৰতা কৰিব লাগে? কোন কেনেকুৱা লোক একো নাজানো। চিনিও নাপাওঁ। প্ৰকৃত সুহৃদ্ হিতকাৰী লোক দেখোন কাকো ক'তো বিচাৰি নাপাওঁ। এই কথাখিনি মোক ভালদৰে বুজাই দিয়া পিতামহ! জানিবলৈ মোৰ বৰ মন গৈছে।

ভীষ্মদেৱে ক'লে,—শুনা মোৰ বংশৰ নাতি। তুমি সোধা সকলো কথা কওঁ। শত্ৰু কোন, মিত্ৰ কোন, এই সকলোকে তোমাক চিনাকি কৰি দিম। একচিত্ত-মনে শুনা। যিজন লুভীয়া, ব্যাধ কৰ্ম্ম কৰি ফুৰে, পৰৰ অপকাৰ কৰি ফুৰে, নিষ্ঠুৰ স্বভাৱৰ, অতি অল্পমতি, সদাই পাপ কৰ্ম্ম কৰি ফুৰে, ধৰ্ম্মও এৰিলে, সদায়ে কেৱল সংশয় নুগুচে, এলেহুৱা, পৰিশ্ৰম কৰিব নোখোজে, দীৰ্ঘসূত্ৰী, অতিশয় কুটিল স্বভাৱৰ, গুৰুভাৰ্য্যা হৰে, অতিশয় দুষ্ট চিত্ত, একো বেপাৰ বাণিজ্যও নকৰে, সৰ্ব্বদায় পাপ কৰ্ম্মত ৰত, দেৱতা গুৰু-সাধু-সজ্জনক নিন্দা কৰি ফুৰে, ইন্দ্ৰিয় পাপ কৰ্ম্ম কৰি ফুৰে, সদাই অসত্যত চলে, লোকক দুখ দি ভাল পায়, পৰম দুৰ্জ্জন খলুৱা, মহা পাপাশয়, ছল

পালে মিত্ৰকো অপকাৰ কৰে, পৰম ঘাতুক, অতিশয় দুষ্ট দুৰাচাৰ, মানুহে সাধ্য অনুসৰি যি ধন দান দিয়ে, সেই দানত যাৰ মন তুষ্ট নহয়, অকাৰণে সদাই ক্ৰোধ কৰি থাকে,—এনেবিলাক লোকৰ লগত কেতিয়াও মিত্ৰতা কৰিব নালাগে! মিত্ৰ কৰা উচিত নহয়। অলপ দোষতে যিজনে সুহৃদজনক ত্যাগ কৰে, তেনেজন পৰম মূঢ় বুলি জানিবা। ভাল-বেয়া চিন্তা নকৰি নোচোৱাকৈ যিজনে যাকে তাকে কামৰ দায়িত্ব দিয়ে, যিজনে সদাই লোকৰ অপকাৰ কৰি ফুৰে, যিজন মিত্ৰদ্ৰোহী, উপকাৰীৰ উপকাৰ যিলোকে পাহৰে, যিলোকে কেৱল পৰৰ দোষ বা চিদ্ৰ অহৰ্নিশে চাই ফুৰে, নিজৰ দোষৰ কথা চিন্তা নকৰে, বুজিছা ধৰ্ম্মৰাজ,— এইবিলাকৰ লগত কেতিয়াও মিত্ৰতা নকৰিবা। যদি নিজৰ মঙ্গল কামনা কৰা।

এতিয়া কাৰ লগত মিত্ৰতা কৰিব লাগে কওঁ শুনা। যিজন কুলৱন্ত, বাক্যত অতিশয় চতুৰ, যাৰ বাক্য বিনয়-নম্ৰ, মৃদু মৃদু সুমধুৰ, মহা জ্ঞানৱন্ত, গুণৱন্ত, যিজনৰ লোভ-মোহ একেবাৰে নাই, ৰূপৱন্ত, যিজনে কঠোৰ শ্ৰম সহিব পাৰে, যিজনে শক্তি অনুসৰি সাধু-সৰ্জ্জন, ভক্ত-বৈষ্ণৱৰ সেৱা-শুশ্ৰূষা কৰে, যিজনে নিজে প্ৰাণ দি হ'লেও মিত্ৰক ৰক্ষা কৰে, বিৰক্ত হ'লেও তাত কোনো অসন্তোষ নকৰে,

কোনোবাই নিন্দা-তিৰস্কাৰ কৰিলেও মনত কোনো ৰোষ নকৰে, পুত্ৰৰ প্ৰতি যেনে স্নেহ-প্ৰীতি, সেইদৰে মনুষ্যৰে প্ৰতি যাৰ স্নেহ-প্ৰীতি সদাই থাকে, যিজনে ধৰ্ম্ম-অধৰ্ম্ম সম্পৰ্কে ভালদৰে জানে, যিজনে মৰিলেও সত্য নেৰে, সকলোতে যাৰ সমবুদ্ধি, মাটি-পানী, সোণ-শিল যেয়ে সম দেখে, তেনেলোক চাই-চিতি মিত্ৰতা কৰিব লাগে। বুজিছা মোৰ প্ৰিয় নাতি! তেতিয়াহ'লে সদাই সন্তোষ লাভ কৰিব পাৰিবা আৰু যশ-কীৰ্ত্তি, খ্যাতিও দিনে দিনে বাঢ়িব। যেনেকৈ চন্দ্ৰৰ কলা দিনে দিনে বাঢ়ি যায়, সেইদৰে ৰজাৰো গুণ-যশ আৰু ৰাজ্যও বাঢ়ি যায়।

## মিত্ৰদ্ৰোহীৰ লক্ষণ

ধৰ্ম্মৰাজ যুধিষ্ঠিৰে সুধিলে,—হে আৰাধ্য পিতামহ! এটা ডাঙৰ শঙ্কা মিলিছে। মিত্ৰদ্ৰোহী, অকৃতজ্ঞ, উপকাৰীৰ অপকাৰ কৰা বা উপকাৰ স্বীকাৰ নকৰা লোকক কেনেকৈ চিনি পায়? তেনেলোকৰ লক্ষণৰ বিষয়ে জানিবলৈ বৰ ইচ্ছা হৈছে। শুনিলে মোৰ মন সুস্থ হ'ব। দয়া কৰি কোৱা পিতামহ!

ভীষ্মদেৱে মাত লগালে,—এই বিষয়ে এটা ইতিহাস ক'লেই যথেষ্ট হ'ব। ম্লেচ্ছ আৰু ব্ৰাহ্মণৰ সম্বাদ। সাৱধান মনে শুনা, বাপু যুধিষ্ঠিৰ! মধ্যদেশত এজন ব্ৰাহ্মণ আছিল। ব্ৰাহ্মণ জনৰ ব্ৰহ্মগুণ তিমান নাছিল। ভিক্ষাৰ নিমিত্তে গৈ গৈ এখন ডকাইতৰ গাওঁ পালে। সেই গাওঁখনৰ ডকাইতৰ অধিপতিজন অতি বিত্তশালী আছিল। ধন-বস্ত্ৰ, ঐশ্বৰ্য্য-সম্পত্তি পৰিপূৰ্ণ হৈ আছিল। লুটি-পুটি, মাৰি-কাটি ধন-সম্পত্তিবিলাক আনে। সেয়ে যি খোজে, দিবও পাৰে। ভিক্ষাৰী ব্ৰাহ্মণ গৈ সেই ডকাইতৰ অধিপতিৰ ঘৰতে ওলাল। বিপ্ৰক দেখি ডকাইতৰ অধিপতিয়ে সুধিলে,—হেৰা বাপু! তুমি মিছা কথা মোৰ আগত অলপো নক'বা। সঁচা কৰি কোৱাচোন, তুমি ক'ৰপৰা আহিলা? আৰু কি কাৰণে আহিলা? নে কিবা খুজিব আহিলা? যদি কিবা খুজিবই আহিছা, তেন্তে সত্য কৰি কোৱা। যি লাগে তাকে দিম। মিছা কথা ক'লে কিন্তু কথা বেয়া হ'ব। গতিকে কিয় আহিলা, সোনকালে কোৱা।

ডকাইতৰ কথা শুনি ব্ৰাহ্মণৰ মনত আনন্দ মিলিল আৰু ক'লে,—জানিলোঁ, তুমি মহা দাতাৰন্ত। মোৰ দুখ নিবাৰণ কৰা। মোৰ পেটত ভাত নাই। গাত কাপোৰ

নাই। থাকিবলৈ ঘৰ-মাটি-বাৰী একো নাই। পণ্ডিতকে তোমাৰ ওচৰলৈ আশ্ৰয় বিচাৰি আহিছোঁ। অনুগ্ৰহ কৰি মোক আশ্ৰয় দি ৰাখা।

ব্ৰাহ্মণৰ কথা শুনি চৰ্দ্দাৰৰ দয়া উপজিল। লগে লগে পিন্ধিবলৈ নতুন কাপোৰ-কানি আনি দিলে। কটাক্ষতে মুনিৰো চিত্ত-মন হৰণ কৰিব পৰা পৰম সুন্দৰী গাভৰু এজনীও দিলে। সেই গাভৰুৰ ৰূপ-সৌন্দৰ্য্য বৰ্ণনাৰ অতীত। ডাঠ ক'লা বৰণৰ তপিনাত পৰা চুলি। গলত মালতী ফুলৰ মালাই জক্‌মকাই আছে। কপালত ধুনীয়া সেন্দুৰৰ ফেঁাট জিলিকি আছে। মদনৰ ধনু যেন চেলাউৰী দুটা কিযে ধুনীয়া। তিলফুলৰ দৰে নাক। মুকুতাৰ পাস্তি যেন দাঁত। পদুমৰ পাহি যেন চকু দুটি দেখিলেই মন-প্ৰাণ হৰি নিয়ে। গলত সুবৰ্ণৰ গলপতা পূৰ্ণিমাৰ জোনহে যেনিবা জিলিকি আছে। পকা ডালিমৰ দৰে স্তন যুগল হিয়াত কিযে অপূৰ্ব্ব শোভা বঢ়ায়। মধ্যক্ষীণা কঁকাল দেখিলে হৰৰ ডম্বৰুৱেও লাজ পাব। বলয়া কঙ্কনে বাহু দুটা কিযে জ্যোতি প্ৰকাশ কৰি আছে। কেতেকী কুসুম যেন শৰীৰৰ বৰণ। এনেকুৱা অপূৰ্ব্ব সুন্দৰী কন্যা ব্ৰাহ্মণক দিলে। লগতে ঘৰবাৰী সকলো দান দি দিলে। ঘৰবাৰীসহ সুন্দৰী ৰমণী পাই ব্ৰাহ্মণৰ আনন্দৰ সীমা

ৰোহোৱা হ'ল। ব্ৰাহ্মণে চৰ্দ্দাৰৰ এই দান লাভ কৰি, তাতেই স্থায়ী ভাবে থাকি ডকাইতৰ বৃত্তি গ্ৰহণ কৰিলে। ব্ৰাহ্মণৰ নাম গৌতম। গৌতম ব্ৰাহ্মণে ধনুৰ্ব্বাণ লৈ সদাই বনে বনে ফুৰি পক্ষীবিলাক মাৰি আনি তাকে বিক্ৰিও কৰে আৰু খায়। এইদৰেই জীৱন ধাৰণ কৰিব ধৰিলে। ব্ৰাহ্মণৰ সমস্ত ধৰ্ম্ম-কৰ্ম্ম এৰি ডকাইতৰ ধৰ্ম্ম ল'লে। সদাই প্ৰাণী বধ কৰাটোৱেই তাৰ ধৰ্ম্ম হ'ল। ব্ৰাহ্মণ গুচি একেবাৰে ডকাইত হ'ল। এইদৰে বহুকাল গ'ল। তাৰ পিছত কি হ'ল কওঁ শুনা।

এদিনাখন এগৰাকী পৰম স্থবিৰ ব্ৰাহ্মণ সেই ডকাইত-ৰূপী গৌতম ব্ৰাহ্মণৰ ঘৰত ওলালহি। ব্ৰাহ্মণ গৰাকীক দেখা মাত্ৰে ভক্তিভাব আহে। গাত পীতবস্ত্ৰ, দেখিবলৈ অতি সুন্দৰ। মূৰত দিব্য জটা। কপালত চন্দনৰ ফোট। চিকমিক্ বগা দাঁত কেইটা জকমকাই আছে। ওঠ দুটাই বিজুলীৰ নিচিনাকৈ প্ৰকাশ কৰি আছে। চাৰি বেদ চৈধ্য শাস্ত্ৰত বিশাৰদ। হৃদয়ত শ্ৰীকৃষ্ণৰ মূৰ্ত্তি সৰ্ব্বক্ষণে চিন্তা কৰি থাকে। পৰম শ্ৰীমন্ত পুৰুষ। সকলোতে বিনম্ৰ ভাব। সকলোতে সমজ্ঞান। সদাই নিয়মিত আহাৰ ভোজন কৰে। ব্ৰহ্মগুণ সম্পন্ন। ৰাম কৃষ্ণ নাম সদাই মুখত থাকে। কিন্তু শূদ্ৰ-অন্ন সমূলি নাখায়। সেইবাবে ব্ৰাহ্মণৰ

ঘৰ বিচাৰি ফুৰিছে। পাছত এখন ডকাইতৰ গাওঁহে পালেগৈ। গাওঁখনত কেৱল ডকাইতহে আছে। ব্ৰাহ্মণ বুলিবলৈ এঘৰো নাই। সকলোতে কেৱল শূদ্ৰৰ ঘৰ শাৰী শাৰী হৈ আছে। ঘূৰি-পকি চাই উত্তম কুলৰ ঘৰ ক'তো নাপালে। অৱশেষত সেই গৌতম ব্ৰাহ্মণৰ ঘৰত ওলালগৈ। যি হওক অন্ততঃ এঘৰ ব্ৰাহ্মণ পালে। বক্ষ। ব্ৰাহ্মণৰ মনত পৰম আনন্দ মিলিল। মহানন্দে ব্ৰাহ্মণৰ ঘৰত প্ৰবেশ কৰিলে। ৰাতিপুৱাতে উঠি গৌতম ব্ৰাহ্মণ পক্ষী মাৰিব গৈছিল। এতিয়া আহি দেখে যে ক'ৰবাৰ এজন ব্ৰাহ্মণ আহি তেওঁৰ ঘৰত আছেহি। দেখিয়েই গৌতমৰ মন চেৰাই গ'ল। ভাবিলে,—"ইয়াৰ আগত এতিয়া মুখ দেখুৱাওঁ কেনেকৈ!" এইবুলি লাজ আৰু ভয়ত তলমূৰ কৰি ৰ'ল। এনেতে সেই ব্ৰাহ্মণৰ চকুত পৰিল। দেখে যে জীৱটোহে ব্ৰাহ্মণৰ। কিন্তু কুলাধম, ঘোৰ মূৰ্ত্তি, সাক্ষাৎ যমহে যেনিবা। হাতত ধনু-শৰ। পিঠিত মৰা পক্ষী। গোটেই শৰীৰ তেজেৰে তলবল কৰি আছে। তাকে দেখি ব্ৰাহ্মণে গৌতমক ক'লে,—শুন হেৰ মূৰ্খ পাষণ্ড গৌতম! কি কাৰণে তই ব্ৰাহ্মণ কুলত জন্ম গ্ৰহণ কৰিছিলি? কুচ্ছিৎ স্বভাৱত থাকি যে তই ব্ৰাহ্মণ কুল একেবাৰে ছন্ন কৰিলি? মধ্যদেশত অকাৰণে সদ্‌কুলত

জন্ম লৈছিলি। হে মূৰ্খ! কি কাৰণে তই এই ব্যাধ কৰ্ম্মত প্ৰবৃত্ত হ'লি? তোৰ পূৰ্ব্ব পুৰুষৰ কথা এবাৰ ভাবি চা চোন! মহাজ্ঞানী, সকলো বেদৰ সাৰ জানিছিল। তেওঁলোকৰ যশ-কীৰ্ত্তি এতিয়াও দশোদিশ বিয়পি আছে। সেই বংশত তই ধুমকেতু ওলালিহি! এবাৰ ভাবি চা, তই কুলাধম হ'লি নে নাই। এতেকে তই এই কৰ্ম্ম শীঘ্ৰে এৰ। ডকাইতৰ সঙ্গত তই গৃহবাস কৰিলি। এতিয়াও কোনো কথা হোৱা নাই। তই এইবিলাকৰ আশা আজিৰ পৰা এৰি দে।

ভীষ্মদেৱে ক'লে,--শুনা বাপ্ যুধিষ্ঠিৰ! ব্ৰাহ্মণে যেতিয়া গৌতমক এইদৰে ক'ব ধৰিলে, তেতিয়া গৌতমেও কাতৰভাবে ক'ব ধৰিলে,—হে দ্বিজৰাজ! মোৰ কথা কওঁ শুনা,—মোৰ সমান দাৰুণ দুখিত লোক জগতত কোনো নাই। মোৰ জ্ঞান বুলিবলৈ অলপো নাই। শাস্ত্ৰও একেবাৰে নাজানো। ধন-ঐশ্বৰ্য্যহে পৰম বন্ধু বুলি সদাই মনে মানো। তোমাক দেখি মই চিৰ কৃতাৰ্থ হ'লোঁ। তথাপি ধন-ঐশ্বৰ্য্যতহে মোৰ মন ভ্ৰমি ফুৰে। মই কাইলৈ নিশ্চয় তোমাৰ লগতে গুচি যাম। আজি ৰাতিটো তুমি মোৰ লগতে থাকা।

গৌতমৰ কথা শুনি ব্ৰাহ্মণে ঘৃণাত জল এটুপীও আচোক খাব, হাতেৰেও নুচুলে। গৌতমে নানা প্ৰকাৰ

দ্ৰব্য-বস্তু আনি, নানাভাবে স্তুতি-নতি কৰি দিলে; কিন্তু ক্ষুধাৰ্ত অতিকে আতুৰ হৈও ব্ৰাহ্মণে টেৰ কাৰিও নাচালে।

ভীষ্মদেৱে ক'লে,— বুজিছা ধৰ্ম্মৰাজ। এইদৰে থাকোঁতে ৰাতি পুৱাল। ৰাতিপুৱাৰ লগে লগে ব্ৰাহ্মণ ওলাই গুচি গ'ল। গৌতমেও ঘৰ এৰি সাগৰৰফালে শীঘ্ৰে গুচি গ'ল। পথত দেখিলে যে অনেক সদাগৰ সাগৰৰ ফালে গৈ আছে। সেই সদাগৰসকলৰ লগতে পৰম আনন্দেৰে গৌতমেও সাগৰলৈ গতি কৰিলে। এইদৰে গৈ এখন নদী পাৰ হ'বলগীয়া হ'ল। সকলোৱে নাৱত উঠি নদী পাৰ হ'ব খুজিলে। নাও সিপাৰলৈ গৈ আছে। এনেতে দেখিলে এপাল দন্তাল হাতীয়ে নদীত নাছুৰি সাঁতুৰি বহু ঠাই আগুৰি আনন্দ কৰি আছে। অসংখ্য মানুহ নাৱত উঠি যোৱা দেখি হাতীবিলাকৰ ৰব খং উঠিল আৰু খেদি আহি দাঁতেৰে নাওঁ বুৰাই দি সকলোকে নিঃশেষ কৰিলে। গৌতমে ডুবিয়াই ডুবিয়াই মহা ভয়ে-ভীতে কোনোমতে গৈ পাৰত উঠি মহা ভয়ৰপৰা মুক্তি পালে। গৌতমে চাৰিওফালে চাই উত্তৰৰ ফালে বেগেৰে বাট ধৰিলে। বনে বনে গৈ গৈ কোনো দিশ নোপোৱা হ'ল। তথাপি যাব এৰা নাই। সেই সময়ত গৌতমক এজন কুচ্ছিৎ পুৰুষ যেন দেখা হ'ল। অৱশেষত কিছু দূৰত

এখন দিব্য বন পালে। গছ-লতাবিলাক ফলে-ফুলে জাতিষ্কাৰ হৈ আছে। গছ-লতাবিলাকে সকলো ঋতুতে ফলে-ফুলে অতিকে শোভা কৰি থাকে। যক্ষ-ৰক্ষ, গন্ধৰ্ব্ব-কিন্নৰ, বান্দৰ-বিলাকে মহা কৌতুহলে তাত বাস কৰি থাকে। শাল-তাল, আঁহত-বকুল, আম-জাম, অগৰু-চন্দন, বট আদি নানা তৰহৰ অসংখ্য সুগন্ধি গছ-লতাই ফলে-ফুলে জাতিষ্কাৰ কৰি আছে; নানা বিধ পক্ষীয়ে নানা তৰহৰ সুমধুৰ গীত গাই গাই বনধ্বনি অতিকে মধুৰ কৰিছে। জলচৰ পক্ষীবিলাকেও জল এৰি সেই মধুৰ বনত থাকেহি। গৌতম ব্ৰাহ্মণে সেই সুমধুৰ মনোমোহা সুস্বৰ ৰাব শুনি লাহে লাহে সেইফালে যাব ধৰিলে। গাৰ ভাগৰ দুখ লাহে লাহে পাহৰি গ'ল। সেই বনৰ তলখন অতিকে ৰমণীয়। পৰম সুন্দৰ দেখিবলৈ অতিকে বিচিত্ৰময়। বুজিছা যুধিষ্ঠিৰ! তেনে ঠাই আন ক'তো নাই। স্বৰ্গপুৰীহে যেনিবা। তাত এডাল ভয়ঙ্কৰ মনোমোহা বট বৃক্ষ আছে। অসংখ্য শাখা-প্ৰশাখাই বহুদূৰ জুৰি আছে। অসংখ্য পাতেৰে গছডাল অতিশয় গহীন গম্ভীৰ কৰি তুলিছে। তলত অতি ঘন ছাঁয়াই ৰ'দ বৰষুণ একো নপৰা কৰি ৰাখিছে। গুৰিটো চন্দনৰ জলেৰে যেন লেপিহে থৈছে। তাৰ দিব্য ফুলবিলাকে অতিকে শোভা বৰ্দ্ধন কৰিছে। তেনে বৃক্ষৰ উপমা দিবলৈ একো বিচাৰি

নাপায়। যেন পৰম শ্ৰীমন্ত ব্ৰহ্ম সভাহে যেনিবা। দেৱতাৰ গৃহ আৱৰি ৰখাৰ দৰে শাৰী শাৰীকৈ থকা অসংখ্যাত বৃক্ষই ফলে-ফুলে জাতিষ্কাৰ কৰি আৱৰি ৰাখিছে। তাৰ উপমা দিবলৈ কাৰো শক্তি নাই। তেনে স্থানত গৈ গৌতম ব্ৰাহ্মণ উপস্থিত হ'ল। লগে লগে গৌতমৰ সকলো পথশ্ৰম দূৰ হ'ল। অন্তৰত অসীম সুখ লাভ কৰিলে। সেই দিব্য স্থান পায় গৌতম তাতে ৰহিল। সুগন্ধি শীতল বায়ু মৃদু মৃদু ব'ব লাগিছে। তাতে ফুলৰ সুৰভি গন্ধই মন-প্ৰাণ বিমোহিত কৰিলে। গৌতমৰ মনত বৰ আনন্দ মিলিল। সেই শীতল সুগন্ধি বায়ুৰ স্পৰ্শত তাৰ ভাগৰ গুচিল। মহাসুখে তাতে তাৰ নিদ্ৰা আহিল। এনে সময়তে সূৰ্য্য অস্ত গ'ল। সন্ধ্যা লাগিল, ৰাতিৰ আগমন হ'ল।

তাৰ পাছত কি হ'ল কওঁ শুনা, বাপ্ যুধিষ্ঠিৰ। কশ্যপৰ আত্মজ সুৰভিত জন্ম গ্ৰহণ কৰা নাড়ীজঙ্ঘ বকক সকলোৱে জানে। সমস্ত বকৰে অধিপতি আৰু সকলো পক্ষীতকৈ শ্ৰেষ্ঠতৰ। বুজিছা ধৰ্ম্মৰাজ! তেওঁক ৰাজধৰ্ম্ম বুলিও মাতে। ব্ৰহ্মাৰ লগত বৰ মিত্ৰতা আছিল। ব্ৰহ্মাই তেওঁক সখি বুলি মাতিছিল। সেই বটবৃক্ষই আছিল তেওঁৰ নিজৰ ঘৰ। তাতে সেই ৰাজধৰ্ম্ম পক্ষী অনেক বছৰ আছিল। ৰাতি-পুৱাতে গৈ ব্ৰহ্মসভাত থাকে আৰু সন্ধ্যা সময়ত আহি

সেই বটবৃক্ষত থাকেহি। দেৱকন্যাৰ গৰ্ভত জন্ম ধাৰণ কৰি, দেৱতাৰ নিচিনা তেওঁৰ শৰীৰৰ কান্তি জ্বলি থাকে। পুৱাৰ উদিত সূৰ্য্যসম প্ৰকাশ কৰি থাকে। পক্ষীৰ আকাৰ দেৱতাৰ নিচিনা দেখি গৌতমে মনে মনে বিস্ময় মানিলে।

ভোকত আতুৰ হৈ গৌতম তাতে আছে। ৰাজধৰ্ম্মই দেখি মাত লগালে,—হে দ্বিজবৰ! তুমি ক'ৰপৰা, কি কাৰণে মোৰ ঘৰলৈ আহিলা? এই সন্ধ্যা সময়ত তোমাক মোৰ ঘৰত দেখা পাই মহা আনন্দ লাভ কৰিছোঁ। মোৰ ঘৰত অতিথি উপস্থিত। ইয়াতকৈ আনন্দৰ কথা আৰু কি আছে! আজি বিধি অনুসৰি ভালদৰে পূজা-সেৱা কৰিব লাগিব।

ভীষ্মদেৱে ক'লে,—শুনা ধৰ্ম্ম নৰপতি! বক পক্ষীৰ এনে প্ৰিয় কথা শুনি, বিস্ময়াভিভূত হৈ গৌতমৰ আনন্দৰ পাৰ নোহোৱা হ'ল। লগতে এবাৰ সুধিলে,—"তুমি কোন? মই হ'লে চিনি পোৱা নাই।"

ৰাজধৰ্ম্মই ক'লে,—"মোৰ পিতৃ হৈছে কশ্যপ আৰু আই দাক্ষায়ণী। হে দ্বিজৰাজ। আজি তোমাক অতিথি হিচাপে পাই, মোৰ সমস্ত মনৰ কামনা সিদ্ধি হ'ল। কুশলে আহিলা নে প্ৰভু!" এইবুলি পক্ষীয়ে কাকূতি-মিনতি কৰিব ধৰিলে।

ভীষ্মদেৱে ক'লে,—এইদৰে ৰাজধৰ্ম্ম বোলা বক পক্ষীয়ে

বিধি অনুসৰি পূজা-সেৱা শুশ্ৰূষা কৰিলে। শুবৰ বাহৰে শালগছৰ পাত আনি শয্যাখন প্ৰথমে ঠিক কৰি দিলে। গঙ্গাৰ পৰা ডাঙৰ ডাঙৰ মাছ আনি পুৰি দিলে। গৌতমে সেই পোৰা মাছ মহানন্দে খাই শয্যাত বাগৰ দিলে। পৰম সুগন্ধি শয্যা গন্ধে আমোল-মোলাই আছে। বকৰাজে আনন্দতে গৌতমক সুধিলে,—হে বিপ্ৰবৰ! এই বনৰ মাজলৈ কিহৰ বাবে আহিল? এয়াতো মানুহৰ স্থান নহয়। এয়া দেৱতাৰ স্থান।

ৰাজধৰ্ম্মৰ কথা শুনি গৌতম ব্ৰাহ্মণে ক'লে,—মোৰ সমান দৰিদ্ৰ কোনো নাই। দ্ৰব্য-বস্তুৰ আশাতে সমুদ্ৰলৈ আহিছিলোঁ।

ৰাজধৰ্ম্ম বক পক্ষীয়ে ক'লে,—শুনা দ্বিজবৰ! অৰ্থ-উপাৰ্জ্জনৰ নীতি চাৰিটা আছে। এক—পৰম্পৰা অনুসৰি কিছুমান লোকে অৰ্থ লাভ কৰে। দুই—ক'তোজনক দেৱতায়ো অৰ্থ দিয়ে। তিনি—ক'তোজনে কৰ্ম্ম অনুসৰি ধন-সম্পত্তি লাভ কৰে। চাৰি—কোনো কোনোজনে ইষ্ট-মিত্ৰ আদিৰদ্বাৰাও অৰ্থ লাভ কৰে। এতিয়া মোৰ সুহৃদ আহি পালা যেতিয়া, যেনেকৈ তুমি ধন-বস্তু পাবা, তাৰে মই যত্ন কৰিম।

এইদৰে দুয়ো কথা পাতি থাকোঁতে ৰাতি পুৱাল।

সূৰ্য্য উদয় হ'ল। ৰাজধৰ্ম্মই ক'লে,—শুনা দ্বিজৰাজ। বিৰূপাক্ষ নামে যিজন ৰাক্ষসৰ ৰজা আছে; তেওঁ পৰম ধাৰ্ম্মিক। দান ধৰ্ম্মত সদা সৰ্ব্বদা ৰত। কোনো খোজনীয়া গ'লে, মন পূৰণ কৰি অপৰ্য্যন্ত ধন-সোণ দিয়ে। তেওঁৰ ওচৰলৈ যিবিলাক দৰিদ্ৰ যায়, সেইবিলাকৰ সমস্ত দুখ দূৰ কৰি দিয়ে আৰু অদৰিদ্ৰ হয়। ইয়াৰপৰা তিনি প্ৰহৰৰ পথ হ'ব। তুমি পলম কৰিব নালাগে। সোনকালে তেওঁৰ ওচৰলৈ যোৱা। তেওঁ তোমাৰ সমস্ত কামনা সিদ্ধি কৰিব। সেই ৰাক্ষসৰ ৰজা বিৰূপাক্ষই তোমাক অষ্ট নিধি দিব।

ৰাজধৰ্ম্মৰ পৰা এই কথা শুনি গৌতমৰ মহা আনন্দ মিলিল। দিব্য ফল-মূল ভোজন কৰি শীঘ্ৰ বেগে গৈ সেই ৰাক্ষসৰ নগৰ পালে। গৌতম ব্ৰাহ্মণে দেখে যে নগৰখন কি যে চমৎকাৰ! কেনে পৰম সুন্দৰ। সমগ্ৰ নগৰখন অতি চমৎকাৰ কৰি শিলেৰে নিৰ্ম্মাণ কৰিছে। নগৰৰ ভিতৰত প্ৰৱেশ কৰিবলৈ কাৰো সাধ্য নাই। গৌতমে দ্বাৰৰক্ষীক সম্বোধন কৰি ক'লে,—শুনা দুৱৰী! তুমি সোনকালে ৰজাক কোৱা গৈ যে দুৱাৰ মুখত এজন অতিথি ৰখি আছে। ৰজাক লগ পাব লাগে।

অতিথি গৌতমৰ কথা শুনি দ্বাৰী গৈ ৰজাক হাতযোৰ কৰি ক'লে,—শুনা মহাৰাজ! দ্বাৰত এজন অতিথি ব্ৰাহ্মণ

আহি বৈ আছে। তোমাৰ সুহৃদ ৰাজধৰ্ম্মই বোলে তোমাৰ ওচৰলৈ অতিথি হিচাপে পঠাই দিছে। এতিয়া অতিথি হিচাপে সেই ব্ৰাহ্মণ দ্বাৰত বৈ আছে। হে মহাৰাজ! দ্বাৰৰ সকলো বৃত্তান্ত তোমাক জনালোঁ। এতিয়া যি ভাল দেখা তাকে কৰা। দ্বাৰীৰ কথা শুনি ৰজা বিৰূপাক্ষই ক'লে,— শুনা দূতসকল! গৌতম ব্ৰাহ্মণ মোৰ দ্বাৰত বৈ আছে। সোনকালে মোৰ ওচৰলৈ আনা গৈ।

ৰজাৰ কথা শুনি দূত গৈ গৌতমক ক'লে,—হেৰা অতিথি ব্ৰাহ্মণ! উঠা। শীঘ্ৰে ৰজাই মাতিছে। আমাৰ লগতে ব'লা।

দূতৰ কথা শুনি গৌতম উঠিল আৰু দূতৰ লগত গৈ ৰজাৰ ওচৰ পালেগৈ। গৌতমক দেখি বিৰূপাক্ষই দিব্য আসনত বহিবলৈ দিলে আৰু পূজা-সেৱা কৰি উঠি সুধিলে,—হে দ্বিজবৰ! তোমাৰ গোত্ৰ কি? শাখা কি? চৰণ কি? কোন আশ্ৰমী? কি শাস্ত্ৰ তুমি পঢ়া? এই কথা কেইটাৰ উত্তৰ দিয়া।

ৰজাৰ প্ৰশ্নৰ মাত্ৰ এটাৰহে উত্তৰ দিলে। বাকী একো নাজানে। মাত্ৰ গোত্ৰৰ কথাটোহে ক'লে। বিৰূপাক্ষই বুজিলে যে এই বেটা ব্ৰাহ্মণ পোৱালী সাংঘাতিক মূৰ্খ। একো নাজানে। মাত্ৰ লগুণডাল দেখুৱাই ব্ৰাহ্মণ বুলি কৈ ফুৰে।

ব্ৰাহ্মণৰ ৰ টোও নাই। ৰাক্ষস ৰজাই আকৌ সুধিলে,—ৰাক হে দ্বিজবৰ! আৰু অলপ কথা সোধোঁ শীঘ্ৰে উত্তৰ দিয়া। মই বিদ্যমান থাকোঁতে তুমি কোনো ভয় নকৰিবা। তুমি থাকা ক'ত? তোমাৰ ব্ৰাহ্মণীক কোন গোত্ৰৰ পৰা বিবাহ কৰিছা? সত্য কথা কোৱা। ভয় নকৰিবা।

ৰাক্ষসৰ ৰজা বিৰূপাক্ষৰ কথা শুনি গৌতমে ক'লে—মই মধ্যদেশত জন্ম গ্ৰহণ কৰিছোঁ। কুলত কিৰাট। ডাকু কাৰ্য্যত বৰ পাকৈত। মই সেই গাৱঁতে বাস কৰোঁ। ক্ষুদ্ৰৰ বিধৱা পত্নীৰে সৈতে মই ঘৰ কৰি আছোঁ। এয়া তোমাক সঁচা কথা ক'লোঁ।

গৌতমৰ কথা শুনি ৰাক্ষসৰ অধিপতিয়ে ভাবিলে,—ব্ৰাহ্মণ কুলত জন্ম লৈছে সঁচা। কিন্তু ইয়াক দান দিলে মোৰ কোনো ফল নধৰিব। ছাইত ঘৃতাহুতি দিয়াৰ দৰেহে হ'ব। একো পুণ্য নহ'ব। যা হওক,—ইষ্টজনে পঠাইছে যেতিয়া, ইয়াক অলপ কিবা দিয়াতো উচিত। নিদিলেও মোৰ সুহৃদে বেয়া পাব। পিতৃ-মাতৃ, জ্যেষ্ঠ ভ্ৰাতৃ আৰু কণিষ্ঠ,—এইবিলাকতকৈও মোৰ সুহৃদ বান্ধৱ গৰাকী অতিকে ইষ্ট। পৰম বন্ধু। গতিকে তেওঁৰ বাবেই মই ইয়াক কিছু ধন দিম। ইয়াকে ভাবি বিৰূপাক্ষই ক'লে—শুনা ব্ৰাহ্মণ! মই প্ৰতি বছৰে কাতি মাহৰ

পূৰ্ণিমাত এক হাজাৰ ব্ৰাহ্মণক মাতি আনি ভুঞ্জাওঁ। সেইসময়ত তোমাক ভোজন কৰাম আৰু দা-দক্ষিণা হিচাপে যি দিব লাগে দিম। এতিয়া তুমি অতিথি হিচাপে থাকা।

এইদৰে থাকোঁতে কাতি মাহৰ পূৰ্ণিমাৰ দিন উপস্থিত হ'ল। ৰাক্ষসেও এহাজাৰ ব্ৰাহ্মণ আনি ভালদৰে খুৱাই-ধুৱাই নানা প্ৰকাৰ বস্ত্ৰ-অলঙ্কাৰ, ধন-ৰত্ন, যাক 'য লাগে ভাবে ভাবে দান দিলে। সেইবিলাকৰ লগত গৌতমকো দিলে। গৌতম ব্ৰাহ্মণে ধন-ৰত্ন, দ্ৰব্য-বস্তু যিমান পাৰে ল'লে আৰু সেই বটগছৰ ওচৰলৈ গ'ল। বটবৃক্ষৰ ওচৰ পাই, গুৰিতে সোপাই থেকেচ্, কৈ থ'লে আৰু ভাগৰত ফোঁপাৰ ধৰিলে। তাকে দেখি বক পক্ষীৰ বেয়া লাগিল আৰু পাখাৰে বিচিব ধৰিলে। তাৰ পিচত গৌতমৰ ক্ষুধা লগা যেন অনুমান কৰি, ডাঙৰ ডাঙৰ মাছ আনি জুইত পুৰি খাবলৈ দিলে। বেচেৰা ব্ৰাহ্মণ! ৰাজধৰ্ম্ম পক্ষীয়ে পুৰি দিয়া পোৰা মাছ খায়, পৰম আনন্দ লাভ কৰিলে আৰু পথ-শ্ৰম সকলো দূৰ হ'ল। তাৰ পিছত গৌতম তাতেই শুই থাকিল। কিন্তু টোপনি যোৱা নাই। মনে মনে ভাবিলে, –মোৰ কি গতি হ'ব! খাবলৈও একো নাই। কাইলৈ কি খাই যাম! এটা কাম কৰাই ভাল হ'ব। এই ৰাজধৰ্ম্ম বক পক্ষীকে মাৰি, ইয়াৰ

মাংস খায়েই ঘোৰাতো ভাল হ'ব। এইবুলি টোপনি ঘোৰাৰ ভাও জুৰিলে।

ভীষ্মদেৱে ক'লে—হে মোৰ বংশৰ নাতি! তাৰ পিছত কি হ'ল কওঁ শুনা। সেই কৃতঘ্ন, খাই পাত ফলা অধম ব্ৰাহ্মণে যি কৰিলে, শুনিলেই ভয় লাগে। জুইকুৰা ভালকৈ জ্বলাই দিয়াত, তাৰ তাপত গৌতম টোপনিত পৰা যেন ভাবি, আচল কথাটো বুজি নাপায়, ৰাজধৰ্ম্ম পক্ষীও তাতেই শুই থাকিল। নিজে যেনেকুৱা গৌতমকো তেনে সন্ত যেন ভাবিলে। জাতিতো ব্ৰাহ্মণ, আনহাতে বহু ধন-ঐশ্বৰ্য্যও পাইছে। গতিকে বিশ্বাস কৰি, কোনো চিন্তা নকৰি, অচিন্তিত মনে গৌতম ব্ৰাহ্মণৰ ওচৰতে শুই থাকিল। সিকালে ৰাজধৰ্ম্ম টোপনি যোৱা দেখি, গৌতম উঠি বহিল। হাতত সাৰে ভৰিত সাৰে আধাপোৰা কাঠখৰি এডোখৰ হাতত লৈ ৰাজধৰ্ম্ম বকপক্ষীৰ মূৰতে ঠিকৃছে এটা ব্ৰহ্মকোৰ লগাই দিলে। কোবৰ চোটত বেচেৰা ৰাজধৰ্ম্ম যমপুৰী পালেগৈ। সেই সময়ত ৰাক্ষসৰ দুজন চোৰাংচোৱাই সকলো কথা-কৰ্ম্ম-কাণ্ড দেখা পাই অতিশয় বিস্ময় মানিলে আৰু লগে লগে গৌতমক জড়পূৰ কৰি বান্ধি পেলালে। এজন তাতে থাকিল, আন এজন, ৰাক্ষসৰ নগৰ পালেগৈ। নগৰ পায়, ৰাক্ষসৰ অধিপতি বিৰূপাক্ষক সকলো বৃত্তান্ত ক'লে।

চৰে প্ৰণাম জনাই ক'লে,—হে ৰাক্ষসৰ নাথ! এটা বৰ ডাঙৰ আৰু আচৰিত কথা হ'ল। তোমাৰ পৰা দান লৈ যোৱা গৌতম ব্ৰাহ্মণ, বটবৃক্ষত থকা তোমাৰ পৰম সুহৃদ সেই ৰাজধৰ্ম্ম পক্ষীৰ ওচৰলৈ গ'ল। তোমাৰ মিত্ৰই অতিথি হিচাপে পায়, সেই ব্ৰাহ্মণক নানা ভাবে সেৱা-শুশ্ৰূষা কৰি ৰাখিলে। খাই-বই উঠি অতিথি ব্ৰাহ্মণৰ ওচৰতে তোমাৰ মহা মিত্ৰ ৰাজধৰ্ম্মও ৰাতি নিশ্চিন্ত মনে শুই থাকিল। পক্ষীৰ ঘোৰ নিদ্ৰা আহিলত ব্ৰাহ্মণে আধাপোৰা খৰি এডাল হাতত লৈ তোমাৰ মিত্ৰৰ মূৰত এনেভাবে কোব দিলে, যে সেই কোৱতে তোমাৰ সুহৃদ ৰাজধৰ্ম্মই ইহলোকৰ পৰা বিদায় ল'লে। আমি ঘুৰি ফুৰি গৈ সকলো কথা-কৰ্ম্ম নিজে দেখি ব্ৰাহ্মণক ঠিকৃছে বান্ধি, এজন এতিয়া তাতে আছে আৰু মই ততালিকে তোমাক খবৰ দিব আহিছোঁ। এতিয়া তুমি যি ভাল দেখা তাকে কৰা।

চৰৰ মুখে অপ্ৰিয় কথা শুনি ৰাক্ষসৰ ৰজা বিৰূপাক্ষই মনত অতিশয় দুখ পালে। চকুপানী পিৰ্‌পিৰাই পৰিব ধৰিলে। দুখে বেজাৰে, শোকে-তাপে, জৰ্জ্জৰিত হৈ বাছি বাছি কিছুমান ৰাক্ষসক ক'লে,—তোমালোক শীঘ্ৰে যোৱা আৰু বন্ধুৰ প্ৰেতকাৰ্য্য ভালদৰে কৰাগৈ। আৰু সেই অধম পাপীষ্ঠ কুলাঙ্গাৰ ব্ৰাহ্মণক এৰি নিদিবা। প্ৰাণসখিৰ

সন্তাপ গুচাব লাগিব। তাক উচিত দণ্ড দিব লাগিব।

ৰজাৰ কথা শুনি ৰাক্ষসবিলাক দলে দলে গৈ ৰাজধৰ্ম্ম মৰি পৰি থকা সেই বটবৃক্ষৰ ওচৰ পালে। সকলোৱে মিলি শুকান কাঠ খৰি আনি চিতা সাজিলে। ঠিক সেই সময়তে চতুৰঙ্গ সহ ৰাক্ষসৰ অধিপতি বিৰূপাক্ষ তাত উপস্থিত হ'ল। সুহৃদৰ অৱস্থা দেখি প্ৰাণমিত্ৰ বুলি শোকে-তাপে দগ্ধপ্ৰায় হ'ল। তাৰ পিছত নানা প্ৰকাৰ বস্ত্ৰ অলঙ্কাৰেৰে সুশোভিত কৰি, সৰ্ব্বভাৱে মৃতকৰ মঙ্গল কামনা কৰি চিতাত তুলি দি অগনি জ্বলাই দিলে। দপ্‌দপ্‌ কৰে অগনি জ্বলি উঠিল। এনেতে দক্ষৰ কন্যা সুৰভি, ৰাজধৰ্ম্ম বক পক্ষীৰ মাতৃ, তাত উপস্থিত হ'ল। পুত্ৰৰ অৱস্থা দেখি শোকত বিহ্বল হৈ "হা পুত্ৰ, হা পুত্ৰ" বুলি চিঞৰি চিঞৰি মাতিব ধৰিলে। সেই চিঞৰত মুখৰ পৰা যেন অমৃত মিশ্ৰিত গাখীৰ ওলাই গৈ চিতাত পৰিল। লগে লগে চিতাৰ জুই নুমাই গৈ শীতল পৰিল আৰু ৰাজধৰ্ম্মও পুনৰ জীৱন পাই উঠি বহিল। সেই সময়তে দেৱৰাজ ইন্দ্ৰ, দেৱতাসকলৰ লগত তাতে উপস্থিত হ'ল।

দেৱৰাজ ইন্দ্ৰই ক'লে,—হে ৰাক্ষসৰ পতি মহাৰাজ বিৰূপাক্ষ! মই এটা কথা কওঁ, মনদি শুনা, -এই বকৰ অধিপতি ৰাজধৰ্ম্মই পিতাজাৰ ক্ৰোধত অভিশপ্ত হৈছিল।

এদিনাখন খণ্ডৰ বেগত বিধিয়ে কৈছিল,—"হে বকাধম! তই মোৰ ওচৰলৈ নহাৰ কাৰণ কি? শুন বকপতি! অকৰ্ম্ম অহে তোৰ বিনাশ হ'ব? এই অভিশাপ পূৰ্ব্বতে দিয়া আছে। বুজিছা ৰাক্ষসৰ পতি বিৰূপাক্ষ! সেইবাবেই গৌতম ব্ৰাহ্মণে ছল পায়, এই অপঘাত কৰিলে।"

এইদৰে ইন্দ্ৰই ৰাক্ষসৰ অধিপতি বিৰূপাক্ষক সত্য কথাৰে বুজাই দিলে। ৰাজধৰ্ম্ম বক পক্ষীয়ে এই কথা শুনি ইন্দ্ৰৰ চৰণত সেৱা জনালে। তাৰ পিছত ক'ৰ ধৰিলে,— "এই গৌতম ব্ৰাহ্মণ মোৰ পৰম সুহৃদ আৰু পৰম ইষ্টমিত্ৰ। ইয়াক বন্ধনৰ পৰা মুক্ত কৰি দিয়া। বৰ কষ্ট পায় আছে।" এইবুলি গৌতম ব্ৰাহ্মণক বন্ধনৰ পৰা মুক্ত কৰি, বহু ধন-বস্ত্ৰ দি আদৰ-সাদৰ আৰু নানা প্ৰকাৰে মান-সন্মান কৰি, নিজৰ ঘৰলৈ পঠাই দিলে। ইন্দ্ৰও অমৰাৱতীলৈ গুচি গ'ল। বিপাক্ষই বকক প্ৰীতি-সম্ভাষণ জনাই মহানন্দে নিজ স্থানলৈ গুচি গ'ল। বকৰাজ ৰাজধৰ্ম্মই ব্ৰহ্মলোকলৈ গৈ পাদ্য-অৰ্ঘ্য দি ব্ৰহ্মাৰ চৰণত শৰণ ল'লে। গৌতম ব্ৰাহ্মণ ডকাইতৰ গাওঁ পায়, পত্নীৰ হাতত যিমান পাৰে ধন-বস্ত্ৰ দিলে। সেই ভাৰ্য্যাৰ লগত অসংখ্য পুত্ৰ জন্ম দি তাতে থাকিল।

ভীষ্মদেৱে ক'লে,—বুজিছা ধৰ্ম্মৰাজ! এইকথা ইয়াতেই

শেষ হ'ল। নাৰদৰ মুখত পূৰ্ব্বতে মই এই ইতিহাস শুনিছিলোঁ। তাকে তোমাক ক'লোঁ। তুমি ভালদৰে বুজি ল'বা। কৃতঘ্ন অৰ্থাৎ অকৃতজ্ঞ, উপকাৰীৰ অপকাৰ কৰা, উপকাৰ স্বীকাৰ নকৰা লোকৰ ক'তো স্থান নাই। যশস্যাও নাই। ক'তো সুখো নাপায়। সৰ্ব্বকালে কেৱল দুখতেই জীৱন অতিবাহিত কৰে। এইকথাৰ অভিপ্ৰায় তুমি ভালদৰে জানি বুজি ল'বা। চন্দ্ৰ দিবাকৰ থাকে মানে, তেনে লোকে কেতিয়াও নৰকৰপৰা নিস্তাৰ নাপায়। সেইবাবে যিবিলাক প্ৰকৃত জ্ঞানীলোক হ'ব, তেওঁ কেতিয়াও মিত্ৰদ্ৰোহ আচৰণ কৰিব নালাগে। মিত্ৰদ্ৰোহী হ'লে এশ কোটি কল্প নৰকত যাতনা-নিকাৰ ভুঞ্জি থাকিব লাগিব। বুজিছা যুধিষ্ঠিৰ! অকৃতজ্ঞজনক তুমি বেয়া নেদেখিবা। কৃতজ্ঞজনক তুমি মিত্ৰভাৱহে কৰিবা। মিত্ৰৰদ্বাৰা সৰ্ব্বসিদ্ধি হয়। মিত্ৰৰ দ্বাৰাই পূজা পায়। মিত্ৰৰপৰাই সমস্ত ভোগ-সুখ ভুঞ্জিব পাৰি বুলি তুমি দৃঢ় কৰি জানিবা। আপদত মিত্ৰইহে উদ্ধাৰ কৰে। সৰ্ব্বক্ষণে মিত্ৰইহে ৰক্ষা কৰি ফুৰে। সেইবাবে যিবিলাক বিচক্ষণ লোক হ'ব, তেওঁলোকে উত্তম মিত্ৰক নানা ভাৱে পূজা-সেৱা কৰে।

---

নমো নমো নাৰায়ণ ভৱ ভয় বিনাশন
তৱ দুই অৰুণ চৰণ ।
হেন দুই চৰণত কায়-বাক্য-মন-চিত্তে
জানি মই লৈলোহোঁ শৰণ ॥
যাৰ নাহি আদি অন্ত চাৰি বেদে নজানন্ত
সবাৰো নিয়ন্তা যিটো তুমি ।
ভকতক কৃপা কৰি পৃথিৱীত অৱতৰি
হুয়াছা সাকাৰ তুমি স্বামী ॥
মুখ্য অৱতাৰ দশ ধৰি বিস্তাৰিলা যশ
উদ্ধাৰিলা সবে জীৱবাসী ।
নিত্যানন্দ দেৱ হৰি পৃথিৱীৰ দুখ স্মৰি
দৈৱকীত জাত ভৈলা আসি ॥
লুকুৱাই থৈলা তবে বসুদেৱে নন্দ-ঘৰে
নুবুজিয়া তোমাৰ মহিমা ।
শিশুৰূপ হুয়া তক কৰিলা পূতনা বধ
সেহিদিন ধৰি কৈলা সীমা ॥
শিশুলীলা অসংখ্যাত কৰিলাহা গোকুলত
নন্দ-যশোদাক হৰ্ষ দিয়া ।
পাছে লৈলা শিঙ্গা বেণু ৰাখিবে লাগিলা ধেনু
সবে শিশুগণ সঙ্গে লৈয়া ॥

অতসী পুষ্পৰ নয় যাৰ দেহা বিৰাজয়
চক্ষু দুই প্ৰফুল্ল কমল।
গোপদৰ জলে পুনু ব্যাপিছে কমল তনু
দেখি অতি পৰম উজ্জ্বল॥
দামুৰী বন্ধন ৰজ্জু শিৰত কৰিছে বিজু
যেৰাই আছা তুমিসি সাক্ষাৎ।
ময়ুৰৰ পুচ্ছ আনি প্ৰভু তুমি চক্ৰপাণি
জুৰা কৰি পিন্ধিছা মূৰত॥
তাতে গুঞ্জা মণিচয় অতিশয় প্ৰকাশয়
কৰ্ণতো পিন্ধিছা সেহি মণি।
মুখ পূৰ্ণ শশধৰ তাতে বংশী মনোহৰ
সদায়ে কৰাহা মৃদু ধ্বনি॥
দুই হাতে শিঙ্গা বেত শোভি আছে অমৃত
বনমালা আজানুলম্বিত।
দামুৰী বন্ধন জৰী তাক দুই কৰে ধৰি
বান্ধি আছা কটি প্ৰদেশত॥
উৰু কৰীকৰ নয় জঙ্ঘা পদতলদ্বয়
যাক দেখি পৰম সন্তোষ।
গাৱে নাহি পীত পট শিশুৰূপ উলঙ্গট
কলেৱৰ সমুজে উদাস॥

গোপ শিশু বৎস যত   সিসবেৰে হয়াবৃত
হাসি ৰঙ্গে খেলা খেল তুমি।
হেন পূৰ্ণানন্দ হৰি   অষ্টাঙ্গে প্ৰণামো পৰি
কৰোঁ সেৱা উদ্ধাৰিয়ো স্বামী॥

মই বৰ দুখিতৰ   তুমিসি আশ্ৰয় মৰ
কৃপালেশে চাহিয়োক মোক।
কিঞ্চিতো নাহিকে ভক্তি   কিনো মই আত্মঘাতী
চিন্তিতে চিন্তিতে বাঢ়ে শোক॥

তোমাৰ বৈষ্ণৱী মায়া   গুচাই কৰিয়ো দায়া
মোকতো নাহিকে প্ৰয়োজন।
নবাঞ্ছোহোঁ স্বৰ্গ ভোগ   তোমাৰ চৰণযুগ
কিঞ্চিতেকো নাহিকে ভজন॥

মৰণ কালৰ ঘোৰ   বেদনাক স্মৰি মোৰ
ভাৱন্তে শৰীৰে নাহি অন্ত।
কৰোহোঁ প্ৰণতি শত   মোৰ সেহি সময়ত
তব নাম আসোক মুখত॥

এহিসে প্ৰাৰ্থনা মোৰ   তযু পাৱে দামোদৰ
লেশ মাত্ৰ জ্ঞান নাহিকয়।
বাস্তৱত সবে মিছা   সত্য মাত্ৰ তযু ইচ্ছা
যথোচিত কৰা দয়াময়॥

মই মহা পাপী ঘোৰ সকলো অশুদ্ধ মোৰ
কেন মোত হৈবা সুপ্রসন্ন ?
গীতা মহাভাৰতৰ ৰাজধৰ্ম্ম শ্রেষ্ঠতৰ
আৰ আছে যত তযু গুণ ॥
কথাৰে লিখিলোঁ যেবে হ্রস্ব দীর্ঘ নানা ভাবে
বঢ়া-টুটা আছে যত দোষ ।
ক্ষমিয়োক কৃপাময় চৰণে অর্পিলোঁ মই
আতে তুষ্ট হৈয়ো হৃষীকেশ ॥
শুনা সাধু সন্ত নৰ পুণ্য কথা বৈষ্ণৱৰ
শ্রৱণে কলুষ কৰে নষ্ট ।
অসংখ্য পুণ্যক সাঞ্চা পাপৰ ক্ষয়ক বাঞ্ছা
গাৱত নাহিকে কিছো কষ্ট ॥
পুত্র-ভার্য্যা গৃহবাস এসৱতো নাহি আশ
জানি ভজা কৃষ্ণৰ চৰণ ।
মিছাতে কৰাহা আশ তোমাত ভকতি বিনে
গাৱে কিছো নাহিকে চেতন ॥
মুহূর্ত্তেকে কালে পাই সবাকো কৰিব ছাই
এৰা সবে ভাবভূষ কাম ।
হৰিত ভকতি কৰা সুখে সংসাৰক তৰা
চোৱা সবে স্থিৰ কৰি মন ॥

যেৰে নিদ্ৰা সময়ত গাৰে কি থাকয় তত
কৈত পুত্ৰ কৈত ভাৰ্য্যা ধন ।
লোভ মোহ মায়াচয় সমুদায় দূৰ কয়
পাছে সবে পাইলেক চেতন ॥
তথাপিতো জ্ঞান নাই যেন অন্ধলাৰ প্ৰায
কালে পাশে সবে হ'ব চুৰ ।
মূঢ় সোণাৰামে কয় শুনা সভাসদচয়
ৰাম বুলি তৰা যমপুৰ ॥

সমাপ্ত

২০ ডিচেম্বৰ ১৯৮০ খৃষ্টাব্দ